# মহাপুৰুষীয়া ধৰ্ম্মৰ পঞ্চৰত্ন

প্ৰণেতা—শ্ৰীঅৰ্জ্জুন চন্দ্ৰ দাস

বৃন্দাবনহাটী, বৰপেটা সত্ৰ।

পঞ্চৰতন ফাৰ্ম্ম

পোঃ হাউলী, কামৰূপ।

প্ৰকাশক :
শ্ৰীযাদব চন্দ্ৰ দাস
পঞ্চৰত্ন ফাৰ্ম্ম
পোঃ হাউলী, কামৰূপ ।

প্ৰথম প্ৰকাশ—ইং ১৯৬৬ চন ।

মূল্য—Rs 5 00 P

মুদ্ৰক :
শ্ৰীগৌৰচন্দ্ৰ পাল
নিউ শ্ৰীদুৰ্গা প্ৰেছ
২।১, বিধান সৰণী, কলিকতা ।

# আমাৰ উদ্দেশ্য

জগতগুৰু শ্ৰীমন্ত শঙ্কৰদেব আৰু মহাপুৰুষ শ্ৰীমাধৱদেৱৰ বৈকুণ্ঠ প্ৰয়াণৰ পাচত সুমহান আতা পুৰুষ সকলৰ ওপৰত মহাপুৰুষীয়া ধৰ্ম্মৰ সকলো প্ৰকাৰৰ কাৰ্য্যৰ ভাৰ পৰে। তেওঁলোকৰ কঠোৰ পৰিশ্ৰম আৰু ঐকান্তিকতাৰ গুণত এই ধৰ্ম্মই বিস্তৃতি লাভৰ সুযোগ পায়। আতা সকল ধৰ্ম্মৰ একো একোটি জ্বলন্ত প্ৰতীক আছিল। তেওঁলোকৰ কথা-বাৰ্ত্তা, চলন-ফুৰণ, আচাৰ-ব্যৱহাৰ, আস্থা-নিষ্ঠা, নীতি-নিয়ম সকলো বোৰতে শুদ্ধ, সত্ব, নিৰ্ম্মল, ধৰ্ম্মৰ উচ্চ আদৰ্শ আৰু মহান শিক্ষাৰ কথা সুন্দৰকৈ ফুটি ওলাইছিল। ধৰ্ম্ম ৰাজ্যৰ এনেকুৱা আদৰ্শস্থানীয় মহান পুৰুষ সকলৰ দ্বাৰা জন সমাজৰ শাৰীৰিক, মানসিক, নৈতিক, আধ্যাত্মিক আৰু সামাজিক বিষয়ক অশেষ কল্যাণ সাধিত হৈছিল। আজিৰ আধুনিক পাশ্চাত্য শিক্ষাৰ প্ৰভাৱত সেই ধৰ্ম্মৰ জ্যোতিৰ উজ্জ্বল প্ৰভা ম্লান পৰিবলৈ ধৰাৰ লগতে আতা সকলকো পাহৰিবৰ উপক্ৰম দেখা গৈছে। আমাৰ ধৰ্ম্ম আৰু আতা সকলৰ উচ্চ আদৰ্শই আজিও পৃথিবীৰ ধৰ্ম্ম সমাজত সৰ্ব্ব-শ্ৰেষ্ঠ আসন লাভ কৰাৰ যোগ্য। কিন্তু পৰিতাপৰ বিষয় এয়ে যে আমাৰ দেশবাসীৰ আওকণীয়া মনোভাৱৰ গুণত বা তাক যোগ্য সমাদৰ নেদেখুওৱাৰ ফলত সেই গৌৰৱ ক্ৰমে যেন হ্ৰাস হৈ আহিছে।

আমাৰ ৰাজ্যৰ প্ৰাচীন চৰিতকাৰ সকলৰ ৰচিত চৰিত্ পুথি সমূহ বিচাৰি চাব জানিলে তাত অনেক অমূল্য কথাৰ সন্ধান পাব পাৰি। আতা সকল আছিল একো একোজন নৈতিকতাত চৰম উন্নত আদৰ্শ পুৰুষ। তেওঁলোকৰ ঘটনা বহুল, গুৰুত্বপূৰ্ণ আৰু বিচিত্ৰভাৱে ভৰপূৰ জীৱন কাহিনীয়ে তাৰ জ্বলন্ত প্ৰমাণ দিয়ে। এই আদৰ্শ-মূলক জীৱনী পঢ়ি যাতে আমাৰ দেশবাসীয়ে পবিত্ৰ ধৰ্ম্ম আৰু ভক্তি-ৰস আস্বাদন কৰাৰ লগতে মানৱীয় গুণাৱলীৰ অধিকাৰী হব পাৰে তালৈ লক্ষ্য ৰাখিয়ে "মহাপুৰুষীয়া ধৰ্ম্মৰ পঞ্চৰত্ন" নামৰ পুথিখনি যুগুত কৰা হৈছে। পুথিৰ সদাশয় প্ৰকাশকৰো যুগুত কৰিবলৈ দিয়াৰ আচল উদ্দেশ্য সেয়েই। গুণগ্ৰাহী ৰাইজে ইয়াক মৰমৰ চকুৰে চাই সমাদৰ জনালে আমাৰ যত্ন আৰু শ্ৰম সাৰ্থক হব।

১৮৮৭ শক, ৭ পুহ।
বৃন্দাবনহাটী, বৰপেটা সত্ৰ।

ভকতৰ দাসানুদাস-
শ্ৰীঅৰ্জ্জুন চন্দ্ৰ দাস

# অৰ্পণ

যি সকল মহান ত্যাগী, ধাৰ্ম্মিক আৰু একনিষ্ঠ পুৰুষে
শ শ বছৰ ধৰি উজনি, নামনি আৰু ভাটী ৰাজ্যত
সিচৰিত হৈ থকা পুণ্যভূমি থান-সত্ৰ সমূহৰ ধৰ্ম্মৰ
বন্তি গছি জ্বলাই ৰাখি তাৰ মাহাত্ম্য, পৱিত্ৰতা,
সন্মান আৰু গৌৰৱ ৰক্ষা কৰি আহিছে সেই
সকল পূজনীয় সত্ৰাধিকাৰ-গোসাঁই, সন্ত-
মহন্ত, সাধু-সজ্জন আৰু ভকত সেৱক
সকলৈ সসন্মানে আগ বঢ়োৱা
নিঃকিন সেৱকৰ এই ভক্তি ভৰা
অন্তৰৰ সেৱাৰ-শৰাই।

প্ৰণত—

বৰপেটা সত্ৰ
১৮৮৭ শক।

শ্ৰীঅৰ্জ্জুন চন্দ্ৰ দাস
বৃন্দাবনহাটী।

# লেখকৰ নিবেদন

অসমৰ ধৰ্ম-ৰাজ্যৰ পাঁচ গৰাকী মহান আতা পুৰুষৰ জীৱন-চৰিত কেনেকৈ ৰচিত হল আৰু তাক “মহাপুৰুষীয়া ধৰ্ম্মৰ পঞ্চৰত্ন” নাম দি প্ৰকাশ কৰিবৰ সুযোগ পোৱা হল সি এক ৰহস্যজনক কাহিনী। প্ৰকৃত পক্ষে আমি এই কাম হাতত নোলোৱাকৈয়ে অইনে আমাৰ ওপৰত জাপি দিয়া দায়িত্ব পালন কৰিবলৈ যাওঁতেহে কেনেবাকৈ হৈ উঠিল। ঠিক এনেকৈয়ে এক শুভ-মূহুৰ্ত্তত সি প্ৰকাশ পোৱাৰ সম্ভাৱনাই দেখা দিলে। ইয়াৰ গুৰি-কথা অলপ বহলাই নকলে বুজা টান ; গতিকে তলত তাৰ এটি চমু আভাস দিয়া হল।

আজি প্ৰায় উনৈশ বছৰ আগতে স্থানীয় স্বনাম ধন্য উকীল শ্ৰদ্ধেয় স্বৰ্গীয় যাদব চন্দ্ৰ দাস ডাঙৰীয়াই শ্ৰীশ্ৰীনাৰায়ণ দাস ঠাকুৰ আতাৰ তিৰোভাৱ তিথি উপলক্ষে বৰপেটাত এখন সোঁৱৰণী সভা পতাৰ কথা আমাৰ আগত প্ৰকাশ কৰে। আমি এই মহান কামৰ বাবে পূৰ্ণ সমৰ্থন জনোৱাত তেখেতে সেই ছেগতে আমাক ঠাকুৰ আতাৰ বিষয়ে প্ৰবন্ধ এটি যুগুত কৰিবলৈ কয়। নেতৃস্থানীয় লোক এজনৰ কথা মানিবলৈ আমি বাধ্য হলোঁ। ধৰ্ম্মপ্ৰাণ ৰাইজৰ সহায়-সহযোগৰ ফলত ১৮৬৮ শকৰ ২৬ পুহ তাৰিখে বৰপেটা সত্ৰৰ চৌহদৰ ভিতৰত এখন সোঁৱৰণী সভা বহে। ভগৱানৰ কৃপা আৰু ৰাইজৰ আশীৰ্ব্বাদত আমাৰ সামান্য বিদ্যা-বুদ্ধিৰে ৰচিত ক্ষুদ্ৰ প্ৰবন্ধটো এই সভাত পাঠ কৰিবলৈ সুযোগ পোৱা হয়। সম্ভৱতঃ এইখনেই ঠাকুৰ আতাৰ তিথি উপলক্ষে বৰপেটাত পতা প্ৰথম সোঁৱৰণী সভা।

ইয়াৰ দুবছৰ পাচত নহাটীৰ ধৰ্ম্মানুৰাগী বাপুসকলে আমাৰ পৰা শ্ৰীশ্ৰীমথুৰা দাস বুঢ়া আতাৰ জীৱনী মূলক প্ৰবন্ধ এটি বিচাৰে। তেখেত সকলৰ মৰমৰ অনুৰোধ সাদৰেৰে গ্ৰহণ কৰি অতি যত্নেৰে দ্ৰুসপ্তাহমান খাটি কোনোমতে কামটো সমাধা কৰা হয়। এই প্ৰবন্ধটো বুঢ়া আতাৰ কীৰ্ত্তন মহোৎসৱ উপলক্ষে ১৮৭০ শকৰ ৫ আহিন তাৰিখে সত্ৰৰ টোলত বহা সোঁৱৰণী সভাত পাঠ কৰা হয়। অৱশ্যে তাৰ আগেয়েও পতা বুঢ়া আতাৰ সোঁৱৰণী সভাত আৰু পাচতো আমি দুবাৰ কৰবলৈ সুযোগ পোৱা হৈছিল।

ওপৰত উল্লেখ কৰা আতা দুগৰাকীৰ সোঁৱৰণী সভা পতা দেখি কেইজন-মান চিন্তাশীল আৰু ধাৰ্ম্মিক লোকে আলোচনা কৰি শ্ৰীশ্ৰীৰাম আতা পুৰুষৰো আবিৰ্ভাৱ তিথি পতাৰ দিহা কৰিলে। কিন্তু আবিৰ্ভাৱৰ তিথিৰ কোনো সন্দেহ বিচাৰি নোপোৱা বাবে এখন আলোচনামূলক সভা পাতি পৃথুৰীপাৰ

বহাৰ জ্যোতিষী বুঢ়া ভকত শ্ৰদ্ধাস্পদ স্বৰ্গীয় জগন্নাথ মহন্ত আতৈৰ ( মেধী আতৈ ) নিৰ্দ্দেশ মতে বহাগ মাহৰ ৬ তাৰিখকেই নিৰ্দ্ধাৰিত দিন হিচাপে লোৱা হয়। এই কামত "বৰবাৰী স্মৃতি ৰক্ষা আৰু শিশু উদ্যান সমিতি"য়ে আগবঢ়াই লৈ গ'ল। আলোচনা সভাতে আমাক লগ পাই কেবাজনো ভকতে শ্ৰীশ্ৰীৰাম আতাৰ বিষয়ে এটি প্ৰবন্ধ যোগাৰ কৰিবলৈ টানি ধৰে। আমাৰ সেই বিষয়ক জ্ঞানৰ তেনেই অভাৱ বুলি আপত্তি কৰাতো এৰি নিদিয়া দেখি মহজনৰ বাক্য ৰাখিবলৈ বাধ্য হওঁ। তাৰ পাচতো ডেকা কৰ্ম্মী শ্ৰীজীৱন চন্দ্ৰ দাসে ঘনাই তাগিদ দিবলৈ ধৰে। আমি পালমৰা ধৰণে অতি চমুকৈ প্ৰবন্ধ এটি যুগুত কৰা হল যদিও নিজেই সন্তুষ্টি লাভ কৰিব পৰা নহল। যিহওক এইদৰে প্ৰথম বাৰৰ কাৰণে ১৮৭৭ শকৰ ৬ বহাগ তাৰিখে পবিত্ৰ ভূমি বৰবাৰীত সোঁৱৰণী সভা বহিল। কিন্তু সভা আৰম্ভণিৰ অলপ পাচতে প্ৰবল ধুমুহাই দেখা দিয়া দেখি সমবেত ৰাইজে লৰা-ঢপৰা লগোৱাত সভাৰ কাম সিমানতে সামৰিব লগা হল। সভাৰ সামৰণি পৰিলেও ভৱিষ্যতলৈ প্ৰবন্ধৰ ভাৰ কিন্তু আমাৰ ওপৰতেই থাকিল। আমি এবছৰ সময় পোৱাত প্ৰবন্ধটো পৰিমিত জোখাৰে যুগুত কৰিবলৈ সুযোগ পোৱা হল। আৰু তাৰ পাচৰ বছৰত অৰ্থাৎ ১৮৭৮ শকৰ ৬ বহাগ তাৰিখে বহা সভাত তাৰে বছা বছা কথা কেইটিমান পাঠ কৰা হল। এইদৰে পাঁচ বছৰ উকলি যোৱাৰ পিচত "হৰি প্ৰসঙ্গ প্ৰণালী" পুথিত শ্ৰীশ্ৰীৰাম আতাৰ তিৰোভাৱ তিথি মাঘ মাহৰ পূৰ্ণিমাত বুলি জানিব পৰা গল। সেইদেখি ১৮৮২ শকৰ ১৭ মাঘ তাৰিখৰ পৰা এই সভাখনি তিৰোভাৱ তিথিৰ সোঁৱৰণী সভা স্বৰূপে পালন কৰিবলৈ ৰাইজে নতুনকৈ সিদ্ধান্ত ললে।

বৰপেটাত তিনি গৰাকী মুখ্য আতাৰ সোঁৱৰণী সভাৰ চলন্তি হোৱাত 'বৰপেটা শঙ্কৰদেৱ সমাজ'ৰ ভকত সকলেও শ্ৰীশ্ৰীপদ্ম আতা বা বদলা আতাৰো সভা পাতিবলৈ দৃঢ় সঙ্কল্প হ'ল। তেওঁলোকে সভাখন আকৰ্ষণীয় কৰি তুলিবৰ মনেৰে সকলো প্ৰকাৰৰ যতন ললে। সেই উপলক্ষে সমাজৰ হকে শ্ৰীজনাৰ্দ্দন ওজা দেৱে আমাক প্ৰবন্ধ এটিৰ কাৰণে বৰকৈ অনুৰোধ কৰিলে। মাজে-সময়ে লগ পালেই কাম কিমানখিনি আগ বাঢ়িছে তাৰ ভু লবলৈ ধৰিলে। আমি তিনি-চাৰি মাহ মানৰ যত্নত যি কোনো প্ৰকাৰে কামটো সমাধা কৰি ১৮৮১ শকৰ ২৩ ভাদ তাৰিখে "শঙ্কৰদেৱৰ অধ্যয়নাগাৰত" বহা সোঁৱৰণী সভাত প্ৰবন্ধটো পাঠ কৰা হয়।

সৌঁৰৰণী সভাবোৰত উপস্থিত থকা চিন্তাশীল বিজ্ঞলোক সকলৰ উৎসাহ-উদ্গনি জ্ঞাপক মন্তব্য আৰু দিহা-পৰামৰ্শ পোৱাত প্ৰবন্ধ কেইটিৰ আকাৰ বহলাবৰ মন গল। এই খিনিতে উল্লেখনীয় কথা এয়ে যে ইয়াৰ আগন্তে শ্ৰীশ্ৰীমথুৰাদাস বুঢ়া আতাৰ জীৱন চৰিত খনি সোনকালে প্ৰকাশ কৰিবলৈ কেবাগৰাকী সহৃদয় বন্ধুৰ পৰা উদ্গনি পোৱা হৈছিল। সেই দেখি আমাৰ শিক্ষাগুৰু পৰম শ্ৰদ্ধাভাজন সাহিত্যৰত্ন স্বৰ্গীয় হৰি নাৰায়ণ দত্ত বৰুৱা মহোদয়ক অনুৰোধ জনোৱাত তেখেতে দয়া কৰি ১৮৭৯ শকত ( ইংৰাজী ১৯৫৭ চনত ) 'বুঢ়া আতা' নামৰ পুথিখনি প্ৰকাশ কৰিলে। এই বেলিৰ দ্বিতীয় সংস্কৰণত তাত কেইটিমান নতুন কথা যোগ কৰা হৈছে। যিহক বুঢ়া আতা প্ৰকাশ হোৱাত আমি কিছু উৎসাহ আৰু অনুপ্ৰেৰণা পাই হাতত থকা প্ৰবন্ধ কেইটি কিতাপ আকাৰে যুগুত কৰা হল।

এদিনাখন কথা প্ৰসঙ্গত হাউলী নৰ্মাল স্কুলৰ প্ৰশিক্ষক অমুজ প্ৰতিম শ্ৰীযাদৱ চন্দ্ৰ দাস দেৱে আমাৰ হাতত যুগুত হৈ থকা চৰিত পুথি কেইখনৰ সন্তেদ লয়। আমি চাৰিখন পুথি থকা বুলি কোৱাত তেওঁ আৰু এজনাৰ চৰিত লিখিবলৈ কয় আৰু সেইখনৰ কাম হৈ উঠিলে পাঁচোখনকে থুপতে "মহাপুৰুষীয়া ধৰ্মৰ পঞ্চৰত্ন" নাম দি প্ৰকাশ কৰিম বুলি প্ৰতিশ্ৰুতি দি আমাক পুনঃ কামত হাত দিবলৈ উৎসাহিত কৰে। আমি এই কথা সোদৰোপম কথা-সাহিত্যিক শ্ৰীতিলক চন্দ্ৰ দাস দেৱৰ আগত প্ৰকাশ কৰাত তেওঁ ভৱানীপুৰীয়া শ্ৰীশ্ৰীগোপালদেৱ আতাৰ চৰিত ৰচনাৰ কাম হাতত লবলৈ পৰামৰ্শ আগ বঢ়ায়। কামটো আমাৰ পক্ষে তেনেই নতুন আৰু অতিশয় দুৰূহ হব বুলি কোৱাত তেওঁ চিঠিৰে জনাই কালজাৰ সত্ৰৰ পৰা এখন 'শ্ৰীশ্ৰীগোপালদেৱৰ চৰিত্ৰ' পুথি পোৱাৰ সুবিধা কৰি দিয়ে। আমি সেই পুথিখনিকে প্ৰধান অৱলম্বন স্বৰূপে লৈ কামত আগবঢ়া হল। পদত ৰচিত পুথিখনি পঢ়ি তাক বুজিলৈ কথাত প্ৰকাশ কৰোঁতে বৰ দিগ পাব লগা হল। পুথিখনি বৰ ভয়ে ভয়ে শেষ কৰা হল যদিও নিজৰ মনত উদয় হোৱা প্ৰশ্ন কেইটিমানৰ সমাধানৰ উপায় বিচাৰি পোৱা অসম্ভৱ হল। এনেতে ভৱানীপুৰ সত্ৰৰ উন্নয়ন কল্পে বহা সভাত যোৰহাটৰ ধৰ্মপৰায়ণ পুৰুষ এড্‌ভোকেট শ্ৰদ্ধাস্পদ শ্ৰীমোহন চন্দ্ৰ মহন্ত দেৱৰ লগত আমাৰ সাক্ষাৎ লাভ হয়। তেখেতৰ অনুগ্ৰহতে এই প্ৰশ্ন সমূহৰ অধিক ভাগৰে সমিধান পোৱা হয়। তেখেতে নাম ঠিকনা দি সহায় কৰাত দুই এটি কথাৰ আঁতিগুৰি নাচনী পাৰ সত্ৰৰ শ্ৰদ্ধেয় শ্ৰীশ্ৰীপূৰ্ণচন্দ্ৰ মহন্ত সত্ৰাধিকাৰ প্ৰভুৰ পৰা পোৱা হৈছে। তদুপৰি মুখামুখি সময়ত হলেও

বগাওঁ নিবাসী হিতাকাঙ্ক্ষী শ্ৰদ্ধেয় শ্ৰীতৰুণ চন্দ্ৰ মহন্ত দেৱে অনুগ্ৰহ কৰি তেখেতৰ পিতৃপুৰুষ ডৌকা চাপৰি সত্ৰৰ সত্ৰাধিকাৰ স্বৰ্গীয় ৰত্নেশ্বৰ গোসাই প্ৰভুৰ দ্বাৰা সঙ্কলিত "শ্ৰীশ্ৰীগোপালদেৱ কথা চৰিত" নামৰ পুথিখনি প্ৰথম প্ৰকাশ হোৱা মাত্ৰেই আমালৈ পঠিয়াই দি পৰম উপকাৰ কৰিলে।

আমাৰ এই কামত বৰপেটা সত্ৰৰ বুঢ়া সত্ৰীয়া শ্ৰদ্ধাস্পদ শ্ৰীশ্ৰীচন্দ্ৰকান্ত দেৱ মিশ্ৰ প্ৰভু, ডেকা সত্ৰীয়া শ্ৰদ্ধেয় শ্ৰীশ্ৰীধৰ্ম্মেশ্বৰ মহন্ত দেৱ, সুন্দৰীদিয়া সত্ৰাধিকাৰ শ্ৰদ্ধাস্পদ শ্ৰীশ্ৰীগিৰিকান্ত দেৱ অধিকাৰী দেৱ, সেই সত্ৰৰে শ্ৰদ্ধেয় শ্ৰীউত্তম আতৈ বুঢ়া ভকত, বৰপেটা সত্ৰৰ বৰবাহাৰ শ্ৰদ্ধেয় স্বৰ্গীয় মহিম আতৈ বুঢ়া ভকত, মধুপুৰ থানৰ বুঢ়া ভকত শ্ৰদ্ধেয় শ্ৰীলক্ষ্মীকান্ত আতৈ, বাঙাপানী সত্ৰৰ স্বৰ্গীয় হৰকিশোৰ মহন্ত, বৰপেটাৰ কলানুৰাগী শ্ৰীহৰগোবিন্দ শৰ্ম্মা আৰু গুণগ্ৰাহী ডঃ শ্ৰীপ্ৰফুল্ল দত্ত গোস্বামী দেৱে দুই এটি কথাৰে উপকৃত কৰাৰ লগতে আশাতীত উৎসাহ-উদ্গনিও যোগাইছে। আমাক সহায়-সহানুভূতি দেখুওৱা মৃত আৰু জীৱিত সদাশয় লোক সকলৰ প্ৰতি সশ্ৰদ্ধ প্ৰণাম আৰু আন্তৰিক শলাগ জনোৱাৰ বাহিৰে আগবঢ়াবলৈ একোৱেই নাই। আমি আহি-কাকত শুধৰাওঁতে লগে লগে পাণ্ডুলিপি পঢ়ি শুনাই কল্যাণীয় শ্ৰীমান তিলক চন্দ্ৰ দাসে আমাক সহায় কৰা বাবে তেওঁৰো কুশল কামনা কৰিলোঁ।

প্ৰকাশক শ্ৰীযাদৱ চন্দ্ৰ দাস দেৱে আমাৰ এটি দুৰ্ব্বহ চিন্তাৰ ভাৰ নিজে কান্ধ পাতি লোৱা বাবে তেওঁৰ ওচৰত আমি চিৰ কৃতজ্ঞ। নিউ শ্ৰীদুৰ্গা প্ৰেছৰ কৰ্ম্মচাৰী সকলৰ তৎপৰতাৰ গুণত ছপা কাম যথাসম্ভৱ সোনকালে হৈ উঠা বাবে তেওঁলোকলৈও ইয়াতে ধন্যবাদ জনালোঁ।

আমাৰ দৰে লোকে এনেহেন পুথি ৰচনা কৰোঁতে নানা ৰকমৰ ভুল-ভ্ৰান্তি হব পাৰে। অৱশ্যে ইয়াতে কৈ থোৱা যুগুত যে সমাজত বিভেদ ভাৱ সৃষ্টি কাৰক আৰু তেনে ভাবক জীয়াই ৰখাত সহায়কাৰী আৰু লগতে আমাৰ গুৰু সকলৰ গাতো আওপকীয়াকৈ কলঙ্কৰ চেকা পেলোৱা ধৰণৰ কথাবোৰ আমি ইয়াত ঠাই দিব খোজা নাই। আমাৰ অজ্ঞতাবশতঃ কিবা কথা বঢ়া-টুটা, আগ-পাচ হব পাৰে আৰু কোনোটো ঠাই পাব নলগা কথাও ইয়াত ঠাই পাব পাৰে গতিকে বিজ্ঞ লোক সকলে আমাৰ দোষ-ত্ৰুটি মৰিষণ কৰি দয়া পৰবশ হৈ ভৱিষ্যতৰ শুধৰণিৰ কাৰণে দিহা-পৰামৰ্শ আগ বঢ়ায় যেন। এয়ে সানুনয় অনুৰোধ। ইতি—

বিনীত—

শ্ৰীঅৰ্জ্জুন চন্দ্ৰ দাস

# সূচীপত্র

# শ্ৰীশ্ৰীমথুৰাদাস বুঢ়াআতা

মহাপুৰুষ শ্ৰীশ্ৰীমাধৱদেৱৰ শিষ্যসকলৰ ভিতৰত শ্ৰীশ্ৰীমথুৰাদাস বুঢ়াআতা প্ৰধান। তেওঁৰ গুৰুভক্তি অতুলনীয়। গুৰুজনৰ সন্তুষ্টিৰ অৰ্থে তেওঁ সদায় যত্নপৰ আছিল। আৱশ্যক হলে মাজে-সময়ে দিহা-পৰামৰ্শ আগবঢ়াই গুৰুজনক সহায় কৰিছিল। মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ প্ৰৱৰ্ত্তিত একশৰণ হৰিনামধৰ্ম্ম প্ৰচাৰ কাৰ্য্যত তেওঁ আগবণুৱা আছিল। এই কামৰ নিমিত্তে তেওঁ জীৱনৰ যথাসৰ্ব্বস্ব ত্যাগ কৰিছিল। সমাজ-তত্ত্ব বিষয়তো তেওঁৰ গভীৰ জ্ঞান আছিল। তেওঁৰ নিচিনা চিন্তাশীল আৰু বিচক্ষণ পুৰুষ সেই সময়ত অতি বিৰল আছিল। বুঢ়াআতাৰ বহুমুখী প্ৰতিভা আৰু দক্ষতাৰ পৰিচয় কামৰ মাজেদি ফুটি ওলাইছিল। তেওঁৰ অদ্ভুত সৃজনী শক্তি দেখি সকলোৱে বিস্ময় মানিছিল। তেওঁ সত্ৰ পৰিচালনা পদ্ধতিৰ এটি সুচিন্তিত উন্নত ধৰণৰ নতুন ৰূপ দি গৈছিল। আজিও বৰপেটা সত্ৰত নিতৌ যি চৈধ্যটি প্ৰসঙ্গ নিয়মিত ভাবে আৰু শৃঙ্খলাবে সুসম্পন্ন হৈ থকা দেখা যায়, সিও তেওঁৰে দান। তেওঁ বৰপেটা অঞ্চলত এটি স্থায়ী আৰু পবিত্ৰ পৰিবেশৰ সৃষ্টি কৰি যায়। সেইবাবে বিশেষকৈ বৰপেটা সত্ৰৰ অধিবাসী লোকসকল তেওঁৰ ওচৰত চিৰ-কৃতজ্ঞ আৰু ঋণী।

বুঢ়াআতা মহাপুৰুষ শ্ৰীশ্ৰীমাধৱদেৱৰ দ্বাৰা নিৰ্ব্বাচিত বৰপেটা সত্ৰৰ আদি সত্ৰীয়া বা অধিকাৰ। তেওঁক গুৰুজনে সম্মানিত পদৰ অধিকাৰী পাতি যোগ্যতাৰ সমাদৰ দেখুৱাই থৈ গৈছে। সেয়েহে ভকত-সমাজত তেওঁৰ স্থান আগশাৰীত। আজিও ভকতসকলে কীৰ্ত্তন প্ৰসঙ্গৰ [illegible] তিথি-পৰ্ব্বাদিত, থান-দৰ্শনৰ সময়ত [illegible] [illegible] ভক্তি-বিগলিত কণ্ঠে [illegible] গায়—

বুঢ়াআতাইহে কৰিছিল। এই বস্ত্ৰখনিয়ে অসমীয়া উন্নত বয়ন-শিল্পৰ উজ্জ্বল নিদৰ্শন স্বৰূপে সুখ্যাতি আৰু সমাদৰ লাভ কৰিছিল।

**ধৰ্ম্ম-জীৱনৰ প্ৰথম খোজ**—বুঢ়াআতাই পোনতে হৰিমিশ্ৰ নামৰ ৰামৰমীয়া (শ্ৰীচৈতন্যপন্থী) ধৰ্ম্মাচাৰ্য্য এজনৰ ওচৰত দীক্ষা গ্ৰহণ কৰে। তেতিয়াৰে পৰা তেওঁৰ মন-প্ৰাণ ভক্তি-ৰসত ডুব যায়। তেওঁ অকল ধৰ্ম্ম-প্ৰাণেই নহয়, চিন্তাশীল আৰু সঙ্গীতানুৰাগীও আছিল। জীৱিকা নিৰ্ব্বাহৰ অৰ্থে তেওঁ তাঁতীৰ কাম কৰিলেও আজৰি পৰত সঙ্গীসকলক পালী স্বৰূপে লৈ, নিজে ওজা হৈ বাউসী পৰগণা অঞ্চলত খঞ্জৰী আৰু কৰতালেৰে নিমিনৱসিদ্ধ সংবাদৰ পদাৱলী, দেহবিচাৰৰ গীত আৰু ৰামায়ণৰ গীত-পদ গাই ফুৰিছিল। আনফালে গুৰুৱে দিয়া নাম-মন্ত্ৰ আৰু সদাচাৰ আদি ব্যৱহাৰিক জীৱনত আচৰণ কৰি গুৰু-বাক্যও পালন কৰিছিল। লগতে ধৰ্ম্মৰ নিগূঢ় তত্ত্ববোৰ গুৰুৰ পৰা বুজি লৈ মনৰ আশঙ্কাবোৰ মাৰি লৈছিল। "গুৰুতকৈ শিষ্য সিয়ান, খুচৰি খুচৰি লয় গিয়ান" বোলা বচন ফাকি বুঢ়াআতাৰ জীৱনত সৰ্ব্বতোভাৱে ফলিয়াইছিল। এদিনাখন তেওঁ মনথৈ গাওঁলৈ* গৈ নাৰায়ণ দাস ঠাকুৰ আতাৰ বাট-চ'ৰাত 'নিমিনৱ-সিদ্ধ' সংবাদ পুথিৰ পদ গায়। গীতৰ অন্তত তেওঁ কি পুথিৰ পদ গালে, তাৰ পদকৰ্ত্তা কোন আৰু পদখিনিৰ অৰ্থ কি বুলি ঠাকুৰ আতাই সুধিলত বুঢ়াআতাই কলে—"বাপ, আমি সিমানৰ নে? কিবা পুথি এখন পাই তাৰ পদখিনি ভাল লগা দেখি তাকে আওৰাই গাই ফুৰিছোঁ; ভিতৰুৱা এইবোৰ কথাৰ আমি একো ভু নাপাওঁ।" তাকে শুনি ঠাকুৰ আতাই পদ মাতিলে—

"অজ্ঞনৰ আগত সজ্জন বোলাইছা, লোকৰ চাউল লোণ খাই।
ভাৱত বৰিষত যি গাঁতি মাৰিছে, কি কৈ গা সাৰি যাই॥"

বুঢ়াআতাই এই ফকৰাটিৰ অৰ্থ বুজি নাপাই ভাঙি কবলৈ অনুৰোধ

---

* মনথৈ গাওঁখন বৰ্ত্তমান জনিয়া সত্ৰৰ দুই তিনি মাইলমান পশ্চিমফালে আছিল। যোৱা ১৮১৯ শকৰ জেঠ মাহৰ প্ৰবল ভূমিকম্পত ই তেনেই বিনষ্ট হৈছে।—লেখক

জনালত ঠাকুৰ আতাই কলে—"আমি নো কি জানো? লাগে যদি সুন্দৰী থানত থকা গুৰুজনাক সুধিলে তেৰাই সকলোবোৰ কথা দহ প্ৰকাৰে বুজাই কব পাৰিব।"

সিদিনা তেওঁ তাৰ পৰা আহি ঠাকুৰ আতাৰ প্ৰশ্ন কেইটিৰ কথা মনতে আউটিবলৈ ধৰিলে। তাৰ ফল স্বৰূপে এদিনাখন হঠাৎ তেওঁৰ অন্তৰত এটি প্ৰশ্নৰ উদয় হল—"বিশিষ্ট গুৰু কাক বোলে আৰু তেওঁৰ লক্ষণ কি"? কিন্তু তেওঁ চিন্তা কৰি এই প্ৰশ্নৰ উত্তৰ বিচাৰি নাপালে; বাধ্য হৈ গুৰুৰ কায চাপিল। দুৰ্ভাগ্যবশতঃ গুৰু হৰিমিশ্ৰই ইয়াৰ ভেদ ভাঙিব নোৱাৰিলে। সেই দেখি তেওঁ ভাবিচিন্তি চাই কলে—"এই কথাৰ সংশয় ছেদি বুজাব পৰাৰ যোগ্যতা মহাপুৰুষ শ্ৰীমাধৱদেৱৰহে আছে। তেওঁ কেবা প্ৰকাৰেও বুজাব পাৰে; গতিকে তেওঁৰ পাশলৈ যোৱা।" গুৰুৰ সজ দিহা-পৰামৰ্শই জ্ঞানপিপাসু বুঢ়াআতাৰ মনত নতুন আশাৰ সঞ্চাৰ কৰিলে। তেওঁ গুৰুৰ আদেশ শিৰোধাৰ্য্য কৰি নিজৰ প্ৰাণৰ প্ৰিয় বস্তু বিচাৰি আগ বাঢ়িল। অন্তৰৰ ব্যগ্ৰতাই তেওঁক অস্থিৰ কৰি তুলিলে।

**ধৰ্ম্ম-জীৱনৰ দ্বিতীয় খোজ**— সেই সময়ত শ্ৰীশ্ৰীমাধৱদেৱ সুন্দৰীদিয়াত সত্ৰ পাতি ধৰ্ম্মপ্ৰচাৰত লাগি আছিল। বুঢ়া আতাই এদিনাখন ৰাতিপুৱা স্নান কৰি অন্তৰঙ্গ সঙ্গী ওঠৰ জনেৰে সৈতে তালৈ গল। শ্ৰীমাধৱদেৱৰ ওচৰ পাই ভক্তি ভাৱে সেৱা জনাই নাম-ধামেৰে পৰিচয় দিয়াৰ লগতে অন্তৰৰ অভিপ্ৰায়ো এই বুলি জনালে—"বাপ, বিশিষ্ট গুৰুনো কাক বোলে আৰু তেওঁৰ লক্ষণেইবা কেনেকুৱা কৃপা কৰিব কোৱা যাওক।" তেতিয়া গুৰুজনে তেওঁলোকক পৰীক্ষা কৰি চাবৰ মনেৰে কলে—"যদি তোমালোকে মৈ অহা প্ৰশ্নৰ উত্তৰ পাব খোজা তেন্তে আগধৰি তোমালোকৰ গুৰুজনক ত্যাগ কৰিব লাগিব। এই কাম কৰিব পাৰিবা জানো?" বুঢ়াআতাই খন্তেক চিন্তা কৰি চাই উত্তৰ দিলে—"বাপ, আমি সেই কাম কৰিব পৰা হব।" তেতিয়া গুৰুজনে কলে—"যদি পাৰা তেন্তে প্ৰত্যেকে গুৰুৰ নামটো হাতেৰে মাটিত লিখি ভৰিৰে তাক মচি পেলোৱা।" আদেশ পোৱা

মাত্রেই বুঢ়াআতাক বাদে বাকী কেইজনে সেইকাম মুহূর্ত্তৰ ভিতৰতে কৰি পেলালে। তাকে দেখি শ্রীমাধৱদেৱে বুঢ়াআতাৰ ফালে চাই কলে—"গোপাল, অকল তুমিহে গুৰুক ত্যাগ কৰিব পৰা নাই; সঙ্গীসকলে হলে পাৰিলে।" কথাষাৰ শুনি তেওঁ প্রমাদ গণিলে। তেওঁ আঠুলৈ কৰযোৰে অতি কাতৰ ভাবে মিনতি জনাই কলে—"বাপ, কৃপা কৰি আমাৰ প্রতি তেনে আদেশ নকৰি হাতেৰে মচিবলৈ কোৱা হলে ভাল আছিল। কিয়নো এনেই ব্রহ্মাক্ষৰ তাতে আকৌ পূর্ব্বে সিজনাৰ আশ্রয় পোৱা বাবেহে আমি আপোনাৰ কাষ চাপিবৰ ইখিনি সুবিধা পোৱা হৈছে। গতিকে তেওঁৰ প্রতি এনে অসম্মানজনক কাম কৰিবৰ আমাৰ সমূলি সাহ নাই।" তেওঁৰ এনে ভক্তি-ভাৱ যুক্ত বচন শুনি গুৰুজনে পৰম সন্তুষ্ট হৈ গাত লগালে—"গোপাল, তুমিও ৰ'লা আমাকো ৰাখিলা।" ইয়াকে কৈ তেওঁ নিমিনৱ সিদ্ধ সংবাদ পুথিৰ পদ মাতিলে—

"জানন্ত শাস্ত্রৰ তত্ত্ব কৃষ্ণৰ ভকত।
সেহি গুৰু উপদেশ দিবাক শকত ॥
যদ্যপি ভকত হোন্ত নোহন্ত পণ্ডিত।
শিষ্যৰ সংশয় সিটো নপাৰে খণ্ডিত ॥
শাস্ত্রক জানন্ত যদি নুহিকা ভকত।
তান উপদেশে বোধ নুপজে শিষ্যত ॥"

লগতে আকৌ গালে—

"মোহ মায়া ৰাগ মদ মল কাম
দম্ভ দ্বেষ আদি ভাৱ।
যি গুৰু জনত ইসৱ নথাকে
প্রণামো তাহান পাৱ ॥"—নামঘোষা।

ওপৰত উল্লেখ কৰা পদ কেইফাকি গুৰুজনে এনে সহজ সৰল ভাৱে ব্যাখ্যা কৰি বুজাই দিলে যে তেওঁলোকে তাক অতি সুন্দৰকৈ বুজি পালে। অন্তৰত জাগি উঠা প্রশ্নৰ সমুচিত সমিধান পাই সকলোটিয়ে গুৰুজনাৰ পাণ্ডিত্যত বিমুগ্ধ হ'ল। তেওঁলোকে এনে

অভূতপূৰ্ব্ব ধৰণৰ গুৰুৰ শিষ্য হবলৈ দৃঢ় সংকল্প হলত, বুঢ়াআতাই মাত লগালে—"বাপ, বিশিষ্ট গুৰু সম্বন্ধে কোৱা সকলোখিনি গুণ আপোনাতে থুপখাই থকা যেন আমাৰ বোধ হৈছে। গতিকে কৃপা কৰি ধৰ্ম্ম-বস্তু দি আমাৰ মনৰ কামনা পূৰণ কৰা যাওক।" ইয়াকে শুনি গুৰুজনে কবলৈ আৰম্ভ কৰিলে—"গোপাল, আমাৰ ধৰ্ম্মত একমাত্ৰ দৈৱকী-নন্দন শ্ৰীকৃষ্ণহে উপাস্য দেৱতা। সেইদেখি আন দেৱ-দেৱীৰ পূজা-সেৱা কৰাটো নিষেধ; কিয়নো তাৰ দ্বাৰা এক শৰণত ব্যাঘাত জন্মে আৰু ভক্তি ব্যভিচাৰো হয়। শৰণীয়া লোক সকলে ধৰ্ম্মৰ উপদেশ, নীতি আৰু সদাচাৰ পালনৰ প্ৰতি সৰ্ব্বদায় সজাগ থাকিব লাগে। তেহে ধৰ্ম্ম ধৰা সাৰ্থক হয়।" ইয়াকে কৈ তেওঁলোকক বিদায় দিলে। তেওঁলোকে সেৱা জনাই তাঁতীকুছিলৈ উভতি আহিল। তাৰ পিচদিনা সকলোটিয়ে আকৌ সুন্দৰী থানত উপস্থিত হলত গুৰুজনে ধৰ্ম্ম-বস্তু দি তেওঁলোকৰ মনৰ অভিলাস পূৰণ কৰিলে। এইটো ১৪৯৩ শকৰ ঘটনা। তেতিয়া বুঢ়াআতাৰ বয়স ৮১ বছৰ।

এফালে চিৰ শান্তিৰ উপায় বিচাৰি ফুৰা সৰল হৃদয়ৰ মুক্ত পুৰুষ বুঢ়াআতা আৰু আনফালে মানৱ জাতিৰ কল্যাণকামী, সৰলতা, উদাৰতা আৰু পৱিত্ৰতাৰ প্ৰতীক শ্ৰীশ্ৰীমাধৱদেৱ। কেনে মধুৰ আৰু পৱিত্ৰ-মিলন! ইয়াৰ বহুবছৰ আগতে দুজনা গুৰুৰ ধুৱাহাটত এনে অপূৰ্ব্ব মিলন ঘটিছিল। পুণ্য-ভূমি সুন্দৰীদিয়া সত্ৰত ধৰ্ম্ম-বস্তু পাই বুঢ়াআতা পৰম কৃতাৰ্থ হল। তেওঁৰ চকুৰ আগত ভবিষ্যতৰ এখনি উজ্জ্বল মধুৰ ছবি ভাহি উঠিল। গুৰুৰ কৃপাত এক দিব্য-জ্যোতিয়ে তেওঁৰ অন্তৰ পোহৰাই তুলিলে। প্ৰাণত এক অপূৰ্ব্ব আনন্দৰ হেন্দোলনি উঠিল। হিয়াত আধ্যাত্মিক জীৱনৰ এটি নতুন অধ্যায়ৰ আৰম্ভ হল। শ্ৰীমাধৱদেৱক গুৰু স্বৰূপে পাই তেওঁৰ মনৰ সকলো হেঁপাহ পূৰণ হোৱা যেন বোধ হল। বিদায় বেলিকা সাষ্টাঙ্গে সেৱা জনাই গুৰুৰ পদ-ধূলি শিৰত লৈ তেওঁ তাঁতীকুছি মুখে খোজ ললে।

শৰণৰ পিচদিনা (কোনো কোনোৰ মতে তৃতীয় দিনা) বুঢ়া-আতাই গুৰুজনত ঈশ্বৰ-সেৱাৰ কাম এটিৰ নিমিত্তে নিবেদন জনালত শ্ৰীমাধৱদেৱে তেওঁক ঘোষা কীৰ্ত্তন শিকাবলৈ মনস্থ কৰিলে। তেতিয়াৰে পৰা তেওঁ আগেয়ে গাই ফুৰা লৌকিক গীতলৈ পিঠি দি ঘোষা-কীৰ্ত্তনত একান্ত মনে মনোনিবেশ কৰিলে। নৃত্য-গীতত অভিজ্ঞতা থকা বুঢ়াআতাই অলপ দিনৰ ভিতৰতে ঘোষা-কীৰ্ত্তনৰ ওজা হব পৰা যোগ্যতা অৰ্জ্জন কৰিলে। কিছু দিনৰ পিচত তেওঁৰ ধৰ্ম্মপৰায়ণা ভাৰ্য্যায়ো পতিৰ ধৰ্ম্ম পথকে অনুসৰণ কৰি সহধৰ্ম্মিণী নাম সাৰ্থক কৰিলে।

**উপস্থিত বুদ্ধি**—বুঢ়াআতাই গুৰুজনৰ সকলো কামতে সহায় কৰিবলৈ সদায় সাজু আছিল। এদিনাখন তেওঁ কেবাখনো নাও গোটাই গুৰুজনৰ কাৰণে ৰঙাপানীলৈ* খৰি লুৰিবলৈ গৈছিল। খৰি বোজাই দি উভতিবৰ সময়ত বতৰে প্ৰলয় মূৰ্ত্তি ধাৰণ কৰিলে। তথাপি তেওঁ উগ্ৰসাহ কৰি নাও এৰি দিলে। কিন্তু মাজ বাটতে ভীষণ শিল বৰষুণ, ভয়ঙ্কৰ মেঘ-গৰ্জ্জন আৰু প্ৰবল ধুমুহাই সকলোৰে তৎচুৰ্ত্তি হেৰুৱালে; অকল উপস্থিত বুদ্ধিসম্পন্ন বুঢ়াআতাইহে বিভত নহৈ নিৰ্ব্বিকাৰ ভাবে থাকিল। তেওঁ সকলোকে অভয় দিলে আৰু নিমিষৰ ভিতৰতে খৰিবোৰ বামত তুলি নাওবোৰ উবুৰি কৰি তাৰ তলত সোমাবলৈ বুধি দিলে। বতৰে শাম কাটি স্বাভাৱিক অৱস্থালৈ আহিলত তেওঁলোকৰ হতুৱাই পুনৰ নাও বোজাই দি নিৰাপদে সুন্দৰীদিয়া সত্ৰ পালেগৈ। তাকে দেখি সকলোৱে তেওঁৰ উপস্থিত বুদ্ধিৰ শলাগ ললে।

**আই গোসানীৰ গৃহ-নিৰ্ম্মাণ**—মহাপুৰুষ শ্ৰীমাধৱদেৱে পোনতে মনৰ বেজাৰত গণককুছিৰ পৰা অইন ঠাইলৈ যাবলৈ মনস্থ কৰিছিল; কিন্তু আই গোসানীৰ (শ্ৰীমন্ত শঙ্কৰদেৱৰ ভাৰ্য্যা কালিন্দী দেৱীৰ) বিশেষ অনুৰোধত সুন্দৰীদিয়ালৈ যাব লগা হৈছিল। সেইবাবে

* ৰঙাপানী বৰ্ত্তমান বৰপেটা সত্ৰৰ পৰা ২ মাইল উত্তৰ-পশ্চিম ফালে থকা এখন পুৰণি গাওঁ।

তেওঁ সুন্দৰীদিয়াৰ পৰা গণককুছি বা পাটবাউসী সত্ৰলৈ অহা-যোৱা কৰা নাছিল। সেই বুলি ভকতসকলৰ দ্বাৰা আই গোসানীৰ পৰিয়ালৰ বা-বাতৰি লৈ থাকিবলৈকো এৰা নাছিল।

এদিনাখন শ্ৰীৰাম আতাই গুৰুৰ আদেশমতে খবৰ লবলৈ পাটবাউসীলৈ গল। তেতিয়া আই গোসানীয়ে আতাৰ আগত তেওঁ-লোকৰ কুশল-বাতৰি জনোৱাৰ লগতে কলে—"শ্ৰীৰাম, আমাৰ থকা গৃহটি তেনেই ভাগি-ছিগি গল; ইয়াৰ এটি উপায় কৰিবলৈ বাপু মাধৱক কবা।" শ্ৰীৰাম আতাই আই গোসানীৰ পৰা বিদায় লৈ উভতি আহি গুৰুজনক এই বাতৰি দিলে। এনেতে বুঢ়াআতা তাঁতীকুছিৰ পৰা গৈ সুন্দৰীদিয়াত উপস্থিত। তেওঁ গুৰুজনক চিন্তাযুক্ত যেন দেখি কাৰণ সুধিলত ঘৰ-নিৰ্ম্মাণৰ সকলো খিনি কথা শুনাই পৰিল। তাকে শুনি বুঢ়াআতাই গুৰুজনক তাৰ নিমিত্তে চিন্তা নকৰিবলৈ নিবেদন জনাই কলে—"বাপ কৃপালু গুৰু, এই সামান্য কাম এটিৰ বাবে ইমানকৈ ভাবিবৰ কোনো আৱশ্যক নাই; আজি আপোনাৰ কাষলৈ অহা ভকতসকলক কথাটো ভাঙি কলেই হব। যদি কালিলৈ প্ৰত্যেকজন ভকতকে পাঁচোটাকৈ খেৰ, এটিকৈ কামী আৰু এসূতকৈ বেত আনিবলৈ দিয়ে, তেনেহলে এদিনৰ ভিতৰতে ঘৰবন্ধা কামৰ অন্ত পৰিব।" আতাই আগবঢ়োৱা এই বুদ্ধিমতে গুৰুজনে ভকতসকলক আদেশ দিলত পিচদিনা সকলো আহিলা-পাতিৰ যোগাৰ হল আৰু ঘৰুৱা কাম-বনৰ দিহা জনা বুঢ়া-আতাৰ তত্ত্বাৱধানত আই গোসানীৰ গৃহটিৰ নিৰ্ম্মাণ কাৰ্য্যও সুকলমে হৈ উঠিল।

**লাউগছ কৰ্ত্তন**—ইয়াৰ কিছুদিনৰ পিচত গুৰুজনে এদিন আকৌ আই গোসানীৰ বা-বাতৰি লৈ আহিবলৈ শ্ৰীৰাম আতাক পাচিলে। গুৰুবাক্য পালন কৰি তেওঁ পাটবাউসীলৈ গৈ সেৱা জনাই বোৱাৰী, নাতি সমন্বিতে সকলোৰে কুশল বাতৰি সুধিলে আৰু লগতে গুৰুজনৰো বাতৰি জনালে। উভতিবৰ সময়ত আই গোসানীয়ে তেওঁৰ হাতত এটি পানীলাউ দি পঠালে। শ্ৰীৰাম আতাই তাকে

লৈ গৈ সুন্দৰীদিয়া পালে। গুৰুজনে লাউটো দেখি তাক কোনে দিছে বুলি সুধিলে। উত্তৰত শ্ৰীৰাম আতাই আই গোসানীৰ কথামতে তেওঁলোকৰ থকা ঘৰটিৰ পৰা পাৰি অনা বুলি কলে। তেতিয়া গুৰুজনে খেদ কৰি কলে—"শ্ৰীৰাম, ভকতসকলক বৰ কষ্ট দি কোনোমতে গৃহটি সজোৱা হৈছিল; কিন্তু এতিয়া আই গোসানীয়ে লাউ তুলি দি তাক সোনকালে নষ্ট কৰিলে পুনৰাই তেনে গৃহ এটি সাজি তোলা সহজ কাম নহব।" ইয়াকে কৈ লাউ জুপি কাটি পেলোৱাই যুগুত বুলি মনস্থ কৰিলে। কিন্তু এই কামলৈ কাক পঠোৱা যাব বুলি ভাবি-গুণি থাকোতেই তাঁতীকুছিৰ পৰা বুঢ়াআতা গৈ গুৰুজনক সেৱা জনালে। তেওঁ গুৰুজনক চিন্তান্বিত হৈ থকা দেখি কাৰণ সুধিলত সকলো কথা বিবৰি কলে। লগতে লাউগছ জুপি কাটি আহিবলৈকো বুঢ়াআতাক আদেশ দিলে। তেৰোঁ "ভাল বাপ, গুৰুবাক্য" বুলি কৈ তুৰন্তে গৈ পাটবাউসী পালে। তেওঁ আই গোসানীৰ আগত গুৰুৰ আদেশৰ কথা ভাঙি-পাতি কৈ কটাৰী এখন খুজি ললে। কিন্তু পিচ মুহূৰ্ত্ততে তেওঁ উভয় সঙ্কটত পৰিল; এফালে গুৰুবাক্য পালন আৰু আনফালে বিধবাৰ পক্ষে উপাদেয় ব্যঞ্জনৰ গছ এজুপিৰ বিনাশসাধন। অলপ সময় চিন্তা কৰি চাই তেওঁ এটি উপায় বিচাৰি পালে। সেইমতে লাউ তুলি দিয়া ঘৰটিৰ তলতে হেদালি এখন সাজিলে আৰু চালৰপৰা লাউজুপি আলফুলকৈ দাঙি আনি তাত বগাবলৈ দিলে। তাৰ পাচত গছজুপিৰ গুৰিৰ ফালে দীঘলীয়াকৈ ফালি দি তাত এটা ঘূৰণীয়াকৈ কটাৰীৰে ৰেপ দিলে *। লগতে কটা খণ্ডত গোবৰ লিপি সুলকি পৰিব নোৱাৰাকৈ বান্ধ দি থলে। বুঢ়াআতাই দুয়োফালৰ মান ৰক্ষা কৰিব পৰা দেখি আই গোসানীয়ে তেওঁৰ অদ্ভুত বুদ্ধিৰ শলাগ লৈ বিদায় দিলে। তেওঁ উভতি গৈ গুৰুজনৰ ওচৰত সকলো বৃত্তান্ত এমুৰৰপৰা বৰ্ণাই কলে। তেওঁ বুঢ়াআতাৰ কামত পৰম সন্তোষ

* কোনো কোনোৱে লাউজোপাৰ লেবেলি যোৱা ডাল এটিহে কটা বুলি কয়।

পাই হৰ্ষচিত্তে কলে—"গোপাল, এই কামত আমাৰ মনত সন্তোষ দিয়া বাবে তুমিও আগলৈ এনুৱা সুখ পোৱা যাব।" এটি ভীষণ সমস্যাৰ সমাধান কৰাৰ লগতে কৃষি বিস্তাৰো নিপুণতা দেখুওৱা বাবে বুঢ়াআতাই গুৰুজনৰ প্ৰশংসা আৰু আশীষ লাভ কৰিলে।

**নাদ নিৰ্ম্মাণ**—এবেলি আই গোসানীয়ে ভাল পানীৰ অভাৱত কষ্ট ভোগ কৰিব লগাত পৰে, তেওঁ এই কথা শ্ৰীৰাম আতাৰ হতুৱাই শ্ৰীমাধৱদেৱক জনালে। তেওঁ গুৰুপত্নীৰ এই অভাৱ আঁতৰাবলৈ অমৃতকৰ দলৈ নামৰ লোক এজনক ভৱানীপুৰলৈ পঠিয়াই তাৰপৰা নাদৰ পাট অনালে। কিন্তু অৱশেষত নাদ দিয়াৰ যাৱতীয় কামৰ ভাৰ বুঢ়াআতাৰ ওপৰতহে পৰিল। গতিকে তেওঁ গুৰুৰ আদেশমতে ভৱানীপুৰৰ পৰা কুমাৰ মানুহ মাতি আনি তেওঁলোকৰ দ্বাৰা এটি পাটকুৱা দিয়ালে।

কুৱাটো থকাঘৰৰ মূধৰ পিৰালিত' দিলে বতাহ-বৰষুণৰ সময়তো পানী কঢ়িওৱাত কোনো প্ৰকাৰৰ অসুবিধা নহব আৰু পানীটুপিও ভালে থাকিব বুলি গুৰুজনে মনতে ভাবিছিল। কিন্তু তেওঁ এই কথা আগতে বুঢ়াআতাক কোৱা নাছিল। আচৰিত কথা যে বুঢ়া-আতাই ঠিক তেনেকুৱা ঠাইতে কুৱাটো দিয়ালে। এই কামৰ বাবেও তেওঁ গুৰুজনৰ আশীৰ্ব্বাদ লভলে।

**শ্ৰীশ্ৰীমাধৱদেৱৰ তাঁতীকুছি আগমন**—নিতৌ নতুন নতুন প্ৰশ্ন সুধি আৰু গুৰুজনৰপৰা যথাযথ উত্তৰ পাই বুঢ়াআতা পৰম আনন্দত বুৰ গল। গুৰুৱে তেওঁক ভৱিষ্যত জীৱনৰ শান্তিৰ পথ মুকলি কৰি দি হিয়া জয় কৰি ললে। এইদৰে কিছুদিন গল। এদিনাখন কেই-জনমান ভকত এখন খেতি-পথাৰৰ মাজেদি গল। তাৰে চেলু লৈ খেতিৰ গিৰিহঁতে তেওঁলোকক বৰকৈ অপমান দিলে। এই কথা গুৰুজনৰ কাণত পৰিলত তেওঁ মৰ্ম্মান্তিক মনোকষ্ট পালে আৰু সুন্দৰীদিয়া সত্ৰ ত্যাগ কৰি ভৱানীপুৰলৈ যাবৰ মন কৰিলে। এই বাতৰি জনাবলৈ ভৱানীপুৰীয়া গোপাল আতাৰ ওচৰলৈ দুজন ভকতো পঠিয়াই দিলে। ইতিমধ্যে বুঢ়াআতা সুন্দৰীদিয়ালৈ গৈ

এই কথাৰ ভু পাই অত্যন্ত দুখিত হল আৰু গুৰুজনক পূৰ্ব্বৰ সংকল্প পৰিত্যাগ কৰি তাঁতীকুছিলৈ আহিবলৈ প্ৰাৰ্থনা জনালে। লগতে কঢ়িয়াই নিব খোজা বস্তু-বাহানিৰ ভাৰখন গুৰুজনৰ আলধৰা যত্নমণি আতৈৰ কান্ধৰপৰা কাঢ়ি নি নিজে কান্ধত লৈ তাঁতীকুছি মুখে খোজ ললে।

গুৰুজনে বুঢ়াআতাৰ মনোভাৱ বুজিব পাৰি ভৱানীপুৰলৈ নগৈ শিষ্যৰ বাটেৰেই বাট বুলিলে। গুৰুজনৰ লগত কেবাজনো ভকত আছিল; তেওঁলোকো আহি আহি বৰ্ত্তমান চুণপোৰা থানৰ পূবে নখান্দাৰ পাৰত থকা * "গোৰখীয়া ঘৰ"ৰ ভেটি থকা ঠাইখিনিত জিৰণি ললে। তেতিয়া সেই খণ্ড ঠাইক "দল্লি ডোবাৰ পথাৰ" বুলিছিল। তেতিয়া নখান্দা নদীৰো উৎপত্তি হোৱা নাছিল। যিহওক সেই মুকলি বহল পথাৰত ঘাঁহ খাই চৰি ফুৰা গৰুৰ পালবোৰে তেওঁলোকক দেখি ঘাঁহ খাবলৈ এৰি মুখত ঘাঁহ লৈ লৈ তেওঁলোকৰ ফালে ৰ' লাগি চাই ৰ'ল। সেই অপূৰ্ব্ব মনোৰম দৃশ্য দেখি শ্ৰীকৃষ্ণৰ লীলাভূমি পুণ্যধাম বৃন্দাবনৰ কথা শ্ৰীমাধৱদেৱৰ মনত উদয় হ'ল। তেওঁ জিৰণি লোৱাৰ লগতে কৃষ্ণ-কথা কীৰ্ত্তন কৰিলে আৰু তেতিয়াই তলত দিয়া বৰগীত দুটা ৰচনা কৰি গালে।

## ১ম বৰগীত

ৰাগ—ভাটীয়ালি। তাল—হ্ৰস্ব একতাল।

ধ্ৰুং—আলো ভাই, চল আইস যাওঁ বৃন্দাবনে।
দেখোঁ গৈয়া আনন্দ নয়নে॥
পদ—সকল বিৰিন্দাবন ছানি।
জয় জয় ৰাম কৃষ্ণ ধ্বনি॥
সুৰভি তেজয় হাম্বা ৰাৱে।
বিনোদ মিলিছে ঠাৱে ঠাৱে॥
ৰঙ্গে বাৱে শিঙ্গা শঙ্খ বেণু।
নাচে হাসে গাৱে চাৰে ধেনু॥

* বৰ্ত্তমান এই ভেটিত এটি বিতোপন ঘৰ তৈয়াৰ হৈ উঠিছে।—লেখক

ষি ৰস মিলিছে বৃন্দাবনে।
এ সুখ নাহিকে ত্ৰিভুৱনে ॥

ৰাম কৃষ্ণ নোহন্ত মানুষ।
আৰা দুই পৰম পুৰুষ ॥

ব্ৰজেৰ প্ৰজাৰ ভাগ্য বৰে।
কহয় মাধৱ ওহি দৰে ॥

## ২য় বৰগীত

ৰাগ—ভাটীয়ালি তাল—হ্ৰস্ব একতাল

ধ্ৰুং ॥ আলো ভাই গোকুলে আনন্দ জয় জয়।
মিলিছে পৰম মহোদয় ॥

পদ ॥ যিটো নিগমৰ গুপ্ত বিত্ত।
হেন হৰি গোকুলে বিদিত ॥

শুনিতে কৌতুক অনুপাম।
ব্ৰহ্মেৰ বৰণ ঘনশ্যাম ॥

পৰমাত্মা যিটো লক্ষ্মীপতি।
হুয়া আছে গোপৰ সঙ্গতি ॥

মিলিছে বৈকুণ্ঠে মহোৎসৱ।
সদায়ে আনন্দ হৰি ৰৱ ॥

গোকুলেৰ ভাগ্যেৰ মহিমা।
কেবা কহি কৰিবেক সীমা ॥

কহয়ে মাধৱ মূঢ় মতি।
হৰি পাদ পদ্মে মোৰ গতি ॥

গীতৰ সামৰণি পৰাৰ লগে লগে বুঢ়াআতাই বিদায় লৈ আগ ধৰি তাঁতীকুছিলৈ আহি নাও যোগাৰ কৰি বাট চাই থাকিল। ভকত সকলেৰে সৈতে গুৰুজন আহি পোৱা মাত্ৰেই তেওঁলোকক

আথেবেথে নাৱত তুলি বৰপেটা বিলক* পাৰ কৰি আনিলে। গুৰুজনক যথোচিত সম্মানেৰে আদৰি আনি আসন দি বহুৱালে। তাৰ পাচত ভকতসকলকো যথাযোগ্য ভাৱে ঠাই দি সকলোৰে ভোজনৰ ব্যৱস্থা কৰি দিলে।

কোটোৰা যাত্ৰা প্ৰদৰ্শন—মহাপুৰুষ শ্ৰীমাধৱদেৱে তাঁতীকুছি পোৱাত দৰ্শকৰ সমাগম বাঢ়ি আহিল। তেওঁ সকলোকে মধুৰ বচনেৰে বিদায় দিলে। তেওঁ কেইদিনমান থকাৰ পাচত এই পৱিত্ৰ-ভূমিখনি সত্ৰ স্থাপনৰ উপযুক্ত ঠাই বুলি ধৰিলে। কিন্তু মনোনীত কৰা ঠাইখিনিৰ গৰাকী আছিল—ৰামচন্দ্ৰ বুঢ়া (আন নাম ৰাম লাড়ুৱা বুঢ়া) নামৰ সৰল, ধৰ্ম্ম-প্ৰাণ লোক এজন। সেই দেখি আগধৰি বুঢ়াআতাৰ হতুৱাই এই লোকজনক সম্মত কৰাই লৈ তেওঁৰ পৰা এডৰা মাটি দান স্বৰূপে ললে। এই মাটি ডৰা চোম গছেৰে ভৰা আছিল। কৌশল জনা বুঢ়াআতাই তেওঁৰ প্ৰিয়সঙ্গী ওঠৰ জনক লগত লৈ পোনতে ডাঙৰ গছ কেইজোপামান কাটি বগৰাই ললে। লগতে ডাঙৰ গছৰ কোব আৰু হেচাত সৰু সৰু গছবোৰ এনেই ভাগি পৰিল। চাওঁতে চাওঁতে ৰাম লাড়ুৱা বুঢ়াৰ দিনতে ভয় লগা অন্ধকাৰময় চোমনিবাৰীখন চিকুণাই লোৱাত সি ৰম্যস্থানত পৰিণত হল। লাহে লাহে তাত ভাওনাৰ আখৰা চলিবলৈ ধৰিলে। যথা-সময়ত শ্ৰীমাধৱদেৱে ভাওনাৰ মুখা তৈয়াৰ কৰাই শিল্পী বুঢ়াআতাৰ হতুৱাই তাক নানা ৰঙেৰে বোলাই আকৰ্ষণীয় কৰি তুলিলে। অৱশেষত তাত ৰভা সাজি 'কোটোৰা যাত্ৰা' নামৰ অঙ্কীয়া নাটৰ ভাওনা পাতিলে। এয়ে বৰপেটা সত্ৰৰ প্ৰথম অঙ্কীয়া নাটৰ ভাওনা। এই ভাওনাই ওচৰপাজৰৰ লোকৰ মন আকৰ্ষণ কৰিলে। এই নাটৰ গীতৰ নমুনা এটা দিয়া হল।

---

* বুঢ়া আতাই এই বৰপেটা বিলৰ তাৰি বা ওথ ঠাইত বিলৰ তাৰি হাটী পাতিছিল: বিলটো ক্ৰমে মৰি যোৱাত তাৰ বুকুতেই আজি কালি অনেক লোকে বসতি কৰিছে।—লেখক

ৰাগ—বড়াড়ী। তাল—পৰিতাল।

কোটোৰা খেলায়ে হৰি এ ওহি বালকেৰ কেলি।
পৰম আনন্দে খেলে গোপশিশু মিলি ॥ধ্ৰুং॥

পদ

গোটা জুমুৰিকা খোই আৰু মোৰা লাৰু।
খেলাইতে জলমল কৰে সোণাৰ তাৰ থাৰু ॥

গগনে দেৱতাগণে পৰম হৰিষে
হৰি গুণ গায়া ৰঙ্গে কুসুম বৰিষে ॥

বৃন্দাবনে কৰে কেলি বৈকুণ্ঠেৰ পতি।
কহয় মাধৱ হৰিপদে * মোৰ গতি ॥

**কীৰ্ত্তনঘৰ নিৰ্ম্মাণ**—শ্ৰীকৃষ্ণৰ শিশু-লীলা মূলক ভাওনাই ৰাইজৰ মন আকৃষ্ট কৰা দেখি শ্ৰীমাধৱদেৱে ইয়াত এটি কীৰ্ত্তনঘৰ সাজিবলৈ মনস্থ কৰিলে। কিন্তু আগতে পোৱা ঠাইখিনি কীৰ্ত্তনঘৰ সাজিবৰ কাৰণে অকুলন হব বুলি জানি আকৌ অলপ মাটি লবলৈ বুঢ়াআতাক পুনৰ পাচিলে। তেওঁ গৈ দ্বিতীয়বাৰ অনুৰোধ জনালত ৰাম লাড়ুৱা বুঢ়াই হৰিষ মনেৰে পুনৰ আন এডৰা মাটি দান কৰিলে। যথা সময়ত এই অঞ্চলৰ ৰাইজৰ সহায়-সহযোগত সেই ঠাইতে কোটোৰা যাত্ৰা ভাওনাৰ বাবে সজা ৰভাৰ খুটা-বাঁহ আদিৰে বৈকুণ্ঠৰ আৰ্হিৰে মজলীয়া ধৰণৰ অতি বিতোপন ঘৰ এটি তৈয়াৰ হৈ উঠিল। এয়ে বৰপেটা সত্ৰৰ আদি কীৰ্ত্তনঘৰ।

এদিনাখন শুভক্ষণত কীৰ্ত্তনঘৰটিৰ প্ৰতিষ্ঠা কাৰ্য্য আৰম্ভ হল। তাত শ্ৰীমাধৱদেৱৰ দ্বাৰা বন্তি স্থাপন, নাম-প্ৰসঙ্গ কৰণ, গুৰু-চৰিত্ৰ বৰ্ণন আদি কাম কৰা হল আৰু লগতে প্ৰসাদ-নিৰ্ম্মালি বিতৰণ কামো হৈ গল। সত্ৰ স্থাপনৰ যাৱতীয় কাম যথাৰীতি সুসম্পন্ন হৈ যোৱাত সকলোৱে আনন্দ লভিলে।

---

পাঠান্তৰ—পদৰেণু

সিদিনা গুৰুজনৰ আদেশমতে বুঢ়াআতাই দেউৰী (বিলনিয়াৰ) হব লগাত পৰিল। তেওঁ এই কামলৈ ভয়ে ভয়ে আগবাঢ়িলেও প্ৰথম দিনাই গুৰুজনক প্ৰসাদ দিবলৈ সঙ্কোচবোধ কৰিলে। তাকে দেখি গুৰুজনে অতি আগ্ৰহেৰে প্ৰসাদ খুজিলত তেওঁ দিবলৈ বাধ্য হল। তেতিয়া খৰাহিত বেচি প্ৰসাদ নাছিল। প্ৰসাদ বিলোৱা কামো প্ৰায় শেষ হৈছিল; জোকাৰি চোৱাত কোনোমতে তিনি মুঠিহে ওলাল; তাকেই দিলে। গুৰুজনে ভকতসকলে লৈ উঠাৰ পাচত অৱশেষ স্বৰূপে ৰোৱা প্ৰসাদক "মহা-প্ৰসাদ" আখ্যা দি পৰম হৰিষ মনেৰে আৰু আগ্ৰহেৰে গ্ৰহণ কৰিলে।

**বৰপেটা সত্ৰত নাম-প্ৰসঙ্গ**—কীৰ্ত্তনঘৰ প্ৰতিষ্ঠা হোৱাত বৰপেটা সত্ৰত নিয়মিত ভাৱে নাম-প্ৰসঙ্গ হবলৈ ধৰিলে। হৰি-নামৰ সুমধুৰ ধ্বনিয়ে ইয়াৰ প্ৰতিটি ধুলিকণাকে পৱিত্ৰ কৰি তুলিলে। স্থানীয় ৰাইজৰ মন কুমলি আহিল আৰু নাম-প্ৰসঙ্গত যোগ দিবলৈ ধৰিলে। শ্ৰীমাধৱদেৱ তাঁতীকুছিত থকা বুলি শুনি দক্ষিণকুলৰ গোবিন্দ নামে লোক এজন মাকে সৈতে ইয়ালৈ আহি শৰণ ললে। গুৰুজনে এই গোবিন্দৰ মাকক বুঢ়াআতাৰ ভাৰ্য্যাৰ লগ কৰি দি নিতৌ ৰাতিপুৱা কীৰ্ত্তনঘৰত প্ৰসঙ্গ কাৰবলৈ আদেশ কৰিলে। তেতিয়াৰে পৰা বৰপেটা সত্ৰত আইসকলে ৰাতিপুৱা প্ৰসঙ্গ কৰা * নিয়ম প্ৰচলন হল।

**বলাইৰ মাতৃৰ গুৰু-ভক্তি**—বুঢ়াআতাৰ পুত্ৰৰ নাম বলাই। সেইবাবে তেওঁৰ ভাৰ্য্যাক সকলোৱে 'বলাই-মাতৃ' বুলি মাতিছিল। তেওঁ অতিশয় গুৰুভক্তি পৰায়ণা আছিল। তেওঁ নিতৌ আগধৰি গুৰুজনক সেৱা কৰিহে পাচত ভোজন কাৰ্য্য কৰিছিল। এদিন তেওঁ গৃহকাৰ্য্যত লাগি থাকোঁতে ৰাতি ভালেখিনি হোৱাত যথা সময়ত গুৰুজনক সেৱা কৰিবলৈ আহিব নোৱাৰিলে। সিমান ৰাতিলৈ যে গুৰুজন সাৰে নাথাকি টোপনিত পৰে, তাকো তেওঁ জানে; গতিকে ৰাতি অকলসৰে নগৈ পুতেক বোলাইকো লগত লৈ গল। তেওঁ

---

* এই সম্পৰ্কে মতভেদ থকা শুনা যায়।

পুতেকৰ হাতত এটুকুৰা মাটি দি তাক গুৰুজনৰ চৰণত লগাই আনিবলৈ পঠিয়াই দিলে আৰু তাকেই শিৰত লব বুলি ভাবি নিজে বাহিৰত বাট চাই থাকিল। বলাইয়ে গৃহৰ ভিতৰ সোমাই গুৰুজনৰ চৰণত মাটি স্পৰ্শ কৰা মাত্ৰকে তেওঁ সাৰ পাই হাতত ধৰিলে আৰু কি চুৰ কৰিব খুজিছিল সুধিলে। তেতিয়া বলাইয়ে সকলো কথা ভাঙি কলত শ্ৰীমাধৱদেৱে বলাইৰ মাতৃক উপহাস কৰি গালে—

"আলো গোৱালৰে জায়া বোলেৰে গোপাল।
আমাৰ গাৱে ধূলা দিলে তোমাৰ ছাৱাল ॥

লগতে শোৱা পাটীৰ পৰা নামি বাহিৰ ওলাল। তেতিয়া সুমতী আয়ে দোষ ক্ষমা কৰিবলৈ প্ৰাৰ্থনা জনাই প্ৰাণভৰি সেৱা জনালে। তাৰ পাচত বিদায় লৈ পুতেকৰ সৈতে ঘৰলৈ গৈহে ৰাতিৰ ভোজন কাৰ্য্য সমাপন কৰিলে।

**অতিথিশালা নিৰ্ম্মাণ**—গুৰুজনৰ নিৰ্দ্দেশমতে বুঢ়াআতাই এটি অতিথিশালা সাজিলে। ঘৰটোৰ সৰা-মচা কাম কৰিবলৈ আৰু অতিথিক সিধা-পাতি যোগোৱা কামত সহায় কৰিবলৈ বুঢ়াআতাই দুজন ভকত পালে; কিন্তু তেওঁলোক কৰ্ত্তব্যজ্ঞান শূন্য আৰু দায়িত্ব-বোধহীন আছিল। সেইবাবে অতিথিশালাৰ কামত বেমেজালি ঘটিছিল। এদিনাখন ৰাতি চতুৰ্ভুজ আৰু বালকদাস নামৰ দুজন অতিথিয়ে ৰন্ধন-স্থান লেতেৰা হৈ থকাৰ বাবে অনাহাৰে থাকিব লগাত পৰে। এই কথা ৰাতিপুৱা গুৰুজনৰ কাণত পৰাত তেওঁ বৰ বেজাৰ পায় আৰু অতিথিশালাৰ যাৱতীয় কামৰ ভাৰ বুঢ়াআতাৰ হাততহে শোধাই দিয়ে। তেতিয়াৰে পৰা সত্ৰলৈ অতিথি স্বৰূপে অহা যাত্ৰীসকলে থকা-মেলা, খোৱালোৱা আদি কামৰ কোনো অসুবিধা ভোগ কৰিব নলগা হল আৰু ঘৰটিও পৰিষ্কাৰ-পৰিচ্ছন্ন হৈ থাকিল।

**অক্ষয় ভাণ্ডাৰ স্থাপন**—তেতিয়া বুৰঞ্জী প্ৰসিদ্ধ হাজো পূব কোচ-ৰাজ্যৰ ৰাজধানী আছিল। এদিনাখন খাজনা আদায় কামত ছয় কুৰি মেচ হাজোলৈ যাব আহিছিল। কিন্তু ধাৰাসাৰে বৰষুণ দিয়া বাবে

তেওঁলোক যাব নোৱাৰি বৰপেটা সত্ৰত চাপিল আৰু ইচ্ছা নথকাতো ন-দহ দিন ইয়াতে থাকিব লগাত পৰিল। ইমান মানুহক হঠাৎ সিধাপাতি কাঠ-খৰি আদি দি একেৰাহে পুহিব লগা হোৱাত বৰ বেগ পাবলগীয়া হল।

মেচ সকলক বিদায় দিয়াৰ পাচত গুৰুজনে এটি নতুন ধৰণৰ খাদ্য ভঁৰাল সজাবলৈ থিৰ কৰিলে ; কিয়নো মেচসকল ইয়ালৈ অহাত তেওঁ ইয়াৰ অভাৱ বৰকৈ অনুভৱ কৰিলে। ইয়াক সাজিবলৈ বুঢ়াআতাৰ ওপৰত ভাৰ দিলে। তেওঁ দিনে-নিশাই খাটি সুন্দৰ ভঁৰাল ঘৰ এটি সাজি তুলিলে। তাত যথেষ্ট পৰিমাণে চাউল-তেল-লোণ আদি খাদ্য-বস্তু যুগুত কৰি বিধে বিধে থৈ দিলে।

এদিন শ্ৰীমাধৱদেৱে এই ঘৰত সোমাই তাত থকা সকলো বয়-বস্তুৰ ওপৰত হাত বুলালে আৰু ভঁৰালৰ বস্তুৰ কেতিয়াও অনাটন নহব বুলি বাইক বুলিলে। এই ঘৰেই পাচত 'অক্ষয় ভাণ্ডাৰ' নাম পায়।

**ৰঙিয়াল-গৃহ নিৰ্ম্মাণ**—মহাপুৰুষ শ্ৰীমাধৱদেৱে জ্ঞানী-অজ্ঞানী, দুখী-সুখী, ৰজা-প্ৰজা, ভকত-অভকত সকলোৰে দৃষ্টি আকৰ্ষণ কৰিব পৰাকৈ তাঁতীকুছিত এটি চকুত লগা ধৰণৰ ঘৰ সাজিবলৈ ইচ্ছা প্ৰকাশ কৰিলে। এই কামতো বুঢ়া আতাই আগৰণুৱা হৈ ওলাল। এই গৃহ-নিৰ্ম্মাণ কাৰ্য্যত আতা-আতৈসকলে বিবিধ আহিলা-পাতিৰে যোগান ধৰিলে। নাৰায়ণ দাস ঠাকুৰ আতাই খেৰ, মাণিকপুৰীয়া কৃষ্ণ আতৈয়ে কাপ-ঢেকীয়া, দক্ষিণ-কুলীয়া বৰবিষ্ণু আতাই শলি-কোদাল, ভৱানীপুৰীয়া গোপাল আতা আৰু ধোপৰ গুৰিৰ লক্ষ্মীকান্ত আতৈয়ে বেত, সুন্দৰীদিয়া সত্ৰৰ ৰামদাস আতৈয়ে বাঁহ, হৰিকৃষ্ণ আতৈ, ভাটীৰ ৰাম কাৰিকৰ আতৈ আৰু আইধায়ে বালিচন্দা আদি দি সহায় কৰিলে।

এই ঘৰৰ কৰা আৰু কামীবোৰ হিঙ্গুল-হাইতালেৰে বোলাই ললে। চতি, ফুলচতি, খুটা আদিত নানা ধৰণৰ লতা-পাতা ফুল আদি কাটি তাত বালিচন্দা, ৰাংপতা আদি খটোৱা হ'ল। কাপ-ঢেকীয়াৰে সজা

বেৰবোৰত অসমীয়া শিল্প-নিপুণতাৰ সুন্দৰ চানেকী ফুটি ওলাল। শ্ৰীমাধৱদেৱৰ দিহা-পৰামৰ্শ আৰু নিৰ্দ্দেশ মতে কৃষ্ণ খনিকৰ নামৰ বিখ্যাত মিস্ত্ৰি এজনৰ দ্বাৰা গৃহ নিৰ্ম্মাণ কাৰ্য্য সুসম্পন্ন হৈ উঠিল। এইটোৱেই সুবিখ্যাত "ৰভিয়াল-গৃহ"।

ৰভিয়াল-গৃহ হৈ উঠাত নানা ঠাইৰ দৰ্শকসকল আহি দলদোপ হেন্দোলদোপ লগালে। তেওঁলোকে কোনো ভেদ-ভাৱ নৰখাকৈ প্ৰসঙ্গৰ সময়ত ভগৱানৰ নাম একে সময়তে, একে ঠাইতে, একেলগে একান্ত মনে বহি শ্ৰৱণ-কীৰ্ত্তন কৰা অভিনৱ প্ৰণালী দেখিলে। অঙ্কীয়া নাটৰ যোগেদি ভগৱান শ্ৰীকৃষ্ণৰ মহিমা-কীৰ্ত্তন আৰু লীলা-মাহাত্ম্য প্ৰকাশক মধুৰ আকৰ্ষণীয় দৃশ্যাৱলী দৰ্শন কৰি তেওঁলোকৰ মনত এটি নতুন ভাৱ, নতুন আনন্দ, নতুন চেতনা আৰু নতুন অনুভূতিৰ সঞ্চাৰ হল। তেওঁলোকে বুজি পালে যে কলি-যুগৰ উপযোগী হিচাবে একমাত্ৰ ভগৱৎ-ভক্তি আৰু তেওঁৰ নাম-গুণ শ্ৰৱণ-কীৰ্ত্তনেই শ্ৰেষ্ঠ ধৰ্ম্ম। শ্ৰীমাধৱদেৱে বুঢ়াআতাৰ সহযোগত এনেকৈয়ে মানুহৰ মাজত প্ৰভাৱ বিস্তাৰৰ পাতনি মেলিলে আৰু তেতিয়াৰে পৰা শৰণীয়া লোকৰ সংখ্যা ক্ৰমান্বয়ে বৃদ্ধি পাবলৈ ধৰিলে।

**বুঢ়াআতাৰ সোণালী সুযোগ**—ৰভিয়াল-গৃহ ধৰ্ম্ম প্ৰচাৰৰ প্ৰধান কেন্দ্ৰ হোৱাৰ লগতে সুকুমাৰ কলা শিক্ষালয় স্বৰূপেও পৰিগণিত হল। ইয়াৰপৰা বিশেষকৈ বুঢ়াআতা পৰম লাভবান হল। তেওঁ ইয়াত গুৰুজনৰ লগত থাকিবলৈ পোৱাত ছাত্ৰাবাসৰ সকলোখিনি সুবিধা ভোগ কৰাৰ সুযোগ পালে। শিক্ষানুৰাগী বুঢ়াআতাৰ আগ্ৰহ, শ্ৰদ্ধা, ধৈৰ্য্য আৰু একাগ্ৰতাৰ আগত বয়সৰ স্বাভাৱিক অলসতাই হাৰ মানিবলৈ বাধ্য হল। সেয়েহে তেওঁ ভাটী বয়সতো গীত-পদ-ৰাগ, সুৰ-লয়, তাল-মান, নাট-ভাওনা, বাদ্য-নৃত্য, মুদ্ৰা-ভঙ্গী, ঘোষা-কীৰ্ত্তন, সেৱাৰ কীৰ্ত্তন, ব্যাস-কীৰ্ত্তন, পাঠ-প্ৰসঙ্গ আদি সুকুমাৰ সঙ্গীত আৰু নৃত্যকলা সম্বন্ধীয় যাৱতীয় কলা-কৌশল আহৰণ কৰি লোৱাত বিশেষ বেগ নাপালে।

শ্ৰীমাধৱদেৱ বৰপেটা সত্ৰত প্ৰায় সাত বছৰ ছমাহ কাল আছিল।

এই তাকৰীয়া সময়ৰ ভিতৰতে বুঢ়াআতাই শঙ্কৰী-সঙ্গীত আৰু নৃত্য কলাৰ বিবিধ কৌশল আৰু শিক্ষা লাভ কৰে। অৱশ্যে তেওঁৰ সঙ্গীত চৰ্চ্চাত আগৰে পৰা ৰাপ আছিল। ইয়াৰ আভাস আগতে দিয়া হৈছে। এইবোৰ গুণ আহৰণৰ ফলত পৰবৰ্ত্তী কালত তেওঁ ধৰ্ম্ম প্ৰচাৰ, আদৰ্শসত্ৰ স্থাপন আৰু সত্ৰ পৰিচালনা আদি কামবোৰ নিখুঁতভাবে কৰিবলৈ সমৰ্থ হৈছিল। বাস্তৱতে শ্ৰীমাধৱদেৱে বৰপেটাত থকা কালছোৱা বুঢ়া আতাৰ পক্ষে জীৱনৰ সোণালী যুগ।

**মথুৰাদাস নাম প্ৰাপ্তি**—বুঢ়াআতাই শ্ৰীমাধৱদেৱৰ লগত ছাঁৰ দৰে থাকি সেৱাৰ মনোভাৱেৰে কাম কৰি থাকোঁতে তেওঁৰ মনৰ পৰা উচ্চ-নীচ ভাব আঁতৰি গল। সকলো কামকে সম শ্ৰেণীৰ বুলি ভাবিবলৈ টান নোপোৱাত পৰিল। বৰপেটা সত্ৰখন অন্তৰৰ প্ৰিয়তম বস্তু হৈ উঠিল। এদিনাখন তেওঁ সত্ৰৰ পৰিচাৰকৰ কাম এটিৰ কাৰণে গুৰুজনৰ ওচৰত সকাতৰে নিবেদন জনালে—"বাপ কৃপালু গুৰু, আমাক সত্ৰৰ এটি দাসালি কাম দিয়া যাওক।" গুৰুজনে প্ৰিয়তম শিষ্যৰ মনৰ অভিলাষ পূৰণৰ অৰ্থে সত্ৰখন নিতৌ সাৰি-মচি পৰিষ্কাৰকৈ ৰখাৰ ভাৰ বুঢ়াআতাৰ ওপৰত অৰ্পণ কৰিলে। লগতে কলে—"গোপাল, বৰপেটা থান আমাৰ মানত মথুৰাপুৰী সদৃশ, তেনে পৱিত্ৰ ভূমিৰ দাসালি কাম আজি তোমাক দিয়া গল; গতিকে আজিৰপৰা তোমাৰ নাম "মথুৰাদাস" ৰখা হল। সিদিনাৰপৰা বুঢ়া-আতাৰ পূৰ্ব্বৰ নাম "গোপালৰ" পৰিবৰ্ত্তে "মথুৰাদাস" নাম প্ৰখ্যাত হল। তেওঁ নিজ যোগ্যতাৰ বলতে থান-সত্ৰৰ বুঢ়াভকত আৰু সন্ত মহন্ত সকলে গুহ্যতম আখ্যা দিয়া আৰু 'চাৰিসুখৰ বস্তু'ৰ লেখত পৰা 'নাওৰাৰ তলৰ সুখৰ কথা' গুৰুজনাৰ পৰা বুজি লবলৈ সুযোগ পাইছিল।

**সত্ৰ পৰিচালনাৰ ভাৰ অৰ্পণ**—সৌন্দৰ্য্য-প্ৰিয় বুঢ়াআতাৰ হাতত পৰি মনোৰম ৰভিয়াল-গৃহৰ চৌহদৰ ভিতৰখনিয়ে নতুন ৰূপ লৈ এখনি দ্বিতীয় বৈকুণ্ঠধামত পৰিণত হল। ইয়াত হোৱা কোটোৰা

খেলা, ৰাম-বিজয়, দধিমথন আদি অঙ্কীয়া নাটৰ ভাওনাই জন-সমাজৰ চিত্ত আকৰ্ষণ কৰিলে। ৰভিয়াল-গৃহ স্থাপনৰ পাচৰপৰা প্ৰচাৰ কাৰ্য্যই আশাতীত ৰকমে বিস্তৃতি লাভ কৰিলে। ইয়াকে দেখি বাগ ভট্টাচাৰ্য্য প্ৰমুখ্যে কেইজনমান ব্ৰাহ্মণে পূব কোচ ৰাজ্যৰ ৰজা মহাৰাজ ৰঘুদেৱ নাৰায়ণৰ ওচৰত শ্ৰীমাধৱদেৱৰ বিৰুদ্ধে গোচৰ দিলে। তেওঁলোকে ৰজাত লগালে, বোলে শ্ৰীমাধৱদেৱে সোণ-ৰূপেৰে ৰভিয়াল-গৃহ নামৰ নামঘৰ সাজি ৰাজ-আয়মেৰে চন্দ্ৰাতপ তৰি তাৰ তলত শোৱে আৰু ভাওনা পাতি গাভৰু-ছোৱালীক সমাজৰ মাজত নচুৱায়। ৰজাই এই কথাত পতিয়ন গৈ সুৰানন্দ নামে গড়মলি এজনৰ দ্বাৰা তেওঁক ধৰি নিয়ালে। কিন্তু ৰজাই যেতিয়া গড়মলিৰ মুখে জানিব পাৰিলে যে ৰভিয়াল-গৃহত খটোৱা সোণ-ৰূপ বুলি কোৱা বস্তুবোৰ ৰাংপতা আৰু বালিচন্দাহে আৰু গাভৰু বুলি কোৱা ভাওনাত উঠা ছোৱালীবোৰ প্ৰকৃততে লৰাহে—তেতিয়া ৰজাই শ্ৰীমাধৱদেৱক মুক্তি দিলে। ৰাজ আদেশমতে শ্ৰীমাধৱদেৱক ওঠৰজন নাওবৈচা ধৰি খেল-নাৱেৰে আনি 'ভঙামোৰ ঘাট'ত থৈ গল। এই খবৰ পাই বিজয়পুৰৰ হৰিকৃষ্ণ আতৈয়ে তেওঁক আদৰসাদৰকৈ ৰাখিলে। তাৰ কেইদিনমানৰ পাচত ভাগিন ৰামচৰণ ঠাকুৰ দেৱে গৈ তেওঁক তাৰপৰা নাৱেৰে বৰপেটালৈ আদৰি আনিলে।

শ্ৰীমাধৱদেৱ আহি বৰপেটা পালত ভনীয়েক উৰ্ব্বশী আয়ে তেওঁক সুন্দৰীদিয়ালৈ যাবলৈ মাতি পঠিয়ালে। ভনীয়েকৰ কাবৌ-কোকালি এৰাব নোৱাৰি তেওঁ বুঢ়া আতাৰ ওপৰত বৰপেটা থানৰ ৰক্ষণাবেক্ষণৰ ভাৰ দি সুন্দৰীদিয়ালৈ গল। তাত কেইদিনমান থাকিয়েই আকৌ তাৰপৰা চতা মহগড় নামৰ ঠাইলৈ গমন কৰিলে।

**যৱন জয়হৰি আতৈৰ প্ৰসঙ্গত যোগদান**—শ্ৰীমাধৱদেৱে চতা মহগড়ত যৱন জয়হৰি আতৈক ধৰ্ম্ম দি শৰণীয়া কৰিলে। তেওঁৰ উপদেশমতে যৱন জয়হৰি আতৈয়ে শৰণৰ পিচদিনা বুঢ়া আতাৰ ওচৰলৈ ভাৰ-ভেটী লৈ আহিল। অচিনাকি লোক এজনে তেনেকৈ অহা দেখি বুঢ়া আতাই মাত লগালে—"তুমি কোন?"

তেতিয়া জয়হৰি আতৈয়ে নিজৰ পৰিচয় দি সপোনত শ্ৰীমাধৱদেৱৰ ওচৰত শৰণ লৈ ধৰ্ম্ম-লাভ কৰা বুলি কৈ ধৰ্ম্মৰ চৰ্চ্চানিখিনি প্ৰকাশ কৰিলে। বুঢ়া আতাই এইখিনি কথা শুনি আচৰিত মানিলে আৰু তেওঁ অনা বস্তুখিনি গ্ৰহণ কৰি ভঁৰালত থোৱালে। সিদিনাৰে পৰা জয়হৰি আতৈয়ে নিতৌ বুঢ়া আতাৰ ওচৰলৈ আহি বৰপেটাৰ ৰঙিয়াল-গৃহৰ টুপৰ কাঁথিত বহি প্ৰসঙ্গত যোগ দিবলৈ ধৰিলে।

**শ্ৰীমাধৱদেৱৰ বেহাৰ যাত্ৰা**—সুৰানন্দ গড়মলিৰ হাতত অপমানিত হোৱাৰে পৰা শ্ৰীমাধৱদেৱে পূব কোচ ৰাজ্যত থকা আশা পৰিত্যাগ কৰিছিল। সেই দেখি এদিন শুভক্ষণত বেহাৰ ৰাজ্য মুখে যাত্ৰা কৰিলে। তেওঁ ভটীয়াই গৈ পোনতে মনদিয়াৰ ঘাটত ৰল। বুঢ়াআতাই ৰামচৰণ ঠাকুৰ দেৱক লগত লৈ তেওঁক তাত দেখা কৰিলে। গুৰুজনে তেওঁলোকক একেলগে দেখা পাই সন্তোষ পালে আৰু ৰামচৰণ ঠাকুৰ দেৱৰ সকলো প্ৰকাৰৰ তত্ত্বাৱধান লবলৈ বুঢ়াআতাক শেষ বাইক বুলিলে। বুঢ়াআতাইও গুৰুজনৰ বাক্য সাধ্য অনুসৰি পালন কৰিবলৈ যত্নপৰ হব বুলি সন্মতি জনালে। অৱশেষত যথাযোগ্য সন্মানেৰে বিদায় দি দুয়োজনে উভতি আহি বৰপেটা সত্ৰ ললে।

শ্ৰীমাধৱদেৱে ভটীয়াই গৈ কিছুদিনৰ মূৰত কোচবিহাৰ ৰাজ্যৰ তোৰ্ষা নদীৰ পাৰ পালে। তেৰোঁ মহাপুৰুষ শ্ৰীমন্তশঙ্কৰ দেৱৰ আহিৰে জীৱনৰ শেষ ছোৱা তাতেই কটাবলৈ মন কৰি ভেলাডোঁৱাৰ* নামে ঠাইত বসতি কৰি তাত সত্ৰ স্থাপন কৰিলে।

**ৰঙিয়াল-গৃহ দাহ**—শ্ৰীমাধৱদেৱৰ অনুপস্থিতিত বুঢ়া আতাই বৰপেটা সত্ৰত নাম-প্ৰসঙ্গ কৰি শলা-বন্তি জ্বলাই থাকিল। এদিনাখন তেওঁ ভৱানীপুৰৰ ফালে যাওঁতে হঠাৎ গলয়া বিলৰ ( এই বিলৰ

---

* পূৰণি ভেলাডোঁৱাৰ সত্ৰ তোৰ্ষা নদীৰ বুকুত লীন গৈছে। সেই দেখি যোৱা ১৮৬৪ শকৰ ফাগুন মাহৰ ১২ তাৰিখে এই নদীৰ পশ্চিম পাৰে থকা 'কোচবিহাৰ মাথাভাঙা' আলিৰ উত্তৰ কাষে নতুনকৈ ভেলা সত্ৰৰ কীৰ্ত্তনঘৰ আদি স্থাপিত হৈছে।

নাম অনুসৰি বৰ্ত্তমান বৰপেটা সত্ৰৰ 'গলিয়া হাটী'ৰ নামকৰণ কৰা হয় ) পাৰৰ বনপোৰা জুইৰ ফিৰিঙতি আহি পৰি ৰঙিয়াল-গৃহটি পুৰি তেনেই ভস্মীভূত হল। বলাই-মাতৃয়ে নৰোত্তম আতৈ নামৰ ভকত এজনৰ সহায়ত কোনোমতে বৰপেটা সত্ৰত অতি আৱশ্যকীয় বস্তুখিনি ৰক্ষা কৰিলে। তেৱেঁ গছাৰ পৰিবৰ্ত্তে খাগৰিৰ তিনঠেকনা কৰি তাতে বন্তি গছি জ্বলাই ওপৰত ছৈ এখন দি ৰাখিলে।

বুঢ়াআতাই প্ৰবাসৰ পৰা আহি প্ৰাণ-স্বৰূপ ৰঙিয়াল-গৃহটি নেদেখি বিস্মিত হল; আৰু কপালত চপৰিয়াই কান্দি মাটিত বাগৰিলে। সত্ৰৰ বন্তি-গছি নুমাব লাগিলে ডাঙৰ কলঙ্কৰ কথা হব বুলি ভাবি, চালি এখন বেৰ দি তাক যতনাই ৰাখিলে। কিন্তু তুনাই ৰঙিয়াল-গৃহ হৈ নুঠিব বুলি দুৰ্ঘোৰ চিন্তাত পৰিল। স্বামীয়ে তেনেকৈ মলিন বদনে শোক আৰু চিন্তাত অভিভূত হৈ থকা দেখি এদিনাখন ভাৰ্য্যাই কলে— "আপুনি এইদৰে মনমাৰি বহি থাকিলে একো লাভ নহব, বৰং নিজৰ দেহটিৰহে অনিষ্ট সাধন কৰা হব; গতিকে সোনকালে আমাৰ গুৰুজনৰ কাষলৈ যাওক; তেওঁ নিশ্চয় ইয়াৰ দিহা-যুগুতি দিব।" বুঢ়াআতাই এই যুক্তিপূৰ্ণ পৰামৰ্শ আৰু অনুৰোধমতে গুৰুৰ ওচৰলৈ যাবলৈ মান্তি হল।

**বুঢ়াআতাৰ ভেলা-ডোঁৱাৰ যাত্ৰা**—বুঢ়াআতাই গুৰুজনৰ পাশলৈ যোৱাৰ আগতে বৰপেটা থানৰ বন্তি-গছি জ্বলাই ৰখাৰহে উপায় ভাবিলে। তেওঁ আগধৰি বন্তিৰ কাৰণে তেল-শলিতা যোগাৰ কৰিলে আৰু লগতে গৃহিণীয়ে চলিব পৰাকৈ তেওঁকো কাঠ-খৰি, চাউল-পাত, লোণ-তেল আদি ছমাহ জোৰাকৈ বয়-বস্তুৰ যোগাৰ দিলে। তেওঁৰ অনুপস্থিতিত সত্ৰৰ নাম-প্ৰসঙ্গ আদিৰ কাম চলাবলৈ পৰম ভকত গোবিন্দ তাঁতীৰ ( কোনো কোনোৰ মতে কৃষ্ণ আতৈৰ ) গাত ভাৰ দি দিলে। তাৰ পাচত এদিনাখন লগত ওঠৰজন ভকত লৈ বুঢ়াআতাই ভেলা থান অভিমুখে খোজ ললে।

তেওঁলোকে বাম-পথেৰে গৈ গৈ কিছুদিনৰ মূৰত তোৰ্ষা নদীৰ পাৰ পালে। তাতে কেউজনে স্নান কৰি যথাৰীতি ভোজন কাৰ্য্য সমাপন

কৰিলে। তাৰ পাচত বুঢ়াআতাৰ নিৰ্দ্দেশমতে ভকতসকলে চাপৰি বজাই নাম ধৰিলে। পৱিত্ৰ হৰি-নামৰ সুমধুৰ ধ্বনি গৈ ভেলা থানত প্ৰতিধ্বনিত হল। ই শ্ৰীমাধৱদেৱৰ কাণত পৰিলত তেওঁৰ হিয়া আনন্দত উথলি উঠিল। তেওঁ ততালিকে যদুমণি আতৈক কাষলৈ মাতি নি কলে—"যদুমণি, সৌ অদূৰত ভোৰ-তালৰ চাব আৰু হৰি-নামৰ ধ্বনি শুনা গৈছে; বোধকৰোঁ বাউসী পৰগণাৰ পৰা আমাৰ মথুৰাদাস আহি পালে। তুমি পিৰালিত কঠখনি দি শৰাইত গুৱা-পাণ যুগুতি কৰা যাওক; আমি থানৰ বাতৰি সুধিব লাগিব।" যদুমণি আতৈয়ে তুৰন্তে সকলো ঠিক কৰি দিলে। শ্ৰীমাধৱদেৱ পিৰালিত বহিল। ক্ষন্তেক পাচতে সেৱক সমন্বিতে বুঢ়াআতা গৈ ভেলা থান পালে। তেওঁ প্ৰাণৰ ধন গুৰুজনক দেখা পাই সাষ্টাঙ্গে সেৱা জনাই পৰম কৃতাৰ্থ হল। এই শুভমুহূৰ্ত্তত প্ৰকটিত হোৱা গুৰু আৰু শিষ্য-প্ৰশিষ্যৰ মহা-মিলনৰ অপূৰ্ব্ব দৃশ্যটি অতিশয় মনোৰম হৈ উঠিল। গুৰুৰ মৰম-সনা মধুৰ বচনত সকলোৱে পৰম পৰিতৃপ্ত হল।

**থানৰ বাতৰি সোধন**—গুৰুজনে সকলোকে বহিবলৈ দি বুঢ়া-আতাক কলে—"মথুৰাদাস, যিদিন ধৰি ৰঙিয়াল-গৃহ এৰা হল, সেই-দিন ধৰি আমি বৰপেটা থানৰ বাতৰি পোৱা নাই। পূৰ্ব্বে নন্দই উদ্ধৱত শ্ৰীকৃষ্ণৰ বাতৰি সুধিছিল; সেই আৰ্হিমতে আমিও তোমাত বৰপেটা থানৰ বাতৰি সোধা হৈছে; তুমি তাক কীৰ্ত্তন কৰি কোৱা যাওক।" গুৰুজনৰ হেঁপাহ পূৰণৰ অৰ্থে বুঢ়া-আতাই তেতিয়া যথাযথ ভাবে থানৰ বাৰ্তাৰ কীৰ্ত্তন কৰি কলে। গুৰুজনৰ থানৰ বাতৰিত বিশেষকৈ (১) কামৰূপৰ সকলো ভকতৰ কুশল-বাতৰি, (২) বৰপেটা থানৰ ভকতৰ সংখ্যা, (৩) ভকতসকলে তিনিওটি প্ৰসঙ্গতে নিতৌ কৃষ্ণকথা আলোচনা কৰা-নকৰাৰ সম্ভেদ আৰু (৪) বুঢ়াআতাক অভয় দান দি বৰপেটা থান নেৰিবলৈ কৰা অনুৰোধ—এই চাৰিপ্ৰকাৰৰ কথা আছিল। এই সম্বন্ধে চৰিত-পুথিত পোৱা যায়—

"আত অনন্তৰে সাধুজন শুনা কথা।
গৈলন্ত মথুৰাদাস মাধৱৰ তথা ॥
পুছিলা মাধৱদেৱে মথুৰাদাসত।
ভালে আছে কামৰূপে সমস্ত ভকত ॥
কহিলা মথুৰাদাসে কুশলে আছন্ত।
তাহান্ত মাধৱদেৱে পুনু পুছিলন্ত ॥
বৰপেটা থানে কত ভকত আছয়।
জন কুৰি ত্ৰিশ মানে ভকত আছয় ॥
তিনিও প্ৰসঙ্গে কৃষ্ণকথা হুই হুই।
কহিলা মথুৰাদাসে কৃষ্ণকথা হুই ॥
সজ সজ ইটো থান মথুৰা নেৰিবা।
আমাৰ প্ৰসাদে তুমি ভয় নকৰিবা ॥"

—দৈত্যাৰি ঠাকুৰ।

**ঘোষা-কীৰ্ত্তন প্ৰদৰ্শন**—পৰস্পৰৰ ভিতৰত বা-বাতৰি লোৱা কাম শেষ হৈ যোৱাৰ পাচত গুৰুজনে কলে—"মথুৰাদাস, আমি বৰপেটা থান এৰি অহাৰে পৰা ঘোষা-কীৰ্ত্তন শুনিবলৈ পোৱা নাই; তুমি ঘোষাকীৰ্ত্তন কৰি দেখুৱা যাওক?" গুৰুৰ আদেশমতে বুঢ়া আতাই নিজে ওজা হৈ মাজত সোমাল আৰু পালী ওঠৰ জনে হাতে হাতে মজলীয়া ধৰণৰ ভোৰতাল লৈ বৃত্তাকাৰে তেওঁক বেঢ়ি ধৰিলে। বুঢ়া আতাই কেন্দ্ৰ স্থানত থাকি, তাল-মান,সুৰ-সঞ্চৰ ঠিক ৰাখি তালৰ ছেৱেছেৱে লয়লাসগতি আৰুবিবিধমুদ্ৰা-ভঙ্গীৰে সমস্বৰে গোৱা ঘোষা-কীৰ্ত্তনৰ মধুৰধ্বনি গগন ভেদি গল। ভাটীৰ ৰাজ্যৰ লোকে ইয়াক দেখি বিমোহিত হল। সুনিপুণ ওজা বুঢ়াআতাই চিত্তাকৰ্ষক ভিন ভিন নৃত্য-ভঙ্গীমাৰে দশম পুথিৰ পদ লগাই দি পালীসকলৰ দ্বাৰা গোৱালে—

কৃষ্ণ সূৰ্য্য ভৈলন্ত উদিত।
নামধৰ্ম্ম কৰিলা বিদিত ॥
ৰামচন্দ্ৰ স্বৰ্গে চলি গৈলা।
অযোধ্যা নগৰী শূন্য ভৈলা ॥

মাধৱক দৰশন পাইলোঁ।
আনন্দ কৰি হৰিগুণ গাইলোঁ।
মাধৱ বান্ধৱ দেৱ হৰি।
কৰা কৃপা দোষ ক্ষমা কৰি॥"—কীৰ্ত্তন

নিজে শিকাই যোৱা-কীৰ্ত্তনৰ স্বৰ্গীয় দৃশ্য নিভুৰ্ল ভাবে দেখিবলৈ পাই শ্ৰীমাধৱদেৱ পৰম আপ্যায়িত হল। কিন্তু বুঢ়াআতাই গাই শুনোৱা লালিত্য-পূৰ্ণ পদাৱলী শুনি নতুন নতুন যেন পালে। ইয়াক তেওঁ ৰচনা কৰা মনত নপৰা বুলি কৈ, সি কেতিয়া কি উদ্দেশ্যে কাৰ দ্বাৰা ৰচিত হৈছে বুলি সুধিলে। বুঢ়াআতাই অতি বিনীত ভাবে কলে—"বাপ, আপোনাৰ পৱিত্ৰ সঙ্গৰ পৰা বঞ্চিত হোৱাৰ পাচত জগত গুৰু শ্ৰীমন্ত শঙ্কৰদেৱ আৰু আপোনাক উদ্দেশ্য কৰি এই ঘোষাটি আপোনাৰ শ্ৰীচৰণৰ প্ৰসাদত আমাৰ দ্বাৰাই ৰচিত হৈছে।" গুৰুজনে ইয়াৰ অৰ্থ ব্যাখ্যা কৰি বুজাবলৈ কোৱাত বুঢ়া আতাই নিজৰ বিৰহব্যথিত অন্তৰ নিগৰি ওলোৱা হিয়াৰ নিবেদন স্বৰূপ পদ কেইফাঁকি ব্যাখ্যা কৰি শুনালে। তেওঁ অনুভূতিসূচক আৰু ভক্তিভাৱমূলক পদৰ প্ৰকাশিকা শক্তিৰ নথৈ প্ৰশংসা কৰিলে আৰু লগতে হৰিবল্লভ আতৈৰ হতুৱাই কাপ-মৈলাম অনাই ললে। তেওঁ বুঢ়াআতাক ওপৰত উল্লেখ কৰি অহা পদ কেইফাঁকি পুনৰ গাবলৈ দি তেতিয়াই নিজে তাক লিখি ৰাখিলে। অৱশেষত সকলোকে সিধাপাতি আৰু বাহৰ দি, থকা-মেলাৰ সুবিধা কৰি দিলে।

**কথোপকথন**—বুঢ়াআতা ভেলা থানত কিছুমান দিন থকাৰ পাচত এদিনাখন গুৰুজনে সুধিলে—"মথুৰাদাস, আমি তাঁতীকুছি এৰি অহাৰ পাচত তুমি নো তাত কি কি চিন দেখা গল?" উত্তৰ স্বৰূপে বুঢ়াআতাই কলে—"বাপ, আমি এদিন সপোনত দেখা পোৱা গল, যেন নাওৰাৰ তলত পদুম ফুল ফুলিছে; শুক্লবৰ্ণৰ হস্তী এটিয়ে ৰভিয়াল-গৃহটি সাতবাৰ প্ৰদক্ষিণ কৰি দণ্ডবৎ হৈ সেৱা জনাইছে; আৰু এটি বেঙে এটা সাপ গিলিছে। এই অদ্ভুত ধৰণৰ সপোনৰ অৰ্থ আমি হলে একো বুজি পোৱা নহল।" সপোনৰ কথা শুনি গুৰুজনে

মৃদু হাঁহি এটিৰে উত্তৰ দিলে—"মথুৰাদাস, সপোনটি উত্তম। নাওবাৰ তলত পদুম ফুলাৰ অৰ্থ এয়ে যে, পদুম ফুলে ধুনীয়া ৰূপ আৰু মধুৰ সৌৰভেৰে মানুহৰ মন আমোদিত কৰাৰ দৰে বৰপেটা থানেও পৱিত্ৰ ধৰ্ম্মৰ অমিয় ধাৰা বোৱাই প্ৰজ্বলিত হৈ উঠিব আৰু মানুহক সজ পথলৈ আনিব। শুক্লবৰ্ণৰ হস্তীয়ে প্ৰণাম জনোৱাৰ অৰ্থ হৈছে, এই থানত ৰজা-প্ৰজা, দুখী-সুখী সকলোৱে মূৰ দোৱাব আৰু বেঙে সাপ ধৰাৰ অৰ্থ হৈছে—বৰপেটা বীৰভূমি; সুচতুৰ শক্তি-শালী পুৰুষেও এই থানৰ ওচৰত সেও মানিবলৈ বাধ্য হব।" সপোনৰ মৰ্ম্ম কথা এনেকৈয়ে বুজাই দি বৰপেটা থানৰ উজ্বল ভৱিষ্যতৰ বিষয়ে এটি ইঙ্গিত কৰিলে।

এইদৰে সজ আলাপ-আলোচনা কৰি বুঢ়াআতা কিছুদিন গুৰুজনৰ লগত থাকিল। কিন্তু কোনো দিনেই বৰপেটালৈ উলটিবৰ কোনো ৰকমৰ ভাব প্ৰকাশ নকৰিলে। ইয়াকে দেখি এদিন গুৰুজনে সুধিলে—"মথুৰাদাস, তুমি দেখোন এদিনো বৰপেটালৈ যাওঁ বোলা নাই; ইয়াৰ নো কাৰণ কি?" বুঢ়াআতাই অন্তৰৰ আবেগত সলোতক নয়নে গদ গদ স্বৰে সকাতৰ ভাবে জনালে—"বাপ, আমি আৰু ওভোতা নহব বুলিহে ইয়ালৈ অহা হৈছে। কিয়নো আপোনাক নেদেখি আমাৰ প্ৰাণ এনেই বিৰহত বিদগ্ধ হৈ আছিল, তাতে আকৌ ৰঙিয়াল-গৃহটিও পুৰি ছাই হৈ গল। এনে অৱস্থাত আমি কি শান্তিত তাত থকা যাব? আমাক আৰু কোনে কি দিব যে থানৰ বন্তি-গছি জ্বলি থাকিব? ৰঙিয়াল-গৃহটি পুনৰ আগৰদৰে হৈ উঠাৰো আমি কোনো আশা দেখা নাই; গতিকে কৃপা কৰি দাসক ইয়াতেই ৰখা যাওক।"

বুঢ়াআতাৰ এনেকুৱা হতাশৰ ভাব দেখি শ্ৰীমাধৱদেৱে কলে—"মথুৰাদাস, তোমাক সৰ্ব্ব-ভাৰসা কৰি আমি এই ৰাজ্যলৈ অহা হৈছে। পোৰা পুৰিছে, গজালি ওলাব। তুমি হতাশ বা কৰ্ম্ম-বিমুখ হলে আমাৰ অভিলাষ পূৰ্ণ নহব। ৰঙিয়াল-গৃহটি পুৰিলেও তেনে ঘৰ এটি আকৌ হৈ উঠিব। অক্ষয় বন্তিগছিও জ্বলি থাকিব লাগিব।

ই ঘুমালে গুৰু-ধৰ্ম্মত বিঘিনি ঘটিব ; দেশতো অমঙ্গলে দেখা দিব। চিতল মাছৰ আগ আৰু গুৰি সৰু ; কিন্তু মাজখণ্ড ডাঙৰ। সেইদৰে তোমাৰ দ্বাৰায়ো ধৰ্ম্ম-ৰাজ্যৰ মাজখণ্ড বহল হৈ উঠিব লাগিব।"

**তিনি ৰাজ্যৰ যুৱৰাজ পদ প্ৰাপ্তি**—গুৰুজনৰ বুজনিত বুঢ়া আতা নিমাত হৈ থাকিল। তেওঁ যদুমণি আতৈৰ দ্বাৰা ভঁৰালৰ পৰা দোপাটী বস্ত্ৰ ( বৰ কাপোৰ ) এখন আৰু নাগেৰী টকা * দুটি অনাই গুৱা পাণেৰে সৈতে শৰাইত থোৱালে। তাৰ পাচত বুঢ়াআতাক কাষলৈ মাতিলত তেওঁ গৈ সেৱা জনালে। লগে লগে ভকত সকলে উচ্চৰৱে হৰিধ্বনি কৰিলে। তেতিয়া গুৰুজনে নিজৰ কৰমালা ধাৰ বুঢ়াআতাৰ হাতত আৰু পাচ বৰণীয়া ধুপমালা এধাৰি শিৰত দি আশীৰ্ব্বাদ কৰি কলে—"মথুৰাদাস, তোমাক আজি বৰপেটা থানৰ অধিকাৰ পতা হল। আমি গুৰুজনৰ দিনৰে পৰা চিতহস্ত ভিন্ন উবুৰিহস্ত কৰা নাই। তুমি চিতহস্ত কৰা যাওক ; আমি আজি উবুৰিহস্ত কৰি তোমাক গুৰু-কৰ স্বৰূপে এই দুটি নাগেৰী টকা দিয়া হল।" এই বুলি টকা দুটি শৰাইৰপৰা আনি হাতত দি পুনৰ কলে —"যোনে আমাৰ ধৰ্ম্ম ধৰিব, সেয়ে পুত্ৰ-পৌত্ৰাদি ক্ৰমে আমাৰ এই আহিঁমতে ই ৰাইজ, সি ৰাইজ, তিনিও ৰাজ্যৰ শিষ্য-সেৱকসকলে তোমাক গুৰুকৰ দিব ; যিজনে নিদিব, সি লেহু সেহু গড় হাজিৰ বাদ বৰ্জ্জিত হব। শুনা মথুৰাদাস, আমাৰ ধৰ্ম্ম ৰাজ্যৰ পৰশুৰাম কুণ্ডৰপৰা বৰনদী পৰ্য্যন্ত উজনি খণ্ড এজন শ্ৰেষ্ঠ পুৰুষৰ কাৰণে ৰখা গল। বাকী বৰনদীৰ পৰা সোণকোষলৈকে মধ্যখণ্ডৰ ভাৰ তোমাক দিয়া গল। বাকী সোণকোষ নৈৰপৰা কৰতোৱা নদীলৈকে থকা

---

* নাগেৰী টকা মহাৰাজ নৰনাৰায়ণৰ ৰাজ্যত্ব কালত প্ৰস্তুত ৰূপৰ মুদ্ৰা। ই আকাৰত ইংৰাজৰ দিনত ভাৰতত প্ৰচলিত টকাৰ সমান। ইয়াৰ গাত লিখা কথাখিনি দেৱনাগেৰী লিপিত লিখা বাবেই সম্ভৱতঃ ইয়াক নাগেৰী টকা বোলা যায়। এই মুদ্ৰাৰ সম্মুখৰ ফালৰ পাঠ—"শ্ৰীশ্ৰীমন্নৰনাৰায়ণ ভূপালস্য শাকে ১৪৭৭" আৰু পাচ ফালৰ পাঠ—"শ্ৰীশ্ৰীশিৱচৰণ কমল মধুকৰস্য।" এই টকা দুটি বৰপেটা সত্ৰত এতিয়াও সেৱাৰ বস্তু স্বৰূপে আছে।

ভাটী অংশ আমি নিজলৈ বুলি ৰখা হল। তোমাৰ যোগ্যতা বুজিহে এই ভাৰ অৰ্পণ কৰা হল। আমাৰ পৰম-গুৰু শ্ৰীমন্ত শঙ্কৰদেৱৰ তিথি মহোৎসৱ ওচৰ চাপি আহিল; গতিকে তুমি বিলম্ব নকৰি তুৰন্তে চৌখুটি স্থানক (বৰপেটাৰ আন এটি নাম) যোৱা যাওক। বৰপেটা থান পালে তোমাৰ নিজ-গৃহত নাথাকি পোৰাভিঠিতহে* থকা যাব। এইখিনি কথা দৈত্যাৰি ঠাকুৰ ৰচিত গুৰুচৰিত পুথিত তলত দিয়া দৰে বৰ্ণোৱা আছে —

"আছন্ত মথুৰাদাস বেহাৰ থানত।
মাধৱদেৱৰ সঙ্গে হৰিষে মনত॥
পুনৰপি বৰপেটা যাইবাক ইচ্ছায়।
দিনেক মথুৰাদাসে কৰিলা বিদায়॥
গুৱা পাণ এখানি কাপোৰ দিয়া আতি।
দিলা দেৱমাধৱে বিদায় বুলি মাতি॥
পোৰা ভিঠা সত্ৰত থাকিবে বুলিলন্ত।"

এইদৰে গুৰুজনৰ দ্বাৰা বুঢ়াআতাৰ ওপৰত গুৰু দায়িত্ব অৰ্পিত হোৱাত তেওঁ তাক নতশিৰে মানি লবলৈ বাধ্য হল। গতিকে সকলো কথাৰে আউল মাৰি লব লগাত পৰিল। তেওঁ গুৰুজনক সুধিলে— "বাপ, আমি বৰপেটা থানপালে তাত কাক আগত থৈ নাম-প্ৰসঙ্গাদি কৰা যাব, কৃপা কৰি তাৰ দিহা-পৰামৰ্শ দিয়া যাওক।" গুৰুজনে কলে—"এই কামলৈ দুজন যোগ্য পাত্ৰ আছে; এজন গুৰু-পুত্ৰ হৰিচৰণ ঠাকুৰ আৰু আনজন ৰামচৰণ ঠাকুৰ। এওঁলোকৰ কোনো এজনক আগত ৰাখি সেই কাম কৰিব পৰা যাব।" এই সম্বন্ধে চৰিত পুথিত পোৱা যায়ঃ—

"কোনো দিনে হৰিৰ-কীৰ্ত্তন খানি ভৈলে।
কৈয়ো কাক আগে থৈবো আমি ভৈকে গৈলে॥
মাধৱে বোলন্ত কিয় নেদেখাহা তুমি।
আগত থৈবাৰ দুইজন দেওঁ আমি॥

*পোৰা ভিঠি, বৰপেটাৰ অইন এটি নাম—লেখক।

আছে হৰিচৰণ শঙ্কৰদেৱ সুত।
তাসম্বাক আগে আনি থৈবাৰ যুগুত ॥
হৰিচৰণৰ আগে কিবা বিলক্ষণ।
আমি দুহিকন্তে আছে শ্ৰীৰামচৰণ ॥
তাসম্বাক আগে থৈয়া কৰিবা কীৰ্ত্তন।
নকৰা বিলম্ব তুমি চলা এতিক্ষণ ॥"—দৈত্যাৰি ঠাকুৰ।

**বৰপেটা অভিমুখে প্ৰত্যাগমন**—বুঢ়াআতাই গুৰুজনৰ পৰম-বাণী হিয়াত বান্ধি আৰু আশীৰ্ব্বাদ-নিৰ্ম্মালি শিৰত লৈ সেৱা জনাই বিদায় মাগিলে। তাৰ পাচত বৰপেটা থান অভিমুখে ধীৰে ধীৰে খোজ ললে। তেওঁ দেখা পোৱালৈকে পিচমুখ কৰি গুৰুজনক চাই চাই আহিবলৈ ধৰিলে ; বাটৰ ভাজত আৰ হোৱাতহে চাবলৈ এৰিলে। এইদৰে আহি আহি কিছুদিনৰ মূৰত তেওঁ বৰপেটা থান পালে।

**আতা-আতৈসকলৰ মিলন**—বুঢ়াআতা আহি বৰপেটা থান পোৱা শুনি নাৰায়ণ দাস ঠাকুৰ আতা, ভৱানীপুৰীয়া গোপাল আতা, বৰবিষ্ণু আতা, পঢ়িয়া আতৈ, লক্ষ্মীকান্ত আতৈ প্ৰমুখ্যে কেবা গৰাকী সাধুমহন্ত আহি তেওঁক দেখা কৰিলে। তেওঁলোকে সন্মিলিত হৈ শ্ৰীমাধৱদেৱৰ বা-বাতৰি সুধিলত বুঢ়াআতাই কলে—"আপোনা-সকলে গুৰুৰ বাতৰি সুধিছে, বাৰু আমি কোৱা যাব। গুৰুজনে ইয়াৰ পৰা গৈ বেহাৰ ৰাজ্যৰ ভেলাভেঁৱাৰত থান পাতি অনেক শিষ্য কৰিছে। পৰম কৃপালু ভগৱন্তে সকলোকে কুশলে ৰাখিছে। গুৰুজনে তিনিওটি প্ৰসঙ্গ কৰি ভকত সমন্বিতে পৰমানন্দ সুখত মজি আছে।"

বুঢ়াআতাই সকলো বাতৰি বৰ্ণাই কলেও নিজে বৰপেটা থানৰ মালিকৰ অতি উচ্চ আৰু সন্মানিত পদৰ অধিকাৰী হোৱা কথাষাৰ কবলৈ টান পালে। ইয়াকে দেখি নৰোত্তম আতৈয়ে থিয় দি কলে—"বাপসকল, আপোনাসৱে বুঢ়াআতাৰ পৰা ভেলাভেঁৱাৰ থানৰ সকলো কুশল-বাতৰি শুনিলে ; কিন্তু তেওঁ বৰপেটা থানৰ অধিকাৰী হোৱা সু-সংবাদটিহে শুনিবলৈ নাপালে।" এই কথা শুনা

মাত্ৰকে সকলো ৰাইজে সবিশেষ বাতৰি জানিবলৈ ব্যগ্ৰ হৈ উঠিল। তেতিয়া বুদ্ধিমান ঠাকুৰ আতাই কলে—“বাপসকল, এই কথা সম্প্ৰতি স্থগিত থাওক, গুৰুজনৰ তিথিলৈ সৰহ দিন নাই ; তেতিয়াহে ইয়াক সদৰি কৰা যুগুত হব। কিয়নো সেই সময়ত সকলো ফালৰ ভকত-সজ্জন আহি এই ঠাই পাব আৰু তেওঁলোকে একেলগে শুনাৰো সুযোগ ঘটিব। বিশেষতঃ বুঢ়াআতাৰ মুখৰ পৰা শুনিবলৈ পালে সি অধিক বিশ্বাসযোগ্য হব আৰু চাৰিওফালে প্ৰচাৰ হোৱাতো সহায় হৈ উঠিব।” ঠাকুৰ আতাৰ এই যুক্তিপূৰ্ণ কথাত সমজুৱা ৰাইজে সন্মতি জনাই সিমানতে মিলন-সভাৰ সামৰণি মাৰিলে।

মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ তিথি-মহোৎসৱলৈ সন্ত-মহন্ত সকল আহিলত এইকথা পুনৰ উত্থাপন কৰি বুঢ়াআতাৰ মুখৰ পৰা সকলোৱে আদ্যোপান্ত বিবৰণ শুনি ললে। তেতিয়া ঠাকুৰ আতাই পৰম আহ্লাদিত হৈ কলে—“গুৰুজন কেনে বিচক্ষণ পুৰুষ! তেৰাই আগধৰি সকলো কথাৰে আউল মাৰি ভবিষ্যতৰ পথ মুকলি কৰি থৈ গল। তেৰাৰ বৈকুণ্ঠ প্ৰয়াণৰ পাচত বৰপেটা থানৰ অধিকাৰৰ পদ লৈ আমাৰ মাজত বিবাদৰ সৃষ্টি হব বুলি ভাবি সকলো আশঙ্কাৰ মূল উভাৰি থৈ গল।” এই বুলি শ্ৰীমাধৱদেৱৰ দূৰদৰ্শিতাৰ প্ৰশংসা কৰিলে।

ঠাকুৰ আতাই শ্ৰীমন্ত শঙ্কৰদেৱৰ কীৰ্ত্তনত শ্ৰীমাধৱদেৱৰ বাক্য ৰাখি পোনপ্ৰথমে সভক্তিৰে গুৰু-কৰ আগবঢ়ালে। তাৰ পাচত অইন সাধু-মহন্ত, শিষ্য-ভকত সকলোৱে তেওঁৰ পথ অনুসৰণ কৰিলে।

বুঢ়াআতাই ভেলাথানৰ পৰা অহাৰে পৰা গুৰু-বাইক মতে নিজ ঘৰত (বৰ্ত্তমান ই 'নহাটী'ৰ অন্তৰ্গত) নাথাকি গুৰু-ভিঠিৰ (বৰ্ত্তমান বৰপেটা সত্ৰৰ মঠ থকা ঠাইৰ) ওচৰত থাকিবলৈ ললে। ই 'বুঢ়া আতাৰ ভিঠি' নামে প্ৰখ্যাত। যিহক, তাকে দেখি বোলাইৰ মাতৃয়ে সুধিলত তেওঁ সকলোবোৰ কথা বিবৰি ক'লে। ইয়াৰ পাচৰ পৰা তেওঁ ঘৰুৱা মায়া-মমতা পৰিহাৰ কৰি একান্ত মনে ধৰ্ম্ম-প্ৰচাৰ কাৰ্য্যত আত্ম-নিয়োগ কৰিলে। সিমানতে তেওঁৰ গৃহস্থী-জীৱনৰ সামৰণি পৰিল।

**কীৰ্ত্তনঘৰ পুনৰ নিৰ্ম্মাণ**—বুঢ়াআতাই ভেলাথানৰ পৰা এটা নতুন প্ৰেৰণা লৈ আহিল। গুৰুৰ আশীৰ্ব্বাদত কীৰ্ত্তনঘৰ হৈ উঠিব বুলি তেওঁৰ দৃঢ় বিশ্বাস হল। ইয়াৰ কাৰণে তেওঁ ৰাইজ আৰু ভকতসকলৰ সহায়-সহযোগ বিচৰাত সকলোৱে সাধ্য অনুসৰি খুটা, বাঁহ, কৰা, কামী, তমাল, বেত, খেৰ, ইকৰা আদি বিবিধ আহিলা পাতিৰে যোগান ধৰিলে। তদুপৰি স্থানীয় কৰ্ম্মীদল এটিৰ কঠোৰ পৰিশ্ৰম, প্ৰবল উদ্যম আৰু অক্লান্ত চেষ্টাৰ গুণত বঙিয়াল-গৃহৰ ভেটিত নতুনকৈ এটি বিতোপন কীৰ্ত্তনঘৰ তৈয়াৰ হৈ উঠিল।

**নতুন পৰিবেশৰ সৃষ্টি**—বুঢ়াআতাৰ মনোৰথ পূৰ্ণ হল। সত্ৰ পৰিচালনা কাৰ্য্য আকৰ্ষণীয় হৈ উঠিল। দুজনা গুৰুৰ দিনত তিনি প্ৰসঙ্গৰ প্ৰচলন আছিল। এই প্ৰসঙ্গসমূহক যথাক্ৰমে পুৱাৰ প্ৰসঙ্গ, আবেলিৰ প্ৰসঙ্গ আৰু ৰাতিৰ প্ৰসঙ্গ বোলা হৈছিল। দুজনা গুৰুৰ দিনত থানৰ বাতৰি সোধা বাক্যাৱলীৰ মাজত বিচাৰিলে ইয়াৰ সত্যতা পোৱা যায়। বুঢ়াআতাই এই তিনি প্ৰসঙ্গৰ শাখা বিভাগ কৰি চৈধ্য প্ৰসঙ্গৰ বিধান কৰে। সেইবোৰৰ ক্ৰম আৰু কোনটো মূল প্ৰসঙ্গৰ ভিতৰত কি কি বিষয়ক স্থান দিয়া হল তাক তলত দিয়া হল।

১। পুৱাৰ প্ৰসঙ্গ—ইয়াৰ অন্তৰ্ভুক্ত বিষয় :—
(ক) পুৱাৰ গীত (খ) পুৱাৰ ভটিমা (গ) প্ৰসঙ্গ
(ঘ) ভাগৱত আৰু (ঙ) পাঠ।

২। আবেলিৰ প্ৰসঙ্গ—ইয়াৰ অন্তৰ্ভুক্ত বিষয় :—
(ক) পাঠ (খ) প্ৰসঙ্গ আৰু (গ) ভাগৱত।

৩। ৰাতিৰ প্ৰসঙ্গ—ইয়াৰ অন্তৰ্ভুক্ত বিষয় :—
(ক) গুণমালা (খ) লীলামালা (গ) ভটিমা (ঘ) বৰগীত
( সেৱাৰ কীৰ্ত্তন ) (ঙ) প্ৰসঙ্গ আৰু (চ) পাঠ।

বুঢ়া আতাই নতুনকৈ ৰূপ দিয়া চৈধ্য-প্ৰসঙ্গ কাৰ্য্যকৰী কৰিবলৈ আৰু লগতে জনতাৰ মন আকৰ্ষণ কৰিবলৈ বৰকৈ চিন্তা কৰিবলগীয়া হৈছিল। এই কামত বিশেষকৈ সঙ্গীতকলা বিষয়ক জ্ঞান থকা

অথবা ধাপ বা সামান্য যোগ্যতা থকা লোকৰ নিতান্ত প্ৰয়োজন হৈছিল। এই বিষয়ত বিশেষ পাৰদৰ্শিতা থকা লোক কেইগৰাকীমান দুজনা গুৰুৰ লগত উজনিৰপৰা আহিছিল; কিন্তু সত্ৰৰ অভাৱ পূৰণৰ বাবে সেয়ে যথেষ্ট হোৱা নাছিল। বুঢ়াআতাৰ এই অভিলাস পূৰণ হবলৈ সৰহ দিন নালাগিল, কিছুমান দিনৰ ভিতৰতে সকলো অভাৱ দূৰ হল। বুঢ়াআতাই এই কথা ভাবি থাকোঁতে এদিন বাৰিষা ধোপৰগুৰি সত্ৰৰ বাসুদেৱ নামৰ লৰা এজন সেই সত্ৰৰে মহন্ত লক্ষ্মীকান্ত আতৈৰ লগত বৰপেটালৈ আহে। এই দেৱোপম শিশুটিৰ সুকোমল কণ্ঠৰ বৰগীত আৰু ভটিমা শুনি বুঢ়াআতা পৰম পৰিতৃপ্ত হয় আৰু আতৈৰ সন্মতিক্ৰমে এওঁক বৰপেটা সত্ৰত ৰাখি থয়। এৱেঁ বিখ্যাত বাসুদেৱ পাঠক আতৈ। বৰপেটা সত্ৰৰ পাঠক সকল এওঁৰে বংশধৰ। বুঢ়াআতাই এবেলি নাৱেৰে সৰ্থেবাৰীৰ ওচৰত থকা গোমূৰা সত্ৰলৈ যাওঁতে বাটতে বেলবাৰী গাওঁত কাজলামাজী নামৰ ডেকা-লোক এজনে মধুৰ কণ্ঠস্বৰেৰে গীত গাই গাই ধান কাটি আছিল। (কোনো কোনোৰ মতে এটি আঙুলিৰ ওপৰত ভৰ দি উৰিপাক দি খোল বজাই আছিল)। আতাই তেওঁক দেখি বিমুগ্ধ হল। এই সঙ্গীত প্ৰিয়, সুকণ্ঠী আৰু ধৰ্ম্মপ্ৰাণ লোকজনে বুঢ়া আতাৰ অনুৰোধ ক্ৰমে বৰপেটালৈ আহে আৰু ইয়াত স্থায়ী ভাবে থাকিবলৈ লয়। এৱেঁ বৰপেটা সত্ৰৰ সূত্ৰধাৰ বংশৰ আদি পুৰুষ।

উপযুক্ত বয়স হলত বদলা আতাৰ দিহা-পৰামৰ্শমতে বুঢ়াআতাই বাসুদেৱ পাঠক আতৈ আৰু কাজলা মাজীক বিয়া কৰাই দিয়ে। গন্ধৰ্ব্ব বিদ্যাত সুনিপুণ হৈ উঠা এই দুয়োজন সাধু পুৰুষে সাত্ত্বিক ভাবে সংসাৰ-ধৰ্ম্ম পালন কৰি সত্ৰৰ সেৱা কাৰ্য্যত আত্মনিয়োগ কৰে। তেওঁলোকৰ বংশধৰসকলে আজিও সেই সেই কামকে কৰি আছে।

এইদৰে বৰপেটা সত্ৰত একত্ৰিত হোৱা লোকসকলক সঙ্গীত কলা বিশাৰদ বুঢ়াআতাই হাতে কামে শিকাই-বুজাই একো একোজন গুণিন লোক কৰি তুলিলে। তেতিয়া সত্ৰ পৰিচালনাৰ কাম অনেক পৰিমাণে উজু হল। সত্ৰীয়া পাঠ-প্ৰসঙ্গ, গীত-মাত, বাদ্য-নৃত্য, নাট-

ভাওনা আদি সকলো কাম চম্ভালিব পৰা হৈ উঠিল। যোগ্যতাৰ সমাদৰ কৰিব জনা বুঢ়াআতাই বৰপেটা সত্ৰৰ গায়ন-বায়ন, ভাগৱতী পাঠক, ওজা-সূত্ৰধাৰ, নাচ-নটুৱা, নাম-কীৰ্ত্তনীয়া, বিয়াহ-কীৰ্ত্তনীয়া, ঘোষা-কীৰ্ত্তনীয়া, সেৰাৰ কীৰ্ত্তনীয়া আদিৰ বিষয় বাব প্ৰশিক্ষণ প্ৰাপ্ত লোকসকলৰ মাজত বিতৰণ কৰিলে। তত্নপৰি আন যোগ্য-পাত্ৰসকলকো সত্ৰৰ মজুমদাৰ, কাকতী, গন্ধীয়া, ভৰালী আদিৰ কামত নিয়োগ কৰিলে। ইয়াৰ দ্বাৰা এফালে সত্ৰৰ সৌন্দৰ্য্য বৃদ্ধি হ'ল আৰু আনফালে সত্ৰখনি এটা নিৰ্দ্ধাৰিত, সুচিন্তিত আৰু উন্নত ধৰণৰ পদ্ধতিত সুচাৰুৰূপে পৰিচালিত হবলৈ ধৰিলে।

এই কালছোৱাত বুঢ়াআতাই সকলো প্ৰকাৰৰ আলাপআলোচনা কৰিবলৈ উপযুক্ত সঙ্গী স্বৰূপে বদলা আতাক পাইছিল। এইজনা পুৰুষে বৰপেটা সত্ৰত প্ৰায় এবছৰ কাল আছিল। তেওঁ থকা ঠাইত বৰ্ত্তমান "বদলা আতাৰ ভিঠি" সেৱাৰ স্থানস্বৰূপে জিলিকি আছে।

**নতুন বুদ্ধিৰ অৱতাৰণা**—বৰপেটা সত্ৰৰ আৰম্ভণিতে সকলোৱে ইয়াৰ নিয়ম-কানুন শ্ৰদ্ধাৰে পালন কৰিলে। কিন্তু পাচলৈ লাহে লাহে ধৰ্ম্মসম্বন্ধীয় আচাৰ নীতি পালনত শিথিলতাই দেখা দিলে। বৰপেটাৰ সৰহ ভাগ গৃহীলোকে হাঁহ-পাৰ-ছাগলী আদি পুহিবলৈ আৰম্ভ কৰিলে। দেখাদেখিকৈ মাদক-দ্ৰব্য সেৱন কৰি সদাচাৰৰ প্ৰতি আস্থা হীনতাৰ পৰিচয় দিবলৈ ধৰিলে। এনে কি সত্ৰৰ আদৰ্শ-স্বৰূপ উদাসীন ভকতসকলৰ ভিতৰতো অনাহকত কাল কটোৱা চৌপাতি, বাঘ-ভোল আদি খেলে খোপনি পুতিলে।

এইবোৰ কামে বুঢ়াআতাক বিমোৰত পেলালে। ইয়াৰ দ্বাৰা সমাজত ভৱিষ্যতলৈ বিষময় ফল দেখা দিয়াটো সুনিশ্চিত বুলি জানি তেওঁ খেদ কৰিবলৈ ধৰিলে। তেওঁ সত্ৰৰ গৌৰৱ আৰু সমাজ বান্ধনিৰ দৃঢ়তা ৰক্ষাৰ অৰ্থে এটি নতুন কৌশলৰ অৱতাৰণা কৰিলে। তেওঁৰ উদ্ভাৱিত কৌশলৰ সম্ভেদ আগধৰি বদলা আতাক জনাই থলে আৰু তাৰ সফলতাত সহায় কৰবলৈকো অনুৰোধ জনালে। সেইমতে পিচদিনা বদলা আতাক কীৰ্ত্তনঘৰৰ ভিতৰত আপোন

গাদীত আসন দি নিজে বাহিৰৰ কাথিত বহিল। এইদৰে চাৰি পাঁচ দিন পাৰ হৈ গল। ইয়াকে দেখি ৰাইজৰ মাজত চাঞ্চল্যই দেখা দিলে। তেওঁলোকে বৰপেটা সত্ৰৰ তেনেকুৱা সন্মানহানিকৰ অদ্ভুত কামৰ সবিশেষ জানিবলৈ উদগ্ৰীৱ হৈ পৰিল। এই সম্বন্ধে ৰাইজে বুঢ়াআতাত আবেদন জনালত তেওঁ কলে—"বাপসকল, আমি এনেহেন এখন গুৰুজনৰ প্ৰিয় আৰু প্ৰখ্যাত সত্ৰ পৰিচালনাৰ যোগ্য-পাত্ৰ নহওঁ; কাৰণ আমাৰ গুৰুজন বৈকুণ্ঠলৈ উঠিবৰ বেচি দিন হোৱা নাই; এই অলপ দিনৰ ভিতৰতে আপোনাসকলে দুজনা-গুৰুৰ সকলো ৰীতি-নীতি, নিয়ম-প্ৰণালী, আচাৰ-ব্যৱহাৰ পৰিহাৰ কৰি আপোন ইচ্ছামতে চলিবলৈ আৰম্ভ কৰিছে। এনে অৱস্থাত আমি গুৰুজনৰ স্থাপিত সত্ৰত ভূইৰ ছোৰ দৰে নীৰৱে চাই থাকিব নোৱাৰোঁ। তেনেকৈ থাকি সত্ৰৰ পৱিত্ৰ নামত কলঙ্ক সনাতকৈ বদলা আতাকেই আমাৰ গাদীত স্থান দি আমি বাহিৰত থকা উচিত বুলি ভাবি তেনে কৰা হৈছে।" বুঢ়াআতাৰ পৰা এনে সমিধান পাই ৰাইজৰ মন ঘূৰিল; তেওঁলোকে নিজৰ দোষৰ বাবে অনুতাপ কৰি পুনৰ গুৰুৰ প্ৰদৰ্শিত পথলৈ আগ বাঢ়িল। সকলোৱে সদাচাৰ আৰু নীতি-নিয়ম পালন কৰি ধৰ্ম্মৰ মৰ্য্যাদা গুৰুৰ সন্মান আৰু সত্ৰৰ গৌৰৱ অটুট ৰাখিবলৈ বদ্ধপৰিকৰ হল। তেওঁলোকৰ সাত্বিক জীৱনযাপনৰ প্ৰতি হোৱা আগ্ৰহে বুঢ়াআতাৰ প্ৰাণত পৰম তৃপ্তি দিলে। নিজৰ অভীষ্ট পূৰণ হোৱাত তেওঁ পুনৰ ৰাইজৰ অনুৰোধ ৰক্ষা কৰি নিজ গাদীত বহি আগৰ দৰে সত্ৰ পৰিচালনাত লাগিল।

**ধৰ্ম্ম প্ৰচাৰ**—বুঢ়াআতাই নিৰাশাৰ মাজত আশাৰ জিলিঙনি দেখিবলৈ পালে। তেওঁ গুৰু-শিষ্যৰ মাজত এটি প্ৰাণৱন্ত অৱস্থাৰ সৃষ্টি কৰিবলৈ আৰু দুজনা গুৰুৰ শিক্ষা, সাধনা আৰু আদৰ্শৰ পোহৰ জনতাৰ মাজত বিতৰণ কৰিবলৈ দৃঢ়সঙ্কল্প হল। তদুপৰি আগতে হৈ যোৱা ধৰ্ষণৰ প্ৰাণত আঘাত দিয়া অৱস্থাই যাতে মূৰ দাঙি উঠিব নোৱাৰে তাৰ বাবে সচেষ্ট হল। তেওঁ অশেষ চেষ্টা আৰু কষ্ট স্বীকাৰ কৰি লেহি-ডঙৰা, দীঘিৰ পাৰ, সথা, সুতিৰ পাৰ,

সাঙলাৰ ভাবি, চাচৰা, গাৰলা, মাণিকপুৰ, কণৰা, আলিগাওঁ, সাৰগাওঁ, গজিয়া, জত, ভিঠি, ভেৰা, লুৰফুইৰা, দহদণ্ডী, খুতুৰা থাৱা বৰি, ডলা প্ৰভৃতি চৌবিশখন গাৱঁত নিজে বন্তি জ্বলাই ধৰ্ম্ম-প্ৰচাৰ কৰিলে। লগতে সেই সেই থানত একোজনকৈ মেধি পাতিলে। চাৰিওফালে হৰিনামৰ সুমধুৰ আৰু পৱিত্ৰ ধ্বনিয়ে দিনে নিশাই প্ৰতিধ্বনিত হৈ উঠিবলৈ ধৰিলে। ম্লান পৰি থকা ডাক পুৰুষৰ পৱিত্ৰ ভূমি লেহি-ডঙৰা গাৱঁত আকৌ ধৰ্ম্মৰ বন্তি জ্বলি উঠিল। কালক্ৰমত মেধিসকল একশৰণ হৰিনাম ধৰ্ম্মৰ একো একোজন মুখ্য প্ৰচাৰক হৈ পৰিল আৰু তেওঁলোকে দুজনা গুৰুৰ মহান বাণী গাৱঁলীয়া হোজা অনাখৰী ৰাইজৰ মাজত প্ৰচাৰ কৰিলে। এইবোৰ কামে তেওঁ যে এজনা অতি সুদক্ষ গঠনমূলক কৰ্ম্মী আছিল তাৰ ইঙ্গিত দিয়ে।

**বীৰনাৰায়ণ ৰজাৰ সত্ৰ দৰ্শন**—বুঢ়াআতাই সত্ৰাধিকাৰৰ পদ পোৱাৰ পাচতো গুৰু-প্ৰদত্ত বৰপেটা সত্ৰৰ দাসালি কাম পৰিত্যাগ কৰা নাছিল। এবেলি মহাৰাজ নৰনাৰায়ণৰ নাতি মহাৰাজ বীৰনাৰায়ণে ( এওঁৰ ৰাজত্ব কাল ১৫৪৯ শকৰ পৰা ১৫৫৪ শকলৈ ) হাজোলৈ আহোঁতে বৰপেটা সত্ৰ দৰ্শনৰ অৰ্থে ইয়াত চাপে। এওঁ প্ৰথম দিনা ৰাতিপুৱা কীৰ্ত্তনঘৰ চাবলৈ আহি বুঢ়া আতাক চোতাল সাৰি থকা অৱস্থাত দেখা পায়। কিন্তু তেওঁ চিনি নোপোৱা বাবে সত্ৰৰ মালিক কোন আৰু তেওঁক কেতিয়া, ক'ত দেখা পোৱা যাব বুলি তেওঁকেই সোধে। আতাই কলে—"মহাৰাজে অলপ অপেক্ষা কৰিলেই তেওঁক এই কীৰ্ত্তন ঘৰতেই দেখা পাব পাৰিব।" এই বুলি কৈ খটখটীৰ ঘাটত স্নান কৰি আহিল ; আৰু অলপ পাচতে সাজপাৰ লৈ মণিকূটেদি কীৰ্ত্তনঘৰ সোমাই আপোন গাদীত বহিল। তাকে দেখি ৰজাই বিস্ময় মানি আতাক "সুধিলে—"বাপ, অলপ সময় আগতে আপোনাকেই হাতত বাঢ়নী লৈ বাহিৰত চোতাল সাৰি থকা যেন দেখিছিলোঁ ; এতিয়া বুজিলোঁ, আপুনিয়েই এই সত্ৰৰ মালিক। আপোনাৰ দৰে সম্মানিত পুৰুষ এজনৰ

পক্ষে সত্ৰৰ সৰা-মচা কামটো কৰা শোভনীয় নহয়। যদি মানুহৰ নাটনি, তেন্তে মই সেই অভাৱ পূৰণৰ ভাৰ লব পাৰোঁ।” বুঢ়াআতাই ৰজাৰ কথাত আপত্তি জনাই কলে—“মহাৰাজে কৰা অনুমান সঁচা; কিন্তু সেই বিষয়ে চিন্তা কৰাৰ প্ৰয়োজন নাই; এইখিনি সেৱাৰ কাম আমি গুৰুজনৰ দিনৰে পৰা কৰি অহা হৈছে। যদি মহাৰাজ আমাৰ প্ৰতি সদয় হৈছে, তেন্তে ভকতসকলে যাতে নিৰ্ভয়ে গল দাঙি মুখভৰি হৰিনাম লব পাৰে আৰু হাত দাঙি প্ৰাণ খুলি আনন্দমনে চাপৰি বজাবলৈ পায়, তাৰ সুব্যৱস্থা কৰিলেই যথেষ্ট হব। কিয়নো আজি পৰ্য্যন্ত আমি মুকলিমূৰীয়া ভাৱে এইখিনি সুপৱিত্ৰ কাম কৰিবলৈকো সাহ পোৱা নাই; ৰজাঘৰত অপৰাধী হোৱাৰ ভয়ত সৰ্ব্বদাই অন্তৰত এটি শঙ্কাৰ ভাৱ লৈহে তাক কৰিবলগা হৈছে।” বুঢ়াআতাৰ এই সত্য, সৰল, স্বাৰ্থহীন, ন্যায়সঙ্গত আৰু যুক্তিযুক্ত অনুৰোধ শুনি ৰজা পৰম সন্তোষিত হল। লগতে তাক ৰক্ষা কৰা যাব বুলি আশ্বাস-বাণী শুনাই সেই বিষয়ে নিশ্চিন্ত থাকিবলৈ অভয় দানো দিলে। তেতিয়া অতিথি পৰায়ণ বুঢ়াআতাই ৰজাক ভোজন কৰাবৰ মনেৰে নিমন্ত্ৰণ জনালত তেওঁ সন্মতি দিলে। সু-ৰান্ধনি আতাই মাটিমাহৰ লগত কোমোৰাৰ টুকুৰা মিহলাই পোনতে খাৰেদি সিজালে আৰু তাৰ পাচত তাত মচলা স্বৰূপে অলপ আদা আৰু তেজপাত দি আঞ্জা নমালে। যথা সময়ত সেই ব্যঞ্জনেৰে ভোজন কৰি ৰজা পৰিতৃপ্ত হল। ভোজনৰ অন্তত ৰজাই আঞ্জাৰ কথা সুধিলত আতাই হাঁহি মাৰি কলে—“মহাৰাজ, সেয়া মাটিমাহৰ লগত কোমোৰা মিহলাই ৰন্ধা আঞ্জা।” সেই আঞ্জা জিভাত লগাত ৰজাই আতাক কৈ এতোম মাটিমাহ আৰু কিছুমান কোমোৰা নাৱত ভৰালে। আৰু বিদায় বেলিকা বৰপেটা সত্ৰৰ কাৰণে ওঠৰঘৰ পাইক দি গল। বুঢ়াআতাই তেওঁলোকৰ ওপৰত ভিন ভিন কামৰ দায়িত্ব অৰ্পণ কৰাত সত্ৰ পৰিচালনাৰ কাম অনেক পৰিমাণে উজু হৈ উঠিল।

কথিত আছে যে ৰজাই উভতি গৈ হেনো লৈ যোৱা মাটিমাহ আৰু কোমোৰাৰে কোনো এগৰাকী ৰাণীক (ৰজাৰ কেৰা গৰাকীও

ৰাণী আছিল ) আঞ্জা ৰান্ধিবলৈ আদেশ দিছিল। কিন্তু ভোজনৰ সময়ত সেই আঞ্জা মুখত দি সোৱাদ নাপাই কলে—“কি ৰান্ধিলাহঁক ? বুঢ়াআতাৰ দৰে দেখোঁন জুতি লগা নহল ?” তেতিয়া ৰাণীয়ে হেনো কৈছিল—“মহাৰাজ, তেৰা ঈশ্বৰ পুৰুষ ; তেৰাৰ লগত আমাৰ ৰিজনি হব পাৰেনে ?”

**বিবাদ ভঞ্জন**—বদলা আতা বৰপেটা সত্ৰত থাকিলেও তেওঁ নিতৌ একোবাৰ জনিয়া সত্ৰলৈ গৈছিল। তাত নাৰায়ণ দাস ঠাকুৰ আতাৰ লগত গুৰু-চৰিত্ৰ আৰু পাৰমাৰ্থিক তত্ত্ব সম্বন্ধে নানা ৰকমৰ আলাপ-আলোচনা কৰিছিল। এইদৰে কিছুদিন অহা-যোৱা কৰাৰ পাচত এদিন বুঢ়াআতাই ছেগ বুজি বদলা আতাত সুধিলে—

“বাপুঘৰে * জনিয়ালৈ গৈ তাতনো নিতৌ কি বিষয় চৰ্চ্চা কৰা যায় ?” উত্তৰত বদলা আতাই কলে—“বাপ, আমি তাত কৃষ্ণকথা আৰু ফকৰা আলোচনাৰ লগতে গুৰুচৰিতো চৰ্চ্চা কৰা হয়।” ঠাকুৰ আতাই বিশেষকৈ শ্ৰীমন্ত শঙ্কৰদেৱৰ চৰিতবেহে বহলাই আলোচনা কৰে। বুঢ়াআতাই কেবাদিনো এই বিষয়ক প্ৰশ্ন সুধি বদলা আতাৰ পৰা একে ধৰণৰ উত্তৰকে পাই তেওঁ ঠাকুৰ আতাৰ প্ৰতি বিতশ্ৰদ্ধ হৈ এদিন কৈ উঠিল, ‘অ’ তেওঁ শ্ৰীশঙ্কৰদেৱৰ শিষ্য হোৱা বাবে আমাৰ গুৰুজনৰ নাম নুলিয়ায় ; বাৰু কেনে নাৰায়ণ দাস এবাৰ দেখা যাব।” এই বুলি কৈ বদলা আতাক লগত লৈ তেওঁ জনিয়া সত্ৰলৈ গল। তেতিয়া ঠাকুৰ আতাই পিৰালিত বহি হৰিগুণ কীৰ্ত্তন কৰি আছিল। তেওঁ বুঢ়াআতাক দেখা পোৱা মাত্ৰকে আদৰি মাতি নি কঠ এখন পাৰি দি বহিবলৈ দিলে আৰু লগতে থানৰ বাতৰিও সুধিলে। বুঢ়াআতাই বাতৰি কীৰ্ত্তন কৰি কলে। তাৰ পাচত বুঢ়াআতা জনিয়ালৈ যোৱাৰ কাৰণ সুধিলত তেওঁ কলে—“আপুনি দুজনা গুৰুৰ ভিতৰত ভায়াজিনা কৰি বাপুঘৰৰ আগত সদায় শ্ৰীশঙ্কৰদেৱৰহে গুণ-চৰিত্ৰ কীৰ্ত্তন কৰে ;

* বদলা আতাই কেউজন আতাৰ শেষত ধৰ্ম্ম ধৰা বাবে তেওঁক বৃদ্ধ আতা-আতৈ সকলে আদৰসূচক “বাপুঘৰ’ উপাধিৰে সম্বোধন কৰিছিল।

ইয়াৰ কাৰণ কি? আমি ভাবেছে বুজ লবলৈ অহা হৈছে। আজি হয় 'নাৰায়ণদাস' নাম থাকিব, নহয় তেনেই লুপ্ত হব।"

বুঢ়াআতাৰ মুখত হঠাৎ এনে অপ্ৰিয় বচন শুনি ঠাকুৰ আতায়ো খঙৰ বেগত কলে—"মোৰ গুৰুজনে দিয়া 'নাৰায়ণদাস' নাম গুচাবৰ তোমাৰ কি অধিকাৰ আছে?" ইয়াকে কৈ বুঢ়াআতাক পিৰালিৰ পৰা চোতাললৈ যাবলৈ নিৰ্দ্দেশ দিলে। বুঢ়াআতাই নীৰৱে থাকি অলপ আঁতৰি গৈ অধোবদনে ৰল। বদলা আতাই কথা-কাণ্ডৰ গঢ়গতি দেখি প্ৰমাদ গণিলে। ঠাকুৰ আতাই তেতিয়া ক্ৰোধ সম্বৰণ কৰি অন্য মনস্ক হৈ তেওঁৰ ওচৰত থকা ভকতসকলৰ আগত কিছু সময় চৰিত্ৰ কীৰ্ত্তন কৰিলে। তেতিয়ালৈকে বুঢ়াআতাই বিমৰ্ষভাবে বহি থকা দেখি ঠাকুৰ আতাৰ দয়া উপজিল। মহাপুৰুষ শ্ৰীমাধৱদেৱে নিজে সন্মান দেখুৱাই অভিষেক কৰি তিনি ৰাজ্যৰ যুৱৰাজ স্বৰূপে বৰপেটা সত্ৰৰ সত্ৰীয়া পতা মান্যৱন্ত পুৰুষ এজনাক কঠুৱা বচনেৰে মনোকষ্ট দিয়া আৰু অপদস্ত কৰা কথা স্পষ্টভাবে অনুভূত হল। তাকে জানি তেওঁ বুঢ়াআতাক পুনৰ সাদৰেৰে মাতি নি পিৰালিত আসন দি বহুৱালে আৰু নিজৰ দোষৰ বাবে সকাতৰে ক্ষমা মাগিলে। তেতিয়া বুঢ়াআতায়ো অপমান বা অভিমান সকলোকে জলাঞ্জলি দিলে। বিশেষতঃ ঠাকুৰ আতা অকল বয়োবৃদ্ধ আৰু জ্ঞান শ্ৰেষ্ঠ পুৰুষেই নহয়, তেওঁ নিজ গুৰুৰ প্ৰিয়তম সুহৃদো। এনেস্থলত তেওঁৰ লগত বাক্‌যুদ্ধ কৰাটো শোভনীয় হোৱা নাই বুলি জানি খঙৰ বেগত ওলোৱা কটুক্তিৰ কথা পাহৰি যাবলৈ ঠাকুৰ আতাৰ ওচৰত ক্ষমা বিচাৰিলে। এইদৰে খন্তেকৰ ভিতৰতে দুয়োজন আতাৰ ভিতৰত লগা বিবাদ আঁতৰি গৈ পূৰ্ব্বৰ মধুৰ প্ৰীতি ভাৱ পুনৰ স্থাপিত হল। বেলি পৰি যোৱা দেখি বুঢ়াআতাই ঠাকুৰ আতাৰ ওচৰত মেলানি মাগি বদলা আতাৰে সৈতে পুনৰ বৰপেটা থানলৈ উভতি আহিল।

**সুন্দৰীদিয়া সত্ৰৰ কাৰণে কৰা যত্ন**—মহাপুৰুষ শ্ৰীমাধৱদেৱৰ বৰপেটা সত্ৰলৈ অহাৰ কিছুমান দিনৰ পাচৰপৰা সুন্দৰীদিয়া সত্ৰৰ জ্যোতি ক্ৰমে ম্লান হৈ আহিবলৈ ধৰিলে। বুঢ়াআতা বৰপেটা সত্ৰৰ

অধিকাৰ হৈ থকা কালত সেই সত্ৰ ভাগি-ছিগি গৈ তাৰ এনে শোচনীয় অৱস্থা হল যে গুৰু-গৃহৰ ভেটি পৰ্য্যন্ত বিৰিণা বনে ঢাকি পেলালে। সেই সময়ত দৈত্যাৰি ঠাকুৰ বামুণা সত্ৰৰ অধিকাৰ আছিল। এদিনা-খন নিশা শ্ৰীমাধৱদেৱে তেওঁক সপোনত কলে—"দৈত্যাৰি, আমি সুন্দৰীৰ সুখৰ কথা পাহৰিব পৰা নাই; কিন্তু এতিয়া আমি বৰষুণত ভিজি ৰ'দত শুকাব লগা হৈছে। আমাৰ ভিঠিখণ্ড চাফ্ কৰি লৈ তাত এটি গৃহ সাজি দিয়াৰ ব্যৱস্থা কৰিবলৈ মথুৰাদাসক কবা"।

দৈত্যাৰি ঠাকুৰে পিচদিনা বৰপেটা সত্ৰলৈ আহি গুৰুৰ এই স্বপ্না-দেশৰ কথা বুঢ়াআতাক বিবৰি কলে। বুঢ়াআতাই ইয়াকে শুনি খেদ কৰি কলে—"তোমাৰ প্ৰতিহে গুৰুজনৰ স্বপ্নাদেশ হল; আমিনো তেৰাৰ দাস নহওঁনে? এই বুঢ়া দাসৰ প্ৰতি নো তেৰাৰ স্বপ্নাদেশ নহল কিয়? বাৰু গুৰুজনৰ বাক্য পালন কৰিবই লাগিব।" ইয়াকে কৈ সাদৰী মাতেৰে দৈত্যাৰি ঠাকুৰক বিদায় দিলে। কিন্তু আচৰিত কথা যে সেই দিনাই ৰাতি বুঢ়াআতাৰ প্ৰতিও গুৰুজনৰ সেই একে স্বপ্নাদেশেই হল। তেতিয়া তেওঁ সপোনতেই গুৰুজনক সুধিলে—"বাপ কৃপালু গুৰু, বিৰিণাৰ মাজত ভিঠিৰ স্থান কেনেকৈ নিৰূপণ কৰা যাব?" ইয়াৰ উত্তৰ স্বৰূপে গুৰুজনে কলে—"ভিঠিৰ চাৰিও কোণে চাৰিডালি ৰঙা খাগৰি পাবা; সেয়ে চৌহদৰ চিন।" বুঢ়াআতাই সাৰ পাই উঠি পৰম সন্তোষ পালে। তেওঁ পিচদিনা বৰপেটা সত্ৰৰ কেইজনমান ভকতক লগত লৈ সুন্দৰীদিয়া সত্ৰলৈ গল। তাত সপোনত কোৱামতে ৰঙা খাগৰি বিচাৰি পালে আৰু ভকতসকলৰ সহযোগত ঠাইখিনি চাফ্ কৰালে। বুঢ়াআতাৰ চেষ্টাৰ ফলত কেই-দিনমানৰ ভিতৰতে তাত এটি ধুনীয়া কীৰ্ত্তনঘৰ হৈ উঠিল। তেওঁ সুন্দৰীদিয়া সত্ৰলৈ বাৰ ঘৰ ভকত নি তাত নাম-প্ৰসঙ্গ আদি কৰাৰ সুবিধা কৰি দিলে। তদুপৰি বন্তি জ্বলাবলৈ তেল, চাকি, শলিতা আদিও পৰিমিত জোখাৰে দান কৰিলে।

**পত্নী বিয়োগ**—বলাই-মাতৃয়ে ৰাতিপুৱা আৰু আবেলিৰ প্ৰসঙ্গত নিতৌ যোগদান কৰিছিল। ভগৱানৰ নাম-গুণ শ্ৰৱণ-কীৰ্ত্তনেই তেওঁৰ

একমাত্ৰ কাম হৈ পৰিছিল। ‘দুপৰীয়া আজৰি সময়ত ওচৰচুবুৰীয়াৰ মহিলাসকলে তেওঁৰ ওচৰত বহি সঙ্গ আলোচনা কৰাটো এটা দৈনন্দিন কামৰ মুখ্য কৰ্ম্ম আছিল। উঠোঁতে বহোঁতে, খাওঁতে-শোওঁতে, ফুৰোঁতে-চাকোঁতে সদায় তেওঁৰ মুখত মধুৰ হৰিনাম উচ্চাৰিত হৈছিল। এইদৰে সুদীৰ্ঘ সাত্বিক-জীৱন যাপন কৰি শেষ বয়সত তেওঁ বেমাৰত পৰিল। বুঢ়াআতাই এই খবৰ পাই নিজে নোৱাৰা বাবে ওচৰচুবুৰীয়া লোকক দিহা-পৰামৰ্শ দি তেওঁলোকৰ দ্বাৰা চিকিৎসা আৰু শুশ্ৰূষা কৰালে; কিন্তু বুঢ়া শৰীৰ ক্ৰমে পৰি আহিল। এদিনাথন পত্নীয়ে প্ৰাণাধিক পতিৰ চৰণত সেৱা জনাই চিৰবিদায় মাগিলে আৰু ভগৱানৰ নাম সুমৰণ কৰি কৰি পৰম শান্তিৰে পৰলোকলৈ গমন কৰিলে।

**উদাসীন ভকত বৃদ্ধি কৰণ**—সত্ৰ পৰিচালনাৰ ক্ষেত্ৰত উদাসীন ভকতৰ আৱশ্যকতা বুঢ়াআতাই মৰ্ম্মে মৰ্ম্মে অনুভৱ কৰিছিল। সেই দেখি তেওঁৰ দিনত বৰপেটা সত্ৰৰ অৱস্থা জয়জয় ময়ময় আছিল। তেওঁৰ আন্তৰিক চেষ্টাৰ ফলত উদাসীন কেৱলীয়া ভকতৰ সংখ্যা ক্ৰমান্বয়ে * বৃদ্ধি পাই সকলোৰে চকুত চমক লগাইছিল। সত্ৰ দৰ্শনাৰ্থী লোক সকলে প্ৰত্যেকটি ভকতৰ বহাতে স্বাস্থ্যবান আৰু কৰ্ত্তব্যনিষ্ঠ ভকতেৰে ভৰি থকা দেখিবলৈ পাইছিল। তেওঁলোক শাৰীৰিক শক্তিত যেনে হৃষ্টপুষ্ট আৰু বলীষ্ঠ, আধ্যাত্মিক ক্ষেত্ৰতো তেনে বিজ্ঞ পুৰুষ আছিল। তেওঁলোকে আৰ্থিক উন্নতি আৰু সত্ৰৰ সেৱা-কাৰ্য্যৰ বাবে জীৱনৰ সকলো সুখ-সম্ভোগ আৰু মায়া-মমতা পৰিহাৰ কৰিছিল। তেওঁলোকে আদৰ্শনীয় অনুপম কাৰ্য্যৰ দ্বাৰা বৰপেটা সত্ৰৰ মহত্ত্ব, গৌৰৱ আৰু সম্মান অটুট ৰখাৰ লগতে সৌন্দৰ্য্যও বৃদ্ধি কৰিছিল। সেই সবল, উদাৰ, ত্যাগী, উদ্যমী আৰু সেৱা পৰায়ণ

* ‘বড়িয়াল-গৃহ’ পোৱাৰ সময়ত অৰ্থাৎ বুঢ়াআতাই বৰপেটা সত্ৰৰ অধিকাৰৰ পদৱী লাভ কৰাৰ পূৰ্ব্বে এই সত্ৰত কুৰিজন কি ত্ৰিশজনমানহে উদাসীন ভকত আছিল। এইকথা বুঢ়াআতাৰ উক্তিত আগতে দিয়া হৈছে।—লেখক

উদাসীন ভকতসকলে অকল বৰপেটা সত্ৰৰ কাৰণেই নহয় গুৰুসকলৰ স্থাপিত বা আজ্ঞাপৰ যি কোনো থান-সত্ৰৰ অভাৱ পূৰণৰ কাৰণে সদায় সাজু আছিল। এই কথা আগতে কৈ অহা হৈছে। কথিত আছে যে বিখ্যাত মধুপুৰ থানৰ ভকতৰ সংখ্যা সদায় এশজন আছিল আৰু কোনো কাৰণবশতঃ তাতকৈ লেখত কম হলে বুঢ়াআতাই সেই কেইজন পূৰাই দিছিল।

বৰ্ত্তমান বৰপেটা সত্ৰৰ উদাসীন কেৱলীয়া ভকতৰ সংখ্যা ইমান তাকৰীয়া যে অইন সত্ৰক সহায় কৰক ছাৰি নিজৰ সত্ৰখনৰ ডাঙৰ উৎসৱ-পৰ্ব্বাদিব কামখিনিকেই চম্ভালিবলৈ টান হৈ পৰিছে। সত্ৰৰ প্ৰসাদ-নিৰ্ম্মালি আদি বিতৰণত আগতকৈ কেবাগুণো অধিক সময়ৰ আৱশ্যকতাই ইয়াৰ প্ৰমাণ। এতিয়া আগৰদৰে উদাসীন ভকত হবলৈ আগ্ৰহ আৰু সেৱাৰ মনোভাৱ লৈ আগবাঢ়ি অহা লোক চকুত নপৰা হৈ আহিছে। এই বিষয়ে এটি আকৰ্ষণীয় আৰু কাৰ্য্যকৰী পন্থা হাতত লোৱা সম্পৰ্কে সত্ৰ পৰিচালনা সমিতি আৰু কল্যাণকামী চিন্তাশীল লোকসকলে ভাবি চোৱাৰ সময় উপস্থিত হৈছেহি।

**ন-ঘোষা উদ্ধাৰ**—বুঢ়াআতা বৰপেটা সত্ৰত অধিকাৰ হৈ থাকোঁতে শ্ৰীমন্তশঙ্কৰদেৱৰ বৰ নাতি শ্ৰীশ্ৰীপুৰুষোত্তম ঠাকুৰদেৱে জনিয়াত সত্ৰপাতি সত্ৰাধিকাৰ স্বৰূপে আছিল। এনেতে এদিনাখন হাবি পোৰা জুয়ে জনিয়া সত্ৰৰ কীৰ্ত্তনঘৰ পোৰাৰ লগতে তাত থকা শাস্ত্ৰাদিও পুৰি তেনেই নাশ কৰিলে। এই ঘটনাই ঠাকুৰদেৱক বিমোৰত পেলোৱাত তেওঁ নামঘোষা শাস্ত্ৰখনি বুঢ়াআতাৰ পৰা খুজি নিবলৈ নৰহৰি আতৈ নামৰ ভকত এজনক পঠিয়ালে। তেওঁ আহি এই কথা জনালত বুঢ়াআতাই শুনি দুখ কৰিলে; কিন্তু অতি যতনেৰে ৰখা গুৰুৰ শাস্ত্ৰখনি দিলে দুনাই পোৱা টান হবও পাৰে বুলি ভাবি 'দিব পৰা নহব' বুলি কৈ তেওঁক বিদায় দিলে। এই কথাত ঠাকুৰদেৱে অপমান বোধ কৰি ন-ঘোষা নাম দি ভক্তি-তত্ত্বমূলক পুথি এখন ৰচনা কৰিলে।

ইয়াৰ কিছুদিনৰ পাচত বৰপেটা সত্ৰৰ কীৰ্ত্তন ঘৰটো বনপোৰা

জুয়ে পোৰাত ইয়াৰো কেইবাখনো পুথি ছাইত পৰিণত হ'ল। সেইবেলি বুঢ়াআতাই ঠাকুৰদেৰলৈ কীৰ্ত্তন আৰু নামঘোষা পুথি দুখনি খুজি পঠালত তেৰোঁ তালৈ যোৱা ভকত জনক বিমুখ কৰি পঠালে। ইয়াৰ ফলত দুয়োখন সত্ৰৰ মাজত বহুদিন মনোবিবাদ চলিল। এইদৰে থকাটো শোভনীয় কাম যেন নেদেখি এদিনাখন ঠাকুৰআতাকে প্ৰমুখ্য কৰি কেবাজনো সন্ত-মহন্তই লগলাগি ইয়াক মিতাই দিলে। সেইদিনাৰে পৰা দুয়োদলব ভিতৰত মিলা-প্ৰীতি স্থাপিত হল আৰু তেওঁলোকে আগৰদৰে অহা-যোৱা খোৱা-মেলা কৰিবলৈ ধৰিলে।

এদিন বুঢ়াআতাই কেবাজনো বিশিষ্ট ভকত সমন্বিতে জনিয়া সত্ৰলৈ যাওঁতে পুৰুষোত্তম ঠাকুৰদেৱে ন-ঘোষা পুথি খনি তেওঁলোকক দেখুৱালে। সকলোৱে চাইচিতি ভাল হৈছে বুলি শলাগি আনন্দ প্ৰকাশ কৰিলে। কিন্তু বুঢ়াআতাই সকলোৰে শেষত মাত লগাই কলে—"বাপুসকল, শাস্ত্ৰখনি উত্তম হলেও ইয়াৰ দ্বাৰা সূৰ্য্যক ভগা কুলাৰে ঢাকিব খোজা যেন হৈছে।" এই উক্তিৰ তাৎপৰ্য্য ন-ঘোষা পুথিখনিৰ দ্বাৰা নামঘোষা পুথিৰ জ্যোতি কমাবলৈ চেষ্টা কৰা বুজাইছে বুলি ধৰি লৈ ঠাকুৰদেৱে লাজ পালে। সেইদেখি তেওঁ ন-ঘোষা পুথিখনি হাতত লৈ ঘৰৰ ভিতৰ সোমাল আৰু তাক জুইত জাপি দিলে। এনে কৰাত তাৰ গোন্ধ খন্তেকতে বাহিৰত বিয়পি পৰিল। বুঢ়াআতাই কথা বিষম হল বুলি বুজি পাই তৎমুহূৰ্ত্ততে ভিতৰ সোমাই গৈ জুইৰ মাজৰপৰা পুথিখনি থাপমাৰি আনি উদ্ধাৰ কৰিলে ( কোনো কোনোৱে এইকাম নাৰায়ণদাস ঠাকুৰ আতাৰ দ্বাৰা হোৱা বুলি কয় )। এনেকৈয়ে বুঢ়াআতাই পুৰণি অসমীয়া সাহিত্য ভাণ্ডাৰৰ অমূল্য সম্পদ এটি ৰক্ষা কৰি গ'ল। ১৮৪৭ শকত প্ৰকাশ পোৱা ন-ঘোষা পুথি এখন আমাৰ হাতত আছে; সম্ভৱত এয়ে প্ৰথম প্ৰকাশ।

**দিব্য-দৃষ্টিৰ চিনাকি**—এবেলি কমলাবাৰী সত্ৰৰ কৃপাময় আতৈ নামৰ ভকত এজনে থান-সেৱা কৰিবৰ মনেৰে বৰপেটা সত্ৰলৈ আহিছিল। তেওঁ পোনতে বুঢ়া আতাক দেখা কৰিলত আতাই

তেওঁক বহিবলৈ দিলে আৰু নাম-ধাম আৰু আগমনৰ উদ্দেশ্য সুধি সবিশেষ পৰিচয় ললে। লগতে পৰম্পৰে থানৰ বাতৰি সোধা মিলা কৰিলে। কৃপাময় আতৈয়ে নতুন সঙ্গী পাই ইয়াত কেইদিন-মান থাকিল। এনেতে এদিন তেওঁ বুঢ়াআতাৰ ওচৰত বহিলত আতাই ধেমালিৰ ছলেৰে কলে—“আতৈ, তোমাৰ নামটি অতি সুন্দৰ। কৃপাময় বুলিলে ভগবানকে বুজায়; কিন্তু তোমাৰ ক্ষেত্ৰত নামে-কামে মিলা নাই।” তেতিয়া আতৈয়ে ঘপৰাই কৈ উঠিল—“বাপ, মোৰ যদি ‘কৃপাময়’ নাম ৰখা ঠিক হোৱা নাই তেন্তে আপুনিও ‘মথুৰাদাস’ নাম লৈ থকা উচিত হৈছে বুলি কব নোৱাৰে। কিয়নো গুৰুজন বৰপেটা সত্ৰত থকা সময়ছোৱাত সেই নাম সাৰ্থক হৈছিল যদিও তেৰাৰ পাচত আপুনি সত্ৰাধিকাৰৰ গাদীত বহি আগতে কৰি অহা কাৰ্য্য তেনেই এৰি পেলাইছে; এনেস্থলত পূৰ্ব্বৰ নামটি লৈ থকাৰ কোনো যুক্তি নাই।” তেতিয়া বুঢ়া আতাই কলে—“আতৈ, তোমাৰ ধাৰণা সম্পূৰ্ণ ভুল; কাৰণ আমি অধিকাৰ হোৱাৰ কেই-বছৰমান পাচতে বীৰনাৰায়ণ ৰজাই এই সত্ৰলৈ আহোতে আমাক সত্ৰৰ সেৱা-কাৰ্য্য ত্যাগ কৰিবলৈ অনুৰোধ কৰিছিল; কিন্তু আমি তাত সম্মতি দিব নোৱাৰিলোঁ। সেইদেখি আজিলৈকে সেইকাম কৰি আছোঁ। তুমি আগধৰি আঁতি-গুৰি নোলোৱা বাবেহে তেনেকৈ ভুল মন্তব্য কৰিব পাৰিছা।” কৃপাময় আতৈয়ে লাজ পাইও পুনৰ সুধিলে—“বাপ, মোৰ কৃপাময় নামটো ঠিক নোহোৱা বুলি আপুনি কেনেকৈ জানিলে কবনে?” তেতিয়া বুঢ়া আতাই কলে—“আতৈ, তোমাৰ কাষলৈ যোৱা অতিথি বা মগনীয়াৰ প্ৰতি তুমি কেনে ব্যৱহাৰ কৰা? তেওঁলোকক টান কথা কৈ নানা দুৰ্ব্যৱহাৰৰ দ্বাৰা খেদি নিদিয়ানে? তেওঁলোকে তোমাৰ ব্যৱহাৰত হা-হুমুনিয়া কাঢ়ি আৰু কেতিয়াবা চকুলো টুকি বিমৰ্ষ বদনেৰে গুচি নাযায় নে?” আতাই কোনোদিনে নেদেখাকৈ বা কাৰোমুখে নুশুনাকৈয়ে তেওঁৰ গাত হুবহু ফলিওৱা এনে অদ্ভুত ধৰণৰ উত্তৰ দিয়া শুনি তেওঁ বিস্ময় মানিলে। লগতে তেওঁ এজনা দিব্য-দৃষ্টিসম্পন্ন পুৰুষ বুলি বিশ্বাস কৰিলে।

সেইদেখি তেওঁ ভতালিকে সকলো অপৰাধৰ বাবে ক্ষমা বিচাৰি কৰযোৰে প্ৰাৰ্থনা জনালে। বুঢ়াআতাই তেতিয়া তেওঁক মধুৰ বচনেৰে সান্ত্বনা দিলে আৰু ধেমালি কৰোতে ওলাই পৰা কথাষাৰি পাহৰি যাবলৈ অনুৰোধ কৰিলে।

**নৰিয়া পাটীত**—বুঢ়াআতাই জীৱনৰ শেষ ছোৱাত বেমাৰত পৰিল। তেতিয়া ভকত সকলে পাৰ্য্যমানে সেৱা-শুশ্ৰূষা কৰিলে। শৰীৰ অলপ ভাল পালেও শাৰীৰিক শক্তি ক্ৰমে হীন হৈ আহিবলৈ ধৰিলে। ইয়াকে দেখি এদিনাখন ভকতসকলে প্ৰাৰ্থনা জনাই সুধিলে—"বাপ, আপুনি কাক কি বাক্য বোলা যাব?" বুঢ়াআতাই প্ৰশ্নৰ উদ্দেশ্য আৰু ভাৱ বুজি পাই কলে—"বাপসকল, আমিনো কাক কি বাক্য বোলা যাব! আমাৰ গুৰুজনে ষাঠি-সত্তৰজন সমূহত ধৰ্ম্ম-বস্তু থৈ ভেলাথানত বৈকুণ্ঠলৈ উঠিছে। আমাৰ ভাগ্যতো সেয়ে হল; সত্ৰীয়াৰ যোগ্য-পাত্ৰ চকুত নপৰিল; গতিকে আমিও সমূহ ভকতৰ মাজত ধৰ্ম্ম-বস্তু থোৱা হল। আমাৰ পাচত যাক যোগ্য পাত্ৰ যেন দেখা যায়, তেওঁকেই সত্ৰীয়া পাতি সত্ৰৰ কাৰ্য্য চলাই থকা যাব। আৰু এটি কথা, আমাৰ হাতত এই দহটি ৰূপ টকা আছে; তাকো আপোনাসকলক শোধাই দিয়া হল।" এই বুলি টকা কেইটি আগ বঢ়ালে।

বুঢ়াআতাই ভৱিষ্যতলৈ অধিকাৰ নিৰ্ব্বাচনৰ ভাৰ জনতাৰ ওপৰত অৰ্পণ কৰাত ভকতসকলে সন্তোষ প্ৰকাশ কৰিলে। কিন্তু তেওঁৰ হাতত মুঠে দহটিহে টকা থকা বুলি জানিবলৈ পাই বিশ্বাস কৰিবলৈ টান পালে। এনেতে কোনো এজন ভকতে হঠাৎকাৰে কৈ পেলালে—"বাপ, আপুনি ইমান বছৰে সত্ৰাধিকাৰ হৈ থাকি আমালৈ মাত্ৰ এই দহটিহে টকা ৰাখিলেনে?" এই কথা শুনি বুঢ়াআতাই মৰ্ম্মান্তিক বেজাৰ পালে। জীৱনৰ যথা সৰ্ব্বস্ব ত্যাগ কৰি আজীৱন সত্ৰ সমূহৰ উন্নয়ন মূলক কামত লিপ্ত থাকি তাৰ বিনিময়ত জীৱনৰ সন্ধিয়া পৰত এনে অবাঞ্ছিত আৰু সন্দেহজনক উক্তি শুনিব লগা হব বুলি তেওঁ সপোনতো ভাবিব পৰা নাছিল। কিন্তু নিয়তিৰ পৰিহাসত

সেয়ে সম্ভৱ হৈ উঠিল। সেইবাবে বাকসিদ্ধ পুৰুষ বুঢ়া আতাই আক্ষেপ কৰি বিমৰ্ষ বদনে অতি কৰুণ সুৰত কলে—"আমাৰ বলাই পুত্ৰ আছে নে যে তালৈ ধন সাঁচি থৈ যোৱা হব? আপোনাসকলে আজি পৰ্য্যন্ত আমাক বিশ্বাসৰ পাত্ৰ বুলি ভাবিব পৰা নহল; গতিকে আমাৰ পাচত আপোনাসৱৰ মাজতো কোনেও কাকো বিশ্বাস কৰিব নোৱাৰিব; আৰু দুটিৰো এটি কথা নহব।"

সঁচাকৈয়ে ৰজা-প্ৰজা বা গুৰু-শিষ্যৰ ভিতৰত পৰস্পৰৰ বিশ্বাস আৰু সম্ভাৱৰ অভাৱ ঘটিলে অমঙ্গলে দেখা দিয়ে; ই তেনেই স্বাভাৱিক।

**চিৰশান্তি লাভ**—বুঢ়াআতাৰ শৰীৰ লাহে লাহে দুৰ্ব্বল হৈ আহিল। তেওঁৰ তেনে অৱস্থা দেখি গোৱৰ্দ্ধন আতৈ, মধাই আতৈ, পৰমানন্দ আতৈ, নৰোত্তম আতৈ প্ৰভৃতি কেবাজনো ভকতে দিনে নিশাই শুশ্ৰূষা কৰিলে। কিন্তু শৰীৰৰ অৱস্থাই ক্ৰমে বেয়াৰ ফাললৈহে ঢাল ললে; আৰোগ্য লাভ অসম্ভৱ হল। অন্তিম কালৰ ইঙ্গিত পাই বুঢ়াআতাই সুস্থিৰ ভাৱে ভকতসকলৰপৰা বিদায় মাগি একমাত্ৰ ভগৱন্তৰ চৰণত মন-প্ৰাণ সপি দি অনৰ্গল নাম-বস্তু সুমৰণত লাগিল। তেওঁ ১৫৬৩ শঁকৰ আহিন মাহৰ কৃষ্ণা চতুৰ্থী তিথিত পৰম শান্তিৰে মানৱী-কায়া সলাই বৈকুণ্ঠধামলৈ গমন কৰিলে। ভকতসকলে উচ্চস্বৰে হৰিধ্বনি কৰি তেওঁৰ মৃত-দেহ মকথাৰ ঘাটলৈ (বৰ্ত্তমান খটখটী পুখুৰীৰ পূব পাৰ) লৈ গল। চাওঁতে চাওঁতে চিতাৰ আকাশলঙ্ঘী লেলিহান অগ্নিৰ মাজত বুঢ়াআতাৰ পৱিত্ৰ দেহ বিলীন হৈ পৰিল। জনতাৰ মন বিষাদৰ ক'লা ডাৱৰে আৱৰি পেলালে।

**দীৰ্ঘজীৱী বুঢ়াআতা**—বুঢ়াআতা শাৰীৰিক শক্তি আৰু মানসিক বলত অদ্বিতীয় পুৰুষ আছিল। ইয়াৰ মূল কাৰণ নিয়মিত পৰিশ্ৰম, পৰিমিত ভোজন আৰু পৰিমেয় শয়ন। তাৰ লগতে নিৰ্ম্মল চৰিত্ৰ, সংযম আৰু সাত্বিক জীৱন যাপনৰ কথাও সংযোজিত আছিল। সেয়েহে তেওঁ সুদীৰ্ঘ ১৫১ বছৰ কাল জীয়াই থাকিবলৈ সমৰ্থবান

হৈছিল। কথিত আছে যে—বুঢ়াআতাৰ জীৱনৰ শেষ ছোৱাত গোটেই গাৰ নোমবোৰ পকি বগা হৈছিল। চেলাউৰিৰ শুকুলা দীঘল নোমবোৰ সুন্দৰ চকুজুৰিৰ ওপৰেদি ওলমি পৰিছিল। সেই দেখি আনৰ লগত কথা পাতোঁতে সেইবোৰ এহাতেৰে দাঙি ধৰিহে কথা হব পাৰিছিল। বিশেষকৈ আৰু এটি মন কৰিব লগীয়া কথা এই যে তেওঁ কেউজনা আতাই উঠাৰ পাচতহে বৈকুণ্ঠগামী হৈছিল। মহাপুৰুষ শ্ৰীমাধৱদেৱৰ মহাপ্ৰয়াণৰ পাচতো ৪৪ বছৰ কাল তেওঁ বৰপেটা সত্ৰত অধিকাৰ হৈ আছিল।

**সত্ৰসমূহৰ উন্নতি সাধন**—সুন্দৰীদিয়া সত্ৰ উন্নয়নৰ অৰ্থে বুঢ়া-আতাই কৰা যত্নৰ কথা আগতে কৈ অহা হৈছে। অকল সেইখন সত্ৰৰেই নহয়, ছজনা গুৰু চলাৰ পাচত প্ৰায় সকলোবোৰ থান-সত্ৰৰ প্ৰতি স্থানীয় ৰাইজ আওকণীয়া হৈ পৰে। তেওঁলোকৰ কৰ্ত্তব্য আৰু দায়িত্বৰ শিথিলতাই সত্ৰবোৰৰ বন্তিগছো নুমাব লগা অৱস্থাৰ সৃষ্টি কৰে। বুঢ়াআতাই এইবোৰ কথা শুনি শুনি অতিশয় মৰ্ম্মাহত হয়। অৱশেষত তেওঁ গুৰুৰ স্বপ্নাদেশ মতে পাটবাউসী, কুমাৰকুছি, বাৰাদি আৰু গণককুছি সত্ৰলৈ গৈ সেই সত্ৰসমূহৰ মলিন হৈ থকা ঘৰ-চোতাল-বোৰ চিকণাই লৈ বন্তি জ্বলাই তাক নতুনমুৱা কৰি তোলে। তেতিয়া-ৰেপৰা সত্ৰসমূহ আকৌ ঠন ধৰি উঠে আৰু তাত নিয়মিত ভাবে নাম-প্ৰসঙ্গ আদি হবলৈ ধৰে।

**বুঢ়াআতাৰ প্ৰধান কাৰ্য্যাৱলী**—বুঢ়াআতাই জন-কল্যাণকৰ কেবাটিও উল্লেখযোগ্য কামৰ পাতনি পাতি থৈ যায়। তলত সেই-বোৰৰ চমু আভাস দিয়া হল।

**(১) বিশুদ্ধ ধৰ্ম্মপ্ৰচাৰিণী সভা স্থাপন।**

বিচাৰ আৰু ধৰ্ম্ম সম্বন্ধীয় বিষয়ৰ আলোচনা কৰা এই সভাৰ মুখ্য কাম। ৰাইজৰ দায়-দোষবোৰ এই সভাই নিৰপেক্ষ ভাবে যুক্তি আৰু বিধিসঙ্গত মতে বিচাৰ কৰিছিল। দোষীক সমুচিত দণ্ড বিহি অইনকো সেই বিষয়ে ভৱিষ্যতলৈ সতৰ্ক কৰি দিছিল। এই সভাই বিচাৰ কাৰ্য্যত সত্ৰাধিকাৰক সহায় কৰে আৰু পৰামৰ্শ আগবঢ়ায়।

এই সভাৰ কোনো নিৰ্ব্বাচিত সদস্য নাই, সত্ৰৰ লগত সম্পৰ্ক থকা যেয়ে তাত যোগদান কৰে সেয়ে সদস্যৰ স্বত্ব পায়। কিন্তু তথাপি সৰ্ব্বদায় কীৰ্ত্তন ঘৰলৈ অহা-যোৱা কৰা পুৰণি আৰু অভিজ্ঞ লোকৰ যুক্তিপৰামৰ্শ আদিকহে আগঠাই দিয়া হয় আৰু সেইবোৰ বিশেষভাবে বিবেচনা কৰা হয়।

আগেয়ে অসমৰ বিভিন্ন ঠাইৰ সত্ৰ সম্পৰ্কীয় জটিল সমস্যাবোৰৰ সমাধান ইয়াত হৈছিল। এতিয়াও মাজে-সময়ে হয়। এই সভাৰ দ্বাৰা পঞ্চায়ত বা স্থানীয় বিচাৰ বিভাগৰ কাম সম্পাদিত হৈছিল। তদুপৰি, ই একপক্ষে উচ্চতম ন্যায়ালয়ৰ স্থানো অধিকাৰ কৰিছিল। বিশেষকৈ বৰপেটা সত্ৰৰ পাঠপ্ৰসঙ্গাদিত কোনো জটিল প্ৰশ্নৰ অৱতাৰণা হলে তাক এই সভাই আলোচনা ক্ৰমে সমাধান কৰি কোনো এক স্থিৰ সিদ্ধান্তত উপনীত হৈছিল। ই সমাজ-বান্ধনি দৃঢ়তৰ কৰি ৰাখিছিল। আজি-কালিৰ চলিত কথাত ইয়াক "বৈঠকী সমূহৰ মেল" বোলা হয়।

(২) চৈধ্য প্ৰসঙ্গৰ নিবন্ধন।

চৈধ্য প্ৰসঙ্গৰ বিধান সম্বন্ধে আগতে কৈ অহা হৈছে। চৈধ্য প্ৰসঙ্গৰ লগত আমাৰ দেহৰ চৈধ্য ইন্দ্ৰিয়ৰ সামঞ্জস্য দেখুৱাই সাধু-মহন্তসকলে ইয়াৰ আধ্যাত্মিক ব্যাখ্যা কৰা শুনা যায়। বৰপেটা সত্ৰত আজিও ই অক্ষুণ্ণভাৱে পালিত হৈ আছে।

(৩) হাটী প্ৰথা প্ৰবৰ্ত্তন।

হাটী প্ৰথা বুঢ়াআতাৰ বিশিষ্ট অৱদান। ইয়াৰ দ্বাৰা বৰপেটা সত্ৰৰ মহৎ উপকাৰ সাধন হৈছে। বুঢ়াআতা সত্ৰীয়া হোৱাৰ আদি ছোৱাত বৰপেটাখন সুশৃঙ্খল ভাৱে সংগঠিত হৈ উঠা নাছিল। তেৱেঁই পোনতে ইজনৰ লগত সিজনৰ ধৰ্ম্ম, আচাৰ-ব্যৱহাৰ, চাল-চলন আৰু সম্বন্ধেৰে জড়িত কৰি একতা-সূত্ৰত আৱদ্ধ কৰি দিলে।

কেইগিৰিমান মানুহক গোট খুৱাই একো একোটা সমষ্টি গঠন কৰিলে। ইয়াৰ নাম হাটী দিলে। এনেকৈ বৰপেটা সত্ৰখনক

কেইখনমান হাটীত বিভক্ত কৰি তাত সত্ৰৰ সেৱক ভকতসকলক বহুৱালে। ই ধৰ্ম্মৰাজ্যৰ একোটি ক্ষুদ্ৰ বিভাগ। হাটীৰ যোগেদি গঠনমূলক কামবোৰ কম আয়াসতে আৰু নিখুঁত ভাৱে হবলৈ ধৰিলে। লগে লগে পৰস্পৰৰ মাজত একতা, সদ্ভাৱ আৰু প্ৰীতিৰ বান্ধোন দৃঢ় হল। সমাজৰ শৃঙ্খলা ৰক্ষাতো ই বৰকৈ সহায় কৰিলে। এই ব্যৱস্থাই আঞ্চলিক শাসন কাৰ্য্যতো বৰগুণি যোগালে।

পৰবৰ্ত্তী কালত হাটীৰ মাজত ঘটা সৰু-সুৰা দায়-জগৰবোৰ স্থানীয় ৰাইজেই বিচাৰ কৰি মাৰি দিছিল। হাটীয়ে চম্ভালিব নোৱাৰা গুৰুতৰ দায়-দোষবোৰহে সত্ৰলৈ গৈছিল। তেতিয়াৰে পৰা ৰাইজে হাটীয়ে হাটীয়ে আৱশ্যকমতে ৰাজহুৱা সভাসমিতি পাতি আঞ্চলিক সুখ-দুখ, অভাৱ-অভিযোগ, আনন্দ-উৎসৱ আৰু সত্ৰৰ লগত আদান-প্ৰদান কৰিব লগা বিষয়ৰ আলোচনা কৰা, ৰাজহুৱা কামত সকলোৱে মিলা-প্ৰীতিৰে সমানে সহযোগ কৰি তাক সম্পাদন কৰা আৰু সত্ৰৰ উন্নতিকল্পে সহায় কৰিবলৈ সদায় প্ৰস্তুত থকা আদি সদ্‌গুণবোৰ অৰ্জ্জন কৰিবলৈকো সুবিধা পাই আহিছে। ইয়াৰ আগতে অকল উদাসীন ভকতসকলৰ হে হাটী আছিল।

### (৪) হাটীৰ ধনভঁৰাল প্ৰতিষ্ঠা—

বুঢ়াআতাৰ আন এটি অপূৰ্ব্ব অৱদান—হাটীৰ ধনভঁৰাল প্ৰতিষ্ঠা। সেই যুগত ইয়াৰ আৱশ্যকতা আৰু উপকাৰিতাৰ বিষয়ে পৃথিবীৰ কোনেও ভাবিব পৰা নাছিল। এই কথা অতিৰঞ্জিত নহয়; ইয়াক বুৰঞ্জীয়ে স্বীকাৰ কৰিছে। ইয়াৰ জন্মদাতা একমাত্ৰ বুঢ়াআতা; তেওঁৱেই পোনতে ইয়াক জনতাৰ দৃষ্টিগোচৰলৈ আনে।

এই ধনৰ যাতে অপব্যৱহাৰ হব নোৱাৰে, ইয়াক ধাৰলৈ নিওঁতাজনে যাতে ঋণ-পাপলৈ ভয় ৰাখি পৱিত্ৰ ভাৱে পৰিশোধ কৰিব পাৰে আৰু টকা-কড়ি আদান-প্ৰদানত যাতে বেমেজালি ঘটিব নোৱাৰে, তাৰো তেওঁৱেই সুব্যৱস্থা কৰি যায়। সেয়েহে আজিও হাটীয়ে হাটীয়ে থকা ধনভঁৰাল সজীৱ হৈ আছে আৰু তাৰ সুফল

ভোগৰ পৰা বাইজ বঞ্চিত হোৱা নাই। এই ধনভঁৰাল থকাৰ পৰা বৰপেটাৰ প্ৰত্যেক হাটীয়ে ৰাজহুৱা কামত ধন ভগন কৰিবলৈ, সত্ৰৰ সেৱা-কাৰ্য্য চলাবলৈ, হাটীৰ লোকক কম সুতত ধন ধাৰলৈ দি সহায় কৰিবলৈ, দুখী-দৰিদ্ৰক অৰ্থসাহায্যৰ দ্বাৰা কোনো বিপদৰ পৰা উদ্ধাৰ কৰিবলৈ, মূলধন নথকা লোকক ধন ধাৰলৈ দি বেহা-বেপাৰ আদিত সহায় কৰিবলৈ আৰু বিয়া-বাৰু আদি কামৰ লেঠা সহজে মাৰিবলৈ সুবিধা হৈছে। আধুনিক উন্নত যুগৰ সমবায় সমিতি আৰু বেঙ্কৰ পৰা পোৱা সুবিধাবোৰ অকল হাটীৰ ধনভঁৰালৰ পৰাই পাব পাৰি। বৰ্ত্তমান যুগৰ বেঙ্কৰ আৱশ্যকতা আৰু উপযোগিতাৰ গুণ-গান কৰি গৌৰৱ কৰা দেশসমূহে ঘূৰি বিচাৰিলে পাব, যে বুঢ়াআতাই প্ৰায় ৪০০ শ বছৰ আগেয়ে এই পদ্ধতিৰ প্ৰতিষ্ঠা কৰি যায়। তেতিয়া সম্ভৱতঃ "বেঙ্ক" শব্দটিৰেই জন্ম হোৱা নাছিল। আমাৰ দেশত সমবায় সমিতিৰ প্ৰচলন হৱৰো প্ৰায় আঢ়ৈ কুৰি বছৰহে হল। কিয়নো ইংৰাজী ১৯০৪ চনত চৰকাৰে সমবায় সমিতি পতা কাম হাতত লয়। যিহ'ক বৰপেটাৰ হাটীৰ ধন-ভঁৰাল প্ৰতিষ্ঠা কাৰ্য্যই বুঢ়াআতাৰ সমাজনীতি আৰু অৰ্থনীতিৰ অনুপম আৰু অপৰিসীম জ্ঞানৰ পৰিচয় দিয়ে।

**(৫) সত্ৰৰ বিষয়-ববীয়া লোক নিয়োগকৰণ—**

সত্ৰৰ কাম পৰিচালনাৰ অৰ্থে বিধে বিধে বিষয়-ববীয়া লোক নিয়োগ কৰা পদ্ধতি দুজনা গুৰুৰ দিনতেই প্ৰৱৰ্ত্তিত হৈছিল। কিন্তু তেতিয়া ই সিমান প্ৰণালীবদ্ধ হৈ উঠা নাছিল। দূৰদৃষ্টি আৰু উদ্ভাৱিকা শক্তি সম্পন্ন বুঢ়াআতাই গুৰু প্ৰদৰ্শিত নিয়মক নতুন ৰূপ দি সকলোৰে আকৰ্ষণীয় কৰি তোলে। তেওঁৰ উদ্ভাৱিত বিধি-বিধানসমূহ এনে সুচিন্তিত যে তাক হৰিষ মনে, ধৰ্ম্মভাৱেৰে আৰু সময়মতে পালন কৰিবলৈ সেৱক-ভকতসকল সদায় সাজু। তেতিয়াৰে পৰা সত্ৰৰ বিষয়-ববীয়া লোকসকলে সত্ৰৰ পৰা নামমাত্ৰ নিৰ্ম্মালি বা মাননী গ্ৰহণ কৰি শৃঙ্খলাবদ্ধ প্ৰণালীৰে নিতৌ সত্ৰৰ সকলো কাম

কৰি ধৰ্ম্মৰ গৌৰৱ আৰু সত্ৰৰ সুনাম ৰক্ষা কৰি আহিছে। কোনেও অৱহেলা কৰি নিজ কাম পতিত ৰখা নাই। কিন্তু এতিয়া আগৰ সা-সুবিধা নাই। জীৱিকা নিৰ্ব্বাহৰ পথ ক্ৰমে জটিল হৈ আহিছে। ইয়াৰ ফলত বৰ্ত্তমানে কোনো কোনো কাম বেতনভোগী লোকৰ দ্বাৰা সম্পাদন কৰিব লগা হৈছে। গতিকে ভৱিষ্যতলৈ অবৈতনিক ভাবে সত্ৰৰ কাম পৰিচালনা কৰাত অৰ্থনৈতিক হেচাই বিঘিনি ঘটাব পাৰে বুলি শঙ্কা হয়।

(৬) ভাগলোৱা নিয়ম প্ৰবৰ্ত্তন—

সত্ৰৰ সমূহ-ভকতৰ সংখ্যা বৃদ্ধি কৰি ইয়াৰ যাৱতীয় কাম পৰম্প-পৰৰ সহায়-সহযোগিতাৰ মাজেদি সহজে আৰু নিআঁৰিকৈ সমাধা কৰিবৰ কাৰণে বুঢ়াআতাই সত্ৰত ভাগ লোৱা নিয়ম প্ৰবৰ্ত্তন কৰে। ইয়াৰ ফলত সত্ৰৰ দায়িত্ব বহনকাৰীৰ লেখ বৃদ্ধি হোৱাৰ বাট মুকলি হয়। এই নিয়মমতে সত্ৰত নতুনকৈ সমূহ-ভকত ৰূপে গণ্য হবলৈ হলে এটি নিৰ্দ্ধাৰিত নিৰিখমতে সত্ৰত টকা-পইচা জমা দি নাম ভুক্ত কৰি লব লাগে। সত্ৰৰ ভাগলওঁতা সকলে সত্ৰৰ বিধি-বিধান মানি সত্ৰৰ সকলো কামতে সহযোগ কৰি কৰ-বৰঙণি আদি দিবলৈ বাধ্য। তাকে নকৰিলে সত্ৰৰ পৰা পাই থকা সা-সুবিধা আৰু নিৰ্ম্মালি আদিৰ পৰা বঞ্চিত হব লাগে। সত্ৰৰ ধন-ভঁৰাল কিছু পৰিমাণে টনকিয়াল কৰাটোও ইয়াৰ অন্যতম উদ্দেশ্য হব পাৰে।

(৭) বৰা নিয়োজন—

আহোম ৰজাৰ দিনত কুৰিজন কাঁৰীৰ ওপৰত থকা বিষয়াক 'বৰা' খিতাপ দিলেও ইয়াত উল্লেখ কৰা বৰা সকল সুকীয়া ধৰণৰ; এওঁলোক সত্ৰৰ বিষয়-ববীয়া লোকহে। সমাজ-নীতিবিদ বুঢ়াআতাৰ সুক্ষ্ম চিন্তাৰ ফলত বৰা নিয়োগ প্ৰথাৰ উদ্ভৱ হয়। বিশেষ পৰ্ব্বাদিত সত্ৰৰ পৰা বাপুসকলক বলন দিলে বা কিবা বস্তু নিৰ্ম্মালি স্বৰূপে উমৈহতীয়া ভাবে হাটীয়েপতিবিতৰণৰ বাবে দিলে এওঁলোকে সেইবোৰ বস্তু গোটায়। তাৰ পাচত সত্ৰৰ ভাগ থকা লোক সকলৰ

মাজত ভাগৰ সংখ্যানুযায়ী সেইবোৰ শৃঙ্খলাৰে ভগাই দিয়ে। সত্ৰৰ কাৰণে চাউল পাত তোলা বা টকা পইচা আদি সংগ্ৰহ কৰা আৰু সেইবোৰ যথাসময়ত শোধোৱা কামবোৰো বৰা সকলে কৰিব লাগে।

(৮) **ভকত লেখা নিয়ম প্ৰচলন—**

'ভকত লেখা' মানে ভকতৰ লেখ লোৱা ; এই লেখ সদায় নলৈ কেৱল দুজনা গুৰুৰ কীৰ্ত্তন মহোৎসৱৰ সময়তহে লোৱা নিয়ম কৰিলে। ইয়াৰো উদ্দেশ্য অতি মহৎ। দুজনা গুৰুৰ কীৰ্ত্তন-মহোৎসৱ উপলক্ষে সকলো সেৱক-ভকতক একত্ৰিত কৰি ঐক্যবদ্ধভাৱে সকলোকে এই কামত সহযোগ কৰিবলৈ উদগনি দিয়া আৰু গুৰু-কৰ পৱিত্ৰভাৱে শোধোৱাৰ সুযোগ দিয়া ইয়াৰ মুখ্য উদ্দেশ্য। ইয়াৰ লগতে বন্ধু বান্ধৱৰ লগত দেখা সাক্ষাতৰ সুবিধা দিয়া, সমাজৰ পৰস্পৰৰ মাজত প্ৰীতিৰ ভাৱ দৃঢ় কৰা, উৎসৱৰ আনন্দ উপভোগৰ সুযোগ দিয়া আৰু বৰপেটা সত্ৰৰ ভকতৰ সংখ্যা নিৰ্ণয় কৰাটোও ইয়াৰ অন্যতম উদ্দেশ্য। পৰবৰ্ত্তী কালত ভকতসকলৰ ইচ্ছানুযায়ী বুঢ়াআতাৰ কীৰ্ত্তনত বৰা-লেখা প্ৰথা সংযোজিত হয়। ইয়াক একপ্ৰকাৰ বৰ্ত্তমান যুগৰ পঢ়াশালিৰ ছাত্ৰ-হাজিৰা ডাকা কামৰ লগত ৰিজাব পাৰি। কীৰ্ত্তন পতাৰ আগদিনা সত্ৰৰ কাকতীয়ে কীৰ্ত্তনঘৰত বহি সত্ৰাধিকাৰৰে পৰা আৰম্ভ কৰি সত্ৰত ভাগ থকা শৰণীয়া লোকসকলৰ নাম ডাকি অৰ্থাৎ "অমুকা অহা গৈছে?" বুলি সুধি যায় আৰু উপস্থিত থকাসকলে "ৰাম অহা গৈছে" বুলি সমিধান দি যায়। নিজৰ নামটোলৈ আগ্ৰহেৰে বাট চাই থাকি যথা সময়ত ভকতীয়া মাত-বচনেৰে উত্তৰ দিয়া বিৰাট জনতাৰ এই অপূৰ্ব্ব দৃশ্য অতি মনোৰম আৰু চিত্তাকৰ্ষক।

(৯) **জনমতৰ প্ৰাধান্য প্ৰতিষ্ঠা—**

আজি-কালি পৃথিবীৰ সুসভ্য জাতিসমূহে ব্যক্তি-স্বাধীনতা ঘোষণা কৰি জনমতৰ প্ৰাধান্য স্বীকাৰ কৰি লৈছে। তেওঁলোকে এই জনমতৰ ওপৰতে নিৰ্ভৰ কৰি লোকসভা, বিধান সভাকে আদি কৰি নানা

ধৰণৰ সভা-সমিতিৰ সদস্য নিৰ্ব্বাচন কৰি নানা অনুষ্ঠান, কাৰ্য্যালয় আদিৰ দায়িত্ব আৰু গুৰুত্বপূৰ্ণ কামবোৰ পৰিচালনা কৰিব লাগিছে। কিন্তু অসমৰ পক্ষে ই নতুন কথা নহয়। দূৰদৃষ্টিসম্পন্ন বুঢ়াআতাই প্ৰায় ৪০০ বছৰৰ আগতে ব্যক্তি-স্বাধীনতা ঘোষণা কৰি জনমতৰ প্ৰাধান্য প্ৰতিষ্ঠা কৰি গৈছে।

তেওঁ যোগ্য-পাত্ৰজনৰ অভাৱ দেখি তেওঁৰ লোকান্তৰৰ পাচত সমূহ ৰাইজে বৰপেটা সত্ৰৰ অধিকাৰ এগৰাকী জনমতৰ দ্বাৰা নিৰ্ব্বাচিত কৰি লব বুলি বাইক বুলি যায়। তেতিয়াৰে পৰা বৰপেটা সত্ৰত অসমৰ অন্যান্য সত্ৰৰ দৰে জ্যেষ্ঠানুক্ৰমে সত্ৰীয়া বা অধিকাৰ নহৈ সমূহৰ মতাধিক্যৰ দ্বাৰা যোগ্যজনে এই পদৰ অধিকাৰী হৈ আহিছে।

সত্ৰীয়াসকলৰ কাৰ্য্যকালৰ কোনো নিৰ্দ্ধাৰিত পৰিমাণ নাথাকে। ৰাইজৰ বিৰাগ ভাজন নহলে কাৰ্য্যক্ষম হৈ থকা পৰ্য্যন্ত সত্ৰীয়া পদৰ কৰ্তৃত্ব ভোগ কৰিবলৈ পায়।

এইখিনিতে বিশেষকৈ মন কৰিবলগীয়া কথা এটি আছে। বৰ্ত্তমান যুগৰ শাসনতন্ত্ৰৰ আইন বা বিধি-বিধানবোৰ বিখ্যাত ৰাজনীতি-বিদ্ পুৰুষসকলে প্ৰণয়ন কৰে। আৱশ্যকমতে ই নতুন নতুন ৰূপ লৈ থাকে। এনেকুৱা সুচিন্তিত আৰু লিখিত বিধানবো সকলো সময়তে মৰ্য্যাদা ৰক্ষা নপৰে। কিন্তু বুঢ়াআতাই অকল এটি মগজুৰে উদ্ভাৱন কৰা আৰু সমাজৰ সমৰ্থন পোৱা মৌখিক বিধি-ব্যৱস্থাসমূহৰ সন্মান সমাজে আজিলৈকে অটুট ভাৱে ৰক্ষা কৰি আহিছে। দেশ আৰু সমাজৰ নানা প্ৰকাৰ বাদ-বিসম্বাদ, হাই-কাজিয়া, মেল-মোকৰ্দ্দমা বিপদ-বিঘিনি, বিপ্লৱ-বিপৰ্য্যয় আৰু উত্থান-পতনৰ মাজতো ইয়াৰ কোনো ব্যতিক্ৰম ঘটা নাই। বৰ্ত্তমান চৰকাৰে প্ৰণয়ন কৰা স্কীম মতে আৰু সত্ৰ পৰিচালনা সমিতিৰ নিৰ্দ্দেশ অনুসৰি বৰপেটা সত্ৰ পৰিচালিত হবলৈ ধৰিছে।

বুঢ়াআতা অকল পৰম ভকত বা উপযুক্ত ধৰ্ম্মপ্ৰচাৰকেই নাছিল,

এজনা বিচক্ষণ বুদ্ধিসম্পন্ন আবিষ্কাৰকো আছিল। ওপৰত উল্লেখ কৰি অহা কথাবোৰৰ পৰা তাক সহজে উপলব্ধি কৰিব পাৰি। এওঁ অইন দেশত ওপজা হলে ইমান দিনে এগৰাকী পৃথিৱী বিখ্যাত পুৰুষ বুলি পৰিগণিত হলহেঁতেন। কিন্তু অসমত জন্ম লোৱা বাবে পৃথিৱী বা ভাৰতবতো কথাই নাই, আজি নিজ ৰাজ্যৰেই অতি কম সংখ্যক লোকেহে তেওঁৰ ভু পায়।

সমাপ্ত

# শ্ৰীশ্ৰীনাৰায়ণ দাস ঠাকুৰআতা

**পৰিচয়**--মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰ সময়ত কেবাগৰাকী ক্ষণজন্মা পুৰুষে অসমত জন্মগ্ৰহণ কৰিছিল। তেওঁলোকে জীৱনৰ আদি ছোৱাত জন-সমাজৰ চকুত নপৰাকৈ আছিল। যথা সময়ত সৌভাগ্যৰ উদয় হোৱাত তেওঁলোকে উপযুক্ত গুৰু লাভ কৰে। সেই সুযোগতে তেওঁলোকৰ লেৰেলি যাব খোজা প্ৰতিভাই বিকাশৰ পথত দোপত দোপে আগবাঢ়িবলৈ ধৰে। কালক্ৰমত তেওঁলোক 'আতা', 'আতৈ' আদি সন্মানিত উপাধিৰে বিভূষিত হৈ গুৰু-ধৰ্ম্ম প্ৰচাৰত একাণ-পতীয়াকৈ আত্মনিয়োগ কৰে। পৰম ধাৰ্ম্মিক শ্ৰীশ্ৰীনাৰায়ণ দাস ঠাকুৰআতা সেই সকল মহান পুৰুষৰ ভিতৰৰেই এটি উজ্জ্বল ৰত্ন।

ঠাকুৰআতা শ্ৰীমন্ত শঙ্কৰদেৱৰ তাঁতীকুছি অঞ্চলৰ প্ৰথম আৰু প্ৰিয়তম শিষ্য আৰু মহাপুৰুষ শ্ৰীমাধৱদেৱৰ পৰম সুহৃদ আৰু বিশ্বস্ত সহকৰ্ম্মী আছিল। তেওঁ কায়িক কষ্টলৈ পিঠি দি নানা ঠাইৰ অনেক অশৰণীয়া লোকক ৩জনা গুৰুৰ ওচৰলৈ নি তেওঁলোকক শৰণীয়া হোৱাৰ সুযোগ দিছিল। তেওঁ ডেকাকালত কৃষি আৰু বাণিজ্য ক্ষেত্ৰত উন্নতি কৰিলেও ভাটী বয়সত ধৰ্ম্ম ক্ষেত্ৰতহে আত্মনিয়োগ কৰি সুখ্যাতি অৰ্জ্জন কৰিছিল। সময়ৰ সোঁতত জীৱনৰ গতিয়ে কেনেকৈ বাট সলায় এইজনা পুৰুষৰ জীৱন কালত তাক স্পষ্ট ভাবে দেখিবলৈ পোৱা যায়। তেওঁৰ ঈশ্বৰ-বিশ্বাস গুৰুভক্তি আৰু ধৰ্ম্মনিষ্ঠা অতুলনীয়। তেওঁৰ দৰে গুৰুৰ অৰ্থে নিজৰ জীৱন বিপন্ন কৰি অবৰ্ণনয় নিকাৰ ভোগ কৰিব পৰা লোক পৃথিৱীত অতি বিৰল। সেয়েহে তেওঁ শ্ৰীশঙ্কৰ দেৱৰ দ্বাৰা সুদুৰ্ল্লভ 'ধৰ্ম্মৰ খুটি' আখ্যাৰে অভিহিত হবলৈ সমৰ্থ হৈছিল। গুৰুধৰ্ম্ম পালন, প্ৰচাৰ আৰু সংৰক্ষণ তেওঁৰ জীৱনৰ মহান ব্ৰত আছিল। তেওঁ একান্ত ভকতৰ উজ্জ্বল আদৰ্শ যুগমীয়া কৰি থৈ

গৈছে। ঠাকুৰ আতাৰ অসাধাৰণ উপস্থিত বুদ্ধি, অপৰিসীম দূৰদৰ্শিতা, অনুপম ভক্তি-তত্ত্ব জ্ঞান, অদ্ভুত সামাজিক অভিজ্ঞতা আৰু অপূৰ্ব্ব দক্ষতা লোক-সমাজৰ অনুকৰণীয়। তেওঁ দেখাত যেনে শকত-আৱত আৰু দেখনিয়াৰ আছিল শাৰীৰিক শক্তিতো তেনে এগৰাকী বলৱন্ত পুৰুষ আছিল। তেওঁ সংসাৰ-ধৰ্ম্ম পালন কৰিও সংসাৰ নিৰ্লিপ্ত জীৱন যাপন কৰি সকলোকে বিস্মিত কৰি থৈ গৈছে। প্ৰকৃতপক্ষে ঠাকুৰআতাৰ আত্মবিশ্বাস, আত্মত্যাগ, কৰ্ত্তব্যনিষ্ঠা, সাংগঠনিক শক্তি আৰু প্ৰচাৰ দক্ষতাই শ্ৰীমন্তশঙ্কৰ দেৱৰ প্ৰবৰ্ত্তিত একশৰণ হৰি নাম ধৰ্ম্ম ব্যাপক আৰু বহুল প্ৰচাৰত আশাতীত ভাবে বৰঙণি যোগাই গৈছে। তেওঁৰ বিৰাট ব্যক্তিত্ব আৰু বহুমুখী প্ৰতিভাব উজ্জ্বল পোহৰে পুণ্যভূমি অসমক চিৰদিনলৈ জিলিকাই ৰাখিব।

**বংশলতা আৰু জন্ম**—কামৰূপ জিলাৰ উত্তৰ গুৱাহাটী অঞ্চলৰ মালভূই বা মালবই নামে এখন গাওঁ আছিল। এই পৱিত্ৰ ভূমিত ১৪১৭ শকৰ মাঘ মাহৰ শুক্লা একাদশী তিথিত ঠাকুৰ আতাই জন্মগ্ৰহণ কৰে। তেওঁৰ পূৰ্ব্বপুৰুষ সকলৰ আদি পুৰুষ জনৰ নাম ব্ৰহ্মা। তেওঁৰ পাচৰ পৰা পো, নাতি, পৰিনাতি আদি যি সকলৰ নাম বিচাৰি পোৱা গৈছে তেওঁলোকৰ একাদিক্ৰমে নাম হৈছে—কশ্যপ, কৰ্ণ, সূৰ্য্য, শিশিৰ, মিহিৰ, বৰাহ, নবকাসুৰ, দেউদত্ত, ভোগদত্ত, সুপাচু, সুবায়ু, সুবাহু, যশধৰ, ৰূপধৰ, সাগৰ আৰু ধৰ্ম্ম। বংশলতা মতে ধৰ্ম্ম নামৰ সপ্তদশ পুৰুষ জনাই ঠাকুৰ আতাৰ পিতৃ। তেওঁৰ মাতৃৰ নাম হৰিপ্ৰিয়া। ওপজাৰ পাঁচদিনৰ দিনা ধনকৰ নামৰ দৈৱজ্ঞৰ দ্বাৰা গণনা কৰাই পিতাকে তেওঁৰ নাম ভৱানন্দ ৰাখে। তেওঁ জীৱন কালৰ বিভিন্ন সময়ত ভিন ভিন পাৰদৰ্শিতা আৰু কৃতিত্ব দেখুৱা বাবে কেবাটিও নাম পাইছিল বুলি চৰিত পুথিৰ পৰা জনা যায়। কিন্তু জন সমাজত 'ঠাকুৰআতা' বা 'নাৰায়ণদাস ঠাকুৰআতা' নামেহে তেওঁ সুপৰিচিত।

**শিক্ষা লাভ**—সেই সময়ত শিক্ষানুষ্ঠান বৰ সেৰেঙা আছিল।

দেশত ছপাযন্ত্ৰ নথকাত পাঠ্য-পুথিবোৰ সাচি পাতত লিখি লব লাগিছিল। সাচিপাত তৈয়াৰ কৰি লওঁতে বহুদিন গৈছিল। তদুপৰি যেয়ে সেয়ে সাচি পাতত লিখিব নাজানিছিল। পুথিবোৰ দুষ্প্ৰাপ্য হোৱা বাবে একোখন পুথি বিচাৰি কেবাখনো গাওঁ চলাথ কৰিব লাগিছিল। বিদ্যামন্দিৰৰ দুৱাৰো জনসাধাৰণৰ কাৰণে মুকলি নাছিল। সেই সময়ত শিক্ষালাভ কৰিব পৰাটো এটি সৌভাগ্যৰ কথা আছিল। কিন্তু ঠাকুৰআতাই হলে সেই সুবিধাৰ পুৰ্ণ সুযোগ গ্ৰহণ কৰিবলৈ সমৰ্থ হৈছিল। পিতাকে তেওঁক গাৱঁলীয়া সংস্কৃত টোলত নাম ভৰ্ত্তি কৰি দিছিল। তেওঁৰ সৰুৰে পৰা শিক্ষাৰ প্ৰতি প্ৰবল ধাউতি আছিল। সেই অনুপাতে বুদ্ধি বৃত্তিও প্ৰখৰ থকা বাবে সহপাঠী সকলৰ ভিতৰত সদায় প্ৰথম স্থান অধিকাৰ কৰি শিক্ষকৰ প্ৰিয়ভাজন হৈছিল। তেওঁ টোলৰ শিক্ষণীয় বিষয়বোৰ অধ্যয়ন কৰি সকলো বিষয়তে পাৰদৰ্শিতা লাভ কৰিছিল। শিক্ষা কাৰ্য্যৰ দৰে খেলধেমালিতো তেওঁ সদায় আগবঢ়ুৱা আছিল আৰু তাতো সকলোকে পৰাজয় কৰি প্ৰশংসা লাভ কৰিছিল। ঠাকুৰআতাই আজৰি পৰত ঘৰুৱা কাম-বনত সহায় কৰিবলৈ সদায় সাজু আছিল। তেওঁ গৰুও ৰখিছিল। সমনীয়া গৰখীয়া লৰাবিলাকে তেওঁৰ নেতৃত্ব মানি চলিছিল। গৰখীয়া লৰাহঁতে গৰু চৰণীয়া পথাৰত কিবা কাজিয়া-পেচাল লগালে তেৱেঁ তাৰ বিচাৰ কৰি সমুচিত দণ্ড বিহিছিল। তেওঁৰ অদ্ভুত ধৰণৰ বিচাৰ-শক্তি দেখি গৰখীয়াবোৰে তেওঁক "বৰদলৈ" উপাধি দিছিল ; আৰু সেই নাম ধৰি মাতি গৌৰৱ অনুভৱ কৰিছিল।

**জীৱনৰ লটিঘটি**—ঠাকুৰআতাৰ বাল্য জীৱন পাৰ হবলৈ নৌ-পাওঁতেই পিতৃ পুৰুষে পৰলোকলৈ গতি কৰে। মাক-বাপেকে অগা-পিচাকৈ এৰা দিয়াত তেওঁ অকলশৰীয়া ভাবে থাকিবলৈ ভাল নোপোৱা হৈ আহিল। সেইবাবে জন্মস্থান ত্যাগ কৰি থুৱাকৰ আশ্ৰয় বিচাৰি ভটীয়াই আহি বৰভূঁই নামৰ গাওঁ এখন পালে। এই গাওঁখন ফুটা

বল্যা নদীৰ দাঁতিত থকা বৰতলা গাওঁৰ ওচৰত। তাতে খুৰাকক পাই থাকিবলৈ ললে। কিন্তু এফালে খুৰাকৰ তাকৰীয়া মাটি আৰু আনফালে তেওঁবো আশ্ৰিত জীৱন যাপনৰ দুখদায়ক অৱস্থা দেখি স্থানীয় ৰাইজে তেওঁক খেতি কৰিবলৈ মাটি দান কৰিলে। আতাই খেতিৰ ফচল নোপোৱালৈকে তেওঁলোকে ধান চাউলো দি সহায় কৰিলে। এইদৰে ৰাইজৰ মৰম-চেনেহ আৰু সহায়-সহানুভূতি পাই তেওঁ দুগুণ উৎসাহেৰে কৃষি কৰ্ম্মত লাগি গল। বুদ্ধিমান, বলবান আৰু কঠোৰ পৰিশ্ৰমী ঠাকুৰআতাই নানা তৰহৰ শস্য উৎপাদন কৰা দেখি খুৰাকবো উৎসাহ ক্ৰমে বাঢ়ি গ'ল। এইদৰে কেই বছৰমান পাৰ হল।

আতাৰ খুৰাকৰ নাম চৈতন্য আতৈ। আতৈৰ অৱস্থা মজলীয়া ধৰণৰ হলেও কাম-কাজ কৰিবলৈ ঘৰত দাস-দাসীৰ অভাৱ নাছিল। এবেলি আহাৰমহীয়া আহুধান কাটিবৰ হলত, তেওঁলোকে ডাঙৰ নাও এখনত বয়-বস্তু ভৰাই দাস-দাসীৰে সৈতে যাত্ৰা কৰিলে। অলপ বাট ভটীয়াই আহোতেই দুৰ্বিপাকত পৰি সেই নৈৰ 'লাহ-বিলাহ' নামৰ প্ৰবল চাকনৈয়াটোত পৰিল। চাওঁতে চাওঁতে নাওখন ডুবি বয় বস্তুৰে সৈতে প্ৰায় সকলোটি প্ৰাণী নৈৰ অটল গৰ্ভত বিলীন হৈ পৰিল। অকল চৈতন্য আতৈয়ে গোৰৰ কঙ্কি নঠাখনক আৰু ঠাকুৰ আতাই কলহ এটাক আশ্ৰয় কৰি কোনোমতে আত্মৰক্ষা কৰিলে।

তেতিয়া সাজ লাগিছে। আনৰ সহায় পাবৰ উপায় নাই। তেওঁলোকে ঈশ্বৰৰ ওচৰত জীৱন সপি দি পাৰ পাবৰ আশাৰে ভটীয়াই যাবলৈ ধৰিলে। গৰমৰ দিন হলেও ওৰে নিশা পানীত পৰি থকাত শেষ নিশালৈ তেওঁলোক ক্ৰমে অৱশ হৈ আহিবলৈ ধৰিলে। সেই সময়ৰ ভিতৰতে কেতিয়া গাৰ কানি কাপোৰে এৰা দিলে গমকে নাপালে। পুৱতি নিশা তেওঁলোকে ভটীয়াই গৈ গৈ দক্ষিণ পাৰৰ বেগধোৱা পাহাৰৰ ওচৰত থকা জিনাৰি নৈৰ ঘোলত সোমাল। তেতিয়া দুয়োজন বস্ত্ৰহীন। ৰাতিপুৱা ঘাটলৈ যোৱা হৰিজী

নামৰ মাইকী এগৰাকীয়ে তেওঁলোকক এনাভিপানীত পৰি থকা দেখি কিবা দেও-ভূত বুলি ভাবি দৌৰিব খোজোতেই আতাই মাত লগালে—"হে আই, আমি মানুহ, অইন একো নহওঁ। আমাক দেখি অকণো ভয় নকৰিব। আমাৰ বৰ বিপদ। কাৰো কৰি মাতিছোঁ; এটুকুৰা বস্ত্ৰ দান দি আমাৰ লজ্জা নিবাৰণ কৰক আৰু জীৱন দান দিয়ক।" তেনে কাতৰ কণ্ঠৰ মাত শুনি হৰিজীয়ে মুৰত লোৱা ওৰণি খনিকে দুডোখৰ কৰি দুয়োজনকে দি তেওঁ তোলিকে ঘৰৰ পৰা পুনৰ তেওঁলোকলৈ একোখন নতুন চুৰিয়া আৰু গা মচিবৰ কাৰণে 'গা-টোকা বস্ত্ৰ' আনি দিলে। তেওঁলোকে বস্ত্ৰ পৰিধান কৰি হৰিজীৰ ঘৰলৈ গল। তাত ডাঙৰকৈ জুই একুৰা ধৰি দিলত তেওঁলোকে তাক পুৱাই সুস্থিৰ হল।

এই ঠাইখনি চৈতন্য আতৈৰ চিনাকি ঠাই আছিল। তাৰে বগা ঠাকুৰীয়া (কোনো কোনোৰ মতে হৰিদাস) নামৰ লোক এজনক কেই বছৰমান আগতে চৈতন্য আতৈয়ে পঁচিশ টকা ঋণ ধাৰলৈ দিছিল। তেওঁ থলুৱা বাইজক এই কথাটো কৈ ঠাকুৰীয়াৰ ঘৰ বিচাৰি উলিয়ালে। আতৈৰ অৱস্থা দেখি ঠাকুৰীয়াৰ তেওঁলৈ পুতো জন্মিল। তেওঁ আতৈ আৰু ঠাকুৰআতাক আদৰ-সাদৰকৈ মাতি নি সোধ-পোচ কৰিলে। নিশাটো তেওঁলোকে তাতেই কটালে। ৰাতিপুৱা চৈতন্য আতৈযে ধাৰলৈ দিয়া টকাৰ সলনি দুযোৰ কাপোৰ আৰু দুটা বাটি দিলেই ঋণ পৰিশোধ হব বুলি কোৱাত ঠাকুৰীয়াই তাকে দি ঋণৰ পৰা অব্যাহতি পালে। দুপৰীয়া ভোজনৰ অন্তত তেওঁলোকে ঠাকুৰীয়াৰ সহায়ত নাৱেৰে ব্ৰহ্মপুত্ৰ নৈ পাৰ হৈ উত্তৰ পাৰ পালে। চৈতন্য আতৈয়ে ঠাকুৰীযাৰ শলাগ লৈ মেলানি মাগিলে। তাৰপৰা দুযোজনে খোজ কাঢ়ি গৈ নামা নগৰ পালে। বৰ্ত্তমান গোৱালপাৰা জিলাৰ ফুলৰা পাহাৰৰ ওচৰত থকা 'দীঘলাৰ তাৰি' বোলা গাওঁখনকে সেই সময়ত নামানগৰ বুলিছিল। দীঘলাৰ তাৰিৰ অনেক লোকে বাঘৰ উপদ্ৰৱত থাকিব নোৱাৰি বৰ্ত্তমান গোৱালপাৰা জিলাৰ বৰঘোলা, বগন, বাঙাপানী

আৰু কামৰূপ জিলাৰ ময়নবৰি গাওঁলৈ উঠি গৈ তাত নিগাজীকৈ বসতি কৰিছে।

**নামানগৰত বসতি**—নামানগৰ পাই তেওঁলোকৰ ভাল লাগিল। তাত চৈতন্য আতৈৰ এগৰাকী বায়েক আছিল। তেওঁলোকে বাট বুলি গৈ সেই ঠাই পাওঁতে গধূলি হল। সিদিনা অসুবিধা হেতু দুয়োজনে নিশা অনাহাৰ নকৰি ফল ভোজন কৰিয়েই তেওঁলোকৰ ঘৰত পৰি থাকিল। ঠাকুৰআতাই পেহীয়েকৰ মৰম-চেনেহ আৰু আদৰ সাদৰ পাই পৰম আপ্যায়িত হল। এই দৰে সুখ-সন্তোষৰ মাজেদি কিছুদিন পাৰ হৈ গল।

এদিনাখন পেহীয়েকে ওচৰ-চুবুৰীয়া তিৰোতা এজনীৰ লগত কথাপাতি আছিল। এনেতে কথা-প্ৰসঙ্গত তিৰোতা জনীয়ে আলহী দুজনৰ পৰিচয় সুধিলে। পেহীয়েকেও দকৈ ভাবি নোচোৱাকৈয়ে হঠাৎকাৰে কৈ পেলালে—"আই, তেওঁলোক নো কোন হব ? এজন ককাইৰ পো, আৰু আনজন ভাই। ইমান দিনে তেওঁলোকে আমাৰ দুৱাৰ মুখকে চিনি পোৱা নাছিল ; এতিয়া বিপদত পৰি ঘৰ বিচাৰি পাইছে। নাও বুৰা, ঘৰ পোৰা লোক সকলে আশ্ৰয় বিচাৰি আমাকেহে পায়।" ঠাকুৰআতাই আতৰৰে পৰা এই কথাষাৰ শুনিবলৈ পাই মৰ্ম্মান্তিক বেজাৰ পালে। তেওঁ তুৰন্তে গৈ এই নিদাৰুণ অপমানজনক কথাষাৰৰ খুৰাকক কলে আৰু তাত থকাতকৈ মৰাই ভাল বুলি কৈ সেই ঠাই পৰিত্যাগ কৰিবলৈ অনুৰোধ জনালে। চৈতন্য আতৈয়ে এই অভাৱনীয় সংবাদটি শুনা মাত্ৰকে বজ্ৰ পৰা যেন হল। তেওঁ একোকে নকৈ কেৱল বস্ত্ৰ-বস্তুখিনি গোটাই লৈ বায়েকৰ ওচৰ চাপিল আৰু তেওঁৰ পৰা বিদায় লৈ মলিন বদনেৰে দুয়ো বাট ললে। তেওঁলোকে নামা-নগৰৰে এমুৰীয়াকৈ থকা সদাশয় বুঢ়া লোক এজনৰ খালী হৈ থকা ঘৰ এটিকে খুজি লৈ অস্থায়ীভাবে তাতে সোমাল। ঠাকুৰ আতাই ইয়াতে এজন কুসঙ্গীৰ ফুচুলনিত পৰি কেইদিন মান কড়িৰে জুৱা

খেলত বহিছিল। কিন্তু এই গৰ্হিত কামৰ বাবে অনুতপ্ত হৈ তেওঁ নিজে খুৰাকক শাসন কৰিবলৈ বুদ্ধি শিকাই দি তাৰপৰা অব্যাহতি লভিছিল।

**বেহা-বেপাৰৰ আৰম্ভণি**—ঠাকুৰ আতাই কুসঙ্গৰ পৰিণামৰ কথা উপলব্ধি কৰাৰ লগতে জীৱিকা নিৰ্ব্বাহৰ অৰ্থে এটি স্বাধীন ব্যৱসায়ৰ আৱশ্যকতাৰ কথাও অন্তৰেৰে অনুভৱ কৰিলে। সেই দেখি তেওঁ বেহা-বেপাৰৰ আওভাও বুজিবৰ মনেৰে ওচৰৰ হাট এখনলৈ যাবলৈ ধৰিলে। এইদৰে কেইদিনমান অহা যোৱা কৰোঁতে এদিনাখন এজনী পোহাৰীৰ পোহাৰৰ ওচৰত থিয় দিলে। এনেতে পোহাৰীজনীয়ে কিবা বিশেষ জৰুৰী সকামত শীঘ্ৰে ঘৰলৈ যাব লগা হল। তেওঁ ওচৰতে থিয় হৈ থকা ঠাকুৰআতাক অনুৰোধ জনাই তাতে খন্তেক ৰখীয়া হৈ থাকিবলৈ দি ঘৰলৈ গল। পোহাৰীজনীয়ে উলটি আহোতে অলপ পলম হল। তেওঁ আহি দেখিবলৈ পালে যে ৰখীয়া-জনে পোহাৰৰ প্ৰায় সকলোবোৰ বস্তু বেচি অন্ত কৰিছে আৰু সেই-বোৰ বেচি ছ কুৰি টকা পাইছে। কেবাদিনেও বেচিব নোৱাৰা পুৰণি বস্তুবোৰো নিমিষতে বেচিব পৰা দেখি তেওঁ আতাৰ অদ্ভুত বুদ্ধিৰ শলাগ ললে আৰু তেওঁৰ সাধুতাত পৰম সন্তুষ্ট হৈ দুকুৰি টকা পুৰস্কাৰ স্বৰূপে দিলে। ঠাকুৰ আতাই এই টকা কেইটি সাদৰেৰে গ্ৰহণ কৰি ঘৰলৈ উলটিল। ভগবানৰ কৃপাত লাভ কৰা এই কেইটি টকাৰে তামোল পাণৰ বেপাৰত হাত দিবলৈ মনস্থ কৰিলে। এই কথা খুৰাকৰ আগত ব্যক্ত কৰিলত তেওঁ তাত ৰংমনে অনুমতি দিলে।

এদিনাখন ঠাকুৰ আতাই গাওঁ এখনলৈ পাণ বিচাৰি গ'ল। তেওঁ গৈ উপস্থিত হোৱা গিৰিহঁতৰ ঘৰত পাণ পাৰিবলৈ মতা মানুহ নথকা বাবে তেওঁলোকে আতাকেই পাণ পাৰি নিবলৈ অনুৰোধ জনালে। তেওঁ আৱশ্যকমতে পাণ পাৰিলে আৰু লগে লগে গিৰিহঁতৰ আপডালৰ অভাৱত তললৈ ওলমি পৰা পাণৰ আগবোৰো

ভালকৈ বান্ধি দিলে। আতাই গিৰিহঁতক পাণৰ মূল্যখিনি দি ঘৰলৈ উভতিল। তাৰ কিছু বেলিৰ পাচত ঘৰৰ মূৰী মানুহজন খেতি পথাৰৰ পৰা আহি ঘৰ পাই বাৰীত সোমাল আৰু পাণৰ আগবোৰ কোনে বান্ধি দিলে সুধিলে। তেতিয়া তেওঁৰ ঘৈণীয়েকে সকলো কথা এমুৰৰ পৰা বৰ্ণাই কলে। আতাই লোকৰ বস্তুকো নিজৰ বস্তুৰদৰে আপডাল কৰা দেখি গিৰিহঁতৰ তেওঁৰ প্ৰতি ভাল ভাব উপজিল। আৰু সেইদিনাৰে পৰা আতাৰ ঠাইত অইনতকৈ সস্তাত পাণ বিকিবলৈ ধৰিলে। এইদৰে আতাই নিজৰ বুদ্ধি, সততা আৰু পৰিশ্ৰমৰ গুণত বেহা-বেপাৰ কৰি কিছু টকা ৰাহি কৰিলে। ইয়াকে অৱলম্বন কৰি তেওঁ বাণিজ্য ক্ষেত্ৰত দোপত দোপে আগ বাঢ়িবলৈ ধৰিলে। তেওঁৰ ধৈৰ্য্য, কষ্টসহিষ্ণুতা আৰু একাগ্ৰতা দেখি থলুৱা ৰাইজে উৎসাহ-উদ্‌গনি দি সহায় সহানুভূতি দেখুৱাবলৈ ধৰিলে। কিছুদিনৰ মূৰত তেওঁ নিজাকৈ মাটি বাৰী কিনি তাত এটি ধুনীয়াকৈ ঘৰ সাজিলে।

**চৈতন্য আতৈৰ বিবাহ**—তেতিয়ালৈকে চৈতন্য আতৈৰ বিয়া হোৱা নাছিল। এই কথাৰ ভু পাই নামা নগৰৰে গোবিন্দ নামৰ লোক এজনে তেওঁক জোৱাই স্বৰূপে পাবলৈ ইচ্ছা প্ৰকাশ কৰিলে। এফালে গোবিন্দ সৰবৰহী, সৰল প্ৰকৃতিৰ ধনবান লোক আছিল, আৰু আনফালে তেওঁৰ কন্যা ৰোহিণী এগৰাকী দীপ্‌লিপ আৰু গুণৱতী ছোৱালী বুলি সকলোৱে প্ৰশংসা কৰিছিল। যথা সময়ত ৰোহিণীৰ লগত চৈতন্য আতৈৰ বিবাহ কাৰ্য্য সমাৰোহেৰে আৰু সুকলমে সমাধা হৈ গল। তাৰ পাচত তেওঁলোক নামা নগৰত কেই-বছৰমান সুখ-শান্তিৰে কটালে। কিন্তু তাতোকৈ উত্তম ঠাই ক'ত পোৱা যায় তাৰো অনুসন্ধান কৰিবলৈ ধৰিলে। এদিনাখন খবৰ পালে যে ডিঙা নগৰ নামৰ এডোখৰ বেপেৰুৱা ঠাই আছে আৰু ঠাইখনো অতি বিতোপন। আতাই খুৱাকৰ লগত আলোচনা কৰি তালৈ যাবলৈ মন মেলিলে।

**ডিঙা নগৰত বসতি**—মন কৰিলেই চন। সেইদেখি তেওঁ-লোকে নামা নগৰত ধুনীয়াকৈ বন্ধা ঘৰ-দুৱাৰৰ মোহ-মমতা পৰিহাৰ কৰি ডিঙা নগৰলৈ যাত্ৰা কৰিলে। বৰ্ত্তমান গোৱালপাৰা চহৰৰ পশ্চিমফালে থকা চান্দোৰ ডিঙা পাহাৰৰ ওচৰৰ ঠাইখিনিক সেই সময়ত "ডিঙা নগৰ" বুলিছিল। কোনো কোনোৰ মতে বৰ্ত্তমান অভয়াপুৰীৰ সাত মাইল দক্ষিণে থকা মালাগৰ নামৰ গাওঁখনহে পূৰ্ব্বৰ ডিঙা নগৰ। যিহক তেওঁলোকে অচিন ঠাইৰ নিজান বাটেদি বাটৰুৱাক সুধি সুধি গৈ ডিঙা নগৰ পালে।

তেওঁলোকে তাতো নতুনকৈ ঘৰ-দুৱাৰ সাজি কিছুদিন পৰম সুখ-শান্তিত কটালে। আৰ্থিক অৱস্থাও অনেক টনকিয়াল হল। কিন্তু দুৰ্ভাগ্যবশতঃ কেই বছৰমান পাচৰ পৰা সেই ঠাইতো থাকিব নোৱাৰা অৱস্থাই দেখা দিলে। কাৰণ সেই ঠাইৰ সৰহ ভাগ লোকেই শ্ৰীচৈতন্যদেৱৰ ধৰ্ম্মাৱলম্বী হোৱা বাবে তেওঁলোকে আতাক আৰু তেওঁৰ খুৰাকক সেই ধৰ্ম্মত দীক্ষিত কৰাবলৈ নানা প্ৰকাৰে চেষ্টা কৰিবলৈ ধৰিলে। পোনতে পাৰ্য্যমানে প্ৰলোভনৰ দ্বাৰা বশ কৰিবলৈ বিচাৰিলে, তাত কৃতকাৰ্য্য হব নোৱাৰি পাচলৈ অত্যাচাৰ-উৎপীড়ন কৰিবলৈ ধৰিলে। কিন্তু তাতো ব্যৰ্থ মনোৰথ হৈ সকলোৱে একগোট হল আৰু অৱশেষত তেওঁলোকক সকলো সা-সুবিধাৰ পৰা বঞ্চিত কৰি এঘৰীয়া কৰিলে। তেতিয়া তেওঁলোকে তাত তিষ্ঠিব নোৱাৰি বিমোৰত পৰিল। এখন গাওঁৰ লগত এটি পৰিয়ালে বিৰোধিতা কৰি চলিব পৰাটো অসম্ভৱ দেখি আতাই অশান্তিৰ হাত এৰাবলৈকে বাধ্যত পৰি চৈতন্যপন্থী হবলৈ মনস্থ কৰিলে। এই উদ্দেশ্যে এদিনাখন তেওঁ দীক্ষা গ্ৰহণ উপলক্ষে আৱশ্যকীয় সকলো উপকৰণকে কিনিবলৈ হাটলৈ গল।

**অচিন পুৰুষৰ ভৱিষ্যত বাণী**—ইফালে ঠাকুৰ আতা হাটৰ পৰা আহি ঘৰ নোপাওঁতেই এজনা অচিন পুৰুষে তেওঁক বিচাৰি আহিল। তেওঁ নওলাৰে পৰা "ভৱানন্দ ঘৰত আছে নে" বুলি

ৰিঙিয়াই মাত নগালে। কথাষাৰি গৈ খুৰীয়েকৰ কাণত পৰিলত "তেওঁ ঘৰত নাই" বুলি সমিধান দিলে। তাকে শুনি লোকজনে পুনৰ কলে—"ভৱানন্দ আহি পালে মোৰ কথা কবা।" ৰোহিণী আয়ে তেতিয়া বিনয় বচনেৰে কলে—"আপোনাক আসন দিবলৈ ঘৰত এজনো পুৰুষ লোক নাই; গতিকে বেজাৰ নাপায় যদি অনুগ্ৰহ কৰি নিজেই আসন লৈ খন্তেক তাত বহক।" ইয়াকে কৈ তেওঁ ঘৰুৱা কাম-বনত লাগিল।

এনেতে ঠাকুৰ আতা আহি পাচফালৰ দুৱাৰেদি ঘৰ সোমাই বস্তুখিনি থলে। তেওঁক ভোকাতুৰ যেন দেখি খুৰীযেকে কিবা খাবলৈ দিলে। আধামান খোৱা হৈছে মাথোন; এনেতে অপৰিচিত লোকজনে কোৱা কথাষাৰ মনত পৰাত খুৰীয়েকে আতাক সেই কথা কলে। তেৰোঁ ততাতৈয়াকৈ হাত-মুখ ধুই চ'ৰালৈ গল। তাত বহি থকা দিব্যজ্যোতিপূৰ্ণ মহান পুৰুষ এজনাক দেখি তেওঁৰ মুৰ দোঁ খাই পৰিল। তেওঁ কৰযোৰে অভ্যাগত জনাৰ পৰিচয় সুধিলে। কিন্তু তেওঁ আত্মগোপন কৰি যথাযথ উত্তৰ নিদি আওপাকে ঠাকুৰ আতাকহে প্ৰশ্ন কৰি তেওঁৰ মনৰ অভিপ্ৰায় বুজি ললে। তেওঁ বিদায় বেলিকা এই বুলি কৈ গল—"ভৱানন্দ, তোমালোকৰ দৰে মানুহে যোল্ল নাম লবলৈ ব্যগ্ৰ হব নালাগে; আৰু কেইদিনমান মাথোন কোনোমতে ধৈৰ্য্য ধৰি থাকা। উত্তমে উত্তমকহে আশ্ৰয় কৰিব লাগে। তোমালোকে অচিৰ কালতে বিশিষ্ট গুৰুৰ সন্ধেদ পাবা। আৰু অবিনাশী বিশুদ্ধ ধৰ্ম্ম গ্ৰহণৰ সুযোগো লাভ কৰিব পাৰিবা। পূব দিশে শ্ৰীমন্তশঙ্কৰদেৱ নামে এজনা মহাপুৰুষ অৱতাৰ হৈছে। তেৰাই তোমালোকৰ উপযুক্ত গুৰু হব।" ইয়াকে কৈ তেওঁ উঠিলত আতাই তেওঁক স-সন্মানে বিদায় দিলে। ঠাকুৰ আতাই এই স্বৰ্গীয় সংবাদ পাই অতিশয় আহ্লাদিত হল। তেওঁ সকলো কথা খুৰীয়েকক জনালে। তাৰ বহুত বেলিৰ পাচত সেই পুৰুষ জনাৰ সবিশেষ পৰিচয় লবলৈ আতাৰ মন গল; কিন্তু তেতিয়া তেওঁক পুনৰ বিচাৰি পোৱা নগল। অৱশেষত তেওঁ এই আশ্বাস

আৰু ভৱিষ্যত-বাণীকেই ভগবানৰ বাণী বুলি দৃঢ় বিশ্বাসেৰে বুকুত বান্ধি দীক্ষা নোলোৱাকৈ কিছুদিন কটালে। কিন্তু গাৰঁলীয়া বাইজৰ দিনকে দিনে বাঢ়ি অহা হিংসা মূলক অন্যায় আচৰণত থাকিব নোৱাৰি তেওঁলোকে ডিঙা নগৰৰো মোহ-মমতা ত্যাগ কৰিবলৈ বাধ্য হল।

**হালধীয়া গ্ৰামত বসতি**—ঠাকুৰআতাই খুৰাকক লগত লৈ ডিঙা নগৰৰ পৰা উঠা দি আহি বগৰিবাৰী পৰগণাৰ হালধীয়া গ্ৰামত* বসবাস কৰিবলৈ ললে। শান্তিপ্ৰিয় আতাই মনোমত ঠাই পাই পৰম সন্তোষ পালে। তেওঁ থিতাপি লোৱা ঠাইখিনিত পৰিপাটি আৰু ধুনীয়াকৈ কেখাটিও ঘৰ সাজিলে। মনৰ অশান্তিকৰ চিন্তা-ভাবনা আঁতৰি যোৱাত তেওঁ আকৌ দুগুণ উৎসাহেৰে বেহা-বেপাৰত মনোনিবেশ কৰিলে। আতাই বসতিৰ কাৰণে বাছি লোৱা হালধীয়া গ্ৰামখনি বৰ্ত্তমান ময়নবৰি সত্ৰৰ তিনি মাইল মান দক্ষিণ পশ্চিমফালে অৱস্থিত। ই চাউলখোৱা আৰু মানাহ নৈৰ মিলন স্থলত। প্ৰাকৃতিক মনোমৰ দৃশ্যৰে সুশোভিত আৰু বেহা-বেপাৰৰ সুচল ঠাইখণ্ড ঠাকুৰ আতাৰ পক্ষে সোণত সুৱগা যেন হল। তেওঁ বাণিজ্য কৰিবৰ মনেৰে নানা তৰহৰ বস্তু-বেহানি কিনি লৈ উজনি অসমৰ ফালে নাৱেৰে যাত্ৰা কৰিলে। পোনতে গুৱাহাটীৰ ঘাটত নাও বান্ধি তাত দুদিনমান জিৰণি ললে। তাৰ পৰা পুনৰ ব্ৰহ্মপুত্ৰেৰে উজাই গৈ গৈ বৰ্ত্তমান দৰং, নগাওঁ, সংযুক্ত মিকিৰ পাহাৰ আৰু উত্তৰ কাছাৰ জিলা এৰাই গৈ শিৱসাগৰ জিলাৰ ভিতৰ সোমাল। লাহে লাহে

* পূৰ্ব্বে হালধীয়া গ্ৰামখনি হালধীয়া বিলৰ উত্তৰ পাৰে আছিল। এতিয়া বিলৰ সামান্য চিন মাত্ৰ আছে। হালধীয়া গ্ৰামৰ নামঘৰৰ ভেটিৰ চিনো ধৰিব পাৰি। ভেটিটো দীঘলে পূবা-পশ্চিমাকৈ ১২০ হাত আৰু পুতলে উত্তৰা-দক্ষিণাকৈ ৪৫ হাতমান হব। ই ন-অসমীয়া লোক সকলৰ মাটিৰ মাজ ভাগত থাকিলেও পবিত্ৰস্থান বুলি কোনেও তাত খেতিবাতি কৰা নাই। আমি যোৱা ১৮৮০ শকত এই ঠাই নিজে চাই চিতি অহা হৈছে। —লেখক।

মাজুলী অঞ্চলৰ কলাকটা গাওঁ পালে। আতাই এই ঠাইত দুই চাৰিদিন থাকি বস্তু বিকি পোৱা ধনেৰেই আকৌ সেই ঠাইৰ মানুহে পচন্দ কৰা বস্তু কিনিলে। এই বেলি উজাই গৈ মাজুলীৰ ভিতৰত থকা 'ভাণ্ডাৰী ডুবি' বা 'ভৰালী ডুবি' নামৰ গাওঁ পালে গৈ। সকলোখিনি বস্তু এই ঠাইতে বিক্ৰী হৈ যোৱাত নাও উদং হৈ পৰিল।

**বিবাহ-বন্ধন**—ভাণ্ডাৰী ডুবিৰ লোকসকলে সদাগৰ ঠাকুৰ আতাই কিনা-বিকা কামত সততা ৰক্ষা কৰা দেখি তেওঁৰ প্ৰতি আকৃষ্ট হল। বিশেষকৈ দীঘল কায়থ নামৰ লোক এজনে তেওঁৰ সুন্দৰ চেহেৰা, সজ আচৰণ আৰু মধুৰ ব্যৱহাৰত বিমুগ্ধ হৈ, পাৰিলে তেওঁৰ লগত বৈবাহিক সম্বন্ধ ঘটাবলৈকো অভিলাষ কৰিলে। এদিনা-খন তেওঁ এইকথা বিয়া দিব খোজা 'বাৰবাসী' * নামৰ ছোৱালী জনীৰ আগতো উলিয়াই তেওঁৰ সন্মতি লৈ থলে। তাৰ পাচত আতাৰ আগতো বিয়াৰ প্ৰস্তাৱ কৰিলত তেওঁ ভাবি-চিন্তি চাই সন্মতি প্ৰকাশ কৰিলে। যথা সময়ত এই পৱিত্ৰ ঠাইতে আতাৰ শুভ-পৰিণয়ৰ কামখিনি ৰাইজৰ সহযোগত সুকলমে সম্পন্ন হল। বিয়াৰ কেইদিন মানৰ পাচত দীঘল কায়থে জী-জোৱাইক সাদৰেৰে বিদায় দিলে। ঠাকুৰ আতাই ভাৰ্য্যাক লগত লৈ নাৰেৰে ভটীয়াই আহি কিছুদিনৰ মূৰত পুনৰ হালধীয়া গ্ৰামত উপস্থিত হলহি। তাকে শুনি দলে দলে হালধীয়া গ্ৰামৰ লোক সকল আহি কইনা চালে আৰু সুলক্ষণীয়া বুলি প্ৰশংসা কৰিলে। লগতে তেওঁলোকে নৱ-দম্পতী যুগলৰ ভৱিষ্যৎ জীৱন সুখময় আৰু শান্তিময় হবলৈ আশীৰ্ব্বাদো কৰিলে।

**ৰাজ অনুগ্ৰহ লাভ**—ৰাইজৰ শুভ-আশীৰ্ব্বাদ শিৰপাতি লৈ ঠাকুৰ আতাই পুনৰ নতুন উদ্যমেৰে বেহা-বেপাৰত লাগিল। আতাৰ

---

* বাৰবাসী ঠাকুৰ আতাৰ ভাৰ্য্যা। তেওঁৰ শৰীৰত সতী নাৰীৰ বাৰটি মহৎ গুণে বাস কৰা বাবে 'বাৰবাসী' নাম ৰখা হৈছিল বুলি সন্ত-মহন্ত সকলে কয়।
—লেখক

সুনামৰ কাৰণে হালধীয়া গ্ৰাম খনি বাণিজ্যৰ কেন্দ্ৰস্থান ৰূপে পৰিগণিত হল। তেওঁৰ অভাৱনীয় উন্নতি দেখি চুচীয়া মুদৈকে আদি কৰি কেইজনমান স্থানীয় বেপাৰীৰ চকুৰ পোৰণি উঠিল। তেওঁলোকে দলবদ্ধ হৈ জল আৰু স্থল পথৰ বাণিজ্য বিভাগৰ ভাৰ থকা ৰাজ প্ৰতিনিধিৰ ওচৰত এই বুলি গোচৰ দিলে—"উজনি অসমৰ অতি গৰ্ব্বী সদাগৰ এজনে এই অঞ্চলত চোৰাংভাবে বহুদিন ধৰি বেহা-বেপাৰ কৰি আছে। ৰাজ অনুমতি নোলোৱাকৈ কৰা এই আইন বিৰুদ্ধ কামৰ কাৰণে তেওঁক সমুচিত দণ্ড বিহিব লাগে।" ৰাজ প্ৰতিনিধি ‡ দাৰীয়া কোঁৱৰে এই কথাত পতিয়ন গৈ অত্যন্ত কুপিত হল আৰু সাতদিনৰ ভিতৰতে তেওঁক ধৰি নিবলৈ চাউল খোৱা নৈৰ চকীয়ালক * আদেশ দিলে।

এই কথা বাগৰি গৈ ঠাকুৰআতাৰ কাণত পৰিল। তেওঁ কথা বিষম যেন দেখি ভাবি-চিন্তি এটি উপায় উলিয়ালে। সেইমতে এদিনাখন আতাই মূৰত 'মণিৰাজ পাগুৰি' মাৰি ৰাজ পুৰুষৰ আয়মেৰে চকীয়ালৰ সমুখেদি নাও এৰি দিলে। চকীয়ালে তেওঁৰ নাও আটক কৰিবলৈ বিচাৰিলত, তেওঁ নিজক ৰজাৰ সহোদৰ বুলি পৰিচয় দি নিৰ্ভয় মনেৰে গুচি গল।

তেওঁ ঘৰ পাই চকীয়ালক ফাকি দি কড়ি নিদিয়াকৈ গুচি অহা বাবে আত্মগ্লানি কৰিবলৈ ধৰিলে। তেওঁ নিজকে নিজে কলে—"মিছা কথা মহাপাপ। মিছাৰ দ্বাৰা পাপ সঞ্চয় কৰি আত্মাক কষ্ট দিয়াতকৈ মৃত্যু শতগুণে শ্ৰেয়ঃ। এই মিছা কথাৰ বাবে ৰজাই মোক কাটকেই বা মাৰকেই যি কৰে কৰিব তাৰ নিমিত্তে অকণো নাভাবো।" ইয়াকে

---

‡ সম্ভৱতঃ এওঁ কোনো কোচ বংশী ৰজাৰ কোঁৱৰ। বুৰঞ্জীত এই নামৰ কোঁৱৰৰ উল্লেখ পোৱা নাযায়। —লেখক

* বৰপেটা চহৰৰ পশ্চিম ৪ মাইলমান উত্তৰ পূব ফালে 'চকীৰ ভিঠা' নামে এখন ঠাই আছে। এয়ে চাউলখোৱা নৈৰ চকীয়ালৰ পৰ দিয়া ঠাই হব পাৰে। —লেখক

ভাবি তেওঁ এদিনাখন শৰাইতকৈ তামোল-পাণ আৰু উপঢৌকন স্বৰূপে কিছুমান বস্তু লৈ ৰাজ হাউলিত উপস্থিত হল গৈ। ভাৰ তুখন লৈ আতা সেইখিনি পোৱাত দূতে গৈ কোঁৱৰক জনালে। কোঁৱৰে খবৰ পাই আতাক মতাই নিলত তেওঁ কোঁৱৰক দৰ্শন কৰি আসন গ্ৰহণ কৰিলে। তাৰ পাচত নিজৰ পৰিচয় দি অতীতৰ সকলো কথা বৰ্ণাই কলে। তেওঁ সত্য কথা গোপন নকৰি সৎ সাহসৰ পৰিচয় দিয়া বাবে কোঁৱৰৰ মন অলপ কুমলিল সঁচা ; কিন্তু দিব থকা বাকী কৰ খিনিৰ পৰা অব্যাহতি দিব পৰা নহব বুলিও কৈ থলে। তাৰ লগতে আতাই নিজক ৰজাৰ আত্মীয় স্বজন বুলি পৰিচয় দি চকীয়ালক ফাকি দি যোৱা বাবে নিন্দাও কৰিলে। ঠাকুৰআতাই আত্মসম্মান হানিকৰ এনে কথা শুনি মৰ্ম্মান্তিক বেজাৰ পাই কলে—“মহাৰাজৰ অনুমতি পালে মোৰ প্ৰকৃত কথাখিনি এটি দৃষ্টান্তৰ দ্বাৰাহে কব পৰা যাব।” এই কথা শুনি ৰজাই অনুমতি দিলত, আতাই কবলৈ আৰম্ভ কৰিলে—

“হীন সেৱা ন কৰ্ত্তব্যা কৰ্ত্তব্যো মহদাশ্ৰয়ঃ।
অজা সিংহ প্ৰসাদেন বনে ভ্ৰমতি নিৰ্ভয়ঃ ॥”

কোঁৱৰে শ্লোকটো শুনি তাৰ ভিতৰত থকা আখ্যানটো বহলাই কবলৈ কলত ঠাকুৰআতাই পুনঃ কবলৈ ধৰিলে—“এদিন এটা ফালেঙীয়ে কিছুমান ছাগলী বেচিবৰ মনেৰে খেদি লৈ গৈছিল। এনেতে তাৰে এজনী গাভিনী ছাগলী কেকোৰাৰ গাঁতত পৰি ঠেং ভাঙি খোৱা হল। তাইকো পালৰ লগত লৈ গলে গন্তব্য স্থান পাওঁতে বহুত ৰাতি হব বুলি ভাবি সি তাইক তাতে এৰিথৈ গুচি গল। ৰাতি হোৱাৰ লগে লগে শিয়াল, বাঘ, ভালুক আদি হিংস্ৰ জন্তুবোৰে তাইক আগুৰি ধৰিলে। ছাগলীজনীয়ে ভয়ত অত্ৰাহি হৈ কলে—“মোক কেৰে নাখাবি ; মই সিংহৰ মাহীমাক হওঁ।” এই কথা শুনি ভয়তে কেৰে তাইৰ ওচৰ চাপিবলৈ সাহ নকৰিলে। সিহঁতে কোৱা মেলা কৰিলে বোলে ‘এওঁ যদি সিংহৰ মাহীমাকেই হয়, তেন্তে আমি

দেখোঁন এওঁৰ দ্বাৰা কোৱাই সিংহৰাজক বছৰেকৰ মূৰত কৰ স্বৰূপে শোধাব লগা পশুটো নিদিয়াকৈ থাকিব পাৰোঁ ! এই আলচা কথাটো ছাগলীক এইদৰে কলে—"তুমি যদি সিংহ ৰজাৰ মাহীমাক হোৱা তেন্তে তেওঁক কৈ আমাৰ দিব লগা কৰৰ পশুটো ৰেহাই পোৱাৰ দিহা কৰিব নোৱাৰিবা নে ?" ছাগলীয়ে কলে বোলে "এই সামান্য কামটোও কৰিব নোৱাৰিম নে ? মই ৰজাক যি কৰিবলৈকে কওঁ তেওঁ নতশিৰে তাকে কৰে।" এনে উত্তৰ শুনি পশুবোৰে তাইক আশাতীত সন্মান জনাই হাতীত তুলি ফুৰাবলৈ ধৰিলে। তায়ো মনৰ হৰিষত দিন নিয়াবলৈ ধৰিলে। বছৰেকৰ মূৰত পশুৰাজ সিংহ গৈ সেই হাবি পালত সকলোবোৰ জন্তুৱে ৰজাক দেখা কৰিবলৈ জুম বান্ধিলে। তেতিয়া সেই ছাগলী জনীয়ে আগ শাৰীত থাকি পশুৰাজ সিংহক দেখা কৰিলে। সিংহই তাইক দেখি সুধিলে—"তই কোন ?" ছাগলীয়ে কলে—"মহাৰাজ ; মোক 'ছাগলী' বোলে। এদিনাখন দুৰ্ভাগ্য বশতঃ কেইটামান হিংস্ৰ জন্তুৰ আগত পৰি প্ৰাণ হানিৰ আশঙ্কাই দেখা দিয়াত মই মিছাকৈয়ে মহাৰাজৰ মাহীয়েক বুলি কৈছিলোঁ। তেতিয়া সিহঁতে তাকে বিশ্বাস কৰি মোক নাখালে আৰু তেতিয়াৰে পৰা মোক বৰ সন্মানেৰে ৰাখিছে। তদুপৰি সিহঁতে মহাৰাজক বছৰেকীয়া কৰৰ বাবে দিব লগা পশুটোৰ পৰা ৰেহাই পাবলৈ মোক খাটনি ধৰিছে। ময়ো নিজৰ গৌৰৱ অটুট ৰাখিবৰ কাৰণে সেই ফেৰা কাম কৰি দিব পাৰিম বুলি কথা দিছিলোঁ। প্ৰকৃত পক্ষে আপোনাৰ যহতেহে মোৰ প্ৰাণটি ৰক্ষা পৰি আছে। গতিকে এতিয়া আপুনি যিহকে মন যায় তাকে কৰিব পাৰে।" ছাগলীৰ সত্যবাদিতাত সিংহই পৰম সন্তোষ পাই কলে—"ছাগলী, মোৰ নাম কৈ যে অকল তোৰ প্ৰাণটোহে ৰছালি এনে নহয়, তাৰ লগতে মোৰ মাহাত্ম্য আৰু গৌৰৱো বঢ়ালি। সেই বাবে তোৰ কোনো অপৰাধ বা দায়-দোষ নধৰোঁ ; তই নিৰ্ভয় মনেৰে ঘৰলৈ উলটি যা।" এই বুলি পশুৰাজে ছাগলী জনীক পঠাই দিলে। ময়ো ঠিক তেনেদৰে চকী, হাট, ফাটে, আপোনাৰ যশ, গুণ, মহিমা কীৰ্ত্তন কৰিয়েই ফুৰোঁ

আৰু তাকে কৰি ৰক্ষা পৰি আছোঁ। কিন্তু বাকী পৰি থকা কৰৰ ধনখিনি পৰিশোধ কৰিবৰ মনেৰে আজি দয়ালু মহাৰাজৰ ওচৰ চাপিছোঁ। এতিয়া মহাৰাজে তাৰ বাবে যি অভিৰুচি তাকেই কৰিব পাৰে।”

দাৰীয়া কোঁৱৰে ঠাকুৰআতাৰ সকলোখিনি কথা মনোযোগেৰে শুনি মনে মনে তেওঁৰ উপস্থিত বুদ্ধিৰ শলাগ ললে; লগতে তেওঁৰ খঙো তেনেই পানীত পৰা যেন হল। এনেকুৱা বাণিজ্যপ্ৰিয়, ৰাজভক্ত আৰু শাস্ত্ৰজ্ঞানসম্পন্ন লোক এজনক তেওঁ দণ্ড বিহিবলৈ টান পালে। বৰঞ্চ সহানুভূতি দেখুৱাই সম্মান-সূচক “বৰ সদাগৰ” উপাধিৰে ভূষিত কৰি দেশজুৰি এই আদেশ ঘোষণা কৰিলে। অকল সেয়ে নহয়, তেওঁৰ ৰাজ্যত বিনা মাচুলে অবাধ বাণিজ্য কৰিব পৰাৰ লিখিত হুকুমো দি আতাৰ বঠাৰ নালত বগা চোঁৱৰ আঁৰি দিয়ালে। বিদায়ৰ আগ মুহূৰ্ত্তত কোঁৱৰে কলে—“মই তোমাৰ সকলো দোষ-অপৰাধ ক্ষমা কৰিলোঁ। তুমি আমাৰ যশ-গুণ গাই চাৰিওফালে ফুৰা গৈ; বছৰেকৰ মূৰত একোবাৰ আমাক দেখা কৰিলেই পৰম সন্তোষ পাম। এতিয়া তুমি নিৰ্ভয় আৰু নিসঙ্কোচ মনেৰে আপোন গৃহলৈ যাব পাৰা।” ঠাকুৰআতাই কোঁৱৰৰ সুবিবেচনা আৰু মহত্ত্বৰ পৰিচয় পাই বিমুগ্ধ হল আৰু অৱশেষত ৰাজোচিত সম্মান দেখুৱাই তেওঁৰ পৰা বিদায় লৈ ঘৰ পালে।

তেতিয়াৰে পৰা চুচীয়া মুদৈ আদিয়ে ঠাকুৰআতাৰ বিৰুদ্ধে কোঁৱৰৰ ওচৰত কোনো অভিযোগ নিদিয়া হল; আৰু জনসমাজেও আতাক অধিক সম্মানৰ চকুৰে চাবলৈ ধৰিলে।

**গুৰু লাভৰ আগ জাননী**—ঠাকুৰআতাই কোঁৱৰৰ পৰা আশাতীত উৎসাহ-উদগনি পাই পূৰ্ব্বৰ ভাগিয়াৰ কালিমন, ৰামধন, ধৰম, ভৱানন্দ, (ঠাকুৰআতাৰ মিতা) ৰঙ্গআতা, বাকলিপো ৰাম আদিৰে সৈতে আলোচনা কৰিলে। এইবেলি তেওঁলোকে বৰ্ত্তমান

গোৱালপাৰা জিলা আৰু কামৰূপ জিলাত বিশেষকৈ বৰপেটা মহকুমাৰ প্ৰধান নদী কেইটাৰে বাণিজ্য চলাবলৈ ধৰিলে। আতাই অৰ্থ উপাৰ্জ্জন কৰিলেও তেওঁৰ অন্তৰত সদায় ধৰ্ম্মভাৱ সজাগ আছিল। তেওঁ ডিঙা নগৰৰ পৰা উঠাদি অহাৰে পৰা সৎগুৰুৰ সন্ধান লৈয়েই আছিল।

ঠাকুৰআতাই এদিনাখন চাউলখোৱা নদীৰে উজাই আহি দুপৰীয়া ভোজনৰ সময় হোৱা দেখি দণ্ডাপৰীয়া ঘাটত (কোনো কোনোৰ মতে হাউলীৰ ঘাটত) নাও ৰাখিলে। ওচৰতে ভাস্কৰ গুৰু নামৰ বিপ্ৰ এজনৰ নাৱো বন্ধা আছিল। আতাই চিৰ অভ্যস্ত অভ্যাস মতে মধ্যাহ্ন বেলা সন্ধ্যা-তৰ্পণ আদি কৰি সূৰ্য্যলৈ নমস্কাৰ জনাই অৰ্ঘ জল আজলি ভৰাই দিবলৈ ধৰিলে। সেই সময়তে ভাস্কৰ গুৰুৱেও শৌচ কৰি মাটি-পানী লৈ নদীত নামিল আৰু বামলৈ পানী ছটিয়াবলৈ ধৰিলে। তাকে দেখি আতাই তেওঁক মাত লগালে—"শুকান বালিত নো পানী ছটিয়াইছে কিয়?" ভাস্কৰ গুৰুৱে কলে—"ধুৱাহাট গ্ৰামত থাকোতে দুটি কল পুলি ৰুইছিলোঁ। পুলি দুটি ঠন ধৰি উঠিব বুলি ভাবি ইয়াত পানী দিছোঁ।" আতাই বিস্ময় মানি কৈ উঠিল—"ইয়াত পানী দিলে সো মাহেকৰ বাটত থকা কল পুলিয়ে জানো পাব?" তেতিয়া ভাস্কৰ গুৰুৱে কলে—"সূৰ্য্য দেখোন ন কৌটি ত্ৰিশ লক্ষ মাইল দূৰত আছে; আপুনি ইয়াৰ পৰা ছটিওৱা পানী যদি সূৰ্য্যই পায় তেন্তে আমি দিয়া পানী সেইয়া প্ৰায় ২০০ মাইল আঁতৰতে থকা কল পুলিয়ে নাপাব কিয়?" ইয়াকে কৈ তেওঁ বুৰ মাৰি স্নান কৰি গুৰুসেৱা কৰি জলপান কৰিলে। তাৰ পাচত আতাৰ ওচৰলৈ গৈ তেওঁ শূদ্ৰ হয় নে নহয় সুধিলে। আতাই 'হওঁ' বুলি কৈ এটি ফকৰা মাতিলে—"জপ্ ৰা বুৰ, চপ্ ৰা গৰাহ। মই শূদ্ৰহৈ তৰ্পণ নকৰাকৈ ভোজন নকৰোঁ: আপুনি ব্ৰাহ্মণ হৈও বুৰটি মাৰি একোকে নকৰি চপৰা চপৰে গৰাহ মাৰিলে, ই কেনে কথা?" এই কথা শুনি ভাস্কৰ গুৰুৱে মাত লগালে—"আপুনি শূদ্ৰ মানুহ, আপোনাৰ আকৌ এইবোৰ কি কাণ্ড! পূৰ্ণকৃষ্ণ অৱতাৰ শ্ৰীমন্ত শঙ্কৰদেৱে কলিযুগত এইবোৰ গুচাইছে।

তেৰাৰ নাম ধৰ্ম্মমতে কলি যুগত তন্ত্র-মন্ত্র, যজ্ঞ-ব্ৰত, তপ-জপ, তীর্থ-দর্শন আদিৰ ফলতকৈ হৰি নামৰ ফল অধিক। পুথিত আছে—"ৰাম নাম যিটো লয়; সৱে ধৰ্ম্ম তাৰে হয়।" আকৌ—কৰিলে কলি সৰ্ব্ব ধৰ্ম্মকে দূষিত "ভৈল একাকাৰ সৱে পাতকেসে চিত্ত।" গতিকে একমাত্র ভগৱানৰ নাম ললেই সকলো ধৰ্ম্ম কৰ্ম্মৰ ফল পোৱা যায়। মই মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ ধৰ্ম্মমত গ্ৰহণ কৰা বাবে স্নান কৰি নাম লৈয়েই ভোজন কৰিলোঁ। তেৰা হৰি অৱতাৰ।" আতাই তেতিয়া তেওঁ ক'ৰ পৰা আহিল বুলি সুধিলত, তেওঁ গুৰুজনাৰ ওচৰৰ পৰা অহা বুলি কলে। তেতিয়া আতাই পুনৰ সুধিলে—"তেৰা যদি ঈশ্বৰ অৱতাৰ তেন্তে তেৰাক এৰি আহিল কিয়?" তেওঁ কলে—"তেৰাত প্ৰাৰ্থনা জনাই বিদায় লৈহে জগন্নাথলৈ বিশেষ সকামত আহিছোঁ।" তেতিয়া ঠাকুৰআতায়ো তেওঁৰ লগত যাবলৈ মন কৰা দেখি তেওঁ কলে—"আপুনি নামাতা জগন্নাথৰ ওচৰলৈ যাব নালাগে, উজনিৰ মাতিৰ পৰা জগন্নাথৰ পাশলৈ যাওঁক; তেৰাই আহোম ৰজাৰ ৰাজ্যৰ ধুৰাহাট বেলগুৰি নামৰ ঠাইত ধৰ্ম্মবস্তু প্ৰকাশ কৰি আছে। কিন্তু তেৰাই ভটীয়াই আহিবলৈ মনস্থ কৰিছিল; হয়তো ইমান দিনে শিষ্য-সেৱক-ভকত সমন্বিতে আহিব পাৰে। আপুনি কিছু বাট উজাই গলে হয়তো ইয়াৰ কিবা সম্ভেদ পাবও পাৰে।" ইয়াকে শুনি ঠাকুৰআতাই ভাস্কৰ গুৰুৰ ওচৰত কৃতজ্ঞতা জনালে আৰু তাৰ বাবে আদ টকা দি প্ৰণাম জনাই বিদায় মাগিলে।

ঠাকুৰআতাই নাৱৰীয়াক নাও বেগাই চলাবলৈ কোৱাত নাও সোনকালে আহি বাঙাপানী পালে। তাৰপৰা অলপ আহিলত নাও খোৱা নদীত সোমাল। ইয়াতে তাঁতীকুছিৰ পৰা খাগৰি কাটিবলৈ যোৱা লোকৰ মুখত গুৰুৰ গুণ-মহিমা বৰ্ণাই গোৱা মধুৰ গীত একাকি শুনিবলৈ পালে—

"শঙ্কৰ মাধৱ হে ভৈলা অৱতাৰ।
ইবাৰ কৰিব হৰি জগত উদ্ধাৰ॥"

ইয়াৰ অলপ পাচতেই আকৌ তেওঁৰ কাণত পৰিল—

"নাৰায়ণ কাহে ভকতি কৰোঁ তেৰা।
মেৰি পামৰ মন, মাধৱ ঘনে ঘন, ঘাটুক পাপ নাছোৰা॥
যত জীৱ, জঙ্গম, কীট পতঙ্গম, অগনগ জগ তেৰি কায়া।
সৱকহো মাৰি, পূৰত ওহি উদৰ, নাহি কৰত ভূত দায়া॥
ঈশস্বৰূপে হৰি, সৱ ঘটে বৈঠহ, যৈচন গগন বিয়াপি।
নিন্দাবাদ পৈশুন্য, হিংসা হৰিতেৰি, কৰোহু হামু পাপী॥
কাকু শঙ্কৰে কয়, কৰ কৰুণানাথ, যোনো ছাৰোহু ৰাম বাণী।
সৱ অপৰাধক, বাধক তুৱা নাম, তাহে চৰণ লেহু জানি॥"

—বৰগীত

এই বৰগীতৰ সুমধুৰ ধ্বনিয়ে ঠাকুৰআতাৰ মন আকুল কৰি তুলিলে। তদুপৰি আধ্যাত্মিক তত্ত্ব-জ্ঞান মূলক গীতটিৰ ভণিতাত শ্ৰীশঙ্কৰদেৱৰ নাম শুনিবলৈ পাই তেওঁ থিৰে থাকিব নোৱাৰা হল। ইমান দিনে ব্যাকুল হৈ বিচাৰি ফুৰা সৎগুৰু লাভৰ আগ জাননীয়ে যেন তেওঁৰ আগত ভুমুকি মাৰিলে। লগে লগে ডিঙা নগৰত কোৱা অচিন পুৰুষৰ কথা মনত উদয় হল। তেওঁ খৰিকটীয়া লোক সকলৰ ওচৰলৈ নাও চপাইনি তেওঁলোকত সুধিলে—"বোপাহঁত, তোমালোকে যিজনাৰ ৰচিত গীত গাইছা তেৰা ক'ত আছে? খৰিকটীয়া ভকতে কলে "তেৰা সৌ * চূণপোৰা নামৰ ঠাইখনিতে আছে। আপুনি তেৰাৰ বিচাৰ লোৱাৰ কাৰণ কি? আতাই কলে—"আমি ধৰ্ম্ম বস্তুকে আশা কৰি আহিছোঁ, গতিকে আমাক বাটটো চিনাই দিলে সন্তোষ পালোঁহেঁতেন।" তাকে শুনি দুজনমান লোকে তেওঁক গুৰু-

* চূণপোৰাত বৰ্ত্তমান নামঘৰ এটি তৈয়াৰ হোৱাত তাত পুৱা, আবেলি আৰু ৰাতি নিয়মিত ভাৱে নাম প্ৰসঙ্গাদি কৰা হয়। ইয়াক কোনো কোনোৱে 'চিনপৰা ভিঠি' বোলাও শুনা যায়। —লেখক

জনৰ ওচৰ চপাই থৈ গল। আতাই মুকল ছায়াৰ জানৰ পৰা আহি চূণ পোৰা ঘাটত নাও লগালে।

**গুৰুলাভ আৰু সখিত্ব সম্বন্ধ স্থাপন**—তেতিয়া ৰাতিপুৱা। বেলি বেচি হোৱা নাছিল। ঠাকুৰআতাই ঘাট পাই নাওৰ পৰা নামি প্ৰথমে স্নান কৰিলে। তাৰ পাচত পৰিত্ৰভাবে মগুমাহ, চাউল আৰু লোণৰ টোপোলা এটি মূৰত আৰু তেলৰ পাত্ৰ এটি হাতত লৈ সাৱধানে চূণপোৰা থান মুখে খোজ ললে। কেইখোজমান গৈয়ে অপূৰ্ব্ব মনোহৰ কান্তি আৰু দিব্যজ্যোতিৰে জিলিকি থকা পৰম পুৰুষ এজনাক দেখিবলৈ পাই তেৱেঁ গুৰুজন বুলি মনতে ঠাৱৰ কৰিলে।

সেই সময়ত শ্ৰীশঙ্কৰদেৱে ভকত সকলক বন কাটিবলৈ নিৰ্দ্দেশ দি খৰম পিন্ধি আৰু পীৰাৰ ওপৰত কমলি পাৰি বহি আছিল। গুৰুপত্নী কালিন্দী দেৱী আই গোসানীয়ে ওচৰতে থিয় হৈ আছিল। এনেতে ঠাকুৰআতা গৈ তাত উপস্থিত হল। তেতিয়া গুৰুজন পশ্চিম মুৱাকৈ বহি ভকত সকলৰ কাম নিৰীক্ষণ কৰিছিল। আতা গৈ পিঠিৰফালে থিয় দিলত তেওঁৰ মূৰৰ ছাঁটো পশ্চিমৰ ফালে গৈ গুৰুজনৰ চৰণত পৰিল। লগে লগে গুৰুজনৰ শ্ৰীমুখৰ পৰাও 'নাৰায়ণ' নাম উচ্চাৰিত হল। আতাই বস্তুখিনি আথে বেথে নি গুৰুজনৰ সম্মুখত থৈ আঠুলৈ সেৱা জনালে। চৰিত্ৰদৰ্শী গুৰুজনে আতাৰ মুখ মণ্ডল; গাৰ গঠন আৰু সজ আচৰণ দেখি তেওঁক সুপুৰুষ বুলি চিনি পালে। আৰু মনৰ হৰিষতে কৈ উঠিল—"এই ৰাজ্যতো ভকতৰ কঠিয়া আছে!" তাৰ পাচত তেওঁ সাদৰী বচনেৰে আতাক বহিবলৈ দি সুধিলে—"তুমি কোন? তোমাৰ নাম কি? ক'ৰ পৰা আহিলা? অহাৰ উদ্দেশ্য কি?" আতাই কৰযোৰে কলে—"বাপ, আমি এজন সামান্য ব্যৱসায়ী লোক। পিতা-মাতাই আমাৰ নাম 'ভৱানন্দ' ৰাখিলে আৰু ৰজাই 'বৰ সদাগৰ' নাম দিলে। আমাৰ ঘৰ বগৰিবাৰী পৰগণাৰ হালধীয়া গ্ৰামত; তাৰে পৰা

আহিছোঁ। পোন প্ৰথমে এজনা অচিন পুৰুষৰ কৃপাত আপোনাৰ সম্ভেদ পোৱা হৈছিল। তাৰ পাচত নাৰেৰে আহি থাকোতে ভাস্কৰ গুৰুৱে দয়া পৰবশ হৈ আপোনাৰ মহিমা বৰ্ণাই অনেক কথা জানিবলৈ দিলে। অৱশেষত কেইজনমান খৰিকটীয়া ভকতৰ অনুগ্ৰহত আপোনাৰ শ্ৰীচৰণ দৰ্শন কৰাৰ পৰম সুযোগ পোৱা হৈছে। এদিন চাৰি সিদ্ধই বোলে বৈকুণ্ঠত ভগবানক কৈছিল—

'পিতৃমুখে তযু গুণ শুনিলোঁ যৈসানি।
সেহি দিনা হিয়াত পশিলা চক্ৰপাণি॥'

সেইদৰে আমি আপোনাৰ সম্ভেদ পোৱা দিনৰে পৰা দুখানি অভয় চৰণকে ধিয়াই থকা হৈছে। গতিকে কৃপা কৰি দাসক শৰণ দি চৰণত ঠাই দিব বুলি এনেহেন বৈকুণ্ঠ ধামলৈ অহা হৈছে। সেই ফেৰা কামৰ বাবে আমি সকাতৰে প্ৰাৰ্থনা জনোৱা হৈছে।" গুৰুজনে তেতিয়া কবলৈ ধৰিলে—"ভাস্কৰে পৰোক্ষভাৱে তোমাৰ হিত সাধন কৰিলে। শুনা ভৱানন্দ, তোমাৰ কি সৌভাগ্য যে তুমি আহি এইখিনি পোৱা মাত্ৰকে চাৰি বেদৰ সাৰ কাঢ়ি আনি বেকত কৰা 'নাৰায়ণ' নাম হঠাৎ আমাৰ মুখত উচ্চাৰিত হল। এতেকে আজিৰ পৰা তোমাৰ নাম 'নাৰায়ণ' ৰখা গ'ল। আৰু এটি কথা, আমাৰ এজন পৰম বান্ধৱ আছে ; তেওঁ নিৰ্ম্মল, নিৰ্গুণ, নিস্পৃহ, নিষ্ঠাবান আৰু নিখুঁত চৰিত্ৰৰ ভকত। তেওঁৰ লগত তোমাৰ সাক্ষাৎ পৰিচয় নাথাকিলেও আমাৰ বাক্যৰ দ্বাৰা দুয়ো জনৰে মাজত সখিত্ব সম্বন্ধ ঘটোৱা হল।"

এই কথা শুনি ঠাকুৰ আতাই বিনম্ৰভাৱে নিবেদন জনাই কলে—"বাপ কৃপালু গুৰু, তেনেহেন মহান পুৰুষৰ লগত আমি সখিত্ব সম্বন্ধ পাতিবৰ যোগ্য পাত্ৰ নহয় ; আমাক সেইজনৰ দাসৰো দাস কৰি ললেহে আমি কৃতাৰ্থ হোৱা যাব।" আতাৰ এনে অমায়িকতাপূৰ্ণ বচন শুনি গুৰুজনে কলে—"বাৰু, তোমাৰ অভিলাষ অনুযায়ী আজিৰ পৰা ভৱানন্দ নামৰ পৰিবৰ্ত্তে 'নাৰায়ণদাস' নাম ৰখা হল।"

**কথোপকথন**—গুৰুজনে নামনি অসমৰ সজলোকৰ অনুসন্ধান লবলৈ মন কৰি ঠাকুৰ আতাক সুধিলে—“নাৰায়ণদাস, তুমি জনাৰ ভিতৰত এই অঞ্চলৰ কোনো বিশিষ্ট লোকৰ সন্ধেদ দিব পাৰানে ?” ঠাকুৰআতাই মাত লগালে—“বাপ, পীতাম্বৰ দ্বিজ নামে কবি এজন আছে ; তেওঁ দশম পুথিৰ পদ ভাঙিছে।” তেতিয়া গুৰুজনে তেওঁৰ ৰচিত পদ কিবা মুখস্থ গাই শুনাব পাৰেনে বুলি সোধাত, আতাই তলৰ পদ ফাকি আবৃত্তি কৰি শুনালে—

‘বিলাপ কৰিয়া কান্দে দেৱী ৰুক্‌মিণী।
কোন অঙ্গে থুন দেখি নাইলা যদুমণি ॥’

পদ শুনি গুৰুজনে কলে—“হৈছে, তেওঁৰ পদ আৰু গাই শুনোৱাৰ প্ৰয়োজন নাই। বুজা গল লোকজন অল্পমতি ; কামবশ্য, তেওঁ আমাৰ ধৰ্ম্ম ধৰিবৰ যোগ্য পাত্ৰ নহয। যদি আন কোনো বা আছে তেন্তে তেওঁৰ নাম কোৱা।” আতাই সেইবেলি কলে—“বাপ, বাৰাদি গ্ৰামত চৌকীযামাজী নামে লোক এজন আছে। তেওঁৰ পানীশালা আছে ; মানুহক অন্নদান কৰি সন্তোষ পায।” তাকে শুনি গুৰুৱে কলে—“এইজনো অন্যান্য গৃহী লোকৰ দৰেই ; বিশেষত্ব একো নাই। বাৰু, আৰু অইন কোনো সজ লোকৰ কথা মনত পৰেনে ?” তেতিয়া আতাই কলে—‘বাপ, মই পূবে বৰনদীৰ পৰা পশ্চিমে কমতাপুৰলৈকে থকা ঠাইখিনিৰ কথা কিঞ্চিৎ জানো, তাৰ ভিতৰত জয়ন্তী গ্ৰামত * মাধৱ নামৰ এজন লোক আছে। তেওঁ নখ-ডাঢ়ি বঢাই হবিষ্য ভোজন কৰে। তেওঁ পৰম বিবেচক ; সকলো কথাকে অতি সূক্ষ্মভাবে চিন্তা কৰি চায় ; হঠাৎ ক্ৰোধৰ বশবৰ্ত্তী হৈ কোনো কাম নকৰে। তেৱোঁ আপোনাক পালে নিশ্চয় ধৰ্ম্ম ধৰিব। ইয়াত বাদে তেনে যোগ্য পাত্ৰ দেখা মনত নপৰে।” তেতিয়া

---

* জয়ন্তী গ্ৰামক আজি কালি ‘জন্তী’ বোলে। ই বৰপেটা সত্ৰৰ দু মাইল মান পশ্চিম ফালে অৱস্থিত এখন পুৰণি প্ৰসিদ্ধ গাওঁ। —লেখক

গুৰুজনে হৰিষ মনেৰে কলে—“সেইজনক আনিবা ; তেওঁ সজ লোক ; নামধৰ্ম্মৰ ভু নোপোৱা বাবেহে তেনেকৈ ব্ৰত আচৰণ কৰি চলিছে। ব্ৰত পালন আদি কলি যুগৰ ধৰ্ম্ম নহয় ; সৎসঙ্গ আৰু ভক্তি লাভ কৰিলে তেওঁৰ সেইবোৰ গুচিব।”

গুৰুজনে কথা সামৰা যেন দেখি ঠাকুৰআতাই কৰযোৰে সুধিলে—“বাপ, আপুনি উজনিৰ ধুৰাহাট বেলগুৰিত ধৰ্ম্ম প্ৰচাৰ কৰি থকা বুলি শুনিছিলোঁ। তাত কিমান জনে আপোনাৰ ধৰ্ম্ম ধৰিলে কৃপা কৰি জনাব নে?” গুৰুজনে কলে—“নাৰায়ণ দাস, তাত অনেক লোকেই ধৰ্ম্ম ধৰিছিল ; আহোতে লগত ছয়কুৰি ঘৰ ভকতহে আহিছে। প্ৰিয়তম শিষ্যৰ ভিতৰত ৰাম ৰাম গুৰু, মাধৱ, বুঢ়া দৈৱজ্ঞ, সৰ্ব্বজয়, হৰিদাস বণিয়া, ৰামদাস আৰু নিৰাময়কে প্ৰমুখ্য কৰি কেবাজনো আহিছে।” আতাই পৰম আহ্লাদিত হৈ পুনৰ সুধিলে—“বাপ, আপোনাৰ পূৰ্ব্ব-পুৰুষ সকলৰ পৰিচয় আৰু আপোনাৰো জীৱন-চৰিত জানিবলৈ বৰ মন গৈছে। দাসক এইখিনি জনালে পৰম কৃতাৰ্থ হম।” তেতিয়া গুৰুজনে একেৰাহে অনেক সময় কটাই পূৰ্ব্বপুৰুষ সকলৰ নাম, পৰিচয়, কাৰ্য্যকলাপ আৰু নিজৰো জীৱনৰ ঘটনাৱলী চমুকৈ বৰ্ণনা কৰিলে। তাৰ পাচত গুৰুজনেও আতাৰ সম্পূৰ্ণ পৰিচয় লবৰ মনেৰে তেওঁৰ জন্মস্থান, শিক্ষা, জীৱিকা-নিৰ্ব্বাহৰ কথা কবলৈ দিলে লগতে কেনেকৈ সেইখিনি ঠাই পালে তাকো উল্লেখ কৰিবলৈ কলে। আতাইও গুৰুবাক্য পালন কৰি ওপজাৰে পৰা চুণপোৰা থান পোৱালৈকে অতীত জীৱনৰ সকলো ঘটনাকে এমুৰৰ পৰা বিবৰি কলে।

এইদৰে আতাই তাত তিনিদিন থাকি গুৰুজনক চিনি পাই তেওঁক ঈশ্বৰবোধ কৰি শৰণ দিবলৈ তুনাই প্ৰাৰ্থনা জনালে। গুৰুজনাই এনেহেন পুৰুষ এজনক পাই পৰম আনন্দত আপ্লুত হৈ যথাৰীতি শৰণ দিলে। লগতে প্ৰশংসা কৰি মূৰত হাত বুলাই “পৰম ভক্তি লাভ কৰি চিৰঞ্জীৱ হোৱা” বুলি আশীৰ্ব্বাদ কৰিলে।

**প্ৰচাৰকৰ দায়িত্ব গ্ৰহণ**—গুৰুজনে আতাৰ লগত কথা-বাৰ্ত্তা পাতি, আলাপ-আলোচনা কৰি তেওঁৰ জ্ঞান-অভিজ্ঞতা, আচাৰ-ব্যৱহাৰ, স্বভাৱ-চৰিত্ৰ, যোগ্যতা আদি সকলোকে বুজি পালে। নামনি অঞ্চলৰ এনে শিক্ষিত আৰু সমাজৰ নাড়ী-জ্ঞান থকা বিচক্ষণ লোক এজনক প্ৰচাৰকৰ দায়িত্বপূৰ্ণ কামৰ বাব দিব পাৰিলে প্ৰচাৰ কাৰ্য্যত আগবাঢ়িব পৰা যাব বুলি গুৰুজনে অনুভৱ কৰিলে। তেওঁ বিলম্ব নকৰি সিদিনাই আতাক কলে—"নাৰায়ণ দাস, আমাৰ পাশলৈ আহিব পৰা অভকত লোক সকলক চাইচিতি লৈ আহিবা। যি সকলে আহিব নোৱাৰে তেওঁলোকক তুমিয়েই ধৰ্ম্মবস্তু দিবা। আজি তোমাক ধৰ্ম্ম প্ৰচাৰক পতা হল।" ইয়াকে কৈ তেওঁৰ হাতত 'গোপী উদ্ধাৰ সংবাদ' পুথি এখন দি পুনৰ কলে—"এই পুথিখনি আপনাত থৈহে ধৰ্ম্মবস্তু দান কৰিবা।" ঠাকুৰ আতাই সপোনতো ভাবিব নোৱাৰা এনে অভাৱনীয় আদেশ আচম্বিতে পাই অবাক হল। বহু বেলিৰ মূৰত গুৰুৰ আদেশ বুলি সন্মতি প্ৰকাশ কৰিবলৈ বাধ্য হল। তেওঁ কলে—"বাপ কৃপালু গুৰু, আপোনাৰ অভয় পদৰ কৃপা হলেহে এই অভাজনে তাত বৰ পৰা হব।" গুৰুজনে তেতিয়া মনৰ হৰিষত আশীৰ্ব্বাদ দি কলে—"তোমাৰ হস্তে অনেক জীৱ উদ্ধাৰ হব; তুমি কৃতকাৰ্য্য হব পাৰিবা।" ইয়াকে কৈ গুৰুজনে ৰন্ধন কাৰ্য্য সমাপন কৰি আতাক অন্ন ভোজন কৰালে। আতাই ভোজন কাৰ্য্যৰ পাচত অলপ জিৰণি লৈ শ্ৰীমাধৱদেৱৰ বাতৰি সুধিলত গুৰুজনে তেওঁ মাতৃ-বিয়োগৰ খৰচৰ বাবে টকা-কড়ি যোগাৰ কৰি ফুৰিব ধৰা বুলি কৈ বাৰাদি* গ্ৰামত থকা বুলি কলে। তেতিয়া আতাই কলে—"বাপ, আমাৰ ওচৰতো টকা ভঙাব পাৰিব গতিকে তেওঁ আহি পালে যেনে তেনে মতে আমাৰ নাওলৈ যাবলৈ কয় যেন।" ইয়াকে কৈ তেওঁ চৰণত সেৱা কৰি নাওমুখে খোজ ললে।

---

* বাৰাদি গ্ৰাম বৰপেটা সত্ৰৰ এমাইল পূব ফালে। তাত শ্ৰীশ্ৰীমাধৱদেৱৰ স্থাপিত বাৰাদি সত্ৰ আছে। —লেখক

আতাই নাও পাই তাত থকা মানুহ কেইজনক শৰণ কাক বোলে তাৰ এটা সামান্য আভাস দিলে আৰু লগতে উপযুক্ত গুৰুৰ ওচৰত শৰণ লবলৈকো পৰামৰ্শ আগ বঢ়ালে। তেওঁলোকে শুভ কাৰ্য্য শীঘ্ৰে কৰা যুগুত বুলি ভাবি সেইদিনা উপবাসে থাকি পিচদিনা ৰাতিপুৱা গুৰুজনক প্ৰাৰ্থনা কৰিলত তেওঁ বৰ সন্তোষ পাই শ্ৰীকৃষ্ণদেৱৰ চৰণত শৰণ দিলে। গুৰুজনে সদাচাৰ, নীতি-নিয়ম আদিৰো চমু জ্ঞান দি তেওঁলোকক বিদায় দিলে।

**মধুৰ মিলন**—আতাই শৰণ লোৱাৰ পিচদিনা শ্ৰীমাধৱদেৱ বাৰাদিৰ পৰা আহি গুৰুজনক দেখা কৰিলত তেওঁ ঠাকুৰ আতাৰ আদ্যোপান্ত ঘটনা বৰ্ণাই কলে। লগতে তেওঁ এজন অতি বিচক্ষণ পুৰুষ বুলি প্ৰশংসাও কৰিলে। কথাপ্ৰসঙ্গত তেওঁৰ লগত সখিত্ব সম্বন্ধ ঘটোৱা বুলি জানিবলৈ দি তেওঁক আতাৰ নাওলৈ যাবলৈ আদেশ কৰিলে। গুৰুবাক্য শিৰোধাৰ্য্য কৰি তেওঁ নাওলৈ খোজ ললে।

আতাই দূৰৈৰে পৰা নাওৰফালে এজন সুন্দৰ, সুঠাম সুপুৰুষ ধীৰ-গম্ভীৰ ভাবে যোৱা দেখি সেইজনাৰে লগত গুৰুজনে সখিত্ব সম্বন্ধ কৰি দিয়া বুলি অনুমান কৰিলে। তেওঁ ততালিকে আগবাঢ়ি গৈ শ্ৰীমাধৱদেৱক আলিঙ্গন কৰি আদৰণি জনাই সাদৰেৰে নাওলৈ লৈ গল আৰু ঠেঙা পাৰি দি বহিবলৈ দিলে। তাৰ পাচত আতাই ভালকৈ নিৰীক্ষণ কৰি গমি চাই এইজনা পুৰুষেই ছদ্মবেশেৰে ডিঙা নগৰলৈ গৈ গুৰুৰ সম্ভেদ দি আহিছিল বুলি অনুমান কৰিলে। যিহক, খন্তেকৰ ভিতৰতে দুই অচিন পুৰুষৰ মাজত পৱিত্ৰ আৰু মধুৰ-মিলন ঘটিল। চাওঁতে চাওঁতে পৰস্পৰৰ মাজত সখিত্বৰ মধুৰ সম্বন্ধ ঘনীভূত হৈ উঠিল। নাওত অলপ সময় থকাৰ পাচত দুয়োজনে তাৰপৰা একেলগে উভতি আহিল। আহোঁতে বাটত শ্ৰীমাধৱদেৱে তলত দিয়া ঘোষাটি লগাই দিলে—

'হিয়াৰ মাজে নামৰ ভাণ্ডাৰ মুখে বাজ হয়।
ৰাম নামে মৰণা মাৰে পাপ কটকৰ ক্ষয়॥"—নামঘোষা

আৰু তাক দুয়োজনে সমস্বৰে গাই গাই গুৰুজনৰ ওচৰ পালে।

এই ঘোষাৰ † মধুৰ ধ্বনি গৈ গুৰুজনৰ কাণত পৰিলত তেওঁৰ হিয়া আনন্দত নাচি উঠিল। মিলন-মুহূৰ্ত্ততেই তেওঁ ভবিষ্যত-আশাৰ জিলিঙনি দেখা পাই দুয়োজনকে প্ৰাণ ভৰি আশীৰ্ব্বাদ কৰিলে। পৰম সুযোগ পাই তেওঁলোকৰ সম্মুখত ভক্তি-তত্ত্বৰ মূল কথা বোৰ বিশদভাৱে ব্যাখ্যা কৰি শুনালে। ইয়াৰ দ্বাৰা পৰোক্ষভাৱে বিশেষকৈ ঠাকুৰ আতা পৰম উপকৃত হল। আতাই শ্ৰীমন্তশঙ্কৰ দেৱক মনোমত গুৰু শ্ৰীমাধৱদেৱক প্ৰাণৰ সুহৃদ আৰু পাৰমাৰ্থিক তত্ত্ব মূলক কথাৰ শিক্ষা, চিন্তা, চৰ্চ্চা, আৰু আলোচনা-বিলোচনাৰ সঙ্গী-স্বৰূপে পাই নিজকে ধন্য মানিলে। তাৰ কেইদিন মান পাচৰ পৰা চূণ পোৰা থানৰ জেউতি দিনক দিনে চৰি যাবলৈ ধৰিলে। চাৰিওফালৰ পৰা কেবাজনো বিশিষ্ট লোক আহি ইয়াত ধৰ্ম্ম ধৰি এটি নতুন পৰিবেশৰ সৃষ্টি কৰিলে। নাম-কীৰ্ত্তনৰ ধ্বনি গগন ভেদি গল। দিনে-নিশাই ভকত সকলৰ লগত গুৰুজনে হৰ্ষচিত্তে কৃষ্ণ-কথা আলোচনা কৰি জন সমাজক সত্ত-শিক্ষাৰ আহি দেখুওৱা বাবে সকলোৰে সেইখন সাক্ষাৎ বৈকুণ্ঠপুৰী জ্ঞান কৰিবলৈ ধৰিলে।

এই চূণপোৰা থানত পোন প্ৰথমে ঠাকুৰ আতাই ধৰ্ম্ম গ্ৰহণ কৰে। এওঁ এই অঞ্চলৰ গুৰুজনৰ প্ৰথম আৰু প্ৰখ্যাত শিষ্য। তাৰ পাচত জয়ন্তী গ্ৰামৰ মাধৱ (মধাই) নামৰ লোক এজনে ধৰ্ম্ম ধৰি মাধৱ আতৈ নাম পায়। বুঢ়া গোপাল নামৰ সত্ত লোক এজনেও এই পবিত্ৰ ভূমিতে গুৰুমুখী হয়।

**কুমাৰ কুছিত কীৰ্ত্তন ঘৰ নিৰ্ম্মাণ**—গুৰুজনে চূণপোৰা থান ত্যাগ কৰিবলৈ মনস্থ কৰি ভাল ঠাই এডোখৰ বিচাৰিবলৈ মাধৱ

---

† এই ঘোষাটি পাচত শ্ৰীমাধৱদেৱে নাম ঘোষাৰ অন্তৰ্ভুক্ত কৰি লয়।
—লেখক।

আতৈক ভাৰ দিলে। তেওঁ বিচাৰি বিচাৰি কুমাৰকুছি* নামে গাওঁ এখনৰ ওখ আৰু ভাল ঠাই একখণ্ড মনোনীত কৰি গুৰুজনক জনালে। তেওঁ এই সংবাদ পাই তাত বহাঘৰ, ভকতৰ হাটী আৰু কীৰ্ত্তনঘৰ আদি সজাবলৈ ঠাকুৰআতাৰ ওপৰত ভাৰ দিলে। কৰ্ত্তব্যৰ গুৰু-দায়িত্ব পৰাত তেওঁ বিধে বিধে মানুহ গোটাই লৈ ভিনে ভিনে কাৰ্য্যৰ ভাৰ গতাই দিয়াৰ ফলত অলপ দিনৰ ভিতৰতে সকলো ঘৰ দুৱাৰ ঠিকঠাক হৈ উঠিল। যথা সময়ত ঠাকুৰআতাই খবৰ দি গুৰু, গুৰু-পত্নী আৰু ভকত সজ্জন সকলক তালৈ লৈ গৈ ভিনে ভিনে থকা-মেলাৰ সুব্যৱস্থা কৰি দিলে।

সেই একে সময়তে শ্ৰীমাধৱদেৱেও বাৰাদিৰ পৰা পোনতে গৈ কলবাৰীকুছিত† বাস কৰে। তাৰ পাচত গণককুছিলৈ* গৈ তাত নিগাজী ভাবে থাকিবলৈ লয়। ঠাকুৰআতাই হালধীয়া গ্ৰামৰ পৰা প্ৰায় নিতৌ আহি ইয়াত চাপি সখিয়েকৰ লগ লাগিছিল; আৰু প্ৰয়োজনে কথা-বাৰ্ত্তা পাতি কুমাৰকুছি থানত গুৰুজনে ব্যাখ্যা কৰা কৃষ্ণ-কথাত যোগদান দিছিল। ঠাকুৰআতাই তাপাগাওঁৰ* পৰা বলোৰাম নামৰ অতি সাধু প্ৰকৃতিৰ লোক এজনক বিচাৰি আনি এই এই কুমাৰকুছি থানত শৰণীয়া কৰায়। এওঁ 'তাপাৰ বলোৰাম আতৈ' নামে প্ৰখ্যাত।

**মনথৈ গাওঁত বসতি**—শ্ৰীশঙ্কৰদেৱে এবছৰকাল কুমাৰ-কুছিত থকাৰ পাচত আহুকাল পাবলৈ ধৰিলে। সেই দেখি বসতিৰ বাবে নতুন ঠাই নিৰূপণ কৰিবলৈ এদিনাখন গুৰুজনে শ্ৰীমাধৱদেৱ,

---

*কুমাৰকুছি সত্ৰ—গণককুছি থানৰ এমাইল দক্ষিণ পূৱফালে অৱস্থিত। বৰ্ত্তমান বনগঞাগিৰিৰ বংশধৰ এজনে এই সত্ৰ পৰিচালনা কৰে।

* গণককুছি থান—বৰপেটা সত্ৰৰ এমাইল দক্ষিণ ফালে।

† কলবাৰী কুছি—ই বৰপেটাৰ নিচেই ওচৰতে দক্ষিণে থকা এখন প্ৰাচীন ঠাই—। লেখক

*তাপাগাওঁখনি বৰপেটাৰ প্ৰায় ৯ মাইল উত্তৰ পূব ফালে অৱস্থিত।—লেখক।

ৰামদাস আতৈ, ৰামৰায় আতৈ আৰু ঠাকুৰআতাৰে সৈতে আলচ কৰিলে। তাত হোৱা সিদ্ধান্ত মতে পাটবাউসীকেই আগশাৰীত স্থান দিলে। তাতো ঠাকুৰআতাই আগৰণুৱা হৈ কামত লাগিল। আৰু ভকত সকলৰ সহযোগত ভকতৰ হাটী, কীৰ্ত্তনঘৰ, মণিকুট আদি সজালে। গুৰুজনে তেতিয়া তাত সত্ৰ স্থাপন কৰিলে। গুৰুজনে ঠাকুৰআতাক সততে কিবা নহয় কিবা এটা কামত আবদ্ধ ৰাখিব লগা হৈছিল ; সেই বাবে তেওঁক যথাসম্ভৱ ওচৰলৈ আহি বসতি কৰিবলৈ নিৰ্দ্দেশ দিলে। ঠাকুৰআতাই গুৰুৰ আজ্ঞা পালন কৰি হালধীয়া গ্ৰামৰ পৰা উঠি আহি মনথৈ নামৰ গাওঁ এখনত বসতি কৰিলে। এই গাওঁখন বৰ্ত্তমান জনিয়া সত্ৰৰ দুই তিনি মাইল মান পশ্চিমে আছিল। যোৱা ১৮১৯ শকৰ জেঠ মাহত হোৱা প্ৰলয়ঙ্কৰী ভূমিকম্পৰ গ্ৰাসত পৰি এই পুৰণি গাওঁখনি তেনেই ধ্বংস হৈ গৈছে।

মনথৈ গাওঁখনিৰ আন এটা নাম শৈলবাৰী আছিল। ঠাকুৰআতাই সেই তাহানিৰ দুৰ্গম ঠাইৰ পৰা প্ৰায় নিতৌ অকলে খোজ কাঢ়ি পাটবাউসী সত্ৰলৈ আহি নাম-প্ৰসঙ্গত যোগদান দি কৃষ্ণ-কথাৰ অমৃত-ৰস পান কৰি নিজক ধন্য মানিছিল। ইয়াৰ দ্বাৰা আতাৰ অদ্ভুত সাহ, অসাধাৰণ শাৰীৰিক শক্তি আৰু নাম প্ৰসঙ্গৰ প্ৰতি আন্তৰিক অনুৰাগৰ কথা স্পষ্টভাবে উপলব্ধি কৰিব পাৰি। আতাই মনথৈৰ ঘাটত এদিন গোবিন্দ গৰমলি নামৰ বেহাৰ ৰাজ্যৰ ভদ্ৰলোক এজনক পাই তেওঁক বুজাই-বঢ়াই কুমাৰকুছিৰ থানলৈ নি গুৰুজনৰ ঠাইত ধৰ্ম্ম ধৰাইছিল।

**গুৰুজনাৰ সহযাত্ৰী**—শ্ৰীমন্ত শঙ্কৰদেৱে দ্বিতীয় বাৰ পাটবাউসী সত্ৰৰ পৰা ভাৰত-ভ্ৰমণ কৰিবলৈ যাওঁতে প্ৰিয় সহচৰ ঠাকুৰআতাকো সহযাত্ৰী স্বৰূপে নিছিল। সেই বেলিৰ ভ্ৰমণ ছমহীয়া হলেও নানা অচিন ঠাইৰ অজান বাটেদি আৰু তেনেই অপৰিচিত লোকৰ সহায়-সহযোগৰ ওপৰত নিৰ্ভৰ কৰি যাব লগা হৈছিল। অনেক ঠাইত নানাধৰণৰ সমস্যাৰ সম্মুখীন হব লগাতো পৰিছিল। গুৰুজনে সেই সকলোবোৰৰ সমাধানৰ ভাৰ ঠাকুৰআতাক গতাই দিছিল। সেই দেখি ভ্ৰমণ কালত বাটৰ কাষত ব্যাধৰ ফান্দত পৰি চিঞৰি থকা হৰিণা, চৰাই আদিক

মোকোলাই দি তাৰ সলনি মূল্য স্বৰূপে ব্যাধলৈ থোৱা ধনৰ পৰিমাণ আতাইহে নিৰ্দ্ধাৰণ কৰি দিছিল। তদুপৰি অস্থায়ীভাবে থকামিলাত বা ভোজনাদি কাৰ্য্যত কিবা বিসঙ্গতিয়ে দেখা দিলে সুচতুৰ ঠাকুৰ-আতাই সেই সকলোকে আতৰাই দিছিল। এইবাবে গুৰুজনে ঠাকুৰ আতাৰ নথৈ শলাগ লোৱাৰ লগতে ই যে তেওঁৰ অতীত জীৱনৰ অভিজ্ঞতাৰ নিদৰ্শন তাকো ভকত সকলক বুজাই কৈছিল।

**ঐশ্বৰিক ৰূপ দৰ্শন**—ভাৰত-ভ্ৰমণ কৰি অহাৰ পাচত ঠাকুৰ-আতাৰ মনৰ প্ৰসাৰতা বৃদ্ধি পালে। গুৰুজনৰ কৃপাত এনে সুযোগ পাই নতুন নতুন কথাৰ সম্বেদ পোৱাৰ নিমিত্তে নিজকে সৌভাগ্যবান বুলি অনুভৱ কৰিলে। তেতিয়াৰে পৰা গুৰুজনৰ প্ৰতি তেওঁ আৰু অধিক আকৃষ্ট হল; তেওঁৰ সুখ-দুখৰ কথা নিতৌ মনতে ভৱা চিন্তা কৰিব ধৰিলে। গুৰুজনে দিনৰ দিনটোৰে কৃষ্ণ-কথা কৈ থাকিও নতুন নতুন পদ-পুথি আদি ৰচনা কৰিবলৈ কেতিয়া সময় পায় তাক তেওঁ ভাবি পোৱা নাছিল। এই প্ৰশ্নৰ সমিধান বিচাৰি তেওঁ এদিন শ্ৰীমাধৱদেৱক সুধিলে—'সখি, গুৰুজনে দেখোঁন গোটেইটো দিন ধৰ্ম্ম-শাস্ত্ৰৰ কথা আলোচনা বিলোচনা কৰোঁতেই কটায়; ইফালে আকৌ ইখনৰ পাচত সিখনকৈ নতুন নতুন গ্ৰন্থ ৰচনা কৰিও আছে; তেৰাইনো এইবোৰ কামৰ বাবে সময় পায় কেতিয়া?" ইয়াৰ উত্তৰত তেওঁ কলে—"সখি, আপুনি সেইকথা আমাক সোধাতকৈ এদিন ৰাতি অকলে গৈ গোপন ভাবে চাই আহিলেই দেখোঁন সকলোখিনি কথাৰ সম্ভেদ পাব পাৰে।" কথিত আছে যে এই কথা শুনি এদিন ঠাকুৰ-আতাই আগধৰি কাকো একো নোকোৱাকৈ অতি গোপনে গধূলি পৰত পাটবাউসী সত্ৰলৈ গল আৰু গুৰু-গৃহৰ বেৰৰ জলাৰে জুমি চাবলৈ ধৰিলে। তেওঁ দেখিবলৈ পালে যে গুৰুজনে এক অপূৰ্ব্ব দিব্য জ্যোতিৰে চতুৰ্ভুজ মূৰ্ত্তি ধাৰণ কৰি অদ্ভুত শক্তিৰে গ্ৰন্থ ৰচনা কৰিব লাগিছে। কিন্তু কি আচৰিত কথা যে গুৰুজনে ঠাকুৰআতাক নেদেখাকৈয়ে সেই মুহূৰ্ত্ততে ভিতৰৰ পৰা মাত লগালে—"নাৰায়ণদাস, এই নিশা অকলে আহি বাহিৰত ৰ'লা কিয়? তোমাৰ কিবা জানিব

লগা থাকিলে দেখোঁন নিসঙ্কোচ মনেৰে ভিতৰলৈ আহিব পাৰা ; তাত নো তোমাৰ কি বাধা থাকিব পাৰে ?" ঠাকুৰআতাই গুৰুজনৰ ঐশ্বৰিক শক্তিৰ আগত নিজক লুকুবাবলৈ বৃথা চেষ্টা কৰি ধৰা পৰা বাবে বৰ লাজ পালে। তেওঁ সলজ্জিত ভাৱে আৰু অতি ভয়ে ভয়ে গুৰু-গৃহলৈ প্ৰৱেশ কৰিলে আৰু জুমি চোৱা বাবে কোনো অপৰাধ নধৰিবলৈ সকাতৰে প্ৰাৰ্থনা জনালে। গুৰুজনে প্ৰিয়তম শিষ্যৰ কোনো দোষ-অপৰাধ নধৰি বৰং হৰিষ মনেৰে মৰমেৰে তামোল-চালি দি মধুৰ বচনেৰে বিদায় দিলে।

ঠাকুৰআতাই তাৰ পৰা উভতি আহি গণককুছি থান পালে আৰু গুৰুজনৰ ওচৰলৈ গৈ কৰা সকলো কামৰ কথা সখিয়েকৰ আগত বৰ্ণাই কলে। তাৰ পাচত গুৰুজনে নিৰ্ম্মালি স্বৰূপে দিয়া তামোল আদি দুয়োজনে সভক্তিৰে মুখত দিলে। আতাই ৰাতিটো তাতে কটাই পিচদিনা বিদায় লৈ ঘৰলৈ খোজ ললে।

**একাদশ পুথিৰ পদৰক্ষা**—এদিনাখন শ্ৰীশঙ্কৰদেৱৰ ভকত কেৰোলা বাটৈয়ে একাদশীৰ দিনা মাছ খাব খোজা দেখি গুৰুজনে তাত বাধা দিছিল। তাতে বাটৈয়ে যাদৱেন্দ্ৰ-পুৰি নামৰ সন্ন্যাসী এজনে দিয়া উপদেশত ভেজনি দি যুক্তি দেখুৱাই কলে—"বাপ, আপোনাৰ ৰচিত একাদশ শাস্ত্ৰত আছে—

'নপাৰৈ আমাক একাদশী উপবাসে।
নকৰয় বশ্য মোক পৰম সন্ন্যাসে।'

এই বাক্য পালন কৰি একাদশীক তুচ্ছ জ্ঞান কৰিছিলোঁ। যদি তাতে অজ্ঞানীৰ দোষ-অপৰাধ হৈছে, তেন্তে চৰণৰ দাস বুলি ক্ষমা কৰা যাওক।" তেতিয়া গুৰুজনে তেওঁৰ প্ৰতি সদয় হৈ সেই পদ ফাকি নৰণীৰে তুলি থবলৈ উদ্যত হল। শ্ৰীমাধৱদেৱে তাত বাধা দি সেই কাম নকৰিবলৈ অনুৰোধ জনালে। এনেতে ঠাকুৰআতা গৈ তাত উপস্থিত হল। তেওঁ গুৰুজনে কৰিবলৈ আগবঢ়া কামৰ কাৰণ জানিবলৈ পাই প্ৰাৰ্থনা জনাই কলে—"বাপ, পুথিৰ পদ কাটিব নালাগে, তেনেকৰা যুগুত নহব। ইয়াৰ অৰ্থ যি যেনেকৈয়ে বুজে বুজক ; কিন্তু

আমাৰ কাৰণে পুৰ্ব্বৰ দৰেই ৰখা যাওক।" এই যুক্তিপূৰ্ণ পৰামৰ্শ শুনি গুৰুজনে সেই কামৰ পৰা বিৰত থাকিল।

**অনুসন্ধানত গোকুলচান্দ আতৈ**—গুৰুজনৰ আদেশ ৰক্ষা কৰি ঠাকুৰআতাই মনথৈ গাওঁতো শৰণীয়া কৰি লব পৰা উপযুক্ত লোক বিচাৰি আছিল। অনেক দিন অনুসন্ধান কৰাৰ ফলত এদিনা-খন গোকুলচান্দ নামৰ সজলোক এজনক লগ পালে। আতাই তেওঁক পৰীক্ষা কৰি চাই গুৰু ধৰ্ম্ম ধৰিবলৈ মতামত বিচাৰিলত তেওঁ হৰিষ মনেৰে সন্মতি জনালে। ঠাকুৰআতাই তেওঁৰ অভিপ্ৰায় বুজি গুৰুজনৰ ওচৰলৈ গৈ ধৰ্ম্ম-বস্তু দিয়ালে। তেতিয়াৰে পৰা তেওঁ 'গোকুল চান্দ আতৈ' নামে জন সমাজত পৰিচিত হল আৰু ঠাকুৰ আতাৰ বিশিষ্ট সঙ্গী হৈ পৰিল। এওঁ পাচত ঠাকুৰআতাৰ লগত কোচবিহাৰ ৰাজ্যত গুৰুজনৰ কাৰণে অশেষ দুঃখকষ্ট বৰণ কৰিছিল। এই কথা যথাস্থানত বহল ভাৱে কোৱা হৈছে।

**গাৰোৰ গোবিন্দ আতৈৰ কল্যাণ সাধন**—এদিনাখন ঠাকুৰ আতা মনথৈৰ পৰা আহি গণককুছিত সোমাই সখিয়েকৰে সৈতে পাটবাউসী থানলৈ যাবলৈ ধৰিলে। এনেতে বাটৰ কাষত এজন হালোৱাই 'হেঃ হেঃ' কৰি হালবাই থকা দেখি ঠাকুৰ আতাই মাত লগালে—"হেৰা কিনো 'হেঃ হেঃ' কৰাহে, 'ৰাম ৰাম' নোবোলা কিয়?" এই কথা শুনি শ্ৰীমাধৱদেৱে কলে—"সখি, লেঠা ৰাক-কৈয়ে লাগিল, তাক 'ৰাম' বোলাইহে আহিব, নহলে নামাপৰাধৰ দহোটাৰ এটাই স্পৰ্শ কৰিব।" ইয়াকে কৈ তেওঁ আগ বাঢ়িল। আতাই বিমোৰত পৰি হালোৱাৰ লগতে পথাৰখনত কেইবাবাৰো ঘূৰি ৰাম বোলাবলৈ অনেক চেষ্টা কৰিলে, কিন্তু হালোৱাজনে প্ৰত্যেক বাৰতে "নোবোলোঁ যা, কি কৰিবি? বুলিহে সমিধান দিবলৈ ধৰিলে। আতাই নিৰুপায়ত পৰি শেষান্তৰত কলে—"বোপাই, তোমাক বেচি আমনি নিদিওঁ; মোৰ অনুৰোধ ৰক্ষা কৰি এবাৰ মাথোন 'ৰাম' বোলা সেয়ে হব, তাতকৈ আৰু এবাৰো বেচিকৈ বুলিব নালাগে!" তেতিয়া হালোৱাজনে ভেকাহি মাৰি খঙেৰে কৈ

উঠিল—"বাৰু, বুলিছোঁ যা 'ৰাম' কিনো হ'ল ?" ঠাকুৰ আতাই ৰক্ষা পোৱা যেন পাই হালোৰাজনক ধন্যবাদ দি মধুৰ বচনেৰে কলে—"বোপাই, সজ হল।" তেওঁ ইয়াকে মাথোঁন কৈ বেগাবেগিকৈ গৈ পাটবাউসী পালে; আৰু সখিয়েকক লগ ধৰি গুৰুজনক সেৱা কৰিলে। তেতিয়া শ্ৰীমাধৱদেৱে সুধিলে—"সখি, পাচে সিজনক 'ৰাম, বোলাব পাৰিলে নে নাই ?" আতাই কলে—"ভগৱন্তৰ কৃপাত কোনোমতেহে বোলাব পৰা হৈছে।" এই কথা শুনি সখিয়েকে সন্তোষ প্ৰকাশ কৰিলে।

এই হালোৱাজনে যেনো এবাৰ মৰোঁ মৰো অৱস্থাত মুখত ৰাম নাম উচ্চাৰণ কৰাত যমদূতে এৰি গল। সেইবাবে তেওঁ এদিনাখন পৰম উপকাৰী ঠাকুৰ আতাৰ কাষ চাপি সেৱা কৰি কলে—"তোমাৰ কাৰণে এবাৰলৈ যমৰ হাতৰ পৰা ৰক্ষা পৰিলোঁ, গতিকে আমাক ধৰ্ম্ম দিব লাগে।" আতাই লোকজনক চিনিপাই তেওঁক পোনতে সখিয়েকৰ ওচৰলৈ লৈ গল। তেওঁ আকৌ চাইচিতি শ্ৰীশঙ্কৰদেৱৰ পাশত উপস্থিত কৰালে। লোকজনে শৰণৰ কাৰণে সকাতৰে প্ৰাৰ্থনা জনালত গুৰুজনে দয়া পৰবশ হৈ শৰণ দি তেওঁৰ নাম 'গোবিন্দ' দিলে। এই লোকজনৰ পূৰ্ব্ব পুৰুষ গাৰো জাতিৰ আছিল বাবে সকলোৱে তেওঁক "গাৰোৰ গোবিন্দ আতৈ" বুলিবলৈ ধৰিলে। তেতিয়াৰে পৰা তেওঁ সেই নামেৰে লোক সমাজত পৰিচিত হল। আজিও জনজাতীয় লোকক গুৰুজনে ধৰ্ম্ম দি সামৰি লোৱাৰ কথা ওলালে গাৰোৰ গোবিন্দ আতৈৰ নাম ওলায়।

**দুৰ্দ্দিনৰ বাটত**—শ্ৰীমন্ত শঙ্কৰদেৱ পাটবাউসীত থাকোঁতে বিৰোধী ব্ৰাহ্মণ কেইজনমানে তেওঁৰ লগত তৰ্কত হাৰি মহাৰাজ নৰনাৰায়ণৰ ওচৰত এটি গোচৰ দিলে। গোচৰ পাই ৰজাই দূতৰ হতুৱাই গুৰুজনক ধৰি নিয়াবলৈ মন্ত্ৰীক আদেশ দিলে।

ৰজাৰ এই অবাঞ্ছনীয় আদেশৰ কথা শুনিবলৈ পাই ভায়েক চিলাৰায় দেৱানে ততালিকে বিশ্বাসী মাজী আৰু দূতক মতাই নি সকলো কথা ভাঙি কলে। লগতে দিনে ৰাতিয়ে নাও বাই ৰজাৰ

নাও পাট বাউসী পোৱাৰ আগতে গুৰুজনক বেহাৰ ৰাজ্যলৈ লৈ যাবলৈ নিৰ্দ্দেশ দিলে। তদুপৰি গুৰুজনে যাতে বাটত কোনো দুখ বা অপমান নোপোৱাকৈ যাব পাৰে তাৰ বাবেও সতৰ্ক দৃষ্টি ৰাখিবলৈ কৈ পঠালে। চিলাৰায়ৰ আদেশ অনুসৰি দূত আৰু মাজী আহি গুৰুজনক সকলো কথা বুজাই কলত তেওঁ চাৰিজন ভকত লগত লৈ নাওত উঠিল। গুৰুজন গৈ বেহাৰ ৰাজ্য পালত চিলাৰায়ে তেওঁক গোপনে লৈ গৈ ফুলবাৰী নামে ঠাই এখনত ৰাখিলে। এই ঠাইখন বৰ্ত্তমান কোচ ৰাজভৱনৰ পৰা ওঠৰ মাইল উত্তৰ পূব ফালে অৱস্থিত বুলি মধুপুৰ থানৰ বুঢ়াভকত শ্ৰীযুত লক্ষ্মীকান্ত আতৈৰ পৰা শুনা হৈছে।

ৰজাৰ গৰমলি (দূত) আহি পাটবাউসীত বিচাৰি শ্ৰীশঙ্কৰ-দেৱক নাপালে। তেওঁ চিন্তাযুক্ত হৈ উভতি যাওঁতে বাটতে ঠাকুৰ আতা আৰু গোকুল চান্দ আতৈক লগ পালে। দূতে তেওঁলোকৰ পৰিচয় আৰু কলৈ যায় বুলি সুধিলত ঠাকুৰ আতাই কলে—“আমাৰ নাম নাৰায়ণ দাস আৰু লগৰ জনৰ নাম গোকুল চান্দ আতৈ। আমি শ্ৰীশঙ্কৰদেৱৰ সেৱক, তেৰাক সেৱা জনাবলৈ যাওঁ।” দূতে গুৰুজনৰ সলনি তেওঁলোকক পাই অন্যায় ভাবে ধৰি লৈ যাবলৈ ওলাল। প্ৰাণাধিক পতিৰ এনে আকস্মিক বিপদৰ বাতৰি শুনি আতাৰ ভাৰ্য্যাইও লগতে যাবলৈ ওলাল। সেই সময়ত সগৰ্ভা থকা বাবে আতাই বাধা দিলে হয়, কিন্তু তেওঁ তাত সন্মত নহল। তেওঁলোক তিনিও জনে একেখন নাৱেৰে কোচবিহাৰ অভিমুখে যাবলৈ ধৰিলে।

**ৰজাৰ সন্মুখত**—তেওঁলোক গৈ বেহাৰ ৰাজ্য পালত দূতে আতাৰ ভাৰ্য্যাক যথোচিত সন্মানেৰে নিজৰ ঘৰত * ইজ্জত আবুৰ ৰক্ষা কৰি ৰাখিলে কিন্তু তেওঁলোকক ৰজাৰ ওচৰত নি হাজিৰ কৰিলে। তেওঁলোকক দেখি ৰজাই আচৰিত হৈ গুৰুজনৰ বিচাৰ ললে। তেতিয়া দূতে ৰজাৰ আগত কলে—“মহাৰাজ, আমি গৈ

* কোনো কোনোৰ মতে গৰমিলৰ বিধৱা ভনীয়েকৰ ঘৰত ৰাখে।—লেখক

পাটবাউসী পোৱাৰ আগতে শঙ্কৰদেৱ নিৰুদ্দেশ হৈছে। বহুত অনুসন্ধান কৰিও কোনো উৱাদিহ নাপাই তেওঁৰেই প্ৰধান শিষ্য দুজনক ধৰি আনি মহাৰাজক শোধোৱা হৈছে।" দূতৰ কথা শুনি ৰজাই আতা আতৈ দুজনক ইতৰ লোক যেন ভাবি সুধিলে—"তহঁতৰ প্ৰাণলৈ মমতা আছে যদি শঙ্কৰ কলৈ গৈছে ক। তেওঁ সমাজৰ কি হিত সাধন কৰিছে? তেওঁৰ স্বভাৱ-চৰিত্ৰ কেনে আৰু আচাৰ ব্যৱহাৰ 'চাল-চলন কেনেকুৱা? তেওঁ সদাচাৰী নে কদাচাৰী তাৰো উত্তৰ দে।" উত্তৰ স্বৰূপে ঠাকুৰ আতাই নিৰ্ভয়ে কলে—"মহাৰাজ, গুৰুজনে কলৈ গৈছে নাজানোঁ। গৱমলিয়ে আমাক বাটৰ পৰাহে ধৰি আনিছে। শ্ৰীশঙ্কৰদেৱে জগতত বিশুদ্ধ ধৰ্ম্ম প্ৰচাৰ কৰিছে বুলি সকলোৱে জানে। সেই ধৰ্ম্মৰ নীতি-সদাচাৰ পালন কৰি নানা ঠাইৰ অতিশয় পামৰ লোকেও নিস্তাৰ পাইছে। গুৰুজনে সমাজ-গঠনৰ দ্বাৰা পৰস্পৰৰ মাজত সহযোগ আৰু প্ৰীতিভাৱ স্থাপন কৰিছে, সমাজত এটা নতুন পোহৰৰ সন্ধান দিছে। বেদ-বেদান্ত, গীতা-ভাগৱতত থকা দুৰ্বোধ কথাবোৰ মাতৃভাষা অসমীয়াত প্ৰকাশ কৰি লোক সমাজৰ পৰম হিতসাধন কৰিছে। তেৰাৰ স্বভাৱ-চৰিত্ৰ ব্যাখ্যা কৰিবৰ আমাৰ কি সাধ্য আছে? তেৰা ঈশ্বৰ পুৰুষ। তেৰা পৰম সদাচাৰী।" এনে উত্তৰ শুনি ৰজাই তেওঁক এজনা বিজ্ঞলোক বুলি জানিও ক্ৰোধ ভাৱে কলে—"শঙ্কৰ যদি এনেকুৱা লোকেই হয়, তেন্তে ব্ৰাহ্মণ সকলে কিয় মোৰ ওচৰত তেওঁ অধৰ্ম্মী বুলি গোচৰ দিছে?" আতাই কলে—"মহাৰাজ, গোচৰ দিয়া ব্ৰাহ্মণ কেইজনে তেওঁলোকৰ স্বাৰ্থত বাধা জন্মা দেখিহে ষড়যন্ত্ৰ কৰি তেনেই অলীক কথাবোৰ সজাই পৰাই মহাৰাজক জনাইছে। প্ৰকৃত পক্ষে তেৰাক অধৰ্ম্মী বুলি কৈ তেওঁলোকে পাতকহে সঞ্চয় কৰিছে।" ৰজাই তেতিয়া টিঙিৰি তুলা যেন হৈ দূতলৈ চাই কলে—"ইহঁতে মিছা কথা কৈছে, গতিকে ইহঁতক সম্প্ৰতি খাৰঘৰত বন্দী কৰি ৰাখ আৰু সহজে আচল কথা কয় নে নকয় সুধি চা। সেয়ে নহলে অতি কঠোৰ শাস্তি দি হলেও তাক উলিয়াবই লাগিব।" সেইদিনাৰে

পৰা ঠাকুৰআতা আৰু গোকুল চান্দ আতৈয়ে খাব বাৰুদৰ ঘৰৰ নিচিনা বিপদজনক ঠাইত যমৰ যাতনা ভোগ কৰি ৰাজবন্দী হৈ দিন কটাব লগাত পৰিল।

**শাস্তি দানত ধৈৰ্য্যশীলতা**—ৰাজ আদেশ মতে গৰমলিয়ে তাৰ পিচ দিনাৰে পৰা শাস্তি দিবলৈ আৰম্ভ কৰিলে। নিতৌ নতুন নতুন শাস্তি দি কেবা দিনো কটালে; কিন্তু তেওঁলোকৰ পৰা গুৰুজনৰ সম্ভেদ বা তেওঁৰ বিৰুদ্ধে এষাৰি কথাও উলিয়াব নোৱাৰিলে। ঠাকুৰআতাই সৰ্ব্বদায় গুৰুজনক সকলো ক্ষেত্ৰতে সমৰ্থন কৰি তেৰা সদাচাৰী, তেৰাৰ ধৰ্ম্ম সনাতন, নিৰ্ম্মল, নিভাজ আৰু উদাৰ, তেওঁৰ মত শুদ্ধ ইয়াকেহে কবলৈ ধৰিলে। ঠাকুৰআতাৰ অতুলনীয় গুৰু ভক্তি, অটল ধৰ্ম্ম-বিশ্বাস, অসীম ধৈৰ্য্য, অনুপম মনোবল, অপৰিসীম দৃঢ়তা আৰু অনুকৰণীয় সৎসাহ দেখি গৰমলিয়ে বিস্ময় মানিলে। নিষ্ঠুৰ গৰমলিৰ নিৰ্ম্মম আঘাতত আতাৰ সমস্ত শৰীৰ ঘূৰ্ণীয়া হৈ পৰিল। শাস্তি দি থাকোঁতে এদিনাখন এটুকুৰা আধাপোৰা চন্দন কাঠ গৰমলিয়ে ফন্মুটিমাৰি তেওঁৰ বাওঁহাতৰ হাড় এডাল ভাগি হাতখন বিকল কৰি পেলালে।† তথাপি ধৰ্ম্মপ্ৰাণ, সংযমী আৰু পৰম সহিষ্ণু আতাই এষাৰি কটু বচন নামাতি বা কোনো গালি-শপনি নিদি ধীৰ স্থিৰ ভাবে থাকিল। বৰঞ্চ দূতক এই বুলিহে কলে—"তোমালোকে মোৰ আনখন হাতো কোবাই কোঙা কৰি দিব নোৱাৰা নে? এই হাত দুখনে প্ৰভুৰ কৰ্ম্ম কৰিবলৈ অপাৰগ হৈছিল।" ভৰিত কোবালে কৈছিল—"তোমালোকে আৰু টানকৈ কোবোৱা; এই ভৰি দুখনে গুৰু-গৃহলৈ যাবলৈ নো কিয় হেলা কৰিছিল?" মূৰত কোবালে কৈছিল—"বেচ কৰিছা, আৰু কেইকোব মান ভালকৈ শোধোৱা; এই দুৰ্ভগীয়া মূৰটোৱে নো গুৰুজনৰ শ্ৰীচৰণ বন্দন কৰি সেৱাটি জনাবলৈ সময় উলিয়াব পৰা নাছিল কিয়?" এইদৰে ঠাকুৰ আতাই নিজৰ শৰীৰৰ প্ৰত্যেক অঙ্গকে,

---

† এই কাৰণে কোনো কোনো ভকতে ঠাকুৰ আতাক 'কোঙা আতা' আখ্যা দিছিল।—লেখক

দোষাৰোপ কৰি খেদহে কৰিছিল। গৰমলিয়ে এনে ধৰণৰ বন্দী আগতে দেখা নাছিল ; সেই দেখি আতাৰ অলৌকিক কাৰ্য্যকলাপ আৰু অদ্ভুত কথাবাৰ্ত্তা দেখি-শুনি মনে মনে প্ৰমাদ গণিবলৈ ধৰিলে। কিন্তু চাকৰিৰ দণ্ডিত পৰি দায়িত্বৰ প্ৰতিও আওকাণ কৰিব নোৱাৰিলে।

ঠাকুৰ আতা আৰু গোকুল চান্দ আতৈক সৌকাৰে কোবোৱা, চৰমৰা, ভুকুৱা, আঙুলিৰ আগত বেজীমৰা, কুন্দাত থৈ সমস্ত শৰীৰ চেপা, সৰাহেদি গাৰ ছাল টনা, কোৰ তপতাই গাত দাগ দিয়া, চোৰাতেৰে কোবাই গাত পানী ঢলা আদি বিবিধ অমানুষিক শাস্তি দিও গৰমলিৰ অভীষ্ট সিদ্ধি নহল। অৱশেষত এগল দ বৃহৎ গাঁত এটাত গৰু-ঘোঁৰাৰ গোবৰ, হাতীৰ লাদ, কচু, চানাকচু, চোৰাত আদি ওঠৰবিধ বিষাক্ত বস্তু পচাই তাতে আকৌ দুয়োজনকে দিনৰ দিনটোৱে পেলাই থবলৈ ধৰিলে। ইয়াকে ভকত সকলে 'ওঠৰ কাথে কথোৱা' বুলি কয়। সেই পচা, দুৰ্গন্ধময় আৰু চোকা বস্তুবোৰে ডাকি দুয়োজনৰে গাৰে মূৰে ঘা কৰি পেলালে। যন্ত্ৰণাত তেওঁলোকে 'উহ-আহ' কৰিলে গৰমলিয়ে পুতৌ কৰক ছাৰি সেই গাঁতৰ বিষাক্ত পানীবোৰ আকৌ চকুৰে-মুখে ছটিয়াইহে দিয়ে। নিৰ্ম্মম গৰমলিহঁতে এদিনাখন এনেকৈ পানী ছটিয়াওঁতে দাৰুণ যন্ত্ৰণাত থাকিব নোৱাৰি আৰু উশাহ-নিশাহ বন্ধ হৈ যোৱা যেন পাই গোকুলচান্দ আতৈয়ে দূতক কলে—"বোপাইহঁত, আৰু নছটিয়াবা ; বাৰু কওঁ।" এই মাৰাত্মক বাক্য শুনি সৰ্ব্বনাশ কৰে বুলি ভাবি ঠাকুৰ আতাই খং মনেৰে কলে—"গোকুল চান্দ, কি কৰ খুজিছা, শিয়াল হৈ সিংহৰ মাথা খাব খুজিছা নেকি ? নে মিছাকৈয়ে গুৰুৰ গ্লানি কৰি নাৰকী হবলৈ মন কৰিছা ? বাৰু যি মন যায় কৰা বাধা নিদিওঁ ; কিন্তু আজিৰ পৰা তোমাক ত্যাগ কৰিলোঁ।" ইয়াকে কৈ আতাই দুয়ো কাণত আঙুলি দি খন্তেক সময় চকু মুদি থাকিল। তাৰ পাচত চকুমেলি চাই তাত গোকুলচান্দ আতৈক নেদেখি অতিশয় আনন্দিত হল। তেতিয়াৰে পৰা তেওঁৰ কোনো উৱাদিহ

পোৱা নগল। কোনো কোনো পুথিত কিন্তু গোকুল চান্দ আতৈত ঠাকুৰ আতাৰ লগত থকা বুলি উল্লেখ থকা দেখা যায়।

**পত্নীৰ আকুলতা**—ইফালে ঠাকুৰ আতাৰ ভাৰ্য্যা বাৰবাসী আইয়ে অকলশৰীয়া ভাবে কেবা দিনো দূতৰ ঘৰত থাকি প্ৰাণৰ দেৱতা পতি-দৰ্শনৰ পৰা বঞ্চিতা হৈ থাকিব লগা হোৱাত আৰু মনক সান্ত্বনা দিবলৈ কোনো সঠিক বাতৰি নোপোৱাত তেওঁৰ সুকোমল শৰীৰ শুকাই-খীণাই গল। বিৰহ বেদনাত তেওঁ অতিশয় ব্যাকুলা হৈ উঠিল। তেওঁৰ মানত এদিনেই এবছৰ যেন হল। তেওঁ পতিৰ কুশল আৰু মুক্তি কামনা কৰি নিতৌ ভগবানৰ ওচৰত প্ৰাৰ্থনা কৰিবলৈ ধৰিলে। স্বামী দৰ্শনৰ পৰম আশা বুকত বান্ধি সতৃষ্ণ নয়নে মুক্তিৰ দিনলৈহে অপেক্ষা কৰি থাকিল, ইফালে যে নিজৰ প্ৰসৱৰ সময়ে চমু চাপি আহিছে তাৰ প্ৰতি নাভাবিলে।

**গুৰু নিন্দাৰ যোগ্য প্ৰত্যুত্তৰ**—ঠাকুৰ আতাই সকলো শাস্তিকে প্ৰহ্লাদৰ দৰে সহ্য কৰি থাকি একমাত্ৰ ভগবানৰে নাম-গুণ-মহিমাৰ কথা চিন্তা কৰি আৰু দুজনা গুৰুৰ ৰচিত গীত-পদ গাই থাকিবলৈ ধৰিলে। দূতে ব্যৰ্থ মনোৰথ হৈও এদিনাখন নিলাজৰ দৰে আতাক কলে—"তুমি দিনে-ৰাতি ঈশ্বৰৰ নাম লোৱা সচা; কিন্তু তাৰ দ্বাৰা সুখ-শান্তি নোপোৱা, দুখহে পোৱা। তোমাৰ তুতি-মিনতিৰ কোনো মূল্য নাই; সেইবোৰ ঈশ্বৰে নুশুনে। যি ঈশ্বৰে তোমাক আমি দিয়া শাস্তিৰ পৰাই ৰক্ষা কৰিব পৰা নাই, তেওঁ আকৌ কেনেকৈ পাপ-খণ্ডন কৰি ভৱ-যন্ত্ৰণাৰ পৰা উদ্ধাৰ কৰিব? গুৰুৱেই বা তোমাৰ আত্মাৰ কি কল্যাণ সাধন কৰিব পাৰিব? গতিকে সকলোৰে আস্থা আৰু বিশ্বাস পৰিহাৰ কৰি কেৱল নিজৰ প্ৰাণটো ৰক্ষা কৰিবৰ উপায় চিন্তা কৰা।" ইয়াৰ উত্তৰত আতাই দৃঢ়কণ্ঠে কলে—"গৰমলি তোমাৰ পাশৱিক শাস্তিয়ে ইমান দিনে একো কৰিব পৰা নাছিল; কিন্তু গুৰুজনৰ নিন্দা-বাণীয়েহে আজি অন্তৰত শেল বহা দি দাৰুণ আঘাত দিলে। গুৰুৰ ধৰ্ম্ম সত্য। তেৰাই জগতৰ মলমতি মনুষ্যক

ভগৱৎমুখী কৰাবৰ উদ্দেশ্যে নানা উপায় দিছে। তেৰাৰ কৃপাতে ভগৱন্তৰ নাম-গুণ গাই-বাই, সেৱা-ভক্তি কৰি, অলেখ লোকে উদ্ধাৰ পাইছে। ভগবানৰ লীলাৰ গূঢ় তথ্য, মাহাত্ম্য আৰু ৰহস্য কেইজনে বুজিবলৈ চেষ্টা কৰে? যি সকলে সৰল বিশ্বাসেৰে আৰু একান্তমনে ভগবানক মাতিব পাৰে তেওঁলোকৰ প্ৰতি অন্তৰ্য্যামী পুৰুষৰ কৃপা-দৃষ্টি নপৰাকৈ নাথাকে। তেওঁ মনুষ্যৰ স্বৰূপ বুজিবলৈ নানা পৰীক্ষা কৰে। আমি সেই পৰীক্ষাৰ উদ্দেশ্য বা তৎপৰ্য্য নুবুজাৰ কাৰণেহে ভুল পথেদি গতি কৰোঁ। জীৱই কৰ্ম্মফল ভোগ কৰিবলৈ শৰীৰ ধাৰণ কৰে। নিজ নিজ কৰ্ম্মানুযায়ী ফলভোগ কৰাটো নিয়তিৰ অখণ্ডনীয় বিধান। এই মৰণশীল অনিত্য দেহৰ কাৰণে ভকত সকলে অলপো নাভাবে; আৰু তাৰ ওপৰেদি বাগৰি যোৱা সকলো সুখ-দুখকে ভগবানৰেই দান বুলি বুক পাতি লয়। তেওঁলোকে একান্ত ভকতৰ সঙ্গ বিচাৰি কামনা বিহীন ভাৱে নিৰ্ভয়েৰে থাকে আৰু সৰ্ব্বদায় একাগ্ৰচিত্তে ভগবানৰ নাম-গুণ-মহিমা শ্ৰৱণ-কীৰ্ত্তন কৰি পৰম আনন্দ লাভ কৰে।"

**বন্দীশালত**—ধৰ্ম্মবলেৰে বলীয়ান ঠাকুৰ আতাই আধ্যাত্মিক ভাৱেৰে অনুপ্ৰাণিত হৈ সৎসাহসেৰে প্ৰকাশ কৰা যুক্তিযুক্ত আৰু পাণ্ডিত্যপূৰ্ণ উক্তিয়ে গৰমলিৰ দম্ভ-গৰ্ব্ব খৰ্ব্ব কৰিলে। শেষান্তৰত তেওঁ নিৰুপায়ত পৰি ঠাকুৰ আতাক ৰজাৰ ওচৰলৈ লৈ গৈ সকলো কথা বিৱৰি কলে। গৰমলিৰ মুখে অভাৱনীয় কাণ্ডৰ বৰ্ণনা সবিশেষ শুনিও ৰজাৰ অন্তৰত দয়াৰ সঞ্চাৰ নহল, বৰং সেই বেলি আকৌ নিদাৰুণ ভাৱে হাতে ভৰিয়ে লোৰ শিকলি লগাই আতাক বন্দীশালত থবলৈহে আদেশ দিলে।

নিশা শিকলি সুলকি পৰাত আতাই প্ৰহৰীক মাত দি কলে— "মোৰ ভৰিৰ শিকলিডাল সুলকি পৰিছে; টানকৈ বান্ধি যোৱাহি।" প্ৰহৰীয়ে গৈ গৰমলিক মাতি আনি পুনৰ বান্ধি থোৱালে। ইয়াৰ কিছুবেলি পিচত আতাই দুনাই আগৰ দৰে প্ৰহৰীক মাত লগালত সেইবাৰো গৰমলিয়ে আহি দেখিলে যে শিকলিডাল টুকুৰা টুকুৰৈহে

ছিগি গৈছে। তেওঁ অদ্ভুত কাণ্ড দেখি বিস্ময় মানি মনতে ভাবিলে "এওঁ সামান্য পুৰুষ নহয়; সাক্ষাৎ পৰম ভকত; ৰজাই নাজানিহে এওঁক শাস্তি দিয়াইছে। আমিও এওঁক অনাহকতে শাস্তি দি মহা পাপত লিপ্ত হৈছোঁ।"

ৰাতিপুৱা ৰজাই গৰমলিৰ মুখে সকলো কথা শুনিলে। তেওঁ আতাৰ সম্বন্ধে গুৰুতৰ ব্যৱস্থা হাতত লবলৈ পাত্ৰ-মন্ত্ৰী সকলক মাতি আনিলে আৰু আলোচনা কৰি ভোটত বেচাটোকে সিদ্ধান্ত কৰিলে। কিয়নো ভোটে মানুহ কিনিবলৈ তাৰ দুদিনমান আগতে ৰাজধানীলৈ আহিছিল। ৰজাই হেমা আৰু পেমা নামৰ ভোট দুটাক মতাই অনালে আৰু টকা ছয়কুৰি লৈ সিহঁতৰ ওচৰত ঠাকুৰআতাক বিক্ৰী কৰিলে। এই ঘটনাই সেই সময়ত পুৰণি কামৰূপ ৰাজ্যত মানুহ বেচা-কিনা কৰা প্ৰথা প্ৰচলনৰ কথাকে সূচায়।

**ভোটৰ দুৰ্গতি**—ভোটহঁতে নগদ টকা দি (মতান্তৰে দুটা যুদ্ধৰ ঘোঁৰাৰ সলনিত) আতাক লৈ গল। খোজ কাঢ়ি অলপ বাট যোৱাৰ পিচত সিহঁতৰ পিঠিত ঘনাই চপৰা দলি পৰিবলৈ ধৰিলে। কিন্তু সিহঁতে কাকো নেদেখিলে। বহুবেলিৰ মূৰত গৈ ভোট ৰাজ্যৰ সীমা পালত সিহঁত তাতে ৰল আৰু আগবাঢ়িব নোৱাৰা হল। * কিয়নো সিহঁতে আগবাঢ়িব খুজিলেই আগৰ ফালে ধুৰলি-কুৰলি যেন দেখিবলৈ ধৰিলে; কিন্তু উভতি কোচ বিহাৰৰ ফালে চালে সকলোকে স্পষ্ট ভাবে দেখা হল। এনে মস্কিলত পৰি ঠাকুৰআতাক "দেও-মানুহ" বুলি সন্দেহ কৰিলে; আৰু তেওঁৰ মহিমাৰ প্ৰভাৱতে এনে অদ্ভুত কাণ্ড ঘটিছে বুলি ভাবি ভয়তে পেপুৱা লাগিল। সিহঁত তিনিদিনৰ মূৰত উভতি আহি আকৌ আগৰ ঠাইত উপস্থিত হলহি। হেমা-পেমাই মৰ সাহ কৰি ৰাজ কাৱেং পালে আৰু সেইজন দেও

---

* পৰবৰ্ত্তী কালত এই ঘটনাৰ সোঁৱৰণিৰ চিন স্বৰূপে এই ঠাইত হেনো এটি নামঘৰ সজাইছিল। কিন্তু বৰ্ত্তমান সেই ঠাইত তাৰ কোনো অস্তিত্ব দেখিবলৈ পোৱা নাযায়।—লেখক

মানুহ বুলি কৈ দামখিনি দি তেওঁক ওভোতাই ৰাখিবলৈ ৰজাৰ ওচৰত প্ৰাৰ্থনা জনালে। কিন্তু ৰজাই ডাবিহুকি দি সিহঁতক খেদি দিলত সিহঁতৰ চিন্তা আৰু বাঢ়িল।

এনেতে সহিহৰিয়ে ভোট হুটাক দেখি কলে—"তহঁতে এতিয়া তিনিকুৰি টকাত মানুহজন আমাত বিকি ৰক্ষা পৰিব পাৰ, নহলে পাচত মহা বিপদত পৰিবি।" সিহঁতে ভাবি-চিন্তি চাই তাকে কৰি আতাক গতাই দি উভতিল। সহিহৰিয়ে আতাক পাই পৰম সন্তোষ পালে।

**সহিহৰিৰ গৃহত**—সহিহৰিয়ে আতাক লগতে লৈ ঘৰলৈ খোজ ললে। তাৰ পিচত তেওঁক স্নান কৰাই আসন দি সকলো দোষ-অপৰাধৰ বাবে ক্ষমা কৰিবলৈ প্ৰাৰ্থনা জনালে। মহানুভৱ আতাই তেতিয়া আগৰ সকলো কথা পাহৰি বৰঞ্চ এই বুলিহে উত্তৰ দিলে—"ৰাজকৰ্ম্মচাৰীয়ে সৰ্ব্বদায় ৰজাৰ অনুগত হৈ তেওঁৰ আদেশ পালন কৰাটো অৱশ্য কৰ্ত্তব্য। তাকে কৰিবলৈ যাওঁতে কোনো অন্যায় কাম কৰিলেও কৰ্ম্মচাৰীক তাৰ দোষে স্পৰ্শ নকৰে। আমাৰ গৃহিণীক যে ইমান দিনে মাক-বাপেকে ৰখাৰ দৰে আদৰ সাদৰকৈ ৰাখিলে তাৰ বাবে শলাগহে লব লাগে।"

আতাৰ ভাৰ্য্যাই স্বামীৰ বন্দী জীৱনৰ সামৰণি পৰা বুলি অনুমান কৰি ভিতৰৰ পৰা ওলাই আহিল আৰু তেওঁৰ চৰণত দীঘল দি পৰি কান্দিবলৈ ধৰিলে। তেতিয়া আতাই তেওঁক দাঙি তুলি ধৈৰ্য্য ধৰি থাকিবলৈ কলে। বিৰহিণী ভাৰ্য্যাই আতাৰ বন্দী জীৱনৰ করুণ-কাহিনী শুনিবলৈ কাকুতি জনোৱাত তেওঁ এমূৰৰ পৰা সকলোবোৰ ঘটনা বিশদ ভাবে বৰ্ণাই কৈ গল। অৱশেষত ভাৰ্য্যাক পৰীক্ষা কৰিবৰ মনেৰে সুধিলে—"তুমি আমাৰ লগত ইয়ালৈ আহি ভাল নকৰিলা। গুৰুজনৰ নিমিত্তে আমাৰ লগত তুমিও অনাহকতে ইমান খিনি দুখ-কষ্ট খাব লগা হল।" আতাৰ এনে কথা শুনি ভাৰ্য্যাই মাত লগালে—"প্ৰভু, আপোনাৰ মুখত জানো এনে কথাই শোভা পায়? বিশেষতঃ গুৰুনিন্দা কৰিব নাপায় বুলি শাস্ত্ৰ আৰু গুৰুসকলে

কয় ; আৰু আপুনিও দেখোঁন দাসীক তেনে শিক্ষাকেই দি আহিছে। আমি তেৰাৰ কাৰণে যৎসামান্য যি কষ্ট-ভোগ কৰিবলৈ সুযোগ পালোঁ, ই আমাৰ পক্ষে তেনেই পৰম সৌভাগ্য আৰু আনন্দৰহে কথা। ইয়াক আমি পূৰ্ব্ব জন্মৰ পুণ্যৰ ফল বুলিহে ধৰি লোৱা যুগুত হব।" ভাৰ্য্যাৰ এনে ভক্তি ভাৱ যুক্ত আৰু অকাট্য যুক্তিপূৰ্ণ উত্তৰ শুনি আতাই সন্তোষ পালে। পাচত ভাৰ্য্যাৰ আগত নিজৰ অভিপ্ৰায় ভাঙি কৈ তাৰ বাবে তেওঁক কোনো বেয়া ভাৱক মনত ঠাই নিদিবলৈ কলে।

**মুক্তি-পত্ৰ লাভ**—নৰনাৰায়ণ ৰজাই ভোটৰ মুখে ঠাকুৰ আতাৰ ঘটনাৱলী শুনি বিস্মিত হৈ তেওঁক এবাৰ চাবলৈ আগ্ৰহ প্ৰকাশ কৰি সহিহৰিক জনালে। ৰাজ আজ্ঞা পাই তেওঁ আতাক ৰাজ কাৰেঙলৈ লৈ গল। সুপণ্ডিত ৰজাই আতাক পদৰ পৰা শিৰলৈকে ভালকৈ নিৰীক্ষণ কৰি তেওঁৰ শৰীৰত সৎ পুৰুষৰ লক্ষণ দেখিবলৈ পাই বৰ লাজ আৰু বেজাৰ পালে। তেওঁ প্ৰকৃত পৰিচয় নোলোৱাকৈয়ে এনেহেন পৰম তত্ত্বদৰ্শী পুৰুষ এজনাৰ প্ৰতি বিনা দোষতেই কৰা সকলো প্ৰকাৰৰ অপৰাধৰ কাৰণে অনুশোচনা কৰি ক্ষমা খুজিলে। তদুপৰি ৰাজ দ্ৰোহ আচৰণত বাদে * চোৰ, ছিনলা, ধুমাছ, ঘামেশা, হাট, চকি, ঘাট আদি সকলো দায় বা কৰৰ পৰা অব্যাহতি দিলে। লগতে ভবিষ্যতলৈ মুক্ত হল বুলি সিংহ-হস্তী ছাব মাৰি ঠাকুৰআতাক মুক্তি-পত্ৰও প্ৰদান কৰিলে।

**পুত্ৰলাভ আৰু গুৰু-দৰ্শন**—ঠাকুৰআতাই মুক্তি-পত্ৰ লাভ কৰাত সহিহৰি গৰমলিয়ে তেওঁক পুনৰ তেওঁলোকৰ ঘৰলৈ লৈ গল। ঠিক সেই সময়তে ৰাৰবাসী আইয়ে এটি পুত্ৰ সন্তান লাভ কৰিলে।

---

* চোৰ—চুৰিৰ দণ্ড। ছিনলা—ব্যভিচাৰ দোষৰ শাস্তি। ধুমাছ—নিৰ্ব্বংশ মানুহৰ সম্পত্তি ৰজাই পোৱা বাব। ঘামেশা—ছোৱালী বিয়া দিলে তাৰবাবে ৰজাই পাবলগা ধন। হাট—হাটকৰা ঠাই বা তাৰ কৰ। চকি—ৰজাৰ নগৰৰ, গড়ৰ বা নিৰ্দ্দিষ্ট ঠাইৰ পৰ দিয়া ঠাই ; তাৰ কৰ। ঘাট—জলপথ বা থলপথৰ বেপাৰীয়ে গোট খোৱা আৰু ৰাজহ দিয়া ঠাই ; তাৰ কৰ।—লেখক

অশৌচৰ অন্তত আতাই এদিন ভাৰ্য্যাৰ কোলাত পানী কেচুৱাটি দি গুৰু দৰ্শনৰ মনেৰে ফুলবাৰীলৈ খোজ ললে। তেওঁলোকে গৈ গুৰু-জনৰ গৃহ পাই দেৱলোকত উপস্থিত হোৱা যেন পালে। সেই সময়ত গুৰুজনে পানীকাৰ্য্যলৈ গৈছিল আৰু কমলিধৰা পৰমানন্দ আতৈয়ে পানী লৈ আছিল। গুৰুজন আহি পালত পতি-পত্নী উভয়ে চৰণত পৰি সেৱা জনালে। গুৰুজনেও আতাৰ গলত সাবট মাৰি ধৰিলে আৰু গাত হাত বুলাই ওচৰতে বহিবলৈ কলে। গুৰুজনে আতাৰ বাতৰি সুধিলত তেওঁ গোকুলচান্দ আতৈৰে সৈতে দূতে ধৰি লৈ যোৱাৰে পৰা আৰম্ভ কৰি ভোটে ওভোতাই দিয়ালৈকে সকলোবোৰ ঘটনাকে বিশদভাবে বৰ্ণাই কলে। গুৰুজনে এনে পৰম নিষ্ঠাবান, গুৰুভক্তি পৰায়ণ একান্ত ভকত এজনৰ হিয়া-বিদাৰক অমানুষিক শাস্তিৰ কথা শুনি মৰ্ম্মান্তিক দুখ পালে। সেই সময়ত ঠাকুৰআতাৰ দুচকুৰে বাগৰি অহা লোৱে শ্ৰীশঙ্কৰদেৱৰ চৰণ ধুৱাই পেলালে আৰু গুৰুজনৰ বৈ পৰা নয়নৰ নীৰেৰে ঠাকুৰআতাৰ গোটেইখন পিঠি তিতি গল। তেওঁ প্ৰিয়তম শিষ্যলৈ চাই মলিন বদনেৰে কলে—"বাপু নাৰায়ণদাস, তুমি আমাৰ নিমিত্তে জীৱন বিপন্ন কৰি যিমান দুখ-কষ্ট নিকাৰ-লাঞ্ছনা, অত্যাচাৰ-উৎপীড়ন ভোগ কৰিলা তাকনো কিমান কম! তুমি মোৰ হিয়াৰ বান্ধৱ, সুখ-দুখৰ সমভাগী। তোমাৰ দুখকষ্ট মেয়ো সমানে ভোগ কৰা বুলি নিশ্চয়কৈ জানিবা।" ইয়াকৈ কৈ নিজৰ মূৰ আৰু নখৰ গুৰিত ক'লা পৰি থকা চিনবোৰ দেখুৱালে। তাৰ পাচত আকৌ কবলৈ ধৰিলে—"ৰজাই দিয়া কোনো শাস্তিয়েই তোমাক সত্যৰ পৰা বিচলিত কৰিব নোৱাৰিলে। তোমাৰ আগত বিৰাট ৰাজ-শক্তিয়ে পৰাভৱ মানিবলৈ বাধ্য হল। জগতে ধৰ্ম্মবলৰ অপূৰ্ব্ব মহিমা বুজি পালে। বাস্তৱতে তুমি হে আমাৰ ধৰ্ম্মৰ কথা বুজি লৈ তাক যথাযথ ভাৱে পালন কৰিব পাৰিছা। আজিৰ পৰা তুমি আমাৰ দক্ষিণবাহু স্বৰূপ হলা; সেইবাবে তোমাক 'ধৰ্ম্মৰ খুটি' আখ্যা দিয়া হল। তুমি বৰ ভক্তি কৰিছা বৰ বৈকুণ্ঠপাবা।"

ইয়াকে কৈ গুৰুজনে বাৰবাসী আইৰ কোলাৰ শিশুটিলৈ দৃষ্টি

কৰিলে। তেওঁ তাৰ পৰিচয় সুধিলত আতাই তেওঁৰে সেইটি প্ৰথম সন্তান বুলি কলে আৰু লগে লগে সন্তানৰ কল্যাণ কামনা কৰি গুৰু-জনাৰ চৰণত শিশুটিৰ শিৰ স্পৰ্শ কৰালে। কথিত আছে যে সেই দিনাৰে পৰা গুৰুজনাৰ দক্ষিণ পদৰ বুঢ়া আঙুলিৰ চিন শিশুটিৰ কপালত আজীৱন অমুচ্য ভাৱে আছিল। গুৰুজনে পুনৰ 'শিশুটিৰ কি নাম ৰখা হৈছে?' বুলি সোধাত আতাই কলে—"বাপ কৃপালু গুৰু, লৰাটি বৰ দুখৰ কালত উপজিল দেখি 'দুখীয়া' নাম ৰখা হৈছে।" উত্তৰ শুনি গুৰুজনে হাঁহি এটি মাৰি কলে—"সেই নামটো ঠিক হোৱা নাই। তুমি ধৰ্ম্মৰ মৰ্য্যাদা ৰক্ষা কৰি আমাৰ মনত আনন্দ দিছা আৰু শিশুটি জন্মাৰ লগে লগে তোমাৰো দুখৰ অৱসান ঘটিল; গতিকে 'দুখীয়া' নামৰ সলনি আমি 'পৰমানন্দ' ৰখা হল। শিশুটিয়ে সময়ত জ্ঞানী, বিদ্বান আৰু গুণবান হৈ সুখ্যাতি অৰ্জ্জন কৰিব।" আতাই তেতিয়া 'ভাল বাপ, গুৰুবাক্য' বুলিকৈ নিমাত হৈ থাকিল। তাৰ পাচত গুৰুজনৰ আজ্ঞামতে তেওঁলোক ফুলবাৰীত কিছুদিন থাকিল।

**প্ৰত্যাবৰ্ত্তন**—গুৰুজনৰ মৰম-চেনেহৰ গুণত ঠাকুৰআতাই ফুল-বাৰীত থকা কেইদিন পৰম শান্তিত কটালে। কিন্তু তেওঁৰ আত্মীয় কুটুম্ব সকলে বা-বাতৰি নাপাই চিন্তাকুল হৈ থকা বাবে গুৰুজনে তেওঁক তাত সৰহদিন থকা অনুচিত বুলি কৈ ঘৰলৈ আহিবলৈ কলে। সেইদেখি তেওঁ কেচুৱাটিক লৈ ভাৰ্য্যাৰে সৈতে গুৰুজনৰ চৰণত পৰি সেৱা কৰি বিদায় মাগিলে। গুৰুজনে হেপাহ পলুৱাই আশীৰ্ব্বাদ দি বিদায় দিলে। তেওঁলোক উভতি আহি নিৰাপদে মনথৈ পালে। খুৰাক-খুৰীয়েকে হাত মেলি স্বৰ্গ ঢুকি পোৱা যেন পাই পৰমানন্দক লৈ গৈ আদৰ কৰিবলৈ ধৰিলে। ওচৰ চুবুৰীয়া লোক আহি কি কথা কি বাৰ্ত্তা সুধিলে। তেওঁ দুদিনমান মনথৈত থাকি গণককুছিলৈ আহিল। আৰু অভিন্ন-হৃদয় শ্ৰীমাধৱদেৱক দেখা কৰি সকলো বৃত্তান্ত এমূৰৰ পৰা বৰ্ণাই কলে। ইমান দিনে সখিয়েকৰ কোনো খবৰ বাতৰি নাপাই দৰ্শন লাভৰ পৰা বঞ্চিত হৈ থকা বাবে তেওঁ উদ্বিগ্ন হৈ আছিল বুলি কলে; লগতে বিনা অপৰাধতে কাৰাবাস বৰণ কৰি

অশেষ নিকাৰ ভোগ কৰিও গুৰুৰ সন্মান আৰু গৌৰৱ ৰক্ষা কৰা বাবে শলাগো ললে। আতাই সেইদিনা তাতে ভোজন কৰি সখিয়েকক লগত লৈ পাটবাউসী থানলৈ গল। তাত আই গোসানীক মাত দি সভক্তিৰে সেৱা জনাই গুৰুজনৰ কুশল-সংবাদ জনালে আৰু লগতে নিজৰো সমস্ত ঘটনা বৰ্ণাই কলে। আই গোসানীয়ে গুৰুজন নিৰাপদে শান্তিত থকা বুলি শুনিবলৈ পাই সন্তোষ পালে; কিন্তু আতাৰ হিয়া ভগা করুণ-কাহিনী শুনি অতিশয় বেজাৰেৰে চকুপানী টুকিলে। আতাই আই গোসানীৰ পৰিয়ালৰ কুশল-বাতৰি সুধি পুনৰ সেৱা জনাই বিদায় লৈ উভতি আহিল। তেওঁ সখিয়েকৰ অনুৰোধ ৰক্ষা কৰি ৰাতি গণককুছি থানত থাকি পিচদিনা ঘৰলৈ খোজ ললে।

**বৃন্দাবনী বস্ত্র নিৰ্ম্মাণৰ দায়িত্ব গ্ৰহণ**—ঠাকুৰআতাই গুৰুজনক নেদেখি চাৰিওফাল অন্ধকাৰ দেখিবলৈ ধৰিলে। পৱিত্ৰ ধৰ্ম্ম প্ৰচাৰতো বিঘিনিয়ে দেখা দিয়া দেখি দিন-ৰাতিয়ে তাকেই ভাবি-গুণি থাকোঁতে কেইমাহ মান গল। তাৰ পাচত শ্ৰীশঙ্কৰদেৱে মহাৰাজ নৰনাৰায়ণৰ ৰাজ সভাত নিৰপৰাধী বুলি জয় লাভ কৰি উভতি আহি পাটবাউসী থান পালে। মহাৰাজে সন্তোষ পাই গুৰুজনক বৰপেটা মহল পৰিচালনাৰ দায়িত্ব দিলে। আৰু লগতে বৃন্দাবনী বস্ত্র * নিৰ্ম্মাণ কৰিবলৈকো অনুৰোধ জনালে।

গুৰুজনে বিজয়ীৰ সন্মান লৈ পাটবাউসী থান পালত তাত নানা বিষয়ক বাকী পৰি থকা বিবিধ কামে জুমুৰি দি ধৰিলে। গুৰুজনে ভাবি-চিন্তি চাই পোন প্ৰথমে বৃন্দাবনী বস্ত্র নিৰ্ম্মাণৰ কামকেই হাতত ললে। এইবাবে তেওঁ তাঁতীকুছিলৈ আহি ইয়াৰ খ্যাতনামা

* বৃন্দাবনী-বস্ত্ৰখন শ্ৰীশঙ্কৰদেৱে মহাৰাজ নৰনাৰায়ণক উপঢৌকন স্বৰূপে দিছিল। এই বস্ত্ৰখনক ভগবান শ্ৰীকৃষ্ণৰ লীলা প্ৰদৰ্শক 'চিত্ৰ-বস্ত্ৰ' বুলিবও পাৰি। ইয়াত শ্ৰীকৃষ্ণৰ জন্মৰে পৰা কংস বধলৈ ঘটা ঘটনাৱলী বা মথুৰা বৃন্দাবনৰ লীলা মালা নানা বৰণীয়া সুতাৰে ফুল তুলি দেখুৱা হৈছিল। ই দীঘলে ছয়কুৰি হাত আৰু পুতলে তিনিকুৰি হাত আছিল।—লেখক

তাঁত-শিল্পী গোপালৰ* দিহা পৰামৰ্শ লৈ কাম আৰম্ভ কৰিলে। তাঁতীকুছিৰ সুনিপুণ তাঁতী সকল মুখ্য তাঁতী গোপালৰ নেতৃত্বত পৰিচালিত হবলৈ ধৰিলে। তেওঁলোকে কাপোৰত তুলিব লগা আৱশ্যকীয় দৃশ্যৱাজিৰ চানেকী গুৰুজনে নিজে অঙ্কন কৰি দিলে। সেইমতে তেওঁলোকে কাম কৰি যাবলৈ ধৰিলে। তাঁতী সকলৰ কাৰ্যণা বা কাপোৰ বোৱা ঘৰ দুজনা গুৰুৱে পৰিদৰ্শন কৰি থাকিলেও সেই কামৰ সম্পূৰ্ণ তত্বাৱধান লবলৈ পৰ্য্যবেক্ষক বা নিৰীক্ষক স্বৰূপে ঠাকুৰ আতাৰ ওপৰত দায়িত্ব অৰ্পণ কৰিলে। কিয়নো তেওঁ বয়ন শিল্পতো এজনা সুদক্ষ লোক আছিল। আতাই গুৰুৰ আদেশ নিষ্ঠাৰে পালন কৰি যাবলৈ ধৰাত দিনক দিনে কাম আগবাঢ়ি আহিল। এই গুৰুকামৰ দায়িত্ব পালনৰ অৰ্থে ভগা হাতৰ কষ্টলৈও পাহৰি তেওঁ নিতৌ মনথৈৰ পৰা তাঁতীকুছিলৈ আহিব লগা হৈছিল। ইয়াত বস্ত্ৰনিৰ্ম্মাণ কাৰ্য্য চলি থাকোঁতে সিফালে আকৌ নিজৰ খেতি পথাৰৰ বিশেষ জৰুৰী কামত ব্যস্ত হৈ থাকিব লগা হোৱা বাবে তেওঁ একেৰাহে তিনিদিন ইয়ালৈ আহিব পৰা নাছিল। এই তিনিদিনতে গুৰুজনে আতাৰ অভাৱ অনুভৱ কৰি তেওঁৰ বা-বাতৰি লবলৈ আৰু পাৰিলে লগতে লৈ আহিবলৈ শ্ৰীমাধৱদেৱকেই পাচিলে। লগতে সুস্থ অৱস্থাতো নহাকৈ থাকিলে এটা শিকনি দি আহিবলৈকো কৈ পঠালে।

তেওঁ বেগাই গৈ সোনকালে মনথৈ গাওঁ পালে। পোনতে নঙলাৰ মুখতে ঠাকুৰআতাৰ বৰপুত্ৰ শিশু পৰমানন্দক দেখা পাই পিঠিত লাহেকৈ মাৰ এটি শোধালে। শিশুটিয়ে কান্দি মাকৰ ওচৰ চাপিলত, তেওঁ ইফালে আকৌ মাকৰ কাপোৰ বোৱা শালখনৰ একোচা সূতাও ছিঙিলে। সদৌ শেষত ঘৰৰ ভিতৰ সোমাই বন্ধন শালৰ চৰু-হাড়ী সোপাকে ফৰ্ম্মুটি মাৰি চুৰা কৰি থৈ কাকো মাত নিদিয়াকৈয়ে গণককুছিলৈ উভতিল।

* গোপাল তাঁতীয়ে মহাপুৰুষ শ্ৰীমাধৱদেৱৰ ওচৰত ধৰ্ম্ম-বস্তু লাভ কৰি পাচত বৰপেটা সত্ৰৰ অধিকাৰৰ পদত অধিষ্ঠিত হয়। "শ্ৰীশ্ৰীমথুৰাদাস বুঢ়া আতা" পুথিত এই বিষয়ে বহলাই কোৱা হৈছে।—লেখক

শ্ৰীমাধৱদেৱৰ এনে অভাৱনীয় অপ্ৰিয়কাম দেখি ঠাকুৰআতাৰ ভাৰ্য্যাই বিমৰ্ষ বদনেৰে বহি থাকিল। এনেতে আতা খেতি-পথাৰৰ পৰা আহি স্নান কৰি ঘৰ পালে। কিন্তু ভাৰ্য্যাই তেনেকৈ থকা দেখি আচৰিত হৈ তাৰ কাৰণ সুধিলত তেওঁ সকলো কথা বৰ্ণাই কলে। তেতিয়া আতাই পুনৰাই সুধিলে—"তেৰাই ইয়ালৈ অহাৰ কাৰণ কিবা কৈছিল নে? আৰু তেৰাই এইবোৰ কাম কৰা বাবে তুমি কিবা কটুবাক্য বুলিছিলা নে?" ভাৰ্য্যাই কলে—"প্ৰভু, তেৰাই সমূলি মুখ মেলাই নাছিল। আৰু এই দাসীয়ে নো তেৰাক কিবা কবলৈ সাহ কৰিব পাৰোঁ নে?" তেতিয়া আতাই হৰিষ মনেৰে কৈ উঠিল—"বাৰু নিজৰতো ইজ্জত-আবুৰ ৰক্ষা কৰিলাই আমাৰো সন্মান ৰাখিলা; নহলে আজি আমাৰ স্বামী-স্ত্ৰী সম্বন্ধ থকা টান হল-হেঁতেন।" ইয়াকে কৈ আতাই অনাহাৰে পাটবাউসীথান মুখে ৰাওণা হল। তেওঁ গুৰুজনক সেৱা কৰি বহিলত গুৰুজনে সুধিলে—"নাৰায়ণ দাস, বঢ়াৰপোৱে বোলে আজি তিনিপাট কাঁড়মাৰি তোমালোকৰ কিবা জগৰ লগাই আহিছে, হয়নে?" আতাই মাত লগালে—"বাপ কৃপালু গুৰু, কথাষাৰ তেনেই মিছা নহয়; কিন্তু আমি তাক জগৰ বুলি ধৰি লোৱা নাই। কাঁড় তিনি পাটৰ এপাট গল* বাটে বাটে. এপাট গল তাঁতে তাঁতে আৰু বাকী পাট কোনোমতে গাত ছোৱা নোছোৱাকৈ গল।" তেতিয়া গুৰুজনে কলে—"বাৰু যি হল হল, তাক গুচাব নোৱাৰি। ইফালে তুমি নো কেইফালে চাবা! তোমাক সকলো কামতে খটুৱাব লগা হয়। এই বেলি ইচ্ছা নথকাতো যোগ্য লোকৰ অভাৱত তোমাৰ ওপৰতে

* 'বাটে বাটে' মানে পৰমানন্দ ঠাকুৰক শ্ৰীমাধৱদেৱে বাটতে কোবাইছিল। তাত আতাই একো গুৰুত্ব নিদিলে। 'তাঁতে তাঁতে' মানে ভাৰ্য্যাৰ তাঁতশালখন ছিঙাতো আতাই কোনো মনোকষ্ট নাপালে। 'ছোৱা নোছোৱাকৈ যোৱা' মানে পাগটো চুৰা কৰাত অনাহাৰে থাকিব লগা হোৱা বাবে সেই পাটকাঁড়ে ছোৱানোছোৱাকৈ যোৱা বুলি অৰ্থাৎ সামান্য কষ্ট অনুভূত হৈছিল বুলি কৈছিল—লেখক

গুৰুভাৰখন জাপি দিয়া হল। তোমাৰ বা-বাতৰি লৈ, পাৰিলে লগতে লৈ আহিবলৈ বঢ়াৰপোক খেদোৱা হৈছিল। অৱশ্যে সুস্থ অৱস্থাতো নহাকৈ থাকিলে এটি চিন ৰাখি আহিবলৈকো কোৱা হৈছিল। পিচে তেওঁ কৌশলেৰে তোমাক তুৰন্তে ইয়ালৈ আনিলে। যাতে আমি ৰাজৰোষত পৰিব লগা নহয় তালৈ লক্ষ্য ৰাখি কামখিনি কৰোৱা।” ইয়াকে কৈ আতাৰ মুখখন জীপাল যেন নেদেখি ভোজনৰ কথা সুধিলত তেওঁ অভোজনে থকা বুলি কলে। গুৰুজনে শ্ৰীমাধৱদেৱক ভোজনৰ এটি ব্যৱস্থা কৰিবলৈ কলত, তেওঁ ঠাকুৰ-আতাক মাতি নিলে আৰু গণককুছিত দুয়োজনে পৰম প্ৰীতিৰে ভোজন কৰিলে। আতাই আবেলি পৰত বিদায় সম্ভাষণ জনাই ঘৰলৈ উভতি গল।

ঠাকুৰআতাই তাৰ পিচদিনাৰে পৰা নিজৰ যাৱতীয় ঘৰুৱা কাম-বনলৈ তেনেই পিঠি দি বৃন্দাবনী বস্ত্ৰ নিৰ্ম্মাণ কামত লাগিল। এই বেলি আতাৰ নিয়মীয়া তত্ত্বাৱধানৰ গুণত কামখিনি সময়মতে আৰু সফলতাৰে সুসম্পন্ন হৈ উঠিল।

**বিচৰণত শ্ৰীৰামআতাক লাভ**—মহাপুৰুষ শ্ৰীমাধৱদেৱ গণক কুছি থানত থাকোঁতে তেওঁৰ আলধৰা ভকত এজনৰ বিশেষ প্ৰয়োজন হৈছিল। গুৰুজনে ভাবি-চিন্তি চাই লোক-সংগ্ৰহ কৰা কামৰ নিমিত্তে ঠাকুৰ আতাকে নিৰ্ব্বাচন কৰিলে। কিয়নো তেওঁ অশৰ-ণীয়া হৈ থকা কাল ছোৱাত বাউসী পৰগণা অঞ্চলত বেহা-বেপাৰ কৰি ফুৰিছিল আৰু সেই ঠাইৰ অধিবাসী সকলৰ গতি-মতি, স্বভাৱ-চৰিত্ৰ, আচাৰ-ব্যৱহাৰ, চাল-চলন আদিৰ ভু পাইছিল। আতাই গুৰুজনৰ আদেশ শিৰোধাৰ্য্য কৰি লৈ যথা সময়ত নাৰেৰে যাত্ৰা কৰিলে। তেওঁ কেবাদিনো উপযুক্ত লোকৰ সন্ধান লৈ ঘূৰি ফুৰোঁতে শিমেলিয়া গ্ৰামত এজন নিৰ্জ্জু, কৰ্ত্তব্যপৰায়ণ আৰু সাধু প্ৰকৃতিৰ লোক বিচাৰি পালে। পত্নী আৰু পুত্ৰ বিয়োগত অন্তৰত দাৰুণ আঘাত পোৱা বাবে সংসাৰৰ প্ৰতি তেওঁৰ বিৰাগ ভাব জন্মিছিল। ঠাকুৰ আতাই তেওঁক সকলো কথা বুজাই কৈ সন্মতি বিচাৰিলত তেওঁ হৰিষ মনেৰে

সম্মতি জনালে। আতাই শ্ৰম সাৰ্থক হোৱা বুলি ভাবি কেইদিন-মানৰ পাচত তেওঁক আনি গুৰুজনক শোধাই দিলেহি। এওঁৰ নাম শ্ৰীৰাম। এওঁ পাটবাউসী থানত গুৰুজনৰ পৰা ধৰ্ম্মবস্তু গ্ৰহণ কৰি পাচত একান্ত ভকত আৰু আদৰ্শ-স্থানীয় তত্ত্বদৰ্শী পুৰুষ স্বৰূপে পৰিগণিত হয়। এৱেঁ ভক্তশিৰোমণি 'শ্ৰীৰাম আতা' নামে জন-সমাজত সুপৰিচিত।

**চাউলৰ যোগান**—ঠাকুৰআতাই পাটবাউসীলৈ আহোঁতে নিতৌ গুৰুজনৰ পৰিয়ালবৰ্গলৈ ন কঠি চাউল আনিছিল। তাকে দেখি এদিনাখন গুৰুজনে কলে—"নাৰায়ণ দাস, তোমাৰ অন্নৰ দ্বাৰাইহে আমি প্ৰৱৰ্ত্তিব লগা হল নে? আজিৰ পৰা আৰু চাউল নানিবা।" আতাই নীৰৱে গৈ এইকথা আই গোসানীক সবিনয়ে জনালত তেওঁ কলে—"বাক গোসাইৰ বাক্য শিৰত থৈছোঁ; তুমি আনিবা।" আতাই পিচদিনাও আগৰদৰে চাউল আনি গুৰুজনক সেৱা কৰি কলে—"বাপ, আপোনাৰ কালিৰ আদেশ গুৰুবাক্য বুলি শিৰোধাৰ্য্য কৰি লোৱা হৈছে; কিন্তু আই গোসানীৰ অনুমতি ক্ৰমে আজিও পৰম আশা কৰি চাউল দুটি অনা হৈছে। ইয়াক আনিবলৈ নাপালে দেখোঁন মনটো বেয়া লাগি থাকে; গতিকে দাসৰ প্ৰতি সদয় হৈ ভবিষ্যতলৈ আৰু নিষেধ কৰা নাযাব।" তেতিয়া গুৰুজনে কলে—"নাৰায়ণদাস, আমাৰ পুত্ৰ, ভাৰ্য্যা, দুহিতা, বোৱাৰী, নাতি, দাস, দাসী অনেক। কোনোবা দিনা হয়তো কোনোৱে দ্ৰব্য-বস্তুৰ কোনো ছিদ্ৰ উলিয়াই কিবাকিবি নকব লগীয়া কথাকো কৈ তোমাক মনোকষ্ট দিব পাৰে; আৰু তাৰ দ্বাৰা তুমিও ক্ষুণ্ণ হব পাৰা; সেই দেখিহে চাউল-পাত আনিবলৈ নিষেধ কৰা হৈছিল।" ঠাকুৰ আতাই গুৰুজনৰ কথাৰ ভাৱ বুজি তেওঁৰ আবেদন মঞ্জুৰ হল বুলি ধৰি ললে। আৰু পৰম সন্তোষ লভি তাৰ পিচদিনাৰে পৰা নিঃসঙ্কোচ মনেৰে আগৰদৰে চাউলৰ যোগান ধৰি থাকিবলৈ ধৰিলে।

**ভক্তিৰ আগগুৰিৰ শিকনি**—এদিন পাটবাউসী থানত ভকত কেইজন মানে আলোচনা কৰি ভক্তিৰ আগগুৰিনো কি তাক বুজি

লবৰ মনেৰে শ্ৰীশঙ্কৰদেৱৰ ওচৰত প্ৰাৰ্থনা জনালে। গুৰুজনে কলে—“ভক্তি-বৃক্ষৰ ছাল বজ্ৰময়; তাক আগধৰি কুঠাৰ লগাই নেভেদিলে ছেদিবা কেনেকৈ? আমাৰ নাৰায়ণ দাসে এই কথাৰ ভু পায়; গতিকে তোমালোকে তেওঁৰ ওচৰলৈ যোৱা। তেওঁ ইয়াৰ আঁতি-গুৰি ভাঙি কব।” গুৰুৰ পৰামৰ্শমতে হৰিবল্লভ আতৈ আৰু বলোভদ্ৰ আতৈয়ে আতাৰ ওচৰলৈ গৈ তেওঁলোকৰ মনৰ অভিপ্ৰায় প্ৰকাশ কৰিলে। আতাই সকলো কথা গমি চাই কোনো উত্তৰ নিদি তেওঁলোকক হাত-ভৰি ধুবলৈহে দিলে। তাৰ পাচত ভোজন কাৰ্য্যৰ ব্যৱস্থা কৰিলে। ভোজনৰ অন্তত অলপ জিৰণি লবলৈ অনুৰোধ কৰিলে। তেওঁলোক বিশ্ৰাম কৰি উঠিলত আতাই কিছুমান লোণ উলিয়াই আনি তাৰে শ্ৰীশঙ্কৰদেৱলৈ দুসেৰ, শ্ৰীমাধৱ দেৱলৈ এসেৰ, শ্ৰীৰাম আতালৈ আধাসেৰ, বলোৰাম আতৈলৈ এপোৱা আৰু হৰিবল্লভ আৰু বলোভদ্ৰ আতৈলৈ আধা পোৱাৰ একোটা একোটা টোপোলা বান্ধিলে। তাৰ পাচত তেওঁলোকে উভতি গৈ ঘৰ পালে, যাৰ নামৰ যিটো টোপোলা সেইমতে বিতৰণ কৰি লবলৈ অনুৰোধ জনাই বিদায় দিলে। তেওঁলোকে লাজতে একো নামাতি বা প্ৰশ্ন তুলিয়াই আমন-জিমনকৈ উভতি আহিল।

পাটবাউসী পাই আতৈ দুজনে গুৰুজনৰ ওচৰ চাপি বিমৰ্ষ বদনে কলে—“বাপ, আমি অনাহকতে যাতায়াত কৰা হল মাথোন; আতা পুৰুষে আমাৰ প্ৰশ্নৰ কোনো সমিধানকে নিদিলে। আমাক ভালদৰে সোধ-পোচ কৰি কেৱল এই লোণৰ টোপোলা কেইটিহে বিতৰণ কৰি লবলৈ কৈ পঠিয়ালে।” গুৰুজনে তেতিয়া মাত লগালে “বাৰু কোৱাচোন কাক কি পৰিমাণে লোণ দিবলৈ কৈছে?” তেওঁলোকে টোপোলা কেইটাৰ পৰিমাণৰ কথা কৈ কাৰ কোনটো তাকো দেখুৱাই দিলে। তেতিয়া গুৰুজনে হাঁহিমাৰি কলে—“আমাৰ সুচতুৰ নাৰায়ণ দাসে দেখোন তোমালোকৰ প্ৰশ্নৰ উত্তৰ টোপোলাৰ যোগেদি কৌশলেৰে দি পঠাইছে; তোমালোকে এতিয়াও তৰ্কিবই পৰা নাইনে?” তেতিয়াহে দুয়োজনে দকৈ ভাবি চাই সকলো কথা বুজি পালে।

**ফকৰা-যোজনাৰ ক্ষেত্ৰত অৱদান ঃ**—ফকৰা-যোজনাবোৰ প্ৰাচীন অসমীয়া সাহিত্য-ভঁৰালৰ এবিধ উজ্জ্বল আৰু আপুৰুগীয়া সম্পদ। ই এফালে যেনে বিবিধ শিক্ষাদায়ক আনফালে তেনে অতি আনন্দ বৰ্দ্ধক। ইয়াৰ স্থান অতি উচ্চ। ইয়াৰ উপযোগিতা আৰু আৱশ্যকতা সম্বন্ধে বিশেষকৈ সাহিত্য-সেৱী সকলে অনুভৱ কৰে। চৰিত পুথি আৰু জনশ্ৰুতি মতে ঠাকুৰ আতাই কথা-বতৰাত বৰকৈ ফকৰা ব্যৱহাৰ কৰা বুলি জনা যায়। ফকৰা ব্যাখ্যাত তেওঁৰ পাণ্ডিত্য সুন্দৰকৈ ফুটি ওলাইছিল। পাৰমাৰ্থিক কথা বোৰো ফকৰাৰ যোগেদি ব্যাখ্যা কৰি প্ৰশ্নকৰ্ত্তা বা শ্ৰোতাৰ সন্তুষ্টি সাধন কৰিব পাৰিছিল। আজিও ভকত সকলে তেওঁৰ প্ৰদৰ্শিত পথকে অৱলম্বন আৰু অনুসৰণ কৰা দেখা যায়। দৰাচলতে ঠাকুৰ আতাৰ কথন-প্ৰণালী এক বৈশিষ্ট্যপূৰ্ণ আছিল। অসমত প্ৰচলিত অনেক ফকৰা তেওঁৰ দ্বাৰা ৰচিত হৈছিল বুলি থান-সত্ৰৰ বিজ্ঞ লোক সকলে বিশ্বাস কৰে। তেওঁৰ কবিত্ব শক্তি আৰু ফকৰা-প্ৰয়োগ ৰীতিলৈ চাই সেই কথা মানি লবলৈ টান নপৰে। আজি অসমীয়া সাহিত্যৰ মৌলিক বিচাৰ আৰু সূক্ষ্ম গবেষণাৰ যুগত পুৰণি অসমীয়া সাহিত্যত ঠাকুৰ আতাৰ অৱদান সম্বন্ধে পণ্ডিত শ্ৰেণীৰ লোক সকলে বিচাৰ কৰি চোৱা নিতান্ত বাঞ্ছনীয়।

এই স্বভাৱ কবি জনাৰ কবি-প্ৰতিভা এদিনাখনৰ এটি বিশেষ ঘটনাৰ যোগেদি প্ৰকাশ পায়। ঘটনাটো এই—এবেলি শ্ৰীমন্ত শঙ্কৰদেৱে নাৱেৰে চাপৰা গাওঁলৈ* গৈছিল। লগত শ্ৰীমাধৱদেৱ, ঠাকুৰ আতা আৰু জতী গাওঁৰ মাধৱ (মধাই) আতৈকো নিছিল। গুৰুজনে সশিষ্যে কৰা নৌকাবিহাৰৰ আনন্দত আপ্লুত হৈ হঠাৎ তিনিওজন সহযাত্ৰীকে নিজৰ অভিৰুচিমতে একোটিকৈ কবিতা ৰচনা কৰিবলৈ কলে। গুৰুৰ আদেশ শিৰোধাৰ্য্য কৰি প্ৰত্যেকে

---

* চাপৰা গাওঁখন জনিয়া সত্ৰৰ এক মাইল পূবফালে অৱস্থিত। প্ৰায় ১৮৩৫ শকলৈ ই তেনেই অটব্য হাবি আৰু বাঘ, হৰিণ আদি বন্যজন্তুৰে ভৰা ঠাই আছিল। এতিয়া তাৰ মাজেদি মটৰ চলিব পৰা ৰাস্তা তৈয়াৰ হৈছে।—লেখক।

একোটি মৌখিক কবিতা ৰচনা কৰিলে। ঠাকুৰ আতাই ৰচনা কৰা দাস্যভাৱমূলক আৰু কৃতজ্ঞতা জ্ঞাপক ক্ষুদ্ৰ কবিতাটিৰ নমুনা তলত দিয়া হল।

"জয় জয় ৰাম অনাদি শঙ্কৰ
মই তুৱা দাসৰ দাস।
উজানৰ পৰা আসি প্ৰাণ প্ৰভু
নিকটে কৰিলা বাস॥"

**চক্ৰপাণি দ্বিজক গুৰুমুখী কৰণ** ঃ—শিলা গ্ৰামত* চক্ৰপাণি দ্বিজ নামৰ এজন ব্ৰাহ্মণলোক আছিল। তেওঁৰ পুতেক এজনৰ ৰাতমাল (সৰু লৰা ছোৱালীৰ মুখত হোৱা এবিধ ঘা) বেমাৰ হৈছিল। তেতিয়া আজি কালিৰ দৰে ঘৰৰ ওচৰতে ইমান ডাক্তৰ-কবিৰাজ, অজা-বেজ আদি চিকিৎসক পোৱা নগৈছিল। সেইবাবে দ্বিজৰ ভাৰ্য্যাই সন্তানটিক লৈ মনথৈ গাওঁলৈ যাব লগা হৈছিল। সেই গাওঁৰে ঠাকুৰ আতাৰ খুৰাক চৈতন্য আতৈ এই ৰোগৰ সুচিকিৎসক বুলি সুনাম আছিল। দ্বিজৰ ভাৰ্য্যাই গাওঁলীয়া ৰাইজত সুধি ঠাকুৰ আতাৰ গৃহত উপস্থিত হলত তেওঁ খুৰাকক মাতি আনি লৰাটিক দেখুৱালে আৰু পাৰ্য্যমাণে চেষ্টা কৰি চাবলৈ অনুৰোধ কৰিলে। চৈতন্য আতৈয়ে জৰা-ফুকা কৰি পাঁচ দিনৰ ভিতৰতে ৰোগ সম্পূৰ্ণ আৰোগ্য কৰিলে। বামুণী গৰাকীয়ে ঠাকুৰ আতাৰ গৃহত সদাচাৰ সুনীতি পালন কৰা দেখি আৰু শুৱলা গীত-পদ গাই ভগবানক স্তুতি-প্ৰাৰ্থনা কৰা শুনি তেওঁৰ মনৰ গতি লৰিল।

তেওঁ ঘৰলৈ উভতি গৈ এই কথা গিৰিয়েকক কলত তেওঁ তাৰ প্ৰমাণ চাবৰ মনেৰে মনথৈ লৈ গল। তেৰেঁা ঠাকুৰ আতাৰ কাৰ্য্য-

* শিলা গাওঁখন বৰপেটাৰ পৰা সাতমাইল দক্ষিণ পূব ফালে অবস্থিত। তাত এতিয়াও ব্ৰাহ্মণ লোকৰ বসতি আছে। গুৰুচৰিতকাৰ ভূষণ দ্বিজ, চক্ৰপাণি দ্বিজৰ নাতিয়েক।—লেখক।

কলাপত বিমুগ্ধ হৈ শ্ৰীশঙ্কৰ দেৱৰ প্ৰচাৰিত ধৰ্ম্ম ধৰিবলৈ ইচ্ছা প্ৰকাশ কৰিলত ঠাকুৰ আতাই কলে—"দ্বিজবৰ, আপুনি যাজক শ্ৰেণীৰ ব্ৰাহ্মণ ; গতিকে কৰ্ম্মকাণ্ডখিনি ত্যাগ কৰিব পাৰিলে এই ধৰ্ম্ম ধৰিবলৈ সজ হব।" ইয়াক শুনি সিদিনা তেওঁ কোনো মতামত প্ৰকাশ নকৰিলে। ঘৰত ভাবি চিন্তি চাইহে পাচত কিবা এটি অভিমত জনাব বুলি কৈ উভতি আহিল।

চক্ৰপাণি দ্বিজই ঘৰ পাই ঠাকুৰ আতাই কোৱা কথা ঘৈণীয়েকৰ আগত উলিয়াই কলে—"তোৰ কথামতে হৰি ভক্তি কৰিবলৈ গৈ ষাঠিজন যজমানক এৰি কেনেকৈ বৰ্ত্তিম ? তেওঁলোকে মোক টকা কড়ি, ধান-চাউল, তাম-কঁাহ, গৰু-গাই আৰু কানি-কাপোৰ দি পুহি আছে। এনেস্থলত তই আকৌ মোক কিবা শিকাব খোজনে ?" তাকে শুনি ঘৈনীয়েকে মাত লগালে—"প্ৰভু, আন লোকে নো প্ৰৱৰ্ত্তিছে কেনেকৈ ?" এনেকৈ দুই এক বোলোতে উভয়ৰে ভিতৰত দ্বন্দ্ব লাগিলত দ্বিজে ঘৈণীয়েকক মাৰিবলৈ টাঙোন এডাল লৈ খেদা দিলে। ঘৈণীয়েক দৌৰি পলাই কোনোমতে মাৰ নোখোৱাকৈ সাৰিল।

ইয়াৰ কেইদিন মানৰ পাচত দ্বিজে পুনৰ মনথৈলৈ গৈ ঘৰতে লিখি লৈ যোৱা আঠোটা শ্লোক ঠাকুৰ আতাৰ হাতত দিলে। আতাই শ্লোক কেইটি পঢ়ি চাই একোকে নকৈ দ্বিজেৰে সৈতে গণক-কুছিলৈ আহিল আৰু শ্ৰীমাধৱদেৱক শ্লোক কেইটিৰ অৰ্থ বিশদ ভাবে বুজাই দিবলৈ অনুৰোধ জনালে। তেতিয়া তেওঁ তাক অনেক প্ৰকাৰে ব্যাখ্যা কৰি তাৰ তাৎপৰ্য্য সুন্দৰকৈ বুজাই দিলে। সেইবোৰ কথা শুনি শুনি দ্বিজৰ মনত বিৰাগ ভাৱে দেখা দিলে আৰু পূৰ্ব্বৰ যজমানী কামৰ প্ৰতি থকা আকৰ্ষণো ক্ৰমে টুটি আহিবলৈ ধৰিলে।

দ্বিজৰ মনোভাৱ পৰিবৰ্ত্তন হৈ একমাত্ৰ শ্ৰীকৃষ্ণৰ প্ৰতি প্ৰবল ধাউতি জন্মিলত তেওঁ এদিনাখন পুত্ৰ-ভাৰ্য্যাক লগত লৈ ঠাকুৰ আতাৰ গৃহত উপস্থিত হলগৈ। আতাই তেওঁলোকক সাদৰি নি আসন দিলত বিপ্ৰই মনৰ অভিপ্ৰায় প্ৰকাশ কৰি তেওঁলোকক ভগবানৰ

চৰণত শৰণ লগাবলৈ অনুৰোধ কৰিলে। আতাই অতি অলপ দিনৰ ভিতৰতে দ্বিজৰ মুখত এনে অভাৱনীয় কথা শুনিবলৈ পাই ই পৰম পুৰুষৰেই কৃপা বুলি ধৰি ললে। অৱশেষত আতাই তেওঁলোকক লগত লৈ আহি পাটবাউসী থান পালে।

ঠাকুৰ আতাই গুৰুজনৰ আগত দ্বিজৰ সকলো কথা বিবৰি ব্যক্ত কৰিলত আৰু তেওঁৰো শৰণৰ কাৰণে সকাতৰে প্ৰাৰ্থনা জনালত গুৰুজনে যথাৰীতি ধৰ্ম্ম-বস্তু দি তেওঁলোকৰ মনোবাঞ্ছা পূৰ্ণ কৰিলে। সিদিনাৰে পৰা বিপ্ৰই আগৰ যজমানী কৰ্ম্ম ত্যাগ কৰি একশৰণ হৰি নাম ধৰ্ম্মক সাৰোগত কৰি ললে। তেনে কৰা দেখি শিলাগ্ৰামৰ লোক সকলে অসূয়া কৰি তেওঁৰ বিৰুদ্ধে বিহিত ব্যৱস্থা হাতত লবলৈ এখন সভা আহ্বান কৰিলে। চক্ৰপাণি দ্বিজে সেই সভাত উপস্থিত হৈ নিজক সমৰ্থন কৰি সকলো কথা বুজাই দিলত ৰাইজে তেওঁৰ কামত একো খুঁত উলিয়াব নোৱাৰিলে। তেওঁলোকে বিৰোধী মনোভাৱ পৰিহাৰ কৰি দ্বিজৰ মতকে ধৰিলে আৰু আগৰ হিংসা অসূয়া এৰিলে। অৱশেষত চক্ৰপাণি দ্বিজে তেওঁলোককো গুৰুজনৰ ওৰচত ধৰ্ম্ম ধৰালত গাওঁৰ সকলো ৰাইজে দ্বিজৰ লগত আগৰ দৰে প্ৰীতি আৰু সম্ভাৱেৰে কাল যাপন কৰিবলৈ ধৰিলে।

**মহান উদাৰতাৰ নিদৰ্শন**—শ্ৰীমন্ত শঙ্কৰদেৱ পাটবাউসী থানত থাকোঁতে ঠাকুৰ আতাই পৰাপক্ষত প্ৰসঙ্গ খতি নকৰিছিল। আতাৰ গুণত মুগ্ধ হৈ গুৰুজনে তেওঁলৈ অনুপস্থিত থকাৰ দিনাও প্ৰসাদ নিৰ্ম্মালি আদিৰ এটি ভাগ থোৱাইছিল। তাকে দেখি ভকত সকলে গুৰুজনৰ আঁৰত এই বুলি কোৱাকুই কৰিছিল—"গুৰুজনে ঠাকুৰ-আতাক অধিক স্নেহ কৰে; কিয়নো তেওঁ প্ৰসঙ্গলৈ নাহিলেও তেওঁলৈ প্ৰসাদ আদি থোৱায়।" তেওঁলোকৰ এই মনোভাৱৰ কথা প্ৰকাশ্য ভাৱে গুৰুজনৰ কৰ্ণগোচৰ কৰাৰ পৰা সৎসাহসী ভকত বিচাৰি পোৱা নাছিল।

এদিনাখন তেওঁলোকে আলচ কৰি এই কামৰ বাবে শ্ৰীৰাম আতাৰ গাত ভাৰ দিলে। তেওঁৰো পোনেই গৈ গুৰুজনৰ আগত তাক

উত্থাপন কৰিলে। তেতিয়া গুৰুজনে এটি মিচিকিয়া হাঁহি মাৰি কলে—"বাপু শ্ৰীৰাম, আমাৰ নাৰায়ণ দাসে ঘৰত যি কাম-বন কৰে সেইখিনি অকল নিজৰ পৰিয়ালটিৰ কাৰণেই নকৰে; সকলোৰে নিমিত্তেহে কৰে। গতিকে ভকত সকলে অনাহকতে তেনেজন সদাশয় আৰু ত্যাগী ভকত জনৰ কামত ৰিহাধৰাটো উচিত হোৱা নাই। তেওঁ কিবা বিশেষ কাৰণতহে প্ৰসঙ্গলৈ নহাকৈ থাকে। নিতৌ এঘাৰ বাৰ মাইল বাট খোজকাঢ়ি আহি প্ৰসঙ্গত যোগ দিয়া ভকত কেইজন আছে? সেইদেখিহে আমি তেনে আগ্ৰহ আৰু শ্ৰদ্ধাশীল ভকতজনৰ প্ৰতি তেনেকৈ থোৱা হয়।" ওচৰতে বহি থকা ভকত সকলে এনে সমিধান শুনি অধোবদন হৈ থাকিল। কিন্তু গভীৰ চিন্তাশীল শ্ৰীমাধৱদেৱে এই কথাৰ প্ৰমাণ চাবৰ মনেৰে সুযোগ বিচাৰি ৰল।

ইয়াৰ কিছুদিনৰ পিচত দেশজুৰি দুৰ্ঘোৰ আকালে দেখা দিলে। দেশবাসীৰ লগতে ভকত সকলৰো অভাৱ-অনাটন হ'ল। এনেতে এদিনাখন মনথৈ গ্ৰামৰ পৰা ঠাকুৰআতাই আহি গণককুছিথানত সোমালত অভিন্ন হৃদয় শ্ৰীমাধৱদেৱে দেশৰ দুৰ্দ্দিনৰ কথা উলিয়াই কথা প্ৰসঙ্গত কলে—"সখি, এই আকালৰ দিনত আমাৰ থানৰ ভকত সকলে বৰ্ত্তি থাকে কেনেকৈ?" তেতিয়া আতাই হৰিষ বদনেৰে মাত লগালে—"বাপ, তাৰ নিমিত্তে চিন্তা কৰিবৰ কোনো প্ৰয়োজন নাই। আমি জীয়াই থাকোঁতে ভকত সকল অনাহাৰে মৰিব নোৱাৰে, মৰোঁ যদি সকলোৱে একেলগে মৰিম। বিশেষতঃ আমাৰ দুটি থুন্দ খাই থকা ধানৰ ভৰাল আছে; সেয়ে বহুদিনলৈ জুৰিব। তাৰে গছীধানৰ* ভৰালটি ভকত সকলৰ কাৰণে এই মুহূৰ্ত্ততে আগ বঢ়ালোঁ।" মহান হৃদয়ৰ উদাৰতাপূৰ্ণ এনে সহানুভূতি সূচক উত্তৰ পাই শ্ৰীমাধৱদেৱে পুনৰ সুধিলে—"সখি, আপুনি গছীধানৰ ভৰালটি

* গছীধান—যিধান কাটি আনি মৰণা নমৰাকৈয়ে ভৰালত থোৱা হয় সেয়ে গছীধান।

দান কৰা বুলি কলে সচা ; কিন্তু তাৰ দ্বাৰা হয়তো ভৱিষ্যতে গৃহ-কন্দলৰ সৃষ্টি হবও পাৰে। কিয়নো ধানখিনি অকল আপোনাৰ পৰিশ্ৰমৰ ফলতে উৎপন্ন হোৱা নাই ; তাৰবাবে পৰিয়ালৰ অন্যান্য লোক সকলেও কম-বেচি পৰিমাণে খাটিছে। এনেস্থলত তেওঁ-লোকৰো অভিমত লোৱাটো উচিত হব। তদুপৰি অসন্তোষ মনেৰে কৰা দানৰ বস্তু গ্ৰহণ যোগ্য নহয়।"

সখিয়েকৰ এনে যুক্তিপূৰ্ণ সজ পৰামৰ্শ শুনি ঠাকুৰ আতাই কৃতজ্ঞতা জনাই ঘৰলৈ উভতিল। ঘৰ পাই ভাৰ্য্যা বাৰবাসী আইক মাতি কলে—"পৰমানন্দৰ মাতৃ, আজি তোমাক নোসোধাকৈয়ে এটি ডাঙৰ কামৰ কাৰণে কথা দি আহিলোঁ। তাকে শুনি ভাৰ্য্যাই আথে-বেথে সুধিলে—প্ৰভু, এনে কিনো ডাঙৰ কথা হল, তাক নো দাসীয়ে জানিব নোৱাৰে নে ?" তেতিয়া আতাই সকলোখিনি কথা এমূৰৰ পৰা বিবৰি কলে। দয়াৱতী ভাৰ্য্যাই এই কথা শুনি কলে—"আপুনি এনেহেন পৱিত্ৰ কামৰ কাৰণেও দাসীৰ সন্মতি বিচাৰিব লাগে নে ? আপুনি গছীধানৰ ভৰালটি দিম বুলি নকৈ গুটিধানৰ* ভৰালটি দিম বুলি কোৱা শুনিবলৈ পালেহে নথৈ আনন্দিত হলোঁহেতেন। তাত নো কিমানটিহঁত ধান ওলাব ? যি হক মেয়ো গুটিধানৰ ভৰালটি ভকত সকলত লগাবলৈ মনস্থ কৰিলোঁ।" আতাই ভাৰ্য্যাৰ আচল মনোভাব বুজিবৰ মনেৰে দুনাই সুধিলে—"তুমিও ভৰালটি দিওঁ বুলিলা হয়, পিচে দুয়োটি ভৰাল উদং হলে ভৱিষ্যতে আমাৰ পৰিয়ালটিৰ গতি কি হব ?" ভাৰ্য্যাই ঘপৰাই উত্তৰ দিলে—"দাসীয়ে তালৈ সমূলে চিন্তা নকৰে ; কিয়নো আমি শুদাপেটে পৰি থাকিব লগা অৱস্থা ভকত সকলে নকৰে।" পত্নীৰ এনে কোমল অন্তৰৰ সহৃদয়তাপূৰ্ণ যোগ্য সমিধান পাই আতাই পৰম সন্তোষ পালে।

তেওঁলোক দুয়ো পৰম আনন্দত বিভোৰ হৈ থাকোতে বৰপুত্ৰ পৰমানন্দ ঠাকুৰ ঘৰলৈ আহি সকলো কথাৰ সম্ভেদ পালে। তেওঁ

---

*গুটিধান—মৰণামাৰি চালি-জাৰি ভৰালত থোৱা ধানক গুটিধান বোলা হয়।

পিতৃ-মাতৃৰ এনে উদাৰতাপূৰ্ণ কামত পৰম সন্তোষ পাই মনৰ হৰিষত কৈ উঠিল—"পিতা, আপোনালোক পৰম সৌভাগ্যবান। আপোনালোকৰ কাৰণেহে এনে আকালৰ দিনত এই কাম সম্ভৱ হৈছে। যিহক আপোনালোকে দান কৰিলে যদিও এতিয়াও দক্ষিণাৰ কামখিনি হৈ উঠা নাই। সেইখিনি কাম মোৰ দ্বাৰা সম্পন্ন হবলৈ পালে বৰ সুখী হলোঁহেতেন। গতিকে ময়ো দক্ষিণা স্বৰূপে মোৰ আগ হালৰ গৰু দুটিকে ভকত সকলৈ আগ বঢ়ালোঁ।"

পুত্ৰৰ মুখৰ পৰাও একেধৰণৰ কথাষাৰি ওলোৱাত অজানিত ভাৱে পিতৃ-মাতৃৰ দু চকুৰে আনন্দ লোতক নিগৰি ওলাল। ইয়াৰ কেইদিন মানৰ পিচত ঠাকুৰআতাই পৰিয়ালবৰ্গৰ অভিমতখিনি শ্ৰীমাধৱদেৱক জনালে। তেতিয়াহে তেওঁ গুৰুজনৰ উক্তিৰ সাৰ্থকতা উপলব্ধি কৰিব পাৰিলে। এই কথাকে তেৱেঁ এদিন ভকত সকলৰ আগত উলিয়াই ঠাকুৰ আতাৰ পৰিয়াল বৰ্গৰ মনোভাৱৰ কথা প্ৰকাশ কৰিলত তেওঁলোকে সেই দিনাহে ঠাকুৰআতাক সম্পূৰ্ণৰূপে বুজি পালে। তেওঁৰ বিহা ধৰি অন্যায় আৰু অবাঞ্ছনীয় ভাৱে গুৰুজনৰো নিন্দা কৰাবাবে তেওঁলোক অনুতপ্ত হৈ গুৰুজনৰ ওচৰত ক্ষমা ভিক্ষা কৰিলে।

অতিথি পৰায়ণ আৰু পৰদুখকাতৰ ঠাকুৰআতাই আন এবেলি দুভিক্ষৰ সময়ত থাইজক কৈছিল—"আমাৰ কেবাবিধ শস্যৰ সাতোটা ভৰাল আছে; যাক যিহকে লাগে লৈ যাব পাৰে; আমি মুক্তহস্তে দান কৰিছোঁ।"

**ঠাকুৰ উপাধি প্ৰাপ্তি**—মহাপুৰুষ শ্ৰীশঙ্কৰদেৱে শেষৰ বাৰ বেহাৰ-যাত্ৰা কৰিবলৈ ওলালত তেওঁ আতাক কলে—"শুনা বাপু নাৰায়ণ দাস, আমি ৰামানন্দক লগত লৈ বেহাৰলৈ যাত্ৰা কৰিবৰ মন কৰা হৈছে। তুমি এখন নাও বিচাৰি যুগুত কৰি থোৱা। ভকত সেৱক সকলকো জান দিয়া। আমি সকলোকে এষাৰ মাত দি যাবৰ মন।" গুৰুৰ আদেশমতে ঠাকুৰআতাই সকলো ভকত সেৱককে খবৰ দিলত তেওঁলোক দলে দলে আহি গুৰুজনক নয়ন ভৰি দৰ্শন

কৰিলে আৰু সভক্তিৰে চৰণত সেৱা কৰি বিদায় মাগিলে।

যথাসময়ত আতাই এখন ডাঙৰ নাও যোগাৰ কৰি ঘাটত বান্ধিলে, তাৰ পিচত নাওখনকে ঘৰ যেন কৰি তাত গুৰুজনৰ শয়ন-ভোজনৰ স্থানত বাদেও বস্তিজলোৱা, পুথি-শাস্ত্ৰ ৰখা, কাঠ-খৰি চাউল-পাত থোৱা, চাউল সিজোৱা আদি ঠাই নিৰ্দ্ধাৰণ কৰি বয়বস্তুবোৰ বিধে বিধে পৰিপাটিকৈ থলে। গুৰুজনে আগধৰি কোনো ইঙ্গিত নিদিয়াকৈয়ে আতাই নিজৰ উদ্ভাৱনী শক্তিৰ সহায়ত নাওখন এনে সুশৃঙ্খলাৰে, নিখুঁত ভাবে অতি ধুনীয়াকৈ সজোৱা দেখি বিস্ময় মানিলে। আৰু এনেকাম কোনো দৈৱশক্তি সম্পন্ন পুৰুষৰ পক্ষেহে সম্ভৱপৰ হব পাৰে বুলি অন্তৰেৰে উপলব্ধি কৰিলে। সেইদেখি আতাক ওচৰলৈ নি মৃদুস্বৰে কলে—"নাৰায়ণদাস, তোমাৰ অভাৱনীয় শক্তিৰ পৰিচয় পাই পৰম সন্তোষ পালোঁ। সেইবাবে আজি তোমাক 'ঠাকুৰ' উপাধি দান কৰা হল।"

ঠাকুৰআতাই গুৰুজনৰ কথা নীৰৱে শুনি থাকি শেষত খেদ কৰি কান্দি কান্দি কলে—"বাপ কৃপালু গুৰু, পতিব্ৰতা নাৰীৰ স্বামীহে জীৱ-প্ৰাণ হোৱাৰ দৰে আপুনিও আমাৰ জীৱৰ জীৱন, প্ৰাণৰ প্ৰাণ, আত্মাৰো আত্মা, আপোনাৰ অবিহনে এই দাসে কেনেকৈ প্ৰাণ ধৰি থকা যাব!" আতাৰ এনে কাৰুণ্য ভাৱ দেখি গুৰুজনে নানা প্ৰবোধ-বাণীৰে সান্ত্বনা দিলে। অৱশেষত আতাক ধৈৰ্য্য ধৰি থাকি ধৰ্ম্ম প্ৰচাৰৰ ক্ষেত্ৰত সদায় সজাগ আৰু সচেষ্ট হৈ থাকিবলৈ বাক্য বুলি আৰু লগতে হিয়াভৰা আশীৰ্ব্বাদ জনাই মেলানি মাগিলে।

সিদিনাৰে পৰা গুৰুজনে আগতে দিয়া 'নাৰায়ণদাস' নামৰ লগত 'ঠাকুৰ' শব্দ সংযোজিত হৈ আতাৰ নাম 'নাৰায়ণদাস ঠাকুৰ' হৈ পৰিল। তেওঁ একাকী আতা শ্ৰেণীলৈ উন্নীত হোৱা শুদ্ধসেৱক আৰু একান্ত ভকত হোৱা বাবে ভক্ত-সমাজে তেওঁক 'নাৰায়ণদাস ঠাকুৰ আতা' নামে অভিহিত কৰিলে।

**মনোমালিন্য দূৰীকৰণ**—শ্ৰীমন্ত শঙ্কৰদেৱৰ বৈকুণ্ঠ প্ৰয়াণৰ পাচত ধৰ্ম্মৰাজ্য পৰিচালনাৰ গুৰুপদৰ বাব লৈ বিবাদ আৰু বিশৃঙ্খলা ঘটিবৰ আশঙ্কাই দেখা দিলে। কোনোৱে কলে—"গুৰুজনৰ পুত্ৰই এই পদৰ অধিকাৰী হোৱা উচিত।" কোনোৱে কলে—"গুৰু বংশৰ বয়োজ্যেষ্ঠ জনেহে এই ভাৰ গ্ৰহণ কৰা যুগুত।" আকৌ কোনো কোনোৱে কলে—"মহাপুৰুষ শ্ৰীমাধৱ দেৱেহে এই পদৰ যোগ্য পাত্ৰ।"

দূৰদৰ্শী ঠাকুৰ আতাই কথাৰ গতি বিষম দেখি আৰু ইয়াৰ পৰিণাম অতি গুৰুতৰ আৰু বিষময় হব বুলি অনুমান কৰি এটি সুচিন্তিত উপায় উদ্ভাৱন কৰিলে। তেওঁ বিষয়ৰ গুৰুত্ব বুজাই দি এখন বিৰাট ৰাজহুৱা মেল আহ্বান কৰি সকলো ৰাইজকে উপস্থিত কৰিলে। সেই সভাত গুৰুজনে বৈকুণ্ঠ প্ৰয়াণৰ সময়ত কি বাক্য বুলি গল তাকে প্ৰকাশ্য ভাবে ব্যক্ত কৰিবলৈ ৰামানন্দ ঠাকুৰক অনুৰোধ কৰিলে। তেওঁ তেতিয়া সমাজৰ মাজত থিয় হৈ কবলৈ ধৰিলে—"পিতাৰ অন্তিম কালত মই ওচৰতে আছিলোঁ। তেৰাক পৰকালৰ বিত্ত খোজা হৈছিল। কিন্তু তেতিয়া তেৰাই কলে—"বাপু ৰামানন্দ, এই সময়ত মোৰ শৰীৰ বিকল হৈ পৰিছে। তই ধৰ্ম্মবস্তুৰ বাবে খেদ নকৰিবি। বঢ়াৰ পোৰ লগত মোৰ কোনো ভেদ ভাব নাই। তেওঁৰ হাতত আমাৰ সকলো শক্তি, ভক্তি, বল, বীৰ্য্য, পৰাক্ৰম আৰু তালমালা আদি সমৰ্পণ কৰি আহিছোঁ। তই স্বচক্ষে গণককুছি থানত তাক দেখিছ। তই তেওঁক মোৰ তুল্য জ্ঞান কৰিবি। গুৰু-পুত্ৰ বুলি কোনো গৰ্ব্ব ভাৱ নাৰাখি তেওঁক গুৰু বুলি মানি ধৰ্ম্মবস্তু লভিবি। আমাৰ পাচত তেৱেঁ ধৰ্ম্ম ৰাজ্যৰ অধিকাৰী হব বুলি গণককুছিতেই কৈ আহিছোঁ।" ইয়াকে কৈ পিতৃপুৰুষে নিজৰ চিত্ত পৰমেশ্বৰত সমৰ্পণ কৰি গাব লগা গীতপদ গাই বৈকুণ্ঠলৈ উঠিল।" তেতিয়া তাত সমবেত হোৱা ৰাইজে প্ৰকৃত কথাৰ সম্ভেদ পালে। তেওঁলোকে গুৰু নিৰ্ব্বাচনৰ কাৰণে জল্পনা-কল্পনা কৰি থকা মনোভাৱৰো পৰিবৰ্ত্তন ঘটিল। সকলোৱে খোলা চিত্তে

শ্ৰীমাধৱদেৱকে গুৰু বুলি মানি লৈ আগৰ পুহি ৰখা সকলো কথাকে পাহৰি পেলালে।

এনেকৈয়ে হব খোজা মনোমালিন্য আৰু বিভেদ মূলক ভাৱক অঙ্কুৰতে নিৰ্ম্মূল কৰি ঠাকুৰআতাই জন-সমাজৰ অশেষ কল্যাণ সাধন কৰি থৈ গল।

**সপোনৰ তাৎপৰ্য্য ব্যাখ্যা**—শ্ৰীশঙ্কৰদেৱৰ বৈকুণ্ঠ প্ৰয়াণৰ পাচত শ্ৰীমাধৱদেৱ সুন্দৰীদিয়া সত্ৰত থকা কাল ছোৱাত ঠাকুৰ আতাই মাজে সময়ে মনথৈৰ পৰা আহি তাত ধৰ্ম্মকথা আলোচনা কৰিছিল। কেতিয়াবা তাত একেৰাহে দুই চাৰি দিন থাকিব লগাও হৈছিল। এদিনাখন পুৰাৰ প্ৰসঙ্গৰ অন্তত শ্ৰীমাধৱদেৱে ঠাকুৰআতাক কলে—"সখি, যোৱা নিশা সপোনত দেখা গল যেন এখন সোণৰ জখলা গৈ স্বৰ্গত লাগিছে আৰু গুৰুজনে তাত উঠি ওপৰলৈ যাব লাগিছে। তেৰাই নামি অহাৰ সম্ভাৱনা নেদেখি আমিও যেন তেৰাকেই অনুসৰণ কৰি ওপৰলৈ যাব ধৰা হল। আৰু আমি কোৱা হল—"বাপ, আপোনাৰ সঙ্গৰ পৰা বঞ্চিত হৈ কেনেকৈ থাকিম, আমাকো লগতে লৈ যাওক।" তাকে শুনি যেন তেৰাই মধুৰ বচনেৰে কলে—"বঢ়াৰ পো, জীৱৰ কল্যাণৰ বাবে শুদ্ধ ধৰ্ম্ম বিতৰণ কৰা হৈছিল; বিশেষ কাৰণত আমিগুচি আহিব লগা হল। কিন্তু সেই কামৰ অন্ত পৰা নাই; গতিকে নামি যোৱা। আমি পৃথিৱী এৰি অহাৰ বহু আগতে আমাৰ যথা সৰ্ব্বস্ব তোমাক দি অহা হৈছে; যদি আমাৰ প্ৰতি তোমাৰ শ্ৰদ্ধা-ভক্তি আছে তেন্তে উভতি যোৱা।" তেতিয়া গুৰুজনৰ বাক্য শিৰোধাৰ্য্য কৰি আমি যেন তললৈ নামি অহা হল। এনেকুৱা সপোন দেখাৰ কাৰণ নো কি হব পাৰে সখি?" ঠাকুৰ আতাই অলপ সময় গমি চাই মাত লগালে—"সখি, ইয়াৰ গূঢ় তাৎপৰ্য্য ভাঙি কলে জানোচা জগৰ লাগে?" শ্ৰীমাধৱদেৱে কলে—"তাত নো বেয়া পোৱাৰ কি কাৰণ থাকিব পাৰে? মনত যি খেলাইছে খোলোচা ভাবে কলেহে সজ।" তাকে শুনি আতাই খেদ কৰি কবলৈ ধৰিলে—"সখি, গুৰুজনে বেহাৰ ৰাজ্যলৈ শেষ

যাত্ৰা কৰোঁতে তেৰাৰ শক্তি-ভক্তি, বল-বিক্ৰম সকলোকে আপোনাক গতাই দি গৈছে। ধৰ্ম্মৰক্ষা, ধৰ্ম্মপ্ৰচাৰ আৰু ভকত সকলৰ তত্ত্বাৱধান লোৱাৰ ভাৰো আপোনাৰ ওপৰতে দি তেৰাই বিদায় লৈ গৈছিল। তদুপৰি আপোনাক ধৰ্ম্মগুৰুৰ যোগ্য পাত্ৰ দেখি বৈকুণ্ঠ প্ৰয়াণৰ সময়ত নিজৰ ৰবপুত্ৰ ৰামানন্দ ঠাকুৰ গুৰিত থকা সত্বেও তেওঁক গুৰুভাৰ নিদি আপোনাকহে তেওঁৰ আসনখনি দি গৈছে। আপোনাৰ প্ৰতি তেৰাৰ আস্থা আৰু বিশ্বাস কিমান আছিল এয়ে তাৰ জ্বলন্ত প্ৰমাণ। কিন্তু আপুনি সুন্দৰীত ৰামচৰণ ঠাকুৰৰ ঘৰত তেলেলোণে জুতি লগাই খাবলৈ পাই গুৰু-বাক্যলৈ পিঠি দিয়া যেন দেখা গৈছে। আমাৰ মতে এয়ে সপোনৰ তাৎপৰ্য্য।"

আতাৰ এনে উত্তৰত শ্ৰীমাধৱদেৱে বিৰক্তি বোধ কৰি ক্ৰোধ ভাৱে বলে—"বেজা, আমিহে বোলে গুৰু বাইক ৰাখিব পৰা নাই, আৰু যাৰ লৰা-ছোৱালীয়ে বেজ-বেজীয়া হৈ শোৱা পাটী নধৰা হৈছে তেৱেঁ নো গুৰু বাইক কেনেকৈ আখৰে আখৰে পালন কৰিছে তাক ভাবি নাপাওঁ।" ঠাকুৰ আতাই ইয়াৰ কোনো প্ৰতিবাদ নকৰিলে; কেৱল আগতে বেজাৰ পাৰ বুলি কৈ থোৱা কথাষাৰিহে মাথোন বিনম্ৰ ভাৱে সোঁৱৰাই দিলে। লগতে সপোনৰ তাৎপৰ্য্য ব্যাখ্যা কৰোঁতে কিবা দোষ অপৰাধ হলে তাক ক্ষমা কৰিবলৈ প্ৰাৰ্থনা জনালে। শ্ৰীমাধৱদেৱে অলপ চিন্তা কৰি চাই নিজৰ ভুল বুজি পালে আৰু অতি মধুৰ বচনেৰে ঠাকুৰ আতাক মাত লগাই খণ্ডৰ বেগত হঠাতেই কৈ পেলোৱা অপ্ৰিয় কথাষাৰি পাহৰি যাবলৈ অনুৰোধ কৰিলে। লগতে ধৰ্ম্ম প্ৰচাৰ সম্পৰ্কে তেওঁৰ কাৰ্য্যকৰী দিহা-পৰামৰ্শ বিচাৰিলে।

**পৰামৰ্শৰ সফলতা**—ঠাকুৰ আতাই শ্ৰীমাধৱদেৱৰ মধুৰ ব্যৱহাৰত সন্তুষ্ট হৈ কলে—"সখি, জন কল্যাণকাৰী শ্ৰীদামোদৰ দেৱে কীৰ্ত্তনঘৰ সাজি, হাটী-বাটী পাতি ধৰ্ম্ম প্ৰচাৰৰ কাৰণে আপ্ৰাণ চেষ্টা কৰিছে; গতিকে আমাৰো তাকে কৰা যাওক। আপুনি পাটবাউসী থানৰ দুৰ্জ্জনৰ দুখ-দায়ক কটু বাক্যৰ তিতাখিনি ইমান

দিনে পাহৰিব পৰা নাইনে? এইদৰে হতাশ মনেৰে বহি থাকিলে কেনেকৈ ধৰ্ম্ম প্ৰচাৰ হব? বুঢ়া হলেও আপোনাৰ শৰীৰত এতিয়াও কৰ্ম্ম শক্তিৰ অভাৱ হোৱা নাই। সময়মতে কাম কৰি যাব নোৱাৰিলে তাত আউল লাগে আৰু কোনো কোনো কাম তেনেই হৈয়ো নুঠে। ধৰ্ম্ম প্ৰচাৰ অতি ডাঙৰ কাম। ইয়াৰ কৃতকাৰ্য্যতাৰ কাৰণে যোগ্য, ত্যাগী আৰু কৰ্ত্তব্যনিষ্ঠ কৰ্ম্মীৰ দ্বাৰা গঠিত স্থায়ী দল এটিৰ নিতান্ত আৱশ্যক। তদুপৰি তেওঁলোকে যাতে কৰ্ম্ম-তৎপৰ হৈ কোনো প্ৰকাৰৰ হীন-ডেঢ়ি নঘটোৱাকৈ নিখুঁতভাবে এক উদ্দেশ্য আগত লৈ এক শিক্ষা, এক কৰ্ম্ম পদ্ধতিৰে সাধুতা ৰক্ষা কৰি আগ বাঢ়িব পাৰে তাৰ বাবে উপযুক্ত প্ৰশিক্ষণৰো অতীৱ প্ৰয়োজন। আপুনি এইবোৰ কথালৈ গভীৰ ভাৱে চিন্তা কৰা যাওক।" ঠাকুৰ আতাৰ এনে সময়োচিত যুক্তি সঙ্গত পৰামৰ্শ আৰু উৎসাহ-উদ্‌গনি পাই শ্ৰীমাধৱদেৱে কলে—"সখি, আপোনাৰ কথা সম্পূৰ্ণ সত্য। লাজে-অপমানে জৰ্জ্জৰিত হৈ ইমান দিনে হতাশ মনেৰে আছিলোঁ। তথাপি অন্তৰত গুৰুজনৰ আজ্ঞা-বাণী সৰ্ব্বদায় সজাগ হৈ আছে। সত্ৰৰ যোগেদি ধৰ্ম্ম-শিক্ষা আৰু ধৰ্ম্ম-প্ৰচাৰ কাৰ্য্য সম্পাদন কৰাৰ কথা পাহৰা নাই। সহায়কাৰী নহলে এনে গুৰুত্বপূৰ্ণ জটিল আৰু কষ্টকৰ কাম অকলে কৰিবলৈ আমি সম্পূৰ্ণ অপাৰগ। হৰিবল্লভ মানেৰিত, উদাৰ গোবিন্দ ঢুহুৰিত, মিতা মধাই আতৈ জয়ন্তীত আৰু আপুনি মনথৈত থাকিলে এনেহেন কাম হৈ উঠা সম্ভৱনে? এই কঠোৰ কাম সম্পাদনৰ বাবে একে মনোবৃত্তি লৈ আন্তৰিকতাৰে খাটিব লাগিব। আলাপ-আলোচনা আৰু যুক্তি-পৰামৰ্শৰ সুবিধাৰ অৰ্থে সকলোৱে আমাৰ ওচৰ চাপি আহিব লাগিব।" এইখিনি কথা শুনিবলৈ পাই ঠাকুৰআতাই আশাৰ বেঙনি দেখিবলৈ পালে।

**জনিয়াত বসতি আৰু দায়িত্ব গ্ৰহণ**—শ্ৰীমাধৱদেৱৰ অনুৰোধ ৰক্ষাৰ অৰ্থে আতাই নতুন ঠাই বিচাৰি আহি জনিয়া গাওঁকেই মনোনীত কৰিলে। তেওঁ তাতে এডোখৰ মাটি লৈ ধুনীয়াকৈ

ঘৰ-দুৱাৰ সাজিলে আৰু মনথৈৰ পৰা মানুহ-দুনুহ, বয়-বস্তু, গৰু-গাই সকলোকে নাৱেৰে আনি তাত ৰাখিলে। নতুন ঘৰত কেই দিন মান থাকি এই বাতৰি গুৰুজনক দিলত তেওঁ পৰম সন্তোষ পাই আতাক কৰ্ত্তব্য পালনত লাগিবলৈ কলে। এই বেলি গুৰুজনে নিজে ধৰ্ম্ম সম্বন্ধীয় যাৱতীয় কামৰ ভাৰ লোৱা দেখি আতাই দুগুণ উৎসাহেৰে উৎসাহিত হৈ কলে—"সখি, আপোনাৰ সুচিন্তিত আচনি মতে আমি কাম কৰিবলৈ দৃঢ়সঙ্কল্প লোৱা বুলি ধৰি লব। এতিয়া আপুনি প্ৰচণ্ড অগ্নিৰূপে দীপ্তিমান হৈ সুন্দৰীসত্ৰত বহি থকা যাওক; আমি এই নিঃকিন সেৱকে জবকাৰ দৰে চাৰিওফালৰ পৰা লোক সংগ্ৰহ কৰি আপোনাৰ ওচৰ চপাই দিয়া হব।" অক্লান্ত গঠন-কৰ্ম্মী আতাৰ এই সুস্পষ্ট আৰু দৃঢ় প্ৰতিশ্ৰুতি-বাণী শুনি ভকত সকলে উচ্চৰৱে হৰিধ্বনি কৰিলে।

আতাই জানি শুনিও প্ৰচাৰ-কৰ্ম্মীৰ দুখৰ জীৱন বৰণ কৰি লৈ প্ৰচাৰ কাৰ্য্যত ব্ৰতী হল। তেওঁ গাৱেঁ-ভূয়ে গৈ স্থানীয় মুখীয়াল লোকৰ সহায়ত কোনো দিনে ভক্তিৰ নাম-গোন্ধ নোপোৱা মূঢ় জনতাৰ মাজত ভগবানৰ নাম-গুণ-মহিমাৰ কথা প্ৰকাশ কৰিবলৈ ধৰিলে; সেইবোৰ তেওঁলোকে গ্ৰহণ কৰিব পৰাকৈ অতি সহজ সৰল ভাষাৰ যোগেদি বুজাবলৈ আৰম্ভ কৰিলে। কিছুমান দিন একেবাহে চেষ্টা কৰাৰ ফলত জনতাৰ মাজত এটি নতুন ভাৱধাৰাৰ উদ্ভৱ হল আৰু লগতে নৱ জাগৰণেও দেখা দিলে। চাওঁতে চাওঁতে আতাৰ হৃদয়গ্ৰাহী কথা-বাৰ্ত্তাত বিমুগ্ধ হৈ অনেক লোকে ভক্তি-ধৰ্ম্মৰ আস্বাদ লবলৈ আগ্ৰহ প্ৰকাশ কৰিলে। আতাই তেওঁলোকক লাহে লাহে মাতি আনি শ্ৰীমাধৱদেৱৰ ওচৰ চপাই দিয়াত তেওঁলোকে গুৰুজনৰ পৰা ধৰ্ম্ম-বস্তু লাভ কৰি কৃতাৰ্থ হল। এওঁলোক কেবাজনেও শেষত নিজৰ যোগ্যতাৰ গুণত আতা-আতৈ উপাধিৰে ভূষিত হবলৈ সুযোগ পালে।

**বৰবিষ্ণু আতাৰ কল্যাণ সাধন**—দক্ষিণ পাৰৰ মালচা গাওঁৰ কংসাৰি নামে লোক এজনে চিনা ধানৰ বিধান বিচাৰি নাৱেৰে আহি

মনথৈ পাইছিল। তেওঁ তাতে নাও বান্ধি ঠাকুৰ আতাক বিচাৰি জনিয়ালৈ আহিল। তেতিয়া আতা ঘৰত নাছিল। সেই দেখি তেওঁৰ গৃহিণীয়ে সিধা-পাতি যোগাৰ কৰি দি তেওঁক বাট চৰাত থাকিবলৈ দিলে। আতা ৰাতি ক'ৰবাৰ পৰা আহি ঘৰ পাই ভাৰ্য্যাত অতিথিৰ পৰিচয় ললে আৰু আদৰণিৰ সম্ভেদ লৈ পৰি থাকিল। নিশা অতিথি জনে ভক্তি-প্ৰদীপ পুথিৰ পদ গোৱা আতাৰ কাণত পৰিল। তেওঁ ৰাতিপুৱা অতিথি জনৰ ওচৰ চাপি পৰিচয় লৈ আগমনৰ উদ্দেশ্য সুধিলত তেওঁ কলে—"আমাৰ ঘৰ মালচা গ্ৰামত, নাম কংসাৰি। আমি চিনা ধানৰ বিধান বিচাৰি আহোতে আপোনাৰ ঘৰত আলহী হবলৈ পালোঁ।" আতাই পুনৰ সুধিলে—"নিশা কোনে কিহৰ পদ গাইছিল ?" অতিথি জনে "আমিয়েই গাইছিলোঁ" বুলি কলে কিন্তু পুথিখনৰ নাম কব নোৱাৰিলে। তেতিয়া আতাই কবলৈ ধৰিলে—"পুথিখনিৰ নাম 'ভক্তি-প্ৰদীপ ;' ইয়াক জগতগুৰু শ্ৰীশঙ্কৰদেৱে ৰচনা কৰিছে। মই সিজনা গুৰুৰ ঠাইতে ধৰ্ম্ম লভিছোঁ। শ্ৰীশঙ্কৰদেৱে বৈকুণ্ঠ প্ৰয়াণ কৰিলেও তেৰাৰে সমকক্ষ গুৰু শ্ৰীমাধৱদেৱে একে ধৰ্ম্মকে বিতৰণ কৰি আছে।" এই কথা শুনি অতিথিজনে তেওঁক লগ পালে ধৰ্ম্ম ধৰিব বুলি প্ৰতিশ্ৰুতি দিলে। ঠাকুৰ আতাই এই কথা শুনি তেওঁক সত্বহতে ঘৰলৈ ধানৰ বিধান লৈ যাবলৈ দি, আঠদিনৰ মূৰত উভতি আহিবলৈ কলে। কংসাৰিয়ে সেইমতে ঘূৰি আহি আকৌ জনিয়া পালে। আতাই তেওঁক সেইদিনা উপবাসে থাকিবলৈ কৈ পিচদিনা ৰাতিপুৱা শৌচাচাৰ আদিৰ অন্তত স্নান কৰালে। তাৰ পাচত সুন্দৰীথান মুখে সাতবাৰ দণ্ডৱৎ কৰাই খোজ ললে। সুন্দৰী থান পালত দুয়োজনে গুৰুজনক সেৱা কৰিলে।

শ্ৰীমাধৱদেৱে ঠাকুৰ আতাৰ লগত অপৰিচিত লোকজন দেখি সুধিলে—"সখি, লগতনো সেইজন কোন ? অহাৰ উদ্দেশ্য কি ?" আতাই কলে—"বাপ, এওঁ দক্ষিণ কুলৰ মালচা গাওঁৰ লোক। নাম কংসাৰি। ধৰ্ম্ম ধৰিবৰ মনেৰে আপোনাৰ পাশলৈ আহিছে।"

ইয়াকে শুনি গুৰুজনে আকৌ সুধিলে—"অভকতৰ লগত যে বাট বুলিলে দোষ নহলনে ?" আতাই মাত লগালে—"বাপ, আমি তেওঁক কালি উপবাসে ৰাখি আজি ৰাতিপুৱা স্নান কৰাই লৈ সাতবাৰ সুন্দৰীথান মুখে দণ্ডৱৎ কৰাইহে অহা হৈছে। অভকতক লগত লৈ অহা নাই।" তেতিয়া গুৰুজনে মিচিকিয়া হাঁহি এটি মাৰি কলে—"তেন্তে বুজা গৈছে, কলখাই বাকলিটি আৰু শাহখিনি লৈ বাহটিহে আমালৈ আনিছে ?" তাকে শুনি আতাই বিনম্ৰভাৱে কলে—"নহয় বাপ, বাকলি পেলাই কলটিহে অনা হৈছে। শাহ-বাহ যি বোলে সকলোখিনি আপোনাৰে।" ইয়াকে শুনি সন্তোষিত হৈ গুৰুজনে সৰহ বেলি পৰীক্ষা নকৰি ডুটিমান প্ৰশ্ন সুধি কংসাৰিক ধৰ্ম্ম-বস্তু দিলে। লগে লগে কংসাৰি নামৰ সলনি তেওঁৰ নাম 'বিষ্ণু' থলে।

এওঁ গুৰুজনৰ লগত সাতদিন সুন্দৰীথানত থাকি নিৰ্ম্মল ভক্তিৰ সোৱাদ আস্বাদন কৰি পৰমানন্দ লাভ কৰিলে। তেওঁৰ ভক্তি-ভাৱত পৰিতুষ্ট হৈ গুৰুজনে তেওঁক ধৰ্ম্ম প্ৰচাৰকৰ পদত নিয়োগ কৰিলে। তাৰ পাচত পুথি এখন হাতত দি তাক আগত থৈ লোকক শৰণ দিবলৈ বাক্য বুলিলে। তেওঁ গুৰুজনৰ পৰা বিদায় লৈ মালচা গাওঁ পালেগৈ। তেওঁ পোন প্ৰথমে ঘৰৰ পৰিয়াল বৰ্গক শৰণ দিলে। আতাক ধৰ্ম্ম প্ৰচাৰক বুলি ভু পাই গাওঁৰ অন্যান্য লোক সকলেও তেওঁৰ ওচৰত ধৰ্ম্ম ধৰিবলৈ ধৰিলে। এনেকৈয়ে ক্ৰমান্বয়ে শিষ্য সংখ্যা বাঢ়ি গল। এৱেঁ পৰবৰ্ত্তী কালত 'বৰবিষ্ণু আতা' নামে ভক্ত-সমাজত প্ৰসিদ্ধি লাভ কৰিলে।

**পিতা পুত্ৰৰ বিবাদ**—এদিন ঠাকুৰ আতাই পৰমানন্দ ঠাকুৰৰ লগত বিবাদ লাগি শ্ৰীমাধৱদেৱৰ ওচৰলৈ আহিল। তেওঁ দেখা পাই মাত লগালে—"সখি, মুখখনি দেখোঁন শুকান, ভোজন কৰিছেনে নাই ?" আতাই কলে—"বাপ, কিনো ভোজন কৰা যাব, পৰমানন্দৰ কটু বচনে পেট ভৰিছে। সি আজি নিজকে নিজে ভাগ্যবান বুলি ৰখানি আমাক এবাৰ নহয় দুবাৰ নহয় তিনিবাৰ অভাগ্যবান বুলি

হঁাহিছে। সেইদেখি মনটো বেয়া লগাত অলপ শান্তি পোৱা যাব বুলি ইয়ালৈ অহা হৈছে।” ইয়াকে শুনি তেওঁ আতাক স্নান কৰিবলৈ দিলে। এনেতে পৰমানন্দ ঠাকুৰেও ঘৰৰ পৰা আহি গুৰুজনক সেৱা কৰিলে। তেতিয়া সুযোগ পাই তেওঁ সুধিলে— “পৰমানন্দ, সখিক কিয় কটু বাক্য বুলিছ? যিজনক গুৰুজনে ‘ধৰ্ম্মৰ খুটি’ উপাধি দিছে, যিজনক আমাৰ লগত সখিত্ব সম্বন্ধ পাতি থৈ গৈছে, যিজনে ধৰ্ম্মৰ নামত প্ৰাণকো বিসৰ্জ্জন দিবলৈ কুণ্ঠিত নহয়, যিজনৰ চেষ্টাত গুৰুজনৰ ধৰ্ম্ম ক্ৰমাৎ বৃদ্ধি পাব ধৰিছে তেনেজন পুৰুষক নো মনোকষ্ট দিবলৈ লাজ নালাগেনে? তইনো তেওঁতকৈ সৌভাগ্যবান হলি কেনেকৈ?” তেতিয়া পৰমানন্দই হাত যোৰকৈ বিনীত ভাৱে কবলৈ ধৰিলে—‘ বাপ কৃপালু গুৰু, এই অভাজনে বুজি-শুনিয়েই পূজনীয় পিতৃ দেৱতাক তেনেকৈ বোলা হৈছে। তাৰ কাৰণ এয়ে যে প্ৰথমতঃ পিতাই অভকতৰ ঔৰষত জন্ম পালে; দ্বিতীয়তে সাউদ হৈ থাকোঁতে নানা ফাকি ফুকা দি অসত্যৰ সহায়ত ধন আৰ্জ্জি পাপ সঞ্চয় কৰিলে আৰু তৃতীয়তঃ তেওঁ আধা বয়স যোৱাতহে মহাপুৰুষ শ্ৰীশঙ্কৰদেৱক লগ পাই ধৰ্ম্ম ধৰিবলৈ সুযোগ পালে। কিন্তু আনফালে আমি পৰম ভকতৰ ঔৰষত জন্ম গ্ৰহণ কৰা হৈছে; মাতৃ গৰ্ভতেই ভকতক লগ পাই মহাধৰ্ম্ম ধৰা হৈছে আৰু জন্মলাভৰ এমাহৰ অন্ততেই গুৰুজনাৰ পাদ-পদ্ম শিৰত ধাৰণ কৰা হৈছে। এনেহেন দেৱতুৰ্ল্লভ সম্পদ লাভ কৰা বাবেহে আমি নিজকেই পৰম সৌভাগ্যবান বুলি কোৱা হৈছিল। আৰু এই তিনি কাৰণৰ নিমিত্তে পিতাক তিনিবাৰ ‘অভাগ্যবান’ বোলা হৈছিল। ইয়াত যদি দাসৰ কিবা দোষ-অপৰাধ হৈছে তেন্তে তাৰ বাবে অকাতৰে দণ্ড ভোগ কৰিবলৈ ৰাজী আছোঁ।” ইয়াকে শুনি শ্ৰীমাধৱদেৱে ঠাকুৰ আতাক কলে—“সখি, পৰমানন্দই আমি কবলৈ বাট নাৰাখিলে; আমাৰ মুখৰ মাত হেৰাল। সি তেনেকৈ কোৱাৰ যুক্তি আছে। সেই কথা শুনোতে বেয়া লাগিলেও তাৰবাবে গৌৰৱৰ স্থলো আছে; গতিকে সি ক্ষমাৰ যোগ্য।” এনেকৈয়ে গুৰুজনে

উভয়ৰ ভিতৰত লগা খৰিয়াল মীমাংসা কৰি দি পৰস্পৰৰ ভিতৰত আকৌ পূৰ্ব্বৰ চেনেহ আৰু শ্ৰদ্ধা ভক্তিৰ ভাৱ অটুট ৰাখিলে। অৱশেষত পিতা-পুত্ৰই গুৰুজনৰ শলাগ লৈ সেৱা জনাই বিদায় মাগিলে।

**চতুৰ্ভুজ ঠাকুৰক সন্মান প্ৰদৰ্শন**—এবেলি ঘাগৰী মাজীয়ে* সৰ্থেবাৰীৰ ওচৰৰ গোমূৰা সত্ৰত এখন বিৰাট সভা পাতি সৰুক্ষেত্ৰী অঞ্চলত এটি নতুন জাগৰণৰ সৃষ্টি কৰিছিল। তালৈ নানা ঠাইৰ ৰাইজক নিমন্ত্ৰণ দিয়াৰ লগতে ভকত-সেৱক সমন্বিতে শ্ৰীমাধৱদেৱকো আহ্বান জনাই আদৰি নিছিল। কিন্তু ভুল ক্ৰমে সেই সভালৈ শ্ৰীশঙ্কৰদেৱৰ নাতি শ্ৰীশ্ৰীচতুৰ্ভুজ ঠাকুৰক নিমন্ত্ৰণ জনোৱা হোৱা নাছিল। যথা সময়ত আড়ম্বৰপূৰ্ণ সভা মণ্ডপৰ তলত সকলোৱে উপস্থিত হলত শ্ৰীমাধৱদেৱে ঠাকুৰ আতাক সুধিলে—"সখি, সভাৰ স্থান কেনে হৈছে?" আতাই কলে "বাপ, সভা মণ্ডপখন হওঁতে অতি বিতোপনেই হৈছে; কিন্তু শিৰোভাগ শূন্য হৈ নথকা হলে ই ইন্দ্ৰপুৰী যেন হলহেঁতেন।" তেওঁৰ এই পাকলগা কথাষাৰ গুৰুজনে বুজি নোপোৱা যেন দেখি আতাই পুনৰ তাক সহজ সৰল ভাৱে ভাঙি-পাতি কলে। তেতিয়া তেওঁ তুৰন্তে এই কথা ঘাগৰী মাজীক কৈ লোক পঠিয়ালে আৰু যথাযোগ্য সন্মানেৰে চতুৰ্ভুজ ঠাকুৰক আদৰি লৈ গৈ সন্মানিত আসনত বহুৱালে। যথা সময়ত সভাৰ কাম সুকলমে সম্পন্ন হৈ যোৱাত মাজীৰ ভুল-ক্ৰুটি দেখুৱাই দিয়া বাবে গুৰুজনে ঠাকুৰ আতাক বৰকৈ প্ৰশংসা কৰিলে।

**সংসাৰ নিৰ্লিপ্ত জীৱন**—ঠাকুৰআতাই প্ৰায় নিতৌ জনিয়াৰ পৰা আহি সুন্দৰীথানৰ পুৱাৰ নাম-প্ৰসঙ্গত যোগদান কৰিছিল।

---

*ঘাগৰী মাজী আগেয়ে বৰ্ত্তমান লক্ষীমপুৰ জিলাৰ উত্তৰ পাৰে থকা ঘাগৰ নামৰ নৈ এখনৰ পাৰৰ লোক আছিল। এৱেঁ শ্ৰীমাধৱদেৱক তাতে পিতৃ মাতৃৰে সৈতে এবেলি আকালৰ সময়ত আশ্ৰয় দি ৰাখিছিল।—লেখক।

দুৰ্গম বাটৰ নানা বাধা-বিঘিনিয়েও তেওঁৰ কামত ব্যাঘাত জন্মাব নোৱাৰিছিল। 'হৰিয়ে ৰাখিলে কোনোৱেই মাৰিব নোৱাৰে' এই নীতি বাক্যত দৃঢ় বিশ্বাস ৰাখি তেওঁ নিৰ্ভয় মনে অকলে যাতায়াত কৰিছিল। তেওঁ দেখাত গৃহী হৈয়ো অগৃহীৰ দৰে সংসাৰ নিৰ্লিপ্ত ভাৱে জীৱন-যাপন কৰিব পাৰিছিল। কিন্তু এবেলি কেইজনমান খলুৱাই আতাৰ বিৰুদ্ধে শ্ৰীমাধৱদেৱৰ ওচৰত এই বুলি লগালে—"বাপ, ঠাকুৰ আতাৰ লৰা-ছোৱালী এপাল; তেওঁ সদা-সৰ্ব্বদায় বিষয়ৰ চিন্তাতেই মগ্ন হৈ খেতিবাতিৰ কামতহে ব্যস্ত হৈ থাকে। তেওঁ লোকক দেখুৱাই ভণ্ড তপস্বীৰ বেশ ধৰি চলি আছে।" গুৰুজনে এই অসত্য কথাৰ প্ৰমাণ দেখুৱাবৰ মনেৰে আৰু মিছা কলঙ্ক ভঞ্জনৰ অৰ্থে এদিনাখন আবেলিৰ প্ৰসঙ্গৰ অন্তত আতাৰ মুখলৈ চাই সুধিলে—"সখি, আপোনাৰ পুত্ৰ-কন্যা কেইটি, কওকচোন ?" আতাই সঠিক উত্তৰ দিব নোৱাৰি অধোবদন হৈ কলে—"বাপ, পৰমানন্দৰ মাতৃক সুধি কালিলৈহে কব পৰা যাব।" ইয়াকে কৈ প্ৰসঙ্গৰ শেষত তেওঁ ঘৰলৈ গৈ এই কথা ভাৰ্য্যাৰ আগত প্ৰকাশ কৰিলত তেওঁ কলে—"প্ৰভু, মোৰো মনত নাই; তথাপি ৰাতি শোৱা পাটীখন পূৰ্ণ হলে সকলোটি থকা বুলি বুজা যাব; খালী থাকিলে কোনোবা নথকা বুলি জনা যাব। আমি ৰাতি লেখ কৰি থৈ ৰাতিপুৱা আপোনাক কোৱা হব।" আতাই তাতে সন্মতি দিলে সচা; কিন্তু পিচদিনা ৰাতিপুৱা লৰালৰিকৈ উঠি স্নান কৰিয়েই সুন্দৰীদিয়ালৈ খোজ ললে। আগ-দিনাৰ কথা দুনাই ভাৰ্য্যাত সুধিবলৈ পাহৰিলে।

গুৰুজনে সেইদিনাও তেওঁক আগদিনাৰ প্ৰশ্নৰ উত্তৰ দিবলৈ কোৱাত তেওঁ সন্তানৰ লেখ দিব নোৱাৰি লাজ পালে আৰু তাৰ কাৰণ ভাঙি পাতি কলে। ইয়াকে শুনি গুৰুজনে কলে -"এই থানৰ কোনো কোনো ভকতে তেওঁক পৰম বিষয়াসক্ত বুলি দোষাৰোপ কৰি আমাক জনোৱা বাবেহে এই পৰীক্ষা কৰা হল। প্ৰকৃত পক্ষে অকল তেৰেঁহে গৃহী হৈয়ো অগৃহীৰ দৰে কাল যাপন কৰিছে।" ইয়াকে শুনি খলুৱা ভকত কেইজন লাজত মৰা যেন হল।

ইয়াতে উল্লেখ কৰি থব পাৰি যে ঠাকুৰ আতাৰ পৰমানন্দ, ৰমানন্দ, শিৱানন্দ আৰু জপ্‌তানন্দ নামৰ চাৰিজন পুত্ৰ আৰু সকৰি আই (আন নাম যশোদা) নামৰ কন্যা এগৰাকী আছিল।

**ঠাকুৰ আতাৰ গৃহত গুৰুজনাৰ পদাৰ্পণ**—এদিনাখন গুৰুজনে শ্ৰীৰাম আতাক লগত লৈ জনিয়া সত্ৰত উপস্থিত হলত ঠাকুৰ আতাই তেওঁলোকক সাদৰেৰে লৈ গৈ আসন দি বাতৰি সুধিলে; তাৰ পাচত বেলি হোৱা দেখি চাউল সিজাবলৈ অনুৰোধ কৰিলে। গুৰুজনে চাউল সিজাই সুযোজনে ভোজন কৰি উঠিল। আবেলি কৃষ্ণকথা আলাপন কৰি থাকোঁতে গধূলি হলত ৰাতিটো তাতেই কটালে। ৰাতিপুৱা গুৰুজনে মেলানি মাগি উভতিব খোজা দেখি আতাই দুপৰীয়াৰ ভোজনৰ কাৰণেও প্ৰাৰ্থনা জনালে। বান্ধৱৰ একান্ত অনুৰোধ এৰাব নোৱাৰি গুৰুজনে স্নান কৰিলে আৰু চাউল সিজাবলৈ গৈ দেখিলে যে চাউলৰ লগত শামুক মিহলি হৈ আছে। এই চাউল ভোজন কৰা যুগুত নহয় বুলি কোৱাত আতাই খং কৰি ভাৰ্য্যাক মাৰিবলৈ উদ্যত হল। পাচত গুৰুজনৰ কথা শুনি বিচাৰ কৰি জানিলে যে সেইকেইটি চাউল গাওঁৰে বুঢ়ী এজনীয়েহে গুৰুজনৰ ভোজনৰ বাবে ভক্তি ভাবে দিছিল; সেই-দেখি আতাৰ ভাৰ্য্যা জগৰীয়া নহল। যিহক পাচত অইন ভাল চাউল দিয়াত গুৰুজনে বান্ধিবাঢ়ি ভোজন কৰি শ্ৰীৰাম আতেৰেসৈতে নিজ থানলৈ উভতিল।

আন এদিন আকৌ পুৱাৰ প্ৰসঙ্গৰ সামৰণি মাৰি ভকত সমন্বিতে গুৰুজনে জনিয়া থানলৈ গল। আতাই সকলোকে সাদৰি বচনেৰে আদৰণি জনাই যথাযোগ্য ভাবে আসন দি বাতৰি সুধিলে। তাৰ পাচত ভোজনৰ কাৰণে প্ৰাৰ্থনা জনালে। গুৰুজনে সেইদিনা সন্দেশৰ* ব্যৱস্থা কৰিবলৈহে আতাক নিৰ্দ্দেশ দিলে। তেওঁ ভাৰ্য্যাক এই কথা জানিবলৈ দি সকলো বস্তু যাতে তৃপ্তিদায়ক হয় তালৈ লক্ষ্য ৰাখিবলৈ কলে।

*সন্দেশ—জলপানৰ উপকৰণ বিশেষ—লেখক।

ইফালে গুৰুজনে ভকত সকলৰ লগত কৃষ্ণ-কথাত মনোনিবেশ কৰিলে। কিছু সময়ৰ পাচত কৃষ্ণ-কথা সম্বৰণ কৰিলত আতাই তেওঁলোকক স্নান কৰিবলৈ অনুৰোধ কৰিলে। লগে লগে সন্দেশৰ কাম কিমানদূৰ আগবাঢ়িছে তাৰো খবৰ ললে। কিন্তু ভাৰ্য্যাই তেতিয়ালৈকে কামত হাতকে দিব পৰা নাই বুলি কৈ খৰধৰকৈ কামত লাগিল। তেনে হোৱাৰ কাৰণ সোধাত বাৰবাসী আইয়ে বেৰৰ আঁৰত থাকি গুৰুজনে নিজমুখে কীৰ্ত্তন কৰা অমৃত ৰস পান কৰি থকাৰ নিমিত্তে এনেকুৱাখন হবলৈ পালে বুলি সৈ কাঢ়িলে। তথাপি আতাই খঙৰ বেগত ভাৰ্য্যাক প্ৰহাৰ কৰিবলৈ উদ্যত হোৱা দেখি গুৰুজনে বাধা দিলে আৰু পৰিত্ৰ সদালাপত কাণপতা বাবে প্ৰশংসাহে কৰিলে। তাৰ পাচত ঠাকুৰ আতাৰ ভাৰ্য্যাই ভোজনৰ সকলোখিনি বস্তুকে তৈয়াৰ কৰি দিলত গুৰুজনে ভকত সকলেৰে সৈতে পৰম তৃপ্তিৰে ভোজন কৰিলে। আবেলি বেলি পৰি অহা দেখি গুৰুজনে আতাৰ পৰা বিদায় মাগিলে আৰু ওবে বাটে ভগবানৰ লীলামাহাত্ম্যৰ কথা কৈ কৈ আহি সুন্দৰীদিয়াথান পালে।

গুৰুজনে এইদৰে নানা কাৰণ বশতঃ ঠাকুৰ আতাৰ গৃহলৈ একৈকশবাৰ যাতায়াত কৰিছিল বুলি সন্ত-মহন্ত সকলে কয়। ঠাকুৰ আতাই প্ৰত্যেক বাৰেই গুৰুজনক সাধ্যানুযায়ী আদৰ-সাদৰকৈ সোধ-পোচ কৰি যথোচিত সেৱা-সন্মান জনাই বিদায় দিছিল। ঠাকুৰ আতাৰ লগত শ্ৰীমাধৱদেৱৰ আত্মীয়তা কেনে ধৰণৰ আছিল তাক এই ঘনিষ্ঠতাৰ পৰা উপলব্ধি কৰিব পৰা যায়।

**সভাৰ্য্যে গুৰুসেৱা**—শ্ৰীমাধৱদেৱে সুন্দৰীদিয়া সত্ৰৰ পৰা তাঁতীকুছিলৈ (বৰপেটা) আহি পোনতে ডাঙৰকৈ নামঘৰ সাজিবলৈ মন কৰা নাছিল। এদিন ঠাকুৰ আতাই ইয়াৰ কাৰণ সুধিলত গুৰু শ্ৰীশঙ্কৰদেৱে বৰঘৰ সাজিবলৈ নিষেধ কৰি যোৱা বুলি তেওঁ উত্তৰ দিলে। সেই দেখি আতাই গুৰুজনৰ আদেশ লৈ নিজেই আগবঢ়ুৱা হৈ ওলাল আৰু কীৰ্ত্তন ঘৰ নিৰ্ম্মাণ কাৰ্য্যত বুঢ়া আতাকে প্ৰমুখ্য কৰি

আতা-আতৈ আৰু ৰাইজক সহায় কৰিলে। এইটোৱে জনসাধাৰণে সোণ-ৰূপৰ ঘৰ বুলি আখ্যা দিয়া সুবিখ্যাত 'ৰঙিয়াল গৃহ'।

এদিনাখন আতাই শ্ৰীৰাম আতাক ঘৰৰখীয়া কৰি থৈ পুত্ৰ-ভাৰ্য্যা, বোৱাৰী, দাস-দাসী সকলোকে লগত লৈ ৰঙিয়াল গৃহ দৰ্শনৰ অৰ্থে বৰপেটালৈ আহিছিল। আন এদিন গুৰুজনে বৰপেটাত দধি মথন নামৰ অঙ্কীয়া ভাওনা পাতোতে আতাই পৰমানন্দ ঠাকুৰক লগত লৈ ভাওনা চাবলৈ আহি কেবাদিনো মণিকূটত (ভাজঘৰত) আছিল। কিন্তু সেই সময়ৰ সত্ৰৰ মনপূৰ নামৰ ভৰালী জনে মণিকূটত ঠাইৰ অকুলন হোৱা দেখি তেওঁলোকক তাৰ পৰা কৌশলেৰে আঁতৰাবৰ মনেৰে পাগটি চুৰা কৰিছিল। সেইদেখি তেওঁলোক দুয়োজনে বেজাৰ মনেৰে জনিয়ালৈ যাবলৈ উপক্ৰম কৰা দেখি গুৰুজনে মাত লগালে —"সখিক কণ্টকে বিন্ধিলে যেন লাগিছে; বাৰু যাব নালাগে থকা যাওক।" এই বুলি কৈ ঘোষা এটি মাতিলে—

"ৰামকৃষ্ণ নাম, অভেদ কবচ, যিজনে তাক পিন্ধায়।
তিনিগুণ বৃত্তি অস্ত্ৰৰ প্ৰহাৰে, তাক আৰ নিবিন্ধয়॥"

তাৰ পাচত দ্বিতীয় বাৰ পুনৰ ঘোষাৰ পদ মাতিলে—

"তুমি প্ৰাণ প্ৰিয়তম, সুহৃদ পৰম দেৱ, প্ৰাণ প্ৰভু পীতাম্বৰ এ
তুমি সে কেৱলে আত্মা মোৰ।" ইত্যাদি।

ইয়াকে শুনি তেওঁলোকে আগবাঢ়িব নোৱাৰিলে। চেনেহৰ টানত পৰি কেইদিনমান ইয়াত থাকিহে পাচত বিদায় লৈ জনিয়ালৈ গল।

গুৰুজনে মাজে-সময়ে ঠাকুৰ আতাৰ গৃহত পদ-ধূলি দিলেও নিজে আহ্বান জনাই ওচৰ চপাই চৰণ ধুওৱাৰ সুযোগ বাৰবাসী আইয়ে পোৱা নাছিল। সেইবাবে এদিন তেওঁ আতাক গুৰুজনক নিমন্ত্ৰণ জনাবলৈ অনুৰোধ কৰিলে। আতাই ভাৰ্য্যাৰ সজ ভাৰৰ শলাগ লৈ গুৰুজনক জনালত তেওঁ শ্ৰীৰাম আতাক লগত লৈ জনিয়াত উপস্থিত হলগৈ। আতাই তেওঁলোকক আথে-বেথে আসন দিলে। তাৰ পাচত সজ ঠাইত পুতি থোৱা কলপুলি এজো-

পাৰ ওচৰলৈ গুৰুজনক নি তাৰ গুৰিতে পাবি থোৱা বৰপীৰাখনত বহুৱালে। গুৰুজন বহিলত তেওঁলোক দুয়োজনে পোনতে সভক্তিৰে চৰণত সেৱা কৰি গাত পানী ঢালি দি মাহ-হালধি গাত ঘঁহি গা ধুৱাবলৈ ধৰিলে। আতাই গুৰুজনৰ শিৰৰ পৰা ককাললৈ আৰু ভাৰ্য্যাই ককালৰ পৰা পদলৈ ধুৱালে। কথিত আছে যে আতাই ধুৱাওঁতে প্ৰাণৰ আবেগত তলৰ ঘোষাৰ পদফাকি গাইছিল—

"মই দুৰাচাৰ, কেৱল তোমাৰ, অপৰাধী নাৰায়ণ।
ক্ষমিয়োক হৰি, লৈয়ো দাসকৰি পশিলোঁ। হেৰা শৰণ॥"

আৰু ভাৰ্য্যাই অতি বিনয়েৰে গাইছিল—

"হে কৃষ্ণ স্বামী, তযু পাৱে আমি, কেৱল শৰণ চাওঁ।
কৰা অনুগ্ৰহ মায়াৰ নিগ্ৰহ, তেৰেসে প্ৰভু এৰাওঁ॥"

স্নানৰ শেষত পিঠা-লাৰু আদি সন্দেশ ভোজন কৰাই তিনিখন বস্ত্ৰ দি দুয়োজনে গুৰুক মান-সৎকাৰ কৰিলে। শ্ৰীৰাম আতাকো এখন বস্ত্ৰ দি সন্মান জনালে। বিদায় বেলিকা গুৰুজনে তেওঁলোকৰ ভক্তি-ভাৱৰ শলাগ লৈ আশীৰ্ব্বাদ কৰি বৰপেটালৈ উভতিল।

**নৃসিংহ ভাওনাৰ কৃতকাৰ্য্যতা**—এবেলি বৰবিষ্ণু আতাই মালচা * থানৰ পৰা বৰপেটা সত্ৰলৈ আহি গুৰুজনক কলে—"বাপ, মালচাত অনেক লোকে ধৰ্ম্ম ধৰিছে। তেওঁলোকে মোকেহে গুৰু বুলি ভাবে, আপোনাৰ কথা কলে বিশ্বাস কৰিবলৈ টান পায়; গতিকে এবাৰ গৈ পদধূলি দি কৃতাৰ্থ কৰে যেন।" তেতিয়া গুৰুজনে কলে—"বাৰু, আমি ভকত সকলৰ সৈতে তাত নৃসিংহ ভাওনা পাতি গঞা-ৰাইজৰ মনত আনন্দ দিয়া যাব।" ইয়াকে কৈ ভাওনাৰ কাৰণে প্ৰয়োজনীয় প্ৰস্তুতিৰ ভাৰ দি তেওঁক বিদায় দিলে। তেওঁ মালচালৈ গল; কিন্তু তাৰ ৰাইজৰ সহযোগ নাপাই একোকে কৰিব নোৱাৰিলে। সেই দেখি পুনৰ ইয়ালৈ এবাৰ আহি গুৰুজনক এই কথা জনালত, সেইবাৰ তেওঁ ঠাকুৰ আতাক তালৈ পাচিলে। ঠাকুৰআতাই মালচা পায়ে স্থানীয় ৰাইজক একত্ৰিত কৰিলে আৰু

* এই থানখন ব্ৰহ্মপুত্ৰ নৈৰ দক্ষিণ পাৰে অৱস্থিত।

ৰবিষ্ণু আতাৰ্লৈ লক্ষ্য কৰি মুখত ক্ৰোধ ভাৱ দেখুৱাই কবলৈ ধৰিলে—"তুমি ইয়াৰ ধৰ্ম্মাচাৰ্য্য হৈয়ো ইমান দিনে গুৰুজনে কৰিবলৈ দিয়া সামান্য বভাখনৰ কামখিনিকে কৰিব নোৱাৰিলা? ই অকল তোমাৰেই অযোগ্যতাৰ পৰিচয় নহয়, গোটেই মালচাৰেই অগৌৰৱ আৰু দুৰ্ণামৰ কথা। ইয়াৰ বাবে তুমি নিশ্চয় দণ্ড ভোগ নকৰাকৈ সাৰিব নোৱাৰা।" কথাৰ তাৎপৰ্য্য বুজি পাই ৰবিষ্ণু আতাই নীৰৱে থাকিল। কিন্তু বাইজে তেওঁলোকৰ গুৰুজনৰো যে এজনা গুৰু আছে তাক সেইদিনাহে বিশ্বাস কৰিলে। তেওঁলোকৰ দোষতেই আতাই কটুবাক্য শুনিব লগা হোৱা দেখি লাজ পাই সকলো বাইজে তৎপৰতাৰে কামত লাগিল। তেওঁলোকৰ চেষ্টাৰ ফলত খন্তেকতে এখন বিতোপন বভা প্ৰস্তুত হৈ উঠিল। যথা সময়ত সেই সভা মণ্ডপৰ তলতে শ্ৰীমাধৱদেৱে অতি সমাৰোহেৰে আৰু কৃতকাৰ্য্যতাৰে নৃসিংহ ভাওনা কৰি সেই অঞ্চলৰ বাইজৰ মনত এটি ভক্তিভাৱৰ উদয় কৰোৱাৰ লগতে আনন্দও দিলে। স্থগিত থাকিব বুলি আশঙ্কা কৰা কাম এটি অতি সুকলমে সম্পন্ন হোৱাত সহায় কৰা বাবে গুৰুজনে ঠাকুৰআতাৰ নথৈ শলাগ ললে।

**চাউল ভোজনিৰ প্ৰৱৰ্ত্তন**—ঠাকুৰআতাই শ্ৰীৰাম আতাক বৰকৈ স্নেহ কৰিছিল। তেওঁ পোনতে শ্ৰীৰাম আতাৰ বহাত জাপী-লাঠী থৈহে গুৰুজনৰ লগত সাক্ষাৎ হৈছিল। আতাই এদিন জনিয়াব পৰা আহি তেওঁক বহাত লগ নাপাই ভিক্ষালৈ যোৱা বুলি শুনি বৰ দুখ পালে। তেওঁ পিচদিনা ৰাতিপুৱা শ্ৰীৰাম আতালৈ এটি সিধা আনি দিলে। তাকে দেখি অন্যান্য ভকত সকলেও তেওঁলৈ একোটি সিধা আগ বঢ়াবলৈ ধৰিলে। এনে কৰাৰ ফলত বহুত চাউল-পাত গোট খোৱাত তেওঁৰ এন্দুৰ খেদা, চাউল ৰ'দোৱা আদি কাম বাঢ়িল। সেইদেখি তেওঁ এদিন গুৰুজনক এই জঞ্জালৰ কথা কৈ তাৰ পৰা অব্যাহতি দিবলৈ প্ৰাৰ্থনা জনালে। গুৰুজনে তেওঁৰ এই দিগদাৰি গুচাবৰ মনেৰে সকলো ভকতকে জ্ঞান দিলে আৰু চাউলৰ লগত তামোল-পাণ, লোণ-তেল আদি আন দ্ৰব্য-বস্তু লগ

লগাই ভকত সকলৰ মাজত বিতৰণ কৰি দিয়ালে। ইয়াৰ আগতে এনেকুৱাকৈ ভকত সকলৰ মাজত ভোজনৰ বিবিধ বস্তু একেলগে বিলাই দিয়া হোৱা নাছিল। এই নতুন প্ৰথাই তেতিয়াৰে পৰা "চাউল-ভোজনি" নামে অভিহিত হল। দবাচলতে কবলৈ গলে ঠাকুৰ আতাৰ দয়া প্ৰদৰ্শনৰ ফলতহে থান-সত্ৰ সমূহত এনেকুৱা এটি ভকত-সেৱাৰ সুযোগ লোৱা পৱিত্ৰ প্ৰথাৰ চলন্তি হবলৈ পালে।

**গলয়াৰ সুখৰ ঠাইত ৰহস্য ভেদ**—শ্ৰীমাধৱদেৱ বৰপেটা সত্ৰত থাকোঁতে ভকত সকলৰ অনুৰোধ ক্ৰমে মাজে-সময়ে গলয়া বিলৰ * পাৰৰ এক নিৰ্জ্জন ঠাইত বহি পাৰমাৰ্থিক তত্ত্ব আলোচনা কৰিছিল। ইয়াকে সন্ত-মহন্ত সকলে 'গলয়াৰ সুখত বহা' বুলি কয়। এদিনাখন নিৰ্দ্ধাৰিত দিনত শ্ৰীমাধৱদেৱে মূৰ কামোৰণিৰ বাবে তাত উপস্থিত হব নোৱাৰি তেওঁৰ সলনি সেই কাম সম্পাদনৰ কাৰণে ঠাকুৰ আতাকেই পাচিলে। তেওঁৰো গুৰুবাক্য ৰক্ষা কৰি তাত বহি কৰ্ত্তব্য পালনত মনোনিবেশ কৰিলে। ইফালে আকৌ গুৰুজনৰ সেৱা-শুশ্ৰূষা কামত আলধৰা হৰিবল্লভ আতৈ আবদ্ধ হৈ থাকিব লগা হোৱাত তেওঁ যথা সময়ত গলয়াৰ সুখলৈ যাব নোৱাৰিলে। তাকে দেখি গুৰুজনে তেওঁক তালৈ যাবলৈ আদেশ কৰিলে। তেওঁ তালৈ গৈ দেখিলে যে আনদিনাৰ দৰে শ্ৰীমাধৱদেৱেহে তাত কৃষ্ণ-কথা চৰ্চ্চিব লাগিছে; ঠাকুৰআতা তাত নাই। গুৰুজনে নৰিয়া দেহেৰে কোন বাটেদি পোনাই আহি আগধৰি সেই ঠাই পালে তাকে ভাবি বিচূৰ্ত্তি মানিলে। তেওঁ তাত খন্তেকো নবোৱাকৈ তুৰন্তে উলটি গৈ গুৰু-গৃহ পালে। কিন্তু তাতো গুৰুজনকেই দেখি আচৰিত হৈ তেওঁৰ ভ্ৰমৰ কথা গুৰুজনৰ আগত প্ৰকাশ কৰিলে। সেই কথা শুনি গুৰুজনে তেওঁক পুনৰাই গলয়াৰ পাৰলৈ যাবলৈ কলে। সেইবেলিও গৈ পূৰ্ব্বৰ দৃশ্যকে দেখি নিজৰ চকুকেই বিশ্বাস কৰিবলৈ টান পালে। ৰহস্য ভেদৰ আশাৰে তেওঁ আকৌ ততাতৈয়াকৈ গুৰু-গৃহলৈ উভতি

* বৰ্ত্তমান গলয়া বিলৰ কোনো চিনচাব নাই। সেই ঠাই বাম হোৱাত তাৰ বুকত বৰপেটা সত্ৰৰ গলিয়া হাটী বহিছে। এই বিলটি 'বৰবাৰী'ৰ অলপ পশ্চিমফালে আছিল—লেখক।

গল হয় ; কিন্তু সেইবাৰো আকৌ তাত গুৰুজনকেহে দেখিবলৈ পালে। দ্বিতীয় বাৰো উলটি যোৱা দেখি গুৰুজনে তাৰ কাৰণ সুধিলত হৰিবল্লভ আতৈয়ে ভয়ে ভয়ে কলে—"বাপ কৃপালু গুৰু, এই বেলিও গৈ আপোনাকেহে দেখোঁন তাত দেখা পোৱা গল। সেইদেখি ইয়াক কোনো ভোজ-বাজীৰ খেলা যেন ভাবি বিস্ময় মনেৰে মুহূৰ্ত্তৰ ভিতৰতে আৰু উভতি অহা হল। অক্ৰূৰে কৃষ্ণ-বলৰামক মথুৰালৈ নিওঁতে যমুনা নদীত বুৰ মাৰি পানীৰ মাজত আৰু তাৰ পৰা উঠি বামতো তেওঁলোককে দেখিবলৈ পোৱাৰ দৰে আমিও আজি দুবাৰো দুয়ো ঠাইতে আপোনানাকেহে দেখিবলৈ পোৱা হল ; ঠাকুৰ আতাক দৰ্শন কৰাৰ সুযোগ পোৱা নহল।" তেতিয়া গুৰুজনে কলে—"শুনা হৰিবল্লভ, আমাৰ সদাগৰ সখিক সামান্য পুৰুষ বুলি নাভাবিবা আৰু আমাৰ দুয়োৰো ভিতৰত কোনো ভেদ-ভাৱক অন্তৰত ঠাই নিদিবা।" সিদিনাৰে পৰা হৰিবল্লভ আতৈয়ে ঠাকুৰ আতাৰ প্ৰভাৱৰ কথা সম্যক ৰূপে বুজি পাই গুৰুবাক্য সযতনে পালন কৰি থাকিল।

**শেষ উপদেশ-বাণী শ্ৰৱণ**—এবেলি ব্ৰাহ্মণ কেইজনমানে বৰ-পেটাত বড়িয়াল-গৃহ নিৰ্ম্মাণ আৰু ভাওনা প্ৰদৰ্শনৰ বিকৃত ব্যাখ্যা আৰু অপপ্ৰচাৰ কৰি শ্ৰীমাধৱদেৱৰ বিৰুদ্ধে মহাৰাজ ৰঘুদেৱ নাৰায়ণৰ ওচৰত এটি অমূলক গোচৰ উত্থাপন কৰিছিল। সেই সংক্ৰান্তত সুৰানন্দ নামৰ গৰমলি এজনে তেওঁক ধৰি নিবলৈ আহোঁতে তাৰ বাবে তেওঁ খেদ কৰি মৰ্ম্মান্তিক বেদনা অনুভৱ কৰিছিল। তদুপৰি ঠাকুৰআতাক কোনো দিহা-পৰামৰ্শ দিয়াৰ সুযোগ নাপাই চিন্তান্বিত হৈ আছিল। গৰমলিয়ে গুৰুজনক ধৰি লৈ যাওঁতে ঠাকুৰ আতাইয়ো তেওঁৰ লগে লগে গৈছিল। বহুদূৰ বাট যোৱাৰ পাচত গুৰুজনে শৌচাচাৰ কৰাৰ ছলেৰে আতাৰ কাষ চাপি কলে—"সখি, বড়িয়াল গৃহ বৰকৈ সাজি, বৰহাটৰ বাবে ভাওনা কৰি এই ফল পালোঁ ; গতিকে ভৱিষ্যতলৈ বৰ হাট নাপাতিব, বৰ ঘৰ নাসাজিব। কিন্তু প্ৰয়োজন হলে পৰমানন্দৰ মাতৃৰ অলঙ্কাৰ পাতি বিক্ৰী কৰিও হৰি-ভকতক ভুঞ্জাব।" এই শেষ উপদেশ-বাণীৰে দুয়োজনা

আঁতৰা আঁতৰি হল। ঠাকুৰ আতাই গুৰুজনৰ এই সাৰ গৰ্ভ উপদেশ-বাণী সৰ্ব্বদায় হিয়াত বান্ধি লৈ তাৰ সন্মান ৰক্ষা কৰি চলিছিল।

**গুৰুকৰৰ ক্ষেত্ৰত বৰঙণি**—শ্ৰীমাধৱদেৱে ভেলাডোঁৰাৰ থানত বুঢ়াআতাক বৰপেটা সত্ৰৰ অধিকাৰ পাতি পঠাওঁতে শ্ৰীমন্ত শঙ্কৰদেৱৰ কীৰ্ত্তনত লগাবলৈ গুৰুকৰ স্বৰূপে দুটি নাগেৰী টকা দিছিল। সেই আৰ্হিমতে সেৱক-ভকত সকলক কীৰ্ত্তনৰ সময়ত গুৰুকৰ দিবলৈ আদেশো দিছিল। বুঢ়াআতা ভেলা ডোঁৰাৰ থানৰ পৰা উলটি অহাৰ পাচত সেই বছৰতে যেতিয়া শ্ৰীশঙ্কৰদেৱৰ কীৰ্ত্তন মহোৎসৱ বৰপেটা সত্ৰত পতা হল, তেতিয়া তেওঁ ঠাকুৰআতা আৰু থানৰ মুখ্য ভকত সকলৰ লগত আলোচনা কৰি গুৰুকৰ লবলৈ বৰ শৰাই পাতিলে। শুদ্ধসেৱক, একান্ত ভকত ঠাকুৰআতাই পোন প্ৰথমে তাত টকা দি সভক্তিৰে সেৱা জনাই 'গুৰুকৰ' শোধোৱা প্ৰথাৰ পাতনি মেলিলে। তাৰ পাচত এই কথা জনসাধাৰণৰ মাজত প্ৰচাৰ হলত সকলোৱে নিজৰ শক্তি-সামৰ্থ্য অনুসৰি গুৰুকৰ দিবলৈ ধৰিলে। তেতিয়াৰে পৰা কীৰ্ত্তন মহোৎসৱৰ সময়ত বৰপেটা সত্ৰত গুৰুকৰ দিয়া প্ৰথা প্ৰচলিত হৈ আছে। পৰবৰ্ত্তী কালত শ্ৰীশঙ্কৰদেৱৰ কীৰ্ত্তনৰ সময়ত গুৰুকৰ শোধাব নোৱাৰা লোক সকলে শ্ৰীমাধৱদেৱ আৰু বুঢ়াআতাৰ কীৰ্ত্তনৰ সময়তো শোধাব পৰাৰ ব্যৱস্থা সত্ৰই কৰি লয়। ক্ৰমে ইয়াৰ নিয়মকানুন কঠোৰ হৈ অহাত সত্ৰত ভাগ থকা প্ৰত্যেক লোকে গুৰুকৰ দিবলৈ বাধ্য হয়। ই এফালে থান-সত্ৰৰ এটি আয়ৰ পথ আৰু আনফালে গুৰু সকলক স্মৰণ কৰোৱাৰ ব্যৱস্থা। ঠাকুৰআতাই এনেহেন প্ৰথা এটি প্ৰৱৰ্ত্তনৰ ক্ষেত্ৰত সৰ্ব্ব প্ৰথমে আৰ্হি দাঙি ধৰা বাবে তেওঁৰ নাম চিৰস্মৰণীয় হৈ থাকিব।

**বদলা আতাক শিক্ষাদান**—শ্ৰীমাধৱদেৱ ভেলা থানত থাকোতে উজনিৰ শ্ৰীপদ্মআতা বা বদলা আতাই গুৰুজনৰ ঠাইত ধৰ্ম্ম ধৰিছিল। কিন্তু সময়ৰ অভাৱত শিক্ষা আধৰুৱা হোৱা বাবে গুৰুজনে তেওঁক ঠাকুৰ আতাৰ ওচৰত 'মজিয়ালি সুখৰ কথা'কে আদি কৰি পাৰমাৰ্থিক তত্ত্ব সমূহ সুধি-পুছি লবলৈ কৈ পঠিয়াইছিল। গুৰুবাক্য অনুসৰি

বদলা আতাই পোনতে বৰপেটা থানত চাপি নিজৰ অভিপ্ৰায় মথুৰা দাস বুঢ়া আতাৰ আগত ব্যক্ত কৰিলত তেওঁক ঠাকুৰ আতাৰ বৰপুত্ৰ পৰমানন্দ ঠাকুৰৰ লগত নাৱেৰে জনিয়ালৈ পঠিয়াই দিলে।

বদলা আতাই জনিয়াৰ ঘাটত বৰ নাওৰ পৰা নমা মাত্ৰকে ঠাকুৰ আতাই আগবাঢ়ি গৈ তেওঁৰ পৰিচয় লৈ আদৰি লৈ গল। তাৰ পাচত ভোজন কাৰ্য্য কৰাই বা-বাতৰি সুধি, যোৱাৰ উদ্দেশ্য কবলৈ অনুৰোধ কৰিলে। তেতিয়া বদলা আতাই বৰ কাপোৰ আৰু বৰ থোকৰ তামোলেৰে মানধৰি সেৱা জনাই কলে—"বাপ, আমি ভেলা থানত গুৰুজনৰ ওচৰত ধৰ্ম্ম ধৰি তাত সাতদিন মাথোন থকা হৈছিলোঁ। সেইদেখি পাৰমাৰ্থিক তত্ত্বাদি শিকাৰ পৰা বঞ্চিত হব লগীয়া হোৱা বাবে গুৰুজনাৰ নিৰ্দ্দেশ অনুযায়ী আপোনাৰ পৰা সেইখিনি পূৰাই লবলৈ পৰম আশা কৰি অহা হৈছে।" ঠাকুৰ আতাই এই কথা শুনি বদলা আতাৰ শিৰত তিনিবাৰ হাতফুৰাই সুধিলে—"বাপুঘৰ, মাৰি খাবানে মাৰা খাবা নে দিয়া খাবা?" বদলা আতাই মাত লগালে—"বাপ, আপুনি কিহক কি বুলি সুধিলে আমি একোকে বুজি পোৱা নাই। যিয়েই হক এই ক্ষেত্ৰত আপুনি যি কৰা উচিত বুলি বিবেচনা কৰে তাকেই কৰা যাওক।" ইয়াকে শুনি বদলা আতাই সুধিব খোজা কথাখিনি দীঘলীয়া নকৰি একোটি বাক্যতে কবলৈ কলে। বদলা আতাই অলপ চিন্তা কৰি চাই কলে—"বাপ, দুজনা গুৰুৰ আবিৰ্ভাৱৰ পৰা তিৰোভাৱলৈ ঘটা জীৱনৰ ঘটনাৱলী ক্ৰম লগাই অনুগ্ৰহ কৰি কোৱা যাওক।" বদলা আতাৰ বিচক্ষণ বুদ্ধিত বিমুগ্ধ হৈ ঠাকুৰ আতাই কলে—"হায়ৰে হায়, ইটো কথা সোধন নযায়। বাপুঘৰ, জনম অন্ধলাই ভগবানক ঠগোৱাৰ দৰে তুমিও দেখোন আমাক ঠগিলা?" বদলা আতাই নতুনকৈ শুনা এই কথাষাৰিৰ মৰ্ম্ম একো বুজি নোপোৱা বাবে তাৰ আখ্যান ভাগ বহলাই কবলৈ অনুৰোধ জনালে। তেতিয়া ঠাকুৰ আতাই এটি মিচিকিয়া হাঁহি মাৰি কলে—"বাপুঘৰ, এক জন্মান্ধলাই ভগবানক বৰকৈ স্তুতি-নতি কৰাত তাৰ প্ৰতি তেওঁ সুপ্ৰসন্ন হল আৰু তাৰ কাম্য বস্তুৰ কথাখিনি

একেটা বাক্যতে কৰলৈ কলে। তেতিয়া সি কলে—"হে প্ৰভু, মোৰ নাতিয়ে সোণৰ পাত্ৰত ভোজন কৰা যেন মই স্বচক্ষে দেখিবলৈ পাওঁ তাৰে ব্যৱস্থা কৰক।" তেতিয়া ভগবানে কৈছিল—"জনম অন্ধলা, মই তোক ঠগাব খোজোতে তইহে মোক ঠগিলি। চাচোন বাৰু, তোৰ নাতিয়েৰাই সোণৰ পাত্ৰত ভোজন কৰা দেখিবলৈ হলে প্ৰথমে তোক চক্ষুদান দিব লাগিব। তাৰ পাচত তোৰ বিয়া পাতি পুতেৰাকো বিয়া কৰাই দিব লাগিব। অকল সেয়ে নহয় নাতি-য়েৰাকো আকৌ ৰজা পাতিব লাগিব; কিয়নো ৰজাইহে সোণৰ পাত্ৰত ভোজন কৰে? গতিকে মই হাৰ মানিলোঁ।" এতেকে বাপুঘৰ, তুমিও তেনে নকৰিলা নে?" ইয়াকে কৈ তেওঁ ফকৰাৰ যোগেদি বদলা আতাক শিক্ষা দিবলৈ আৰম্ভ ধৰিলে।

কথিত আছে যে, "মুধাই মুধাই ঘৰ, সুধিবৰ নাপালোঁ পৰ, সোধোঁতে সোধোঁতে গল ডেৰ বছৰ।" এই ফকৰাটোৰেই আছিল ঠাকুৰ আতাই শিক্ষাদান কাৰ্য্যত প্ৰয়োগকৰা প্ৰথম ফকৰা। বদলা আতা বৰপেটা সত্ৰত এবছৰকাল আছিল। এই গোটেইটো বছৰে ঠাকুৰ আতাই নিতৌ একোটাকৈ ফকৰা মাতি তাৰ অন্তৰ্নিহিত ধৰ্ম্মনীতিৰ গূঢ়াৰ্থবোৰ পৰিপাটিকৈ বদলা আতাক বুজাই দিছিল। তেওঁ দুজনা গুৰুৰ চৰিত্ৰ বৰ্ণনত, ধৰ্ম্মালোচনাৰ কথন-মথনত, নীতি-শিক্ষা মূলক উপদেশ দানত অথবা সাংসাৰিক জীৱন-যাত্ৰাৰ সাধাৰণ কথা-বাৰ্ত্তাৰ সময়ত তাৰ লগত ৰজিতা খোৱা একোটি ফকৰা মাতিছিল আৰু তাৰ তাৎপৰ্য্য সম্যকৰূপে হৃদয়ঙ্গম কৰাবলৈ যত্ন কৰিছিল। এনেকৈ তিনি শ তিনি কুৰি ফকৰাৰ দ্বাৰা ঠাকুৰ আতাই শিক্ষণীয় বিষয়বোৰৰ শিক্ষা সমাপ্ত কৰি বদলা আতাক বিদায় দিছিল। ইয়াৰ লগতে গুৰুজনে সুধিবলৈ কৈ পঠোৱা পৰম গুহ্যতম 'মজিয়ালি সুখ'ৰ কথাও ঠাকুৰ আতাই ভাঙি কবলৈ কৃপণালি কৰা নাছিল।

**বুঢ়া আতাৰ দিহা-পৰামৰ্শ গ্ৰহণ**—ঠাকুৰ আতাই দেহত শক্তি থকা পৰ্য্যন্ত প্ৰচাৰ কাৰ্য্যত লাগি আছিল। কিন্তু ভাটী বয়সত তেওঁৰ শৰীৰ ক্ৰমে দুৰ্ব্বল হৈ আহিলত বেমাৰেও পীড়া কৰিবলৈ সুযোগ

পালে। শাৰীৰিক দুৰ্ব্বলতা অনুভৱ কৰি তেওঁ এদিনাখন বৰপেটা সত্ৰৰ বিশিষ্ট আতা-আতৈ সকলক একেলগে দৰ্শন কৰি বিদায় লবৰ মনেৰে পৰমানন্দ ঠাকুৰক বুঢ়াআতাৰ ওচৰলৈ পঠিয়াই দিলে। এই খবৰ পোৱা মাত্ৰকে বুঢ়া আতাই সেৱক-ভকত সকলক লগত লৈ জনিয়া* সত্ৰলৈ যাত্ৰা কৰিলে। ঠাকুৰ আতাই তেওঁলোকক দেখা পাই বৈকুণ্ঠৰ পাৰিষদ সকলে সম্মুখত উপস্থিত হোৱা যেন পালে। তেওঁ কেউজনকে যথাযোগ্য ভাৱে আসন দি বুঢ়াআতাত থানৰ বাতৰি সুধিলে। বুঢ়াআতায়ো যথাৰীতি বাতৰি কীৰ্ত্তন কৰি কলে। তাৰ পাচত ঠাকুৰ আতাই নিজৰ ক্ৰমান্বয়ে শাৰীৰিক শক্তিৰ অৱনতি ঘটা বুলি প্ৰকাশ কৰিলে। লগতে সংসাৰৰ পৰা বিদায় লব লগা সময়ৰ কৰণীয় কাম সম্বন্ধে বুঢ়াআতাৰ দিহা-পৰামৰ্শ আৰু উপদেশ বিচাৰিলে। এই কথা শুনি বুঢ়াআতাই ভকত-সেৱাৰ কথা উল্লেখ কৰি কিছুমান নতুন কাপোৰ যোগাৰ কৰি থবলৈ দিহা দিলে। লগতে দুঃশ্চিন্তা নকৰি সৰ্ব্বদায় মনোবল সতেজ ৰাখিবলৈ বুজনি দিলে। অৱশেষত আতাৰ কুশল কামনা কৰি বুঢ়াআতা ভকত সমন্বিতে বৰপেটালৈ আহিল।

**ভকত-সেৱা আৰু নিবিড় আলোচনা**—বুঢ়াআতাই দি অহা পৰামৰ্শ অনুসৰি কাপোৰ যোগাৰ হৈ উঠিলত ঠাকুৰ আতাই পুনৰ বৰ পুত্ৰৰ হতুৱাই আমন্ত্ৰণ জনাই ভকত-সেৱক সমন্বিতে বুঢ়াআতাক জনিয়ালৈ লৈ গল। ঠাকুৰ আতাই আগধৰি তেওঁলোকৰ ভোজনৰ

---

* জনিয়া গাওঁত দুখন সত্ৰ আছিল। তাৰে এখন শ্ৰীশ্ৰীনাৰায়ণ দাস ঠাকুৰ আতাৰ দ্বাৰা স্থাপিত আৰু আনখন মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ বৰ নাতি শ্ৰীশ্ৰীপুৰুষোত্তম ঠাকুৰ দেৱৰ দ্বাৰা প্ৰতিষ্ঠিত। ঠাকুৰ আতাৰ শেষ নিবাসৰ স্থান আৰু তেওঁ পতা সত্ৰখনিৰ ঘৰ-দুৱাৰ আদিৰ কোনো অস্তিত্ব নাই। বৰ্ত্তমান এই সত্ৰৰ মাটিখিনি সেই সত্ৰৰে সেৱক এজনে দখল-আবাদ কৰি আছে। আমি উক্ত সত্ৰৰ বিশিষ্ট শিক্ষিত লোক এজনৰ পৰা পোৱা সম্ভেদমতে দখলকাৰী জনক ক্ষতি পূৰণ স্বৰূপে অলপ ধন দিলেই তাক উদ্ধাৰ কৰিব পৰা যাব যেন লাগে।—লেখক

ব্যৱস্থা কৰালে। ভোজনৰ অন্তত যতনাই ৰখা কাপোৰ কেইখন বুঢ়াআতাৰ দ্বাৰাই ভকত সকলৰ মাজত বিতৰণ কৰাই দিয়ালে। তাৰ পাচত বৰপেটা সত্ৰৰ তেল-বন্তিৰ খৰচ স্বৰূপে অলপ ধন আগবঢ়াই আঠুলৈ সেৱা জনাই আশীৰ্ব্বাদ ললে।

বিদায় বেলিকা বুঢ়াআতাৰ নিৰ্দ্দেশমতে বৰপেটা সত্ৰৰ পৰা যোৱা ভকত সকলেও ঠাকুৰ আতাক এজনা বয়োবৃদ্ধ আৰু জ্ঞানশ্ৰেষ্ঠ মান্যৱন্ত পুৰুষ হিচাপে যথোচিত সন্মান দেখুৱাই অলপ ধন দি সেৱা জনালে।

ইয়াৰ পাচত ঠাকুৰ আতাৰ শৰীৰ অলপ ভালৰ ফালে গল হয় কিন্তু তাৰ কেইদিনমান পাচতে আকৌ বেমাৰে উক দি তেনেই কাতৰ কৰি পেলালে। অন্তিম সময় ওচৰ চাপি অহা যেন পাই ঠাকুৰ আতাই পুনৰাই বুঢ়াআতালৈ খবৰ দি পঠালে। সেইবেলিও বুঢ়াআতাই খৰধৰকৈ ভকত সকলেৰে সৈতে গল হয়, কিন্তু তেওঁৰ অৱস্থা অতিশয় শোচনীয় দেখিলে। তথাপি ঠাকুৰ আতাই মনোবল অটুট ৰাখি বুঢ়াআতাৰ লগত হৰিষ মনেৰে আৰু খোলা অন্তৰেৰে ভালেমান সময় কথা পাতি অন্তৰৰ কথা ভঙা-পতা কৰিলে। কৃষ্ণকথা আলোচনাৰ লগতে পৰস্পৰৰ মাজত আত্মাৰ পৰিচয়ো ঘটিল। দুয়োজনে ভক্তি-ৰসত ডুবগৈ তন্ময় হৈ থাকি কাকো কোনেও বিদায় দিব নোৱাৰা যেন হল। জীৱনৰ সন্ধিয়া পৰত পতা নিবিড় আলোচনা সাৰ্থক হোৱা যেন পাই ঠাকুৰ আতাই বুঢ়াআতাৰ শলাগ ললে। বুঢ়া আতায়ো অতীতৰ সকলো কথাকে পাহৰি যাবলৈ অনুৰোধ জনালে আৰু সমুচিত সম্ভাষণৰ দ্বাৰা বিদায় মাগি উলটিল।

**বৈকুণ্ঠ প্ৰয়াণ**—বুঢ়াআতাৰ পৰা বিদায় লোৱাৰ কেইদিনমানৰ পাচত ঠাকুৰ আতাই জনিয়া সত্ৰৰ বাপুসকলক মতাই অনালে। তেওঁলোকক চোতালত বহিবলৈ আসন দি নিজৰ অন্তিমকাল ওচৰ চপা বুলি কৈ বাইজৰ আশীৰ্ব্বাদ বিচাৰিলে। তাৰ লগতে তেওঁলোকে মিলা-প্ৰীতিৰে থাকি আৰু ধৰ্ম্মত মতি ৰাখি সত্ৰখনৰ বন্তি গছি জীয়াই ৰাখিবলৈ অনুৰোধ জনাই মেলানি মাগিলে। ৰাইজে

আতাৰ পাৰলৌকিক কল্যাণ কামনা কৰি উচ্চস্বৰে হৰিধ্বনি কৰিলে আৰু লগতে ভগবানৰ ওচৰতো প্ৰাৰ্থনা জনাই ঘৰাঘৰি উলটিল।

তাৰ পিচদিনা নিজৰ পৰিয়ালবৰ্গকো ওচৰতে বহুৱাই লৈ প্ৰত্যেককে মধুৰ বচনেৰে প্ৰবোধ-বাণীৰ দ্বাৰা সান্ত্বনা দি ধৈৰ্য্য ধৰি থাকিবলৈ কলে। তেওঁলোকে যাতে পৰমেশ্বৰৰ প্ৰতি ভক্তি ভাৱ ৰাখি, ভকতৰ সঙ্গলৈ গুৰুৰ ধৰ্ম্ম ধৰি পৱিত্ৰ সাত্ত্বিক জীৱন যাপন কৰি থাকিব পাৰে তাৰ প্ৰতি সৰ্ব্বদায় সতৰ্ক দৃষ্টি ৰাখি চলিবলৈ উপদেশ দিলে। ইয়াকে কৈ তেওঁলোকক আঁতৰি যাবলৈ কৈ মৌন হৈ সুস্থিৰভাবে বহি একান্তমনে ভগবানৰ নাম লবলৈ ধৰিলে। আতাই নামতে তন্ময় হৈ থকা অৱস্থাতে ১৫১২ শকৰ পুহ মাহৰ কৃষ্ণপক্ষৰ পঞ্চমী তিথিৰ দিনা ৰাতি ডেৰ পৰ হোৱাত ৯৫ বছৰ পৰমায়ু ভোগ কৰি নৰ-নাট সম্বৰণ কৰিলে।

মুক্তপুৰুষৰ পৱিত্ৰ আত্মাই ধীৰে ধীৰে গৈ চিৰ শান্তিময় পুৰী বৈকুণ্ঠ ধামত থিতাপি ললে। জনিয়া সত্ৰৰ নৰ-নাৰী সকলোৱে গভীৰ শোকত ম্ৰিয়মাণ হৈ আতাই পৃথিৱীত থৈ যোৱা নশ্বৰ দেহটি শেষ বাৰলৈ হেপাহ পলুৱাই চাই নয়ন সাৰ্থক কৰিলে। বাপুসকলে আতাৰ শৱ-যাত্ৰাত যোগদান কৰি সেই নিজম ৰাতিৰ নিস্তব্ধতা ভেদ কৰি তাল-খোল বাই, হৰি নাম গাই গাই মুকলি পথাৰলৈ গল। তাতে চিতা পাতি কাঠ-খৰি আৰু সুগন্ধি অগৰু-চন্দন, শালধুনা, ঘিউ আদিৰে শৱ-সৎকাৰ কৰি ঘৰলৈ উলটিল। এনেকৈয়ে এজনা ধৰ্ম্মৰ নামত সৰ্ব্বস্ব ত্যাগী, তত্ত্বদৰ্শী মহান পুৰুষে বিশ্বৰ বুকুৰ পৰা চিৰ বিদায় লৈ অনন্তৰ গৰ্ভত অন্তৰ্হিত হল।

---

# শ্ৰীশ্ৰীৰাম আতা

**চমু পৰিচয়**—পৃথিবীৰ সকলো ধৰ্ম্মপন্থী লোকৰ মাজতেই সাধু-পুৰুষ আছে। হিন্দু-ইছলাম, বৌদ্ধ-খৃষ্টিয়ান আদি বিখ্যাত ধৰ্ম্ম সমূহৰ সাধুপুৰুষ সকল পৃথিবীৰ একো একোটি উজ্জ্বল ৰত্ন। তেওঁলোকৰ জীৱনৰ শিক্ষা আৰু আদৰ্শই মানৱ সমাজৰ অশেষ কল্যাণ সাধন কৰে। একনিষ্ঠ পৰম ভকত শ্ৰীৰামআতা পুৰুষো তেনে এগৰাকী সাধু পুৰুষ আছিল। উজনিৰ কমলাবাৰী সত্ৰৰ অধিকাৰ শ্ৰীশ্ৰীপদ্ম আতা বা বদলা আতাৰ বৈকুণ্ঠ প্ৰয়াণৰ পাচত সেই সত্ৰতো শ্ৰীৰামআতা নামৰ এজনা অধিকাৰ আছিল। এই দুয়োজনা পুৰুষৰ নাম একে হলেও আমি যি জনাৰ কথা কব খোজা হৈছে তেওঁ নামনি অসমৰ; তদুপৰি বয়সতো তেনেই অতি বৃদ্ধ। সেইদেখি ভকত সকলে তেওঁক "বুঢ়া শ্ৰীৰামআতা" নামে অভিহিত কৰিছিল।

শ্ৰীৰামআতা মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ এজনা প্ৰিয়তম আৰু বিশিষ্ট শিষ্য আছিল। তেওঁৰ আন্তৰিক শ্ৰদ্ধা-ভক্তি আৰু সেৱা-শুশ্ৰূষাত গুৰুজন পৰম সন্তুষ্ট হৈছিল। গুৰুজনে তেওঁক মহাপুৰুষ শ্ৰীমাধৱদেৱৰ সঙ্গী স্বৰূপে বিচাৰি অনোৱা বাবে তেৱোঁ আজীৱন শিক্ষাৰ্থীৰ মনোভাৱ লৈ তেওঁৰ লগতে থাকি প্ৰয়োজনীয় সকলো শিক্ষা আহৰণ কৰি লৈছিল। ইয়াৰ ফলত তেওঁৰ আত্ম-বিকাশৰ পথ মুকলি হৈছিল। এনেকি সুদুৰ্ল্লভ দিব্য-জ্ঞানৰ অধিকাৰীও হব পাৰিছিল। পাচলৈ তেওঁ এনে তত্ত্বদৰ্শী পুৰুষ হৈ উঠিছিল যে শ্ৰীমাধৱদেৱেও কেতিয়াবা জটিল সমস্যাৰ সন্মুখীন হলে তেওঁৰ পৰামৰ্শ বিচাৰিছিল। ইয়াৰ উপৰি শ্ৰীমাধৱদেৱৰ পৰা ধৰ্ম্ম-বস্তু গ্ৰহণ কৰা কেবাজনো বিশিষ্ট শিষ্যই প্ৰাথমিক অৱস্থাত তেওঁৰ পৰা দৈনন্দিন জীৱনত আচৰণ কৰিব লগীয়া সাধাৰণ নীতি-নিয়ম, সদাচাৰ আদি

শিকি-বুজি লৈছিল। শ্ৰীৰামআতা গুৰুজনৰ বিশ্বাসী সহচৰ, সুনিপুণ আলধৰা আৰু প্ৰধান বাৰ্ত্তা-বাহক আছিল। গুৰুৰ যি কোনো আদেশ পালনত তেওঁ নিজৰ কায়িক দুখ-কষ্টলৈ তেনেই পাহৰি গৈছিল। তেওঁৰ জীৱনৰ আদৰ্শনীয় কাৰ্য্যাৱলীৰ দ্বাৰা কি উদাসীন, কি গৃহবাসী সকলোৱে সমানে লাভবান হব পাৰে। এইজনা সাধুপুৰুষৰ পৱিত্ৰ জীৱনৰ মহান আদৰ্শই সুদীৰ্ঘ ৪০০-৫০০ বছৰীয়া ধৰ্ম্মৰ ধাৰা এটি বোৱাই ৰখাত আশাতীত ৰূপে সহায় কৰিছে।

শ্ৰীৰামআতাই এটি নিচেই দুখীয়া পৰিয়ালত জন্মগ্ৰহণ কৰি গোটেই জীৱন অনাড়ম্বৰ আৰু নিঃকিন ভাৱে সাধকৰ পৱিত্ৰ জীৱন যাপন কৰিছিল। তেওঁৰ নিচিনা ব্ৰহ্মজ্ঞানী আৰু পৰম তত্ত্বজ্ঞ পুৰুষ পৃথিৱীত অতি বিৰল। তেওঁৰ শিক্ষা-গ্ৰহণ প্ৰণালী আৰু শিক্ষা দান পদ্ধতি বিশেষত্বপূৰ্ণ আৰু সাধুসমাজৰ আদৰণীয় আৰু অনুকৰণীয়। তেওঁৰ ঘটনা বহুল জীৱন বিচিত্ৰতাৰে ভৰপূৰ। তেওঁৰ বাস্তৱ জীৱনৰ কেতবোৰ সত্য ঘটনাৰ কাহিনী এনে বিস্ময়কৰ, অলৌকিক আৰু কৌতূপূৰ্ণহল যে কাল্পনিক ঘটনাইও তাৰ আগত হাৰ মানিবলৈ বাধ্য। তেওঁ দৰ্শনশাস্ত্ৰ অধ্যয়ন নকৰাকৈয়ে তাৰ গভীৰ, জটিল আৰু সূক্ষ্ম তত্ত্ববোৰ তেওঁৰ অন্তৰৰ গভীৰতম অনুভূতিৰে আয়ত্ত কৰি তাক নিজৰ ব্যৱহাৰিক জীৱনত প্ৰতিফলিত কৰি থৈ গৈছে। নিৰক্ষৰ গাৱঁলীয়া হালোৱা চহা লোক এজনে ভগবানৰ কৃপা, গুৰুৰ আশীৰ্ব্বাদ, সৎসঙ্গৰ প্ৰভাৱ আৰু ব্যক্তিগত সাধনাৰ গুণত ধৰ্ম্ম-জগতত কিমানলৈ উধাব পাৰে তাৰ জ্বলন্ত নিদৰ্শন—শ্ৰীৰামআতা। তেওঁৰ নৈতিক চৰিত্ৰ আৰু মহত্ত্ব মানৱ সমাজৰ অমূল্য সম্পদ। তেওঁ লাভ কৰা সজশিক্ষা-বোৰ দৈনন্দিন জীৱনত নিজে আচৰণ কৰি কথা আৰু কামৰ সমন্বয়ৰ দ্বাৰা জনসমাজত এটি অপূৰ্ব্ব আৰু উজ্জ্বল উদাহৰণ ৰাখি থৈ গৈছে। ভকতৰ চৰম আৰু পৰম লক্ষ্য কি নাইবা ধৰ্ম্ম জীৱনৰ শেষ পৰিণতি কেনে হয় তাৰ জীৱন্ত চিত্ৰ এখনি তেওঁৰ জীৱন-দৰ্শনত জলজল পট্-পট্কৈ জিলিকি আছে। দৰাচলতে তেওঁ কলিযুগৰ এজনা ছদ্মদেশী ঋষি আছিল। তেওঁৰ জীৱন চৰিত অধ্যয়ন কৰিলে মহাপুৰুষ শ্ৰীমন্ত-

শঙ্কৰদেৱৰ প্ৰৱৰ্ত্তিত আৰু প্ৰচাৰিত ধৰ্ম্মৰ মূল কথাখিনি বুজিবলৈ উজু হয়। ভগবান শ্ৰীকৃষ্ণ অৱতাৰত ধৰ্ম্ম-জগতত জীৱনযুক্ত পুৰুষ অৰ্জ্জুনৰ যি স্থান, গুৰুজনা গুৰুৰ দিনত শ্ৰীৰামআতা পুৰুষৰ স্থানো তদনুৰূপ। চমুকৈ কবলৈ হলে শ্ৰীৰামআতা একান্ত ভকতৰ উজ্জ্বল আদৰ্শ, সুমধুৰ হৰি নামৰ অনন্ত নিজৰা আৰু নিগু́ণ ভক্তিৰ জ্বলন্ত প্ৰতীক। এইজনা জীৱন্মুক্ত পুৰুষে বিশিষ্ট অৱদানৰ দ্বাৰা বিশ্বৰ শ্ৰেষ্ঠ সাধুসমাজত এখনি যুগমীয়া আসন এৰি থৈ গৈছে।

**জন্মস্থান**—শ্ৰীৰামআতাৰ পিতৃপুৰুষৰ নাম সন্তোৰাম আৰু মাতৃৰ নাম কণ্টুমাই আছিল। বৰ্ত্তমান গোৱালপাৰা জিলাৰ অন্তৰ্গত শিমেলিয়া গ্ৰামত কোনো এক অজ্ঞাত শুভ-মুহূৰ্ত্তত আতাই জন্মগ্ৰহণ কৰে। এই পুৰণি গাওঁখনি বৰ্ত্তমান বৰপেটা সত্ৰৰ পৰা ১৪ মাইল মান দক্ষিণ পশ্চিম ফালে আছিল। গোৱালপাৰা জিলাৰ ৰাঙাপানী সত্ৰৰ আধা মাইলমান উত্তৰ পূব ফালে আৰু মানাহ নৈৰ পূব পাৰে গছ-গছনিৰে ভৰা 'শিমলি বাৰী' নামৰ পুৰণি গাওঁ এখন আছে। চৰিত পুথিত উল্লেখ থকা শিমেলিয়া গ্ৰাম, হালধীয়া গ্ৰাম, মনথৈ গ্ৰাম, জনিয়া সত্ৰ আদি পশ্চিম বৰপেটাৰ পুৰণি গাওঁবোৰৰ বৰ্ত্তমান ভৌগোলিক অৱস্থানলৈ চাই এই শিমলি বাৰী গাওঁখনেই আতাৰ জন্মস্থান শিমেলিয়া গ্ৰাম বুলি আমাৰ অনুমান হয়। আমাৰ হিতাকাঙ্ক্ষী উজনিৰ জৰাবাৰী সত্ৰৰ অধিকাৰ শ্ৰদ্ধাস্পদ শ্ৰীশ্ৰীযুক্ত গৌৰীকান্ত গোস্বামী দেৱক এই বিষয়ে সোধাত তেখেতে শ্ৰীৰামআতাৰ জন্মস্থান কৈমাৰি বা শিমলা বাৰী বুলি কৈছিল। বৰ্ত্তমান সেই ঠাই গোৱালপাৰা জিলাৰ গঙ্গাধৰ নৈৰ বুকুত জাহ গৈছে বুলিও তেখেত জানিবলৈ দিছিল।

**জীৱনৰ আদি ছোৱা**—শ্ৰীৰামআতাৰ পিতৃ-মাতৃয়ে তেওঁক শিশুকালতেই এৰা দি পৰলোকলৈ গমন কৰে। সেই কাৰণে সাধাৰণতে পিতৃ-মাতৃহীন দুৰ্ভগীয়া অনাথ শিশু সকলৰ দৰে তেৰোঁ নানা দুখ-দুৰ্দ্দশাৰ সম্মুখীন হব লগাত পৰিল। কিন্তু সিমানতো তেওঁ নিৰাশ নহৈ ধৈৰ্য্য ধৰি নিজৰ জীৱন নিজে গঢ়ি তুলিবলৈ যত্নপৰ হ'ল। তেওঁ নিজৰ নম্ৰতা, বাধ্যতা আৰু

সাদৰী মাতৰ গুণতঁ ওচৰ-চুবুৰীয়া সকলৰ পৰা আদৰ-চেনেহ পাবলৈ ধৰিলে।

আজি কালিকৈ শ্ৰীৰাম আতাই শিশুকাল এৰাই ডেকাকালত ভৰি দিলে। কিন্তু তেতিয়ালৈকে তেওঁ শিক্ষালাভৰ সুযোগ নাপালে। অভিভাৱক বা পৰিচালকৰ অভাৱত নিজেই কৃষি কৰ্ম্মক জীৱিকা নিৰ্ব্বাহৰ উপায় স্বৰূপে গ্ৰহণ কৰিলে। তেতিয়াৰে পৰা তেওঁৰ কৰ্ম্ম-জীৱনৰ সূত্ৰপাত হল। কেই বছৰমানৰ ভিতৰতে তেওঁ এজন বিচক্ষণ কৃষক হৈ উঠিল। শ্ৰমশীলতা, কৰ্ত্তব্যনিষ্ঠা আৰু মনোবল দেখি সকলোৱে তেওঁক সহানুভূতি দেখুৱাবলৈ ধৰিলে। উপযুক্ত সময়ত তেওঁৰ বিবাহ কাৰ্য্য কোনোমতে সমাধা হৈ গল। কিন্তু পত্নী আৰু পুত্ৰৰ অকাল বিয়োগে তেওঁৰ অন্তৰত দাৰুণ আঘাত দিলে। তেতিয়াৰে পৰা তেওঁ সাংসাৰিক লেঠাৰ পৰা আতৰত থাকিবলৈ দৃঢ় সঙ্কল্প হ'ল।

"ভাৰ্য্যা পুত্ৰ আছিলন্ত পৰলোকে গৈলা।
দম্ভ দৰ্প তেজি মদগৰ্ব্ব ভাঙ্গি লৈলা॥
বিষয়ৰ আশা ভঙ্গে মিলিল হৰিষ।
এৰিলন্ত মনে মানি বিষ্ঠাৰ সদৃশ॥"—ৰামচৰণ ঠাকুৰ
কৃত গুৰু চৰিত।

তেওঁৰ আৰ্থিক অৱস্থা দিনকে দিনে হ্ৰাস পাই অহাত অভাৱনীয় দুখ কষ্টৰ মাজেদি কালযাপন কৰিবলৈ ধৰিলে। তেওঁৰ সা-সম্পত্তি বুলিবলৈ এটি খেৰৰ পঁজা-ঘৰ, এখন কাচি, এটি বাঁহৰ চুঙা, এখন বাঁহৰ চাকলি ঢাৰি, এখন শোৱা চাং, এখন কঁথা আৰু এখনি মাথোন চুৰিয়া আছিল। কিন্তু তেনে অৱস্থাতো তেওঁ মনক প্ৰবোধ দি সন্তোষ মনেৰে চলি থাকিব পাৰিছিল। অৱশ্যে মাজে-সময়ে লোকৰ সহায় বিচাৰিব লগাও হৈছিল। এনেদৰে সৰ্ব্বদায় অভাৱ অনাটন আৰু দুখ-কষ্টৰ লগত যুজ কৰি থাকিব লগা হোৱাত তেওঁৰ অন্তৰত বৈৰাগ্যই ঠাই ললে।

**শ্ৰীমাধৱদেৱৰ আহুকাল**—সেই সময়ত শ্ৰীমন্ত শঙ্কৰদেৱ পাটবাউসী সত্ৰত আৰু শ্ৰীমাধৱদেৱ গণককুছি সত্ৰত আছিল। তেতিয়া এই দুই ঠাইৰ মাজত অটব্য হাবি আৰু হিংস্ৰ জন্তুৰ ভয় আছিল। এদিনাখন শ্ৰীমাধৱদেৱে অকলে পাটবাউসীলৈ যাওঁতে এটা বনৰীয়া ম'হে মাজবাটতে তেওঁক বাট আগচি ধৰিলে; কিন্তু কি আচৰিত কথা যে সি তেনেকৈ অলপ সময় থাকিয়েই ভিৰাই লৰি গৈ হাবিত সোমাল। সেই সুযোগতে তেওঁ গৈ পাটবাউসী পালে। সিদিনাখন যাওঁতে অলপ পলম হোৱা দেখি গুৰুজনে তাৰ কাৰণ সুধিলত তেওঁ সকলো কথা বিবৰি কলে। এই কথা শুনি গুৰুজনে মনত বৰ দুখ পালে। তেওঁ ততালিকে নাৰায়ণদাস ঠাকুৰ আতাক মতাই আনি হৈ যোৱা দুৰ্ঘটনাৰ কথা বৰ্ণাই কলে আৰু লগতে আজ্ঞাও কৰিলে—"নাৰায়ণদাস, আমাৰ বঢ়াৰ পোৰ কাৰণে আৰু এজন আলধৰাৰ প্ৰয়োজন ( আগতে মাকলিৰ পো ৰাম আতৈ নামৰ আলধৰা এজনো আছিল ) হৈছে; তুমি বিচাৰি চোৱা যাওক। লোকজন অলপ আহাৰে অটা, তাকৰীয়া কাপোৰে জোৰা আৰু কম ঠাইতে কাম-বন কৰিব পৰা হলে সজ হয়।" তেতিয়া ঠাকুৰ আতাই "ভাল বাপ, বিচাৰ কৰি চোৱা যাব" বুলি শলাগি মেলানি মাগিলে।

**অন্বেষণৰ পথত**—ঠাকুৰ আতাই পিচদিনা নাৰেবে যাত্ৰা কৰিলে। তেওঁ ধৰ্ম্ম ধৰাৰ আগতে সাউদ হৈ থকা কাল ছোৱাত বৰপেটা অঞ্চলৰ নানা ঠাইত বেহা-বেপাৰ কৰি ফুৰিছিল। সেইবাবে অনেক মানুহৰ লগত পৰিচয় ঘটিছিল। তেওঁ আগেয়ে চিনি পোৱা মানুহ কেইজনমানক লগ ধৰি নিজৰ অভিপ্ৰায় ভাঙি কোৱাত এজনে কলে—"আপুনি বিচৰা ধৰণৰ লোক এজন শিমেলিয়া গ্ৰামত আছে। নাম শ্ৰীৰাম। তেওঁৰ আপোন বুলিবৰ কোনো নাই। টকা-কড়িৰ ফালেদিও তেনেই ডাল-দৰিদ্ৰ। গতিকে আপুনি ভকতৰ সঙ্গলৈ নিব খুজিলে নিশ্চয় তেওঁ হৰিষ মনেৰে সন্মতি দিব।" এই সম্বেদ পাই ঠাকুৰ আতাৰ মুখত হাঁহি বিৰিঙিল। তেওঁ অলপো পলম

নকৰি মানুহজনে কোৱা গাওঁখনলৈ গৈ শ্ৰীৰামক বিচাৰি উলিয়ালে। এৱেঁই সুবিখ্যাত শ্ৰীৰাম আতা। তেতিয়া তেওঁ পকা ধাননিৰ মাজত ধান দাই আছিল। তেওঁ ঠাকুৰ আতাক দেখা পাই নমস্কাৰ জনাই পৰিচয় সুধিলত, আতাই পৰিচয় দিয়াৰ লগতে নিজৰ অভিপ্ৰায়ৰ কথাও এমূৰৰ পৰা বৰ্ণাই কলে। সেই কথা শুনি শ্ৰীৰাম আতাই মাত লগালে—"বাপ, আপুনি যদি দয়া কৰি এই অভাজনক ওচৰ চপাই লব খুজিছে তেন্তে কালিলৈহে যাব পৰা হব। কিয়নো আমি ধাৰলৈ অনা ধনৰ সলনি এইদৰে কাম কৰি তাক পৰিশোধ কৰিব খুজিছোঁ। আজিলৈ আপুনি উলটি যাওক, আমিও ধানৰ গৰাকীক কথাষাৰ সুধি চাওঁ। কালিলৈ বিচাৰিলে আমাক এই খিনি ঠাইতে লগ পাব।" শ্ৰীৰাম আতাৰ পৰা এনেকুৱা খোলা-খুলিকৈ দিয়া উত্তৰ পাই আৰু তেওঁৰ কৰ্ম্ম-নিষ্ঠা দেখি ঠাকুৰ আতাই সন্তোষ পালে। তেওঁ বিদায় লৈ নিজৰ নাওলৈ খোজ ললে।

পিচদিনা ঠাকুৰ আতাই ভোজন কাম সমাধা কৰি আগদিনা যাবলৈ কোৱা ঠাইত উপস্থিত হল গৈ। এনেতে ধানৰ গিৰিহঁতেও খবৰ পাই তাতেই ওলালহি। শ্ৰীৰাম আতাই ঠাকুৰ আতাক দেখি কলে—"বাপ, আমাৰ কাম এতিয়াও শেষ হোৱা নাই; সিফালে বেলি মাৰ যাবলৈও দিনটো তেনেই আছে। অলপ সময় অপেক্ষা কৰক।" এই কথা শুনি গিৰিহঁতে বেজাৰ পালে। ঠাকুৰআতাই চোকা ৰ'দত কষ্ট পোৱা দেখি তেওঁ কলে—"শ্ৰীৰাম, তোমাৰ ঋণ পৰিশোধ হৈছে বুলি ধৰি লৈছোঁ; তুমি এতিয়া যাব পাৰা।' ইয়াকে শুনিহে তেওঁ সন্তুষ্টি লাভ কৰিলে আৰু কাম সামৰি থৈ গিৰিহঁতৰ ওচৰত বিদায় ললে। তাৰ পাচত ঠাকুৰ আতাৰ লগত নাওলৈ খোজ ললে। ঠাকুৰ আতাই বাটত এই নতুন সঙ্গীজনৰ ৰেহৰূপ নিৰীক্ষণ কৰি গল।

**পাটবাউসী অভিমুখে যাত্ৰা**—তেওঁলোক গৈ নাও পালত ঠাকুৰ আতাই শ্ৰীৰাম আতাক স্নান কৰাই গাত লবলৈ তিনিখন

কাপোৰ দিলে। গা ধুই উঠি কাপোৰ সলালে মানে নাও এৰি দিবৰে হ'ল। এনেতে শ্ৰীৰাম আতাই মাত লগালে—"বাপ, আমাৰ সম্পত্তিখিনি আনিবলৈ পাহৰি গৃহতে এৰি অহা হল; অনুমতি পালে লৈ আহিব পাৰোঁ।" ঠাকুৰ আতাই আনিবলৈ কলত তেওঁ গৈ ঘৰৰ পৰা এখন চাকলি-ঢাৰি, এখন কঁথা আৰু এটি বাঁহৰ চুঙা লৈ আহি নাওত উঠিল। তেওঁৰ সম্পত্তি দেখি ঠাকুৰ আতাই বিস্ময় মানিলে। ইফালে বেলি পৰি অহা দেখি নাও এৰি দিলে। সেইদিনা অলপ বেলিৰ বাট অহাৰ পাচতেই গধূলি হল। সেইদেখি ঠাকুৰ আতাৰ পূৰ্ব্বৰ বসতিৰ স্থান হালধীয়া গ্ৰামত নাও বান্ধিলে। দুয়োজনে তাতে নিশাটো কটালে। পিচদিনা পুনৰ নাৰেৰে আহি ধনুখন্দা জানেৰে নাও সুমুৰাই দি দ্বিতীয় বৈকুণ্ঠপুৰী পাটবাউসী সত্ৰ পালে। তেওঁলোকে সত্ৰ পোৱাৰ লগে লগেই থানৰ ভকত সকলে বজোৱা ভোৰ তালৰ চাব আৰু ভক্তি-বিগলিত কণ্ঠে সমস্বৰে গোৱা হিয়া জুৰোৱা পৱিত্ৰ হৰি নামৰ ধ্বনি শুনিবলৈ পালে।

**গুৰুদৰ্শন**—দুয়োজনে নাওৰ পৰা নামি গৈ শ্ৰীমন্ত শঙ্কৰদেৱক সেৱা জনালে। তাৰ পাচত ঠাকুৰ আতাই লগত লৈ অহা লোক জনক গুৰুজনক দেখুৱাই দি তেওঁৰ পৰিচয় দিলে। গুৰুজনে নতুন ডেকাজনক এবাৰ ভালকৈ চাই লৈ তাৰ পাচত সুধিলে—"আমাৰ পৰম-বান্ধৱ মাধৱৰ সঙ্গত ৰাখিবৰ মনেৰে তোমাক ইয়ালৈ অনোৱা হৈছে। তেওঁৰ সঙ্গী হৈ থাকিব পাৰিবা জানো?" গুৰুজনৰ এই প্ৰশ্ন শুনি তেওঁ কৰযোৰে মাত লগালে—"বাপ, তাকনো কেনেকৈ কোৱা যাব; কিন্তু পৰম কৃপালু ভগৱন্ত পুৰুষৰ কৃপাদৃষ্টি পৰিলে, আপোনাৰ শ্ৰীচৰণৰ আশীৰ্ব্বাদ-নিৰ্ম্মালি পালে আৰু তেৰাইও এই দুখীয়া জীৱটিক মৰমেৰে ওচৰ চপাই ললে আমি থাকিব পৰা হব যেন লাগে।" প্ৰথম সাক্ষাতৰ পহিলা প্ৰশ্নৰ এনে অন্তৰ পৰশা উত্তৰ শুনিবলৈ পাই গুৰুজনে সন্তোষ পাই পৰম আনন্দ লভিলে। ঠাকুৰ আতাই উপযুক্ত পাত্ৰকেই বিচাৰি আনিছে বুলি

ভাবি তেওঁ মধুৰ বচনেৰে আশীৰ্ব্বাদ কৰি কলে—"বাৰু, তুমি ৰব পাৰিবা।" ইয়াকে কৈ গুৰুজনে দুয়োজনকে ভোজন কৰাই বিদায় দিলে।

**ধৰ্ম্ম গ্ৰহণ**—শ্ৰীৰাম আতাই ধৰ্ম্ম ধৰাৰ আগতে জানিব লগীয়া প্ৰাথমিক কথাখিনি ঠাকুৰ আতাই ওৰে বাটে শিকাই-বুজাই আনি শ্ৰীমাধৱদেৱৰ হাতত আলধৰা স্বৰূপে শোধাই দিলে। শ্ৰীৰাম আতাই নিশাটো গণককুছিত থাকিল। ঠাকুৰ আতাৰ ধৰ্ম্ম শিক্ষাৰ সামান্য আভাসেই তেওঁৰ অন্তৰত গভীৰ সাঁচ বহুৱালে। পিচদিনা ৰাতিপুৱা তেওঁ স্নান কৰি নতুন সাজ-পাৰ পৰিধান কৰি সজভাৱে পাটবাউসী সত্ৰমুখে খোজ ললে। যথা সময়ত মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ ওচৰত শৰণৰ কাৰণে প্ৰাৰ্থনা জনালত গুৰুজনে শৰণ দি মনস্কামনা পূৰ্ণ কৰিলে। গুৰুৰ শ্ৰীচৰণৰ সুকোমল পৰশত তেওঁৰ গোটেই শৰীৰ ৰোমাঞ্চিত হৈ উঠিল। লগে লগে মানৱী জনম সফল হোৱা যেন অন্তৰত অনুভূত হল। তেওঁ আগতে কল্পনা কৰিব নোৱাৰা আত্মাৰ পৰম তৃপ্তিদায়ক আৰু অমিয়া ৰসেৰে ভৰপূৰ এক অপূৰ্ব্ব জগতৰ সন্ধান পালে। গুৰুৰ পৱিত্ৰ স্থানৰ অপাৰ মহিমাই মনত এটি অনিৰ্ব্বচনীয় ভাৱৰ ঢৌ তুলি দিলে। তেওঁ গুৰুক নৰদেহধাৰী ভগবান শ্ৰীকৃষ্ণ জ্ঞান কৰি ভৱ-সাগৰৰ কাণ্ডাৰী স্বৰূপে বৰণ কৰি ললে। তদুপৰি তেওঁৰ প্ৰভাৱতে জীৱনৰ সকলো অপূৰ্ণতাই পূৰ্ণতাৰ ফালে ধাবমান হব বুলি অন্তৰত দৃঢ়বিশ্বাসক ঠাই দিলে। যথা সময়ত শ্ৰীৰাম আতাই তেওঁৰ উপকাৰী পুৰুষ ঠাকুৰ আতাক সমুচিত শ্ৰদ্ধা-ভক্তি জনাই আৰু গুৰুজনৰ পৰাও সভক্তিৰে মেলানি মাগি গণককুছিথান মুখে উলটি আহিল।

**চিৰসঙ্গী লাভ**—আধ্যাত্মিক শিক্ষা ব্ৰতী শ্ৰীৰাম আতাই গুৰুৰ নিৰ্দ্দেশমতে শ্ৰীমাধৱদেৱৰ লগত চিৰ-সহচৰ স্বৰূপে থাকিবলৈ ললে। তেওঁৰ লগত সুখ-দুখৰ সমভাগী হৈ থাকি সেৱা-ধৰ্ম্মৰ উপযুক্ত শিক্ষা আৰু অভিজ্ঞতা লাভ কৰিলে। তেওঁৰ জীৱন সাৰ্থক আৰু মধুময় হল। গুৰুজনৰ নিৰ্দ্দেশমতে তেওঁ এটি পঁজাঘৰত থাকি দিন নিয়াবলৈ

ধৰিলে। তেওঁৰ পঁজা থকা ঠাইখিনি বৰ্ত্তমান গণককুছি সত্ৰৰ কীৰ্ত্তন ঘৰৰ উত্তৰ পুবফালে অৱস্থিত। এই পৱিত্ৰ ঠাইখিনিত এতিয়া এটি টিনেৰে সজোৱা সৰু ঘৰ আছে। এয়ে 'শ্ৰীৰাম আতাৰ ভিঠি' বা বাস-গৃহৰ স্থান।

শ্ৰীৰাম আতাই শ্ৰীমাধৱদেৱৰ লগত নিতৌ পাটবাউসীলৈ গৈ নাম-প্ৰসঙ্গত যোগদান দিয়াটো নিত্য-কৰ্ম্মত পৰিণত হল। লগতে গুৰুজনে ব্যাখ্যা কৰা ধৰ্ম্ম আৰু শাস্ত্ৰৰ পাৰমাৰ্থিক তত্ত্বমূলক কথাবোৰ একান্তমনে শুনি তাক আয়ত্ত কৰি লবলৈও সুযোগ পালে। তাৰ লগে লগে নীতি-নিয়ম, আচাৰ-ব্যৱহাৰ আৰু চাল-চলন আদি শিকি বুজি লৈ ক্ৰমান্বয়ে সাত্ত্বিক জীৱন যাত্ৰাৰ পথত আগবাঢ়িবলৈকো উজু হল। তেওঁ অলপ দিনৰ ভিতৰতে এজনা বিশিষ্ট ভকতৰূপে পৰিগণিত হল। সেয়েহে গুৰুজনে দ্বিতীয়বাৰ ভাৰত ভ্ৰমণ কৰোঁতে তেৱোঁ সহযাত্ৰী হৈ যাবলৈ সুযোগ পালে।

**গুৰুজনক চাউল দান**—শ্ৰীৰাম আতাই কিছুদিন গণককুছিত থকাৰ পাচত তেওঁৰ খেতি কৰিবলৈ মন গল। গুৰুজনৰ আগত এই কথা প্ৰকাশ কৰিলত তেওঁ এডৰা মাটি যোগাৰ কৰি দিলে। তেওঁ তাত কল, বেঙেনা, জলকীয়া আদি কলে। তদুপৰি গৰু-নাঙল আদিৰ অভাৱত অকল কোবেৰেই মাটি চহাই যথা সময়ত তাত ধান সিঁচিলে। কঠোৰ পৰিশ্ৰমী আৰু পাকৈত কৃষক শ্ৰীৰাম আতাই পৰ্ব্বতীয়া লোকে জুমখেতি কৰাৰ দৰে কৃষিকৰ্ম্ম কৰিয়েই প্ৰচুৰ পৰিমাণে শস্য উৎপন্ন কৰিলে। এদিনাখন এইদৰে প্ৰথমবাৰৰ খোঁত চপাই পোৱা ধান খিনিৰে অলপ চাউল যোগাৰ কৰি গুৰুজনত লগাবলৈ লৈ গল। লগত শ্ৰীমাধৱদেৱো গল। শিষ্যই আন্তৰিক শ্ৰদ্ধা-ভক্তিৰে আগবঢ়োৱা বস্তু বুলি গুৰুজনে তাক অতি আগ্ৰহেৰে গ্ৰহণ কৰি আশীৰ্ব্বাদ দিলে। লগতে তাত উপস্থিত থকা ভকত সকলকো কলে—"বাপুসকল, আমাৰ শ্ৰীৰামৰ কেনে ভক্তি-ভাৱ চোৱাহঁক! তেওঁ অতি কষ্টেৰে খেতি কৰি পোৱা অলপীয়া ধানৰেই একঠি চাউল আনি আমাক দিলেহি।"

**ধূলি সংগ্ৰহ**—গুৰুজনে বৃঢ়াকালতো এখন কমলিত বহি কৃষ্ণ-কথা চৰ্চ্চনা কৰিছিল। ইয়াকে দেখি শ্ৰীমাধৱদেৱে তেওঁলৈ কল ঠকুৰাৰে এখনি কঠ সাজি তাৰ ওপৰত কমলি পাৰি বহিবলৈ নিবেদন জনাইছিল। কঠ দিয়া দিনৰে পৰা শ্ৰীৰাম আতাই নিতৌ কঠৰ ওপৰত এখন কমলি পাৰি দিছিল। গুৰুজনে তাত বহি আৰাম পাই শ্ৰীমাধৱদেৱৰ শলাগ লৈছিল। গুৰুজনে কৃষ্ণ-কথা সামৰি উঠিলে শ্ৰীৰামআতাই তাক জোকাৰি ধূলিখিনি নিৰ্দ্দিষ্ট ঠাইত থৈ দিছিল। এইদৰে গোটখোৱা ধূলিখিনি তেওঁ এদিন পৰম শ্ৰদ্ধাৰে বুকুত বান্ধি লৈ গণককুছি থানলৈ আনিলে; আৰু নতুন চৰু এটিত তাক তিয়াই থৈ তাৰে লাৰু বান্ধি শুকাবলৈ দিলে। লাৰুবোৰ শ্ৰীমাধৱদেৱৰ চকুত পৰিলত তেওঁ সুধিলে—"শ্ৰীৰাম, এইবোৰ নো কি শুকাইছা?' আতাই কলে—"বাপ, আজি এবছৰে গুৰুজনৰ কঠ-কম্বল তুলি ধূলি কেইটি যতনাই থোৱা হৈছিল; তাৰে গুৰু-সেৱাৰ সময়ত ফোট লোৱা যাব বুলি ভাবি তাক শুকাবলৈ দিয়া হৈছে।" এনে সমিধান পাই শ্ৰীমাধৱদেৱে কলে—"শ্ৰীৰাম, জগত-উদ্ধাৰক অমূল্য সৰ্ব্বস্বৰ মোল তুমিহে বুজিছা; এই মহাপ্ৰসাদ আমাকো দিবা।" এই কথাকে অৱলম্বন কৰি পাচত তেওঁ নাম ঘোষা পুথিত তলত দিয়া পদ দুফাকি ৰচনা কৰে—

'পৰম ঈশ্বৰ কৃষ্ণ তাহাঙ্ক নপায় লাগ
তপ জপ যাগ যোগ দানে।
একান্ত ভক্তৰ পদ ৰেণু শুদ্ধচিত্তে মাথে
অভিষেক নকৰয় মানে ॥'

সি যিহক, তেতিয়াৰে পৰা ধূলাৰ চলন্তি হল আৰু তাৰ পাচৰ পৰা কঠ পাৰি আসন গ্ৰহণ কৰাৰ সময়ত শ্ৰীৰাম আতাক সুমৰণ কৰা প্ৰথা ভকত সকলৰ মাজত প্ৰচলিত হল। বৰদোৱা থানত ধূলি লোৱা প্ৰথাৰ চলন্তি এতিয়াও আছে। তাতে সত্ৰ দৰ্শনৰ কাৰণে যোৱা যাত্ৰী সকলক সত্ৰৰ পৰা প্ৰসাদ-নিৰ্ম্মালি আদি দিয়াৰ লগতে

গোটা দিয়েক মাটিৰ লাৰুও দিয়ে। আমি ১৮৬৩ শকৰ আহাৰ মাহত প্ৰথমবাৰ মাতৃ দেৱীক লগত লৈ বৰদোৱা থান দৰ্শন কৰিবলৈ যাওঁতে এই কথাৰ ভু পোৱা হৈছিল।

**জীৱন্ত মুকুত উপাধি প্ৰাপ্তি**—এদিনাখন ভকত সকলে কৃষ্ণ-কথা শ্ৰৱণ কৰি গধূলিৰ আগতে ঘৰাঘৰি উভতিল ; গুৰুজন হলে বহি থাকিল। এনেতে ধাৰাসাৰে বৰষুণ দিলে। কিন্তু তেতিয়ালৈকে শ্ৰীৰামআতাই তাত অকলে বহি থকা দেখি গুৰুজনে সুধিলে—"শ্ৰীৰাম সকলো ভকতেই উঠিল, বঢ়াৰ পোও গল ; তুমিহে দেখোঁন অকলে থাকিলা ?" তেতিয়া আতাই মাত লগালে—"বাপ, কৃপালু গুৰু, আপুনি উঠা নাই দেখিহে * কঠখনি তুলি থব পৰা নাই ; সেইবাবে বৈ থকা হৈছে।" "আন দিনাখনো তুমিয়েহে কঠ তোলানে ?"—বুলি গুৰুজনে পুনৰ সুধিলত "বাপ হয়, আমিয়ে তোলা হয়" বুলি আতাই উত্তৰ দিলে।

আতাই কঠ তুলি থলে মানে গধূলি হল। ইফালে আন্ধাৰ হোৱাৰ লগে লগে মেঘেও আকাশ ঢাকি ধৰিলে আৰু বৰষুণেও নেৰা-নেপেৰাকৈ বৰষিবলৈ ধৰিলে। তাকে দেখি গুৰুজনে কৰুণাপূৰ্ণ দৃষ্টিৰে চাই তেওঁক নিশাটো তাতে থাকিবলৈ কলে ; তেৱেঁ৷ গুৰু বাইক ৰাখি তাতেই ভোজন কাম কৰি নিশাটো গুৰুজনৰ খাটৰ ওচৰতে পৰি থাকিল। গুৰুজনে ৰাতি প্ৰথম পৰত আতাক মাত লগালে—"শ্ৰীৰাম" ? শ্ৰীৰাম আতাই "বাপ কৃপালু গুৰু", বুলি মাত দিলে। আকৌ দ্বিতীয় পৰতো মাতিলে—"শ্ৰীৰাম ?" সেইবেলিও তেওঁ মাত লগালে—"বাপ কৃপালু গুৰু, দাসক বা কিয় বিচাৰিছে ?" তাকে শুনি গুৰুজনে বিনোদ বচনেৰে কলে—"মই নামহে লৈছোঁ।" পুনৰ তৃতীয় পৰতো আগৰ দৰেই "শ্ৰীৰাম" বুলি মাতিলত, তেৱেঁ৷ ঘপৰাই "বাপ কৃপালু গুৰু" বুলি উত্তৰ দিয়া শুনি গুৰুজনে কলে—"শ্ৰীৰাম, মই নামহে লৈছোঁ।" তাকে শুনি আতাই কলে—"বাপ,

* গুৰুজনৰ কঠখনি কমলিধৰা পৰমানন্দ আতৈয়ে নিতৌ পাৰি দিছিল আৰু শ্ৰীৰাম আতাই তাক তুলি থৈছিল।—লেখক

আমিও শ্ৰৱণহে কৰা হৈছে।" অৱশেষত চতুৰ্থ পৰতো গুৰুজনে পূৰ্ব্বৰ দৰেই মাত লগোৱাত আতাৰ পৰাও "বাপ, কিয় মতা হৈছে" বুলি সমিধান পালে। তেতিয়া গুৰুজনে খেদ কৰি সুধিলে—"শ্ৰীৰাম আমি নিশা চাৰিও পৰতে মাত দি প্ৰত্যেক বাৰতে দেখোঁন তোমাৰ মাত পোৱা গল; নিশা তোমাৰ নিদ্ৰা হয়নে নহয়?" তেতিয়া আতাই কলে—"বাপ, সত্য, ত্ৰেতা আৰু দ্বাপৰ যুগত যি যি হৈ গল সেই বিষয়ে আপোনাৰ অবিদিত নাই। আপুনি কলি যুগৰ মলমতি মনুষ্যৰ উদ্ধাৰৰ হেতু পৰম বিত চাৰি বস্তু চাৰি হস্তেৰে আনি প্ৰকাশ কৰিছে। কিন্তু আমি দুৰ্ভগীয়া সৰে তেনেহেন অমূল্য নাম-ধৰ্ম্মৰ পৰম অমিয়া-ৰস পান কৰিবলৈ আগ্ৰহ কৰা নাই। সংসাৰৰ নৰ মনিচে মায়াৰ বান্ধোনত পৰি নিজ কৰ্ম্মৰ বাবে কতবাৰ আয়াযাত কৰিছে, কত কষ্ট-নিকাৰ ভুগিছে, তাৰ লেখ নাই; তথাপি তেওঁলোকৰ মুখত এষাৰি ভগবানৰ নাম নোলায়। এইবোৰ মনুষ্যৰ যে কি গতি হব! ইয়াকে ভাবোতে-চিন্তোতে নিদ্ৰা কেনিবা পলায়।"

শ্ৰীৰাম আতাৰ খেদ-উক্তি শুনি গুৰুজনে কলে—"শ্ৰীৰাম পূৰ্ব্বে পৰম ভক্ত প্ৰহ্লাদ জীৱন্ত মুকুত পুৰুষ আছিল। তেওঁ নৃসিংহৰ আগত কৈছিল—

'ভয়ঙ্কৰ ৰূপ, দেখিয়া তোমাৰ, প্ৰভু মোৰ ভয় নাই।
সংসাৰ-চক্ৰৰ, নিকাৰ দেখিয়া, সদায়ে ধাতু উৰায়"॥—কীৰ্ত্তন

এতিয়া দেখা গৈছে তুমিও জীৱন্ত মুকুত। তুমিহে সংসাৰৰ প্ৰাণীৰ দুখ-কষ্ট দেখি তাক অন্তৰেৰে অনুভৱ কৰি তাক দিনে-নিশাই ভাবি নিদ্ৰাকো জয় কৰিব পাৰিছা।" এই বুলি কৈ খেদপূৰ্ণ অন্তৰৰ অনুভূতি তীব্ৰ হৈ থাকোতেই ৰাম নামৰ মাহাত্ম্য বৰ্ণাই তলত দিয়া বৰগীতটো ৰচনা কৰিলে—

ৰাগ—ধনশ্ৰী

( ধ্ৰুং ) ৰাম মেৰি হৃদয় পঙ্কজে ৰৈছে।
ভাই চিন্তনা চিত্ত কৈছে॥

(পদ) জগ তাৰেক যাকেৰি নাম।
দেখো সো পুনু আপুন ঠাম ॥
ৰাম সুহৃদ সোদৰ মাতা।
জান ৰামেসে অভয় দাতা ॥
ৰাম ভকত পৰম নিধি।
ৰাম বিনে নাহি একো সিদ্ধি ॥
ৰাম ইহ পৰলোকে গতি।
তাহে দেখে নাহি মন্দমতি ॥
কৃষ্ণ-কিঙ্কৰ শঙ্কৰ ভাণ।
ৰাম বিনে নাহি গতি আন ॥

**গুৰুজনৰ খেদ নিবাৰণ**—এদিন শ্ৰীৰাম আতাই গুৰুজনত বিদায় মাগি পাটবাউসীৰ পৰা আহি গণককুছি থান পাওঁতে পলম হল। তাকে দেখি শ্ৰীমাধৱদেৱে তাৰ কাৰণ সুধিলত তেওঁ কলে—"বাপ, আমি আহিবৰ সময়ত গুৰুজনে খেদ কৰিবলৈ ধৰা দেখি তাত কাণ পাতিবলৈ বাধ্য হলোঁ, সেয়েহে পলম হল।" "তেৰাইনো কি বুলি খেদ কৰিলে কোৱাচোন আমিও শুনো" বুলি শ্ৰীমাধৱদেৱে পুনৰ সুধিলত আতাই কলে—"বাপ, তেৰাই পোনতে এটা ফকৰা মাতিলে বোলে—"সিয়ান ঘোগৰ ছাৱ, জাপ দি দি আধাৰ খায়, ফান্দত নিদিয়ে পাৱ।'

তাৰ পাচত আকৌ এটি ফকৰা গাই শুনালে—
'নাও দিলোঁ, বঠা দিলোঁ, আৰু দিলোঁ চৰি।
বাই বটি খাব নোৱাৰে কাৰ কোন বৈৰী ॥,

তাৰ পাচত খেদৰ সুৰত কলে—"আমি অশেষ কষ্ট আৰু যত্ন কৰি গীত-পদ-ঘোষা-ভটিমা আদি ৰচনা কৰা হল সঁচা, কিন্তু আশানুৰূপ ফল পোৱা নহল।" ইয়াকে কৈ সামৰণিত পুনৰ এটি ফকৰাকেই মাতিলে—'ঠেং ভলে বৌ যায়।
মিছালৈ টোপনিয়ায় ॥"

গুৰুজনে কোৱা এই কথাখিনিৰ তাৎপৰ্য্য আমি নিৰ্ণয় কৰিব পৰা নাই। তেতিয়া শ্ৰীমাধৱদেৱে অলপ চিন্তা কৰি চাই কলে—“শ্ৰীৰাম, তোমাৰ আৰু আমাৰ কাৰ্য্য-কলাপৰ প্ৰতি চিন্তা কৰাৰ ফলতহে তেবাৰ শ্ৰীমুখৰ পৰা এই খেদ উক্তি ওলাইছে বুলি আমাৰ ধাৰণা।” ইয়াকে কৈ নিমাত হৈ থাকিল।

পিচদিনা প্ৰাতঃকৃত্যাদি কৰি দুয়োজনে পাটবাউসী থানত উপস্থিত হলগৈ। তাৰ পিচত অতীতত জ্ঞাত বা অজ্ঞাতসাৰে হৈ যোৱা সকলো অপৰাধকে মৰিষণ কৰিবলৈ গুৰুজনৰ ওচৰত আঠু লৈ প্ৰাৰ্থনা জনালে। তেতিয়া গুৰুজনৰ কৰুণাৰে ভৰা কোমল হিয়াখনি গলি গল আৰু তেওঁলোকৰ প্ৰতি কোনো বিৰূপ ভাৱ পোষণ কৰা নাই বুলি কৈ আশীৰ্ব্বাদ কৰিলে। সেইদিনা তেওঁলোক দিনে-নিশাই তাত থাকি গুৰুজনৰ সেৱা-পৰিচৰ্য্যা কৰি আৰু নাম-প্ৰসঙ্গত যোগদান দি কটালে। তাৰ পিচদিনাও গুৰুজনৰ লগত আলাপ-আলোচনা কৰি যেতিয়া তেওঁলোক দুজনৰ প্ৰতি কোনো বেয়া ধাৰণা নথকা বুলি বুজি পালে তেতিয়াহে তেওঁলোকে গুৰুজনৰ পৰা মেলানি মাগি সন্তোষ মনেৰে আহি গণককুছি পালে।

**সুন্দৰীদিয়া গমন**—শ্ৰীমাধৱদেৱ গণককুছি থানত থাকোঁতেই গুৰুজনৰ বৈকুণ্ঠ প্ৰয়াণ ঘটিল। গতিকে তেওঁ গুৰুজনৰ পাটবাউসী থানত থকা পৰিয়ালবৰ্গৰ তত্ত্বাৱধান লবলগীয়া হল। কিন্তু গুৰুজনৰ খুৰাকৰ পুতেক ৰতিকান্তৰ অসহনীয় ব্যৱহাৰত অতিষ্ঠ হৈ সুন্দৰী-দিয়ালৈ যাবলৈ বাধ্য হল। তেতিয়া শ্ৰীৰাম আতাইও তেওঁৰ লগতে তালৈ গৈ বৰ্ত্তমান সুন্দৰীদিয়া সত্ৰৰ মঠ থকা ঠাইখিনিতে এটি পঁজাঘৰ সাজি তাতে বসতি কৰিলে। সেয়ে তেওঁৰ ভিঠি বা বাসস্থান।

**বিবিধ দায়িত্ব বহন**—গণককুছিৰ দৰে সুন্দৰীদিয়াতো শ্ৰীৰাম আতাই শ্ৰীমাধৱদেৱৰ আজ্ঞাবহ ভৃত্যৰ দৰে চলিবলৈ ধৰিলে। তেওঁ পোনতে বাৰ্ত্তা-বাহকৰ বাবলৈ গুৰুজনৰ পত্নী, বোৱাৰী আৰু নাতি সকলৰ বা-বাতৰিৰ যোগান ধৰিলে। পাচলৈ তেওঁলোকৰ অভাৱ-

অভিযোগ মোচন আৰু খাদ্য বস্তুৰ আদান-প্ৰদান কাৰ্য্যতো হাত দিলে। ইয়াৰ উপৰি শ্ৰীমাধৱদেৱৰ কাঠ-খৰিৰ যোগান ধৰা, কীৰ্ত্তন ঘৰ নিৰ্ম্মাণত ৰাইজৰ সহায়-সহযোগ বিচৰা, গুৰু দৰ্শনাৰ্থী বা শৰণপ্ৰাৰ্থী সকলৰ পৰিচয় লোৱা, তেওঁলোকক আদৰণি জনাই থকা-খোৱাৰ সা-সুবিধা কৰি দিয়া কামো তেৱেঁ কৰিব লগাত পৰিল। অকল সেয়ে নহয় নীতি-সদাচাৰৰ প্ৰাথমিক জ্ঞান দিয়া, ভকতক মালা-নিৰ্ম্মালি দিয়া, ধৰ্ম্ম সম্বন্ধীয় দায়-দোষৰ দণ্ড বিধানত গুৰুজনলৈ আৱশ্যকীয় দিহা-পৰামৰ্শ আগ বঢ়োৱা আদি নানা দায়িত্বপূৰ্ণ কামো সুচাৰুৰূপে সম্পন্ন কৰি গুৰুজনক সহায় কৰিবলৈ ধৰিলে।

**নামঘোষা ৰচনাত সহায়**—শ্ৰীশঙ্কৰদেৱে শেষবাৰ বেহাৰ ৰাজ্যলৈ যাত্ৰা কৰাৰ সময়ত শ্ৰীমাধৱদেৱক এখন বিশিষ্ট ধৰণৰ পুথি ৰচনা কৰিবলৈ আদেশ দি গৈছিল। তাত স্থান পাব লগা বিষয়-বস্তু সম্বন্ধেও চমু আভাস দিছিল। কিন্তু অবাঞ্ছনীয় মনোকষ্ট পাই গণককুছিৰ পৰা স্থানান্তৰিত হব লগা হোৱাত বহু দিনলৈ সেই কাম হাতত লব পৰা নাছিল। পাচত গুৰুৰ আদেশ ৰক্ষাৰ অৰ্থে সেই কামত মনোনিবেশ কৰিলে। তালৈ প্ৰচুৰ পৰিমাণে সাচিপাত, মহী, কাপ, কাঠী আদিৰ প্ৰয়োজন হৈছিল। এইবোৰ সংগ্ৰহ কৰি ব্যৱহাৰৰ উপযোগী কৰা অতিশয় কষ্টকৰ কাম হলেও শ্ৰীৰাম আতাই অশেষ কষ্ট কৰি নানা দূৰ-দূৰণিৰ পৰা এই সকলোবোৰ আহিলা পাতিৰ যোগান ধৰিছিল। শ্ৰীমাধৱদেৱে পুৰণি অসমীয়া সাহিত্য ভঁৰাললৈ দি থৈ যোৱা অন্যতম সম্পদ আৰু সৰ্ব্বভাৰতীয় বিখ্যাত ধৰ্ম্ম শাস্ত্ৰ নামঘোষা ৰচনা কৰা কামত শ্ৰীৰাম আতাৰ এই বিবিধ সহায়ৰ কথা সকলোৱে চিৰকাল কৃতজ্ঞতাৰে স্মৰণ কৰিব।

**কথাসুখৰ ঠাই পৰিবেশন**—এদিন শ্ৰীমাধৱদেৱে 'কথা-সুখত' বহিবলৈ মন যোৱা বুলি কৈ বৰবিলৰ পাৰত ঠাই যুগুতি কৰিবলৈ শ্ৰীৰাম আতাৰ ওপৰত ভাৰ দিছিল। সৌন্দৰ্য্যজ্ঞান সম্পন্ন কৰ্ম্মবীৰ শ্ৰীৰাম আতাই হাবি-বনেৰে ঢাক খাই থকা বিলৰ পাৰখিনি চাচি-চুকুকি এখনি দিব্য-পুৰী যেন কৰি তুলিছিল। তেওঁৰ পৰিবেশনৰ

কৌশল দেখি সন্তোষ প্ৰকাশ কৰি গুৰুজনে সেই ঠাইত একেৰাহে সাতদিন সাতৰাতি বহি কৃষ্ণ-কথা চৰ্চ্চনা কৰিছিল। ভকত সকলে তাত ইমান তন্ময় হৈ গৈছিল যে তেওঁলোকে ভোক-পিয়াহলৈ পাহৰি যোৱাৰ লগতে দিন-ৰাতিৰ জ্ঞানো হেৰুৱাইছিল। আঠাইশ বিঘা মাটি জুৰি থকা এই পুণ্যভূমি বৰবিলৰ চিন আংশিক পৰিমাণে এতিয়াও সুন্দৰীদিয়া সত্ৰৰ পুবফালে জিলিকি আছে। এই বিলৰ বুকত মাটি পৰি বাম হৈ অহা বাবে প্ৰায় সকলোখিনি ঠাই খেতি পথাৰত পৰিণত হৈছে; বিলৰ পশ্চিম মুৰত অকণমান ঠাই দ হৈ আছে। এই বিলৰ উত্তৰ পশ্চিম চুকত এটি ওখ ভেটি* আছে। শ্ৰীৰাম আতাই নিতৌ ৰাতিপুৱা স্নান কৰি উঠি ইয়াতেই হেনো কাপোৰ-কানি সলাইছিল।

**শ্ৰীশ্ৰীৰামচৰণ ঠাকুৰক পাঠক নিৰ্ব্বাচন**—এবেলি সুন্দৰীদিয়া সত্ৰৰ নিত্য-প্ৰসঙ্গৰ পাঠক যত্নমণি আতৈয়ে কিবা বিশেষ কাৰণত উজনিলৈ যাব লগা হৈছিল। তেওঁৰ অনুপস্থিতিত সত্ৰত পাঠ পঢ়িবলৈ পাঠক বিচাৰি পোৱা নগল। ইয়াকে দেখি নিত্য-প্ৰসঙ্গত কিবা বেমেজালি ঘটিব পাৰে বুলি আৰু তাৰ ফলত বাইজৰ মাজত কিবা অমঙ্গলে দেখা দিব বুলি ভকত সকলে আশঙ্কা কৰিলে। এই কথা ভকত সকলে গুৰুজনক জনালত শ্ৰীৰাম আতাই তাৰ বাবে তেওঁলোকক চিন্তা কৰিবলৈ হাক দি সেই কামৰ বাবে এজন উপযুক্ত লোক দিব পাৰিব বুলি আশ্বাস দিলে। তেতিয়াহে ভকতসকলে আৰু গুৰুজনে নিশ্চিন্ত হল। শ্ৰীৰাম আতাই নিজৰ কথা ৰাখিবৰ মনেৰে বিদগ্ধ পণ্ডিত ৰামচৰণ ঠাকুৰৰ ওচৰ চাপি সকলো কথা বিবৰি কৈ অনুৰোধ জনালত তেওঁ হৰিষ মনেৰে সন্মতি জনালে। এইকথা গুৰুজন আৰু ভকতসকলৰ আগত উলিয়াই তেওঁলোকৰ সমৰ্থন বিচাৰিলত ভকতসকলে নিৰ্ব্বাচন অতি উত্তম হৈছে বুলি প্ৰশংসা কৰি সমৰ্থন জনালে।

---

* যোৱা ১৮৮৩ শকত এই ঠাইৰ স্মৃতি ৰক্ষাৰ্থে সুন্দৰীথানৰ ভকত সকলে তাত এটি স্মৃতি-মন্দিৰ নিৰ্ম্মাণ কৰিছে।—লেখক

তেতিয়া আতাই তেওঁক সাদৰেৰে আহ্বান জনাই নি পাঠকৰ গাদীত বহুৱালে। তেতিয়াৰে পৰা তেওঁ সুন্দৰীদিয়া সত্ৰৰ পাঠক হল। তেওঁৰ সুললিত কণ্ঠ-মাধুৰীয়ে ভকতসকলৰ মন বিমোহিত কৰিলে আৰু লগতে পাঠত ওলোৱা নানা পুথিৰ আখ্যান-উপাখ্যান সমূহৰ উপদেশ আৰু ভক্তি-ৰস আস্বাদন কৰিবলৈ তেওঁলোকক সমৰ্থ কৰিলে। এইখিনিতে উল্লেখ কৰিব পাৰি যে তেওঁ বিশেষকৈ গুৰু চৰিতকাৰ, শ্ৰীমন্ত শঙ্কৰদেৱৰ সংস্কৃত 'ভক্তি-ৰত্নাকৰ' পুথিৰ অসমীয়া পদকৰ্ত্তা আৰু কীৰ্ত্তন পুথিৰ সংগ্ৰহকাৰী স্বৰূপেও অসমীয়া সমাজত অক্ষয় কীৰ্ত্তি থৈ গৈছে।

**পৰ্হি-বস্ত্ৰ দান**—এবেলি জাৰকালি ৰাতিপুৱা শ্ৰীৰাম আতাই পৰ্হি * কাপোৰ এখন গাঁতি মাৰি বৰবিললৈ গৈছিল। এনেতে বিলৰ কাষত থকা বকুলগছ এজুপিৰ তলত তিনটি মানুহ বহি থকা তেওঁৰ চকুত পৰিল। তেওঁ ওচৰলৈ গৈ দেখিলে যে দুটি লৰাৰে সৈতে এজনী তিৰোতাই সেই পুহমহীয়া জাৰত উদং গাৰে থাকি ঠেটুৰা লাগি থক্‌থক্‌কৈ কঁপিবলৈ ধৰিছে। তেওঁলোকৰ দুখ দেখি আতাই নিজলৈ পাহৰিলে। তেওঁ ততালিকে নিজৰ গাত থকা পৰ্হি-কাপোৰ খনকে সেই নিছলা প্ৰাণী তিনটিক উৰিবলৈ দি বহালৈ উভতি আহিল। কিন্তু বহা পাই দেখিলে যে নিজে গাত লবলৈ কাপোৰ এখনো নাই। কিয়নো গুৰুজনে আন ভকতৰ লগতে তেওঁকো উৰিবলৈ দিয়া সেই-খনেই মাথোঁন জাৰ নিবাৰক কাপোৰ আছিল। সেইদেখি তেওঁ জাৰতো উদং গাৰেই থাকিবলৈ ধৰিলে।

এদিন ৰাতিপুৱা শ্ৰীৰাম আতাই উদিমুদি হৈ ফুৰা দেখি গুৰুজনে তাৰ কাৰণ সুধিলত তেওঁ কলে—"বাপ, কেইদিনমান আগতে গা

* পৰ্হি এবিধ বিশেষ ধৰণে তৈয়াৰ কৰা কাপোৰ। ইয়াৰ বিশেষত্বঃ এয়ে যে ইয়াক জাৰ-জহ সকলো সময়তে ব্যৱহাৰ কৰিব পৰা গৈছিল। ইয়াৰ এপিঠিয়ে উম দিছিল আৰু আন পিঠিয়ে জুৰ লগাইছিল। বাউসী পৰগণাৰ 'জবাৰিকুছি' নামে ঠাইত উৎকৃষ্ট পৰ্হি তৈয়াৰ হৈছিল। অদ্ভুত বয়ন শিল্পৰ এই বিখ্যাত ঠাইখনি আজি বিচাৰি উলিওৱা টান হৈছে।—লেখক।

ধুবলৈ যাওঁতে তিনটি জীৱৰ বিলাই দেখিব নোৱাৰি পৰ্হি বস্ত্ৰখনি তেওঁলোকক দি অহা হৈছে।"

**উজানৰ মাছ নিক্ষেপ**—শ্ৰীৰাম আতাৰ দয়া অতুলনীয় আছিল। তেওঁ এদিন ৰাতিপুৱা বৰবিলত স্নান কৰিবলৈ গৈছিল। তেতিয়া বহাগ মাহ। মেঘে ওন্দোলোৱা বৰষুণৰ বতৰ। মাছবোৰে উজাব ধৰিছে। বামত উঠা মাছবোৰ পাই চিলনী, বগলী আদি চৰাইবোৰে সিহঁতক ধৰি ধৰি এটি এটিকৈ পেটত ভৰাব লাগিছে। তাকে দেখি তেওঁৰ মন দুখত বিদৰি গল। তেওঁ স্নান কৰিবলৈ এৰি বামত উঠা মাছবোৰ ধৰি ধৰি চুৰিয়াত টোপোলা বান্ধি লৈ বিলত এৰি দিবলৈ ধৰিলে। এনেকৈ থাকোঁতে বেলি দুপৰ হোৱাত ৰাতিপুৱাৰ প্ৰসঙ্গৰ সময় উকলি গল। তেওঁ প্ৰসঙ্গত যোগ দিব নোৱাৰিলে। দুপৰীয়া বৰষুণ এৰিলত মাছে উজাবলৈ এৰিলে। তেতিয়াহে তেওঁ সকাহ পালে। কিন্তু কাৰৈ মাছৰ আচোৰত যে হাত দুখনি তেজেৰে ৰাঙলী হৈ পৰিছিল আৰু চুৰিয়াখনো ফাটি ছিৰাছিৰ হৈছিল তালৈ সমূলি মনকে নকৰিলে। মাছবোৰ উজাবলৈ এৰিলত তেওঁ স্নান কৰি বহালৈ উলটিল। গুৰুজনে তেওঁক দেখা পাই পলম হোৱাৰ কাৰণ সুধিলত তেওঁ কলে—"বাপ, জীৱৰ বিলাই-বিপত্তিয়ে আমাক বিতত কৰি পেলাইছিল। অজলা মাছবোৰক চৰাইবোৰে ধৰি ধৰি খোৱাৰ পৰা ৰক্ষা কৰিব পৰা যাব বুলি ভাবি সিহঁতক বামৰ পৰা বুটলি নি বিলত পেলাই দি থকা হৈছিল। সেইবাবে আহোঁতে পলম হল।" তাকে শুনি শ্ৰীমাধৱদেৱে কলে—"শ্ৰীৰাম, আজি অনাহকতে পুৱাৰ প্ৰসঙ্গ খতি কৰিলা। উজানৰ মাছক নো কোনোবাই বাধা দি ৰাখিব পাৰেনে ?"

**অনৰ্গল নাম উচ্চাৰণ**—শ্ৰীৰাম আতাই নামৰ মহিমা বুজি পাইছিল; সেইবাবে দিনে-নিশাই তেওঁৰ মুখৰ পৰা হৰিনাম গুচি-ছিল। ৰাতি টোপনিতো অনৰ্গল মুখেৰে নাম ওলায়েই আছিল। সেই দেখি পোনতে ওচৰৰ বহাত থকা ভকতসকলে তেওঁ নিশা উজাগৰে থাকি ভগবানৰ নাম লৈ থাকে বুলি ভাবিছিল। এদিন তেওঁলোকে

এইকথা শ্ৰীমাধৱদেৱক জনালত তেওঁ কলে—"তোমালোকৰ ধাৰণা ভুল। তেওঁ উজাগৰে নাথাকে, টোপনিত পৰি থাকিলেও তেওঁৰ মুখৰ কাম চলিয়েই থাকে। সেইদেখি দিঠকৰ দৰে সৰসৰকৈ নাম ওলাই থকা শুনা যায়।"

এই অদ্ভুত কথাৰ প্ৰমাণ দেখুৱাই ভকতসকলক পতিয়ন নিয়াবলৈ মন কৰি এদিন নিশা গুৰুজনে হৰিবল্লভ আতৈক লগত লৈ গৃহৰ পৰা বাজ ওলাল। তেতিয়া সকলো ভকত টোপনিত পৰিছে; কাৰো সাৰ-সুৰ মাত-বোল নাই। গাওঁৰ বাইজো টোপনিৰ কোলাত নিমগ্ন। এনেতে তেওঁলোক দুয়োজনে গৈ শ্ৰীৰামআতাৰ বহাৰ দুৱাৰ-ডলিত উপস্থিত হল। তেতিয়া আতাই ঘোৰ টোপনিত লালকাল, অথচ মুখত অনৰ্গল ৰাম নাম আখৈ ফুটাদি উচ্চাৰিত হৈয়েই আছে। গুৰুজনে খন্তেক ৰৈ 'শ্ৰীৰাম, শ্ৰীৰাম' বুলি কেবাবেলিও মাতিলে, কিন্তু এবাৰো তেওঁৰ মাত শুনিবলৈ নাপালে। সেইদেখি তেওঁলোক পুনৰ গৃহলৈ উলটিল। পিচদিনা শ্ৰীমাধৱদেৱে এইকথা শ্ৰীৰাম আতাক কলত তেওঁ অন্তৰত বৰ আঘাত পালে আৰু ততালিকে গুৰুজনৰ চৰণত দীঘল দি পৰি লোতকেৰে চৰণ তিয়াই খেদ কৰি কলে— "বাপ কৃপালু গুৰু, মোৱা নিশা এই পৰম দুৰ্ভগীয়াই আপুনি মোৱাৰ কথা সমুলি গমকে নাপালে। আমি অতিশয় পাতকী, সেই দেখিহে দুৰ্ঘোৰ নিদ্ৰাত পৰি মাত এষাৰিকে দিব পৰা নহল। আৰু চৰণৰ ধূলিৰ পৰাও বঞ্চিত হব লগা হল। কৃপাকৰি এই অজানিত অপৰাধৰ বাবে দাসক ক্ষমা কৰা যাব।"

**আতাৰ মাছ মৰা**—শ্ৰীৰাম আতাই উজানৰ মাছ বিলত পেলাই দিয়াৰ কেইদিনমানৰ পাচত সুন্দৰীদিয়াৰ ৰাইজে বৰবিলত জাকৈ, পল, জুলুকি বাই মাছ মাৰিবলৈ ধৰিলে। তাকে দেখি শ্ৰীৰাম আতাই মাছ মাৰিব পাৰে নে নোৱাৰে তাৰ প্ৰমাণ চোৱা যাওক বুলি শ্ৰীমাধৱদেৱে মনতে ভাবিলে। এই অভিপ্ৰায়েৰে তেওঁ আতাক ওচৰলৈ মতাই নি সুধিলে—"শ্ৰীৰাম, গাওঁৰ লোকসকলে নিতৌ মাছ মাৰি ভাৰ বান্ধি আনে দেখোঁন, আজি তুমিও জাকৈ এখন লৈ কেইটিমান

মাছ আনিব নোৱাৰা নে ?" আতাই অলপ গমি চাই কওঁ-নকওঁকৈ মাত লগালে—"ভাল বাপ, চেষ্টা কৰি চোৱা যাব।" ইয়াকে কৈ কাৰোবাৰ পৰা এখন জাকৈ আনি বিলটৈ খোজ ললে। আতাই জাকৈৰে মাছ ধৰি খালৈত ভৰাবলৈ ধৰিলে। কিছু সময়ৰ মূৰত মাছ মাৰিবলৈ যোৱা অন্যান্য লোক সকল ঘৰ মুৰা হোৱা দেখি তেৰোঁ বহালৈ উলটিল। তেওঁ ভিজা কাপোৰ-কানিয়ে তিতি-বুৰি অহা দেখি গুৰুজনে মিচিকিয়া হাঁহি এটি মাৰি সুধিলে—"শ্ৰীৰাম মাছ নো কিমানটিহঁত পালাহঁক ?" আতাই জাকৈৰ পৰা খালৈটো নমাই চাই কলে—"বাপ, গুৰুবাক্য ৰাখিব পৰা নহল ; খালৈত দেখোঁন এটিও মাছ নৰল ; অ'ইয়াৰ তলিখনেই ফুটা !" এই বুলি কৈ তলত দিয়া ফকৰাটো মাতিলে—

'কণ্ডিত নাহিকে জৰী ভক্তি কৰিম কেন কৰি
যেন জালোৱাই মাৰে মাছ।
মাৰিলে বিস্তৰ পায় ঘৰক গলে শুদা খায়
যেন তমুই নাবান্ধিলে পাছ ॥'

ইয়াকে শুনি গুৰুজনে হাস্য-বদনেৰে কলে—"বুজাগৈছে আমাৰ শ্ৰীৰামৰ হাতত জীৱবধ হব নোৱাৰে।"

**লোটাৰ মায়া**—এদিন শ্ৰীৰাম আতাৰ পানীৰ পাত্ৰ লাউ-লোটাটি ভাগিলত তেওঁ পানীৰ অভাৱত উপবাসে থাকিল। তাকে শুনি গুৰুজনে তেওঁলৈ এটি লোটা দি পঠালে। গুৰুৰ দান বুলি লোটাটি আদৰেৰে গ্ৰহণ কৰিলে সঁচা, কিন্তু তাৰ দ্বাৰা অশান্তিহে চপাই লোৱা হল। তেওঁ লোটাটি আগত লৈ ওৰে নিশা কান্দি কটালে। পিচদিনা গুৰু বাক্য ৰাখি লোটাটিৰে হেপাহ পলুৱাই পানী খালে যদিও মনৰ পৰা চিন্তা দূৰ নহল। ওচৰত থকা ভকতে গৈ এই বাতৰি গুৰুজনক জনালত তেওঁ যত্নমণি আতৈৰ হতুৱাই শ্ৰীৰাম আতাক মতাই নি কন্দাৰ কাৰণ সুধিলে। তেতিয়া তেওঁ বিনয় বচনেৰে কবলৈ ধৰিলে—"বাপ আপুনি আমাৰ জীৱৰ ঈশ্বৰ, আত্মাৰ বান্ধৱ, প্ৰাণৰো প্ৰাণ। আপোনাৰ ওচৰত আমাৰ কোনো লুক ঢাক নাই। আগেয়ে বিশেষ

চিন্তা-ভাৱনা নথকা হেতু আমি নিশ্চিন্ত মনেৰে গুৰুসেৱাখিনি কৰিব পৰা গৈছিল ; কিন্তু এতিয়া লোটাটিয়ে দুৰ্ঘোৰ মায়া লগাই ভীষণ জঞ্জালত পেলালে। আপুনি মৰম কৰি দিয়া ধুনীয়া লোটাটি কেনেবাকৈ হেৰায় বুলি বৰ চিন্তা হৈছে। গতিকে কৃপা কৰি তাক ওভোতাই আনি এই নিঃকিনক সকাহ দিব বুলি প্ৰাৰ্থনা জনোৱা হৈছে।" ইয়াকে শুনি গুৰুজনে পুনৰ যদুমণি আতৈক পঠাই দি লোটাটি লৈ যোৱাতহে আতাই পৰম শান্তি পালে।

**শৌচাচাৰতো ৰাম নাম**—শ্ৰীৰাম আতাৰ দিনে-ৰাতি ৰাম-নাম মুখৰ পৰা নুগুচিছিল। তেওঁ এইকামত এনে অভ্যস্ত হৈ পৰিছিল যে শৌচ-প্ৰস্ৰাৱৰ সময়তো অজ্ঞাতসাৰেই মুখৰ পৰা নাম ওলাইছিল। সেইদেখি সেই সময়ত তেওঁ জিভাখন হাতেৰে ধৰি ( কোনো কোনোৰ মতে দুই ওঠেৰে মুখখন টিপা মাৰি ধৰি ) ৰাখি নাম ওলোৱাত বাধা দিছিল। লগৰ ভকতসকলে আতাৰ এই অশোভনীয় কামৰ কেনেবাকৈ গম পাই তাৰ বিচাৰৰ কাৰণে গুৰুজনৰ ওচৰত নিবেদন জনালে। গুৰুজনে ইয়াৰ সত্যতা প্ৰমাণ কৰি তাৰ দোষাদোষৰ ৰায় দিবৰ মনেৰে আতাক মতাই নিয়ালে। এই সম্বন্ধে প্ৰশ্ন কৰিলত সৎসাহসী আতাই কলে—"বাপ, ভকতসকলে কোৱা কথা মিছা নহয় ; অশুচি অৱস্থাত মুখেৰে নাম ওলোৱাটো শুদ্ধ-নীতিৰ বিৰুদ্ধ আচৰণ বুলি ভাবিহে তাক বন্ধ কৰিবলৈ দাসে তেনেকৈ জিভাত ধৰি থকা হয়।" তেতিয়া শ্ৰীমাধৱদেৱে কলে—"শ্ৰীৰাম, আজিৰ পৰা তুমি তেনে অভ্যাস পৰিত্যাগ কৰিবা। অশুচিক নামেহে শুচি কৰে, অপৱিত্ৰকো নামেহে পৱিত্ৰ কৰিব পাৰে। অৱশ্যে সেই সময়ত দাঁত দুপাৰি চিপি ধৰি থাকিব পাৰিলে বহুদিনলৈ দাঁত ভালে থাকে। তথাপি তাৰ দ্বাৰা তোমাৰ বিশেষ অনিষ্ট নহব। গতিকে ফুৰা * সময়ত মুখত নাম আহিলেও তাৰ পৰা কোনো দোষ হব নোৱাৰে। গুৰুজনে কীৰ্ত্তনত কৈছে—

---

* ফুৰা—ভকতীয়া মাত ; ইয়াৰ অৰ্থ চুৱা বা অশুচি অৱস্থা।—লেখক

'হৰি নাম কীৰ্ত্তনত নাহি কাল দেশ পাত্ৰ
নিয়ম সংযম একো বিধি।
হৰিত শৰণ লৈয়া কেৱলে হৰিৰ নাম
কীৰ্ত্তন কৰন্তে হোৱে সিদ্ধি॥'

মুখত সৰ্ব্বদায় ৰাম নাম বিদ্যমান থাকোঁতাজন অতিশয় সৌভাগ্য-ৱান ; তেওঁ পৰম মহন্ত। গতিকে তুমি নিজৰ মুখৰ নামৰ চলন-গতি ৰোধ কৰিবলৈ কেতিয়াও চেষ্টা নকৰিবা। তেনে কৰিলে নামাপৰাধৰ দোষে পায়।" ভগৰীয়া ভকতসকলে আতাৰ শৌচাচাৰৰ সময়ৰ খুঁত উলিয়াই পৰোক্ষভাবে তেওঁৰ ভুল ধাৰণা শুধৰাবলৈ সুযোগ দি হিত সাধনহে কৰিলে। সেইবাবে আতাই তেওঁলোকৰ শলাগ ললে।

**খাগৰি সংগ্ৰহ**—শ্ৰীৰাম আতাই সুন্দৰীদিয়া থানত থকা কালছোৱাৰ আগভাগত তত্ত্বজ্ঞান বিষয়ত পূৰ্ণতা লাভ কৰিব পৰা নাছিল। সেয়েহে তেওঁ ঠাকুৰআতাই জনিয়া সত্ৰৰ পৰা সুন্দৰী থানলৈ আহোঁতে বাটৰ নিয়ৰে চুৰিয়া-চেলেং তিয়াই পেলোৱা দেখি বাটৰ দুয়ো কাষৰ হালি পৰা নল-খাগৰিবোৰ অলপো কুণ্ঠাবোধ নকৰাকৈয়ে কাটিব পাৰিছিল। কিন্তু পাচলৈ তেওঁৰ অন্তৰৰ বিৰাট পৰিবৰ্ত্তন ঘটাৰ ফলত সকলোতে সমদৰ্শন আৰু আত্মবোধ হোৱাত ব্ৰহ্মজ্ঞানী ৰূপে পৰিগণিত হৈছিল। এদিনাখনৰ এটি সামান্য ঘটনাৰ দ্বাৰা এই কথা প্ৰকাশ পাইছিল। তলত তাক উল্লেখ কৰা হল।

এদিনাখন শ্ৰীৰাম আতাই গুৰুজনৰ কাঠ-খৰি সংগ্ৰহৰ কাৰণে ওলাল। তেওঁ দা এখন হাতত লৈ খৰি লুৰিবৰ মনেৰে হাবিত সোমাল। তেনে সময়তে নল-খাগৰিবোৰ বতাহৰ কোবত হালিজালি দো খাই পৰিবলৈ ধৰা তেওঁৰ চকুত পৰিল। তাকে দেখি তেওঁৰ অনুভূতিশীল আৰু কৰুণাৰে ভৰা কোমল হিয়াখনি পমি গল ; হাবিত এঘাপকে মাৰিব নোৱাৰিলে ; হাত কোচ খাই আহিল। তেওঁৰ ভাব হল যেন খৰি কাটিবলৈ যোৱা দেখিহে হাবিৰ নল-খাগৰি-বোৰে ভয়ত অত্ৰাহি হৈ অতি কাতৰ ভাবে সেৱা জনাই প্ৰাণ ভিক্ষা মাগিছে। সেইদেখি তেওঁ হাবিৰ ফালে চাই নল-খাগৰিবোৰক

সম্বোধন কৰি মৃদু মধুৰ স্বৰে কবলৈ ধৰিলে—"হে বাছাহঁত, তহঁতে অকণো ভয় নকৰিবি। আমিও তহঁতৰ দৰেই জীৱ; তহঁতক কাটিম কেনেকৈ? হাতত দা দেখি শঙ্কা নকৰিবি। আমাক জন্ম দিওঁতা একেজনা পৰমেশ্বৰেই তহঁতকো স্রজন কৰিছে। বাছাহঁত, নির্ভয় মনে থাক।" ইয়াকে কৈ তেওঁ হাবিৰ মাজত পৰি থকা মৰা খাগৰি বোৰ বুটলিবলৈ ধৰিলে। কিন্তু তাকো আকৌ বিশেষ সতর্কতাৰেহে কৰিবলৈ লাগিল। খাগৰিৰ মূৰত পৰুৱা-পিপৰাৰ বাহ থাকিলে তাক বাছি বাছি এৰি বাহ নথকা বোৰহে গোটাই ললে। বাহ থকা খাগৰি পুৰিলে জীৱবধ পাপৰ ফলভাগী হব লাগিব বুলি ভাবি তেওঁ তেনে কৰিছিল। এনেকৈ তন্ন তন্নকৈ বিচাৰি বহু বেলিৰ মূৰত শুকান খৰিৰ বোজা এটি লৈ তেওঁ বহাত উপস্থিত হল গৈ।

**যক্ষ খেদা জান**—প্ৰাতঃস্নান শ্ৰীৰাম আতাৰ দৈনন্দিন কাম আছিল। এদিনাখন তেওঁ আনদিনাৰ দৰে নিসঙ্কোচ মনেৰে বৰবিললৈ স্নান কৰিবলৈ গৈছিল। এনেতে তাত কিছুমান বিকটাকৃতিৰ প্ৰাণী চৰি ফুৰা দেখিবলৈ পালে। আগতে মানুহৰ মুখত শুনামতে তেওঁ সিহঁতক যক্ষ নামৰ এবিধ ভূত বুলি (কোনো কোনোৰ মতে দৈত্য) ঠাৱৰ কৰিলে। ৰাম নামত বলীয়ান আতাই তেতিয়া সর্ব্ববিঘ্ন বিনাশক ৰামনাম অতি উচ্চৰৱে লবলৈ ধৰিলে। তাকে শুনি সিহঁতে ভয়তে পেপুৱা লাগি তাতে মনে মনে থাকিল। সেই সুযোগতে আতাই স্নান কৰি আহি গুৰুজনক এই অদ্ভুত ঘটনাৰ কথা বিবৰি কলে। তেতিয়া শ্ৰীমাধৱদেৱে সিহঁতক খেদিবৰ মনেৰে সত্ৰৰ ভকত সকলক লৈ নামত বহিল আৰু নামঘোষাৰ পদ গাবলৈ আৰম্ভ কৰিলে—

'হৰি কীৰ্ত্তনৰ ধ্বনি লাগি পলায় পাপ দশোদিশে ভাগি
হেৰ পাইলে বুলি ভয়ত ভিৰি লৱৰে।
এক ব্ৰহ্মাণ্ডত নাপাই ঠাই আউৰ ব্ৰহ্মাণ্ডক পলাই যায়
নামে খেদি নেন্ত ব্ৰহ্মাণ্ডোপৰি বাগৰে॥'

সকলো ভকতে ভোৰ তালৰ ছেৱে ছেৱে চাপৰি মাৰি উচ্চস্বৰে আৰু সমস্বৰে নাম গাবলৈ ধৰাত নামৰ ধ্বনি গগন ভেদি উঠিল। যক্ষবোৰে হৰিনাম শুনি বিকম্পিত হৈ উঠিল আৰু কোৰ্হাল লগাই ৰাতিৰ ভিতৰতে বিলৰ দক্ষিণ পাৰটো খান্দি সেই বাটেৰে ভিৰাই লৰ দিলে। সিহঁতে পোনতে কুমাৰকুছি থানৰ উত্তৰে থকা সৰু বিলত পৰিল। পুৱতি নিশা যেতিয়া সেই থানত থকা ভকত ৰামৰায়ে 'উঠৰে উঠ বাপু গোপাল হে নিশি পৰভাত ভৈল' বুলি পুৱাৰ গীতটো গাবলৈ আৰম্ভ কৰিলে, তেতিয়া সিহঁতে পুনৰ ভয়ত আতঙ্কিত হৈ উঠিল। কাৰণ কোনোবা গোপালৰ হতুৱাই মাৰধৰ কৰাই সিহঁতক খেদিবৰ মনেৰেহে টোপনিৰ পৰা উঠা উঠা বুলি জগাবলৈ ধৰা বুলি অনুমান কৰিলে। সেইদেখি ততালিকে সিহঁতে তাৰপৰা উঠি কতকতলী বিলত* পৰিলগৈ। কিন্তু তাতো বিপদৰ আশঙ্কা কৰি সিহঁতে তুৰন্তে তাৰ পৰা উঠি ছাগমৰা* বিললৈ খোজ ললে আৰু তাত নিৰ্ভয়মনে থাকিল।

বৰ বিলৰ দক্ষিণ পাৰ খান্দি বাট উলিওৱা ঠাইখিনিতে এটি জানৰ সৃষ্টি হয়; সেই জানক আজিও 'যক্ষ খেদা জান' বোলে।

**ভকতৰ ৰিহা**—এদিন ভকত সকলে ৰিহা ধৰি ( বাগি ধৰি ) কোৰাকুই কৰিলে বোলে কাম-বন কৰিবৰ সময়ত আমি সকলোৱে খাটিব লাগে; কিন্তু ভোগ কৰিবৰ বেলিকা হলে শ্ৰীৰামে কাম নকৰাকৈয়ে সমানে ভাগ পায়। গুৰুজনে এইকথা জানি-শুনিও তেওঁক একোকে নকয়। এইকথা কাণ বাগৰি গৈ গুৰুজনৰ কাণত পৰিল; কিন্তু একো নকৈ নিমাতে থাকিল। এনেতে কোনোবা

---

* সৰু বিলৰ দক্ষিণ পশ্চিমফালে ওচৰা ওচৰিকৈ কটকতলী বিল আছিল। সেই বিলৰ ওপৰেদি পৰবৰ্ত্তী কালত উৎপত্তি হোৱা নখান্দা নামৰ নৈ এখন বৈ গলেও সেই ঠাইতে বহা ঘাটটো বৰ্ত্তমান 'কটকতলী ঘাট' নামেই অভিহিত।

* ছাগমৰা বিলটো বৰপেটা আৰু গজিয়া গাওঁৰ মাজ ভাগত অৱস্থিত। তাৰ বুকুত খৰালি কালতো পানী থকা দেখা যায়।—লেখক।

লোক এজনে ভকত সকলত লাগিব বুলি এপাচি কল ( কোনো কোনোৰ মতে বগৰি ) দি সেৱা কৰি গল।

গুৰুজনে যদুমণি আতৈৰ হতুৱাই কলবোৰ সকলো ভকতৰে মাজত বিতৰণ কৰি দিয়ালে। লগতে ভকত সকলে কল খাওঁতে যেন অতিসতৰ্কতাৰে কোনেও নেদেখাকৈ খায় তাৰো নিৰ্দ্দেশ দিলে। ভকত সকলে কলবোৰ নি নিজৰ নিজৰ বহাত সোমাল আৰু গুৰুবাক্য পালন কৰি কোনোজনে গাৰে-মূৰে কাপোৰ লৈ আঁৰ কৰি, কোনোজনে বা বহাৰ ভিতৰৰ আন্ধাৰ ঠাইলৈ গৈ তাতে বহি আৰু কোনোবা জনে আন উপায়েৰে কল খালে। কিন্তু শ্ৰীৰাম-আতাই হলে কেবাবাৰো কল খাবলৈ চেষ্টা কৰি সফলকাম হব নোৱাৰিলে। আবেলিৰ প্ৰসঙ্গৰ অন্তত গুৰুজনে কল ভোজনৰ কথা উলিয়াই কোনে কেনেকৈ খালে কবলৈ দিলে। তেতিয়া ভকত সকলে নিজৰ নিজৰ কথা ব্যক্ত কৰিলে। অকল শ্ৰীৰাম আতাইহে মৌন হৈ থাকিল। তাকে দেখি গুৰুজনে সুধিলে—"শ্ৰীৰাম, তুমি দেখোঁন একোকে কোৱা নাই, কাৰণ কি?" তেতিয়া তেওঁ উপায়ান্তৰ হৈ প্ৰেমাকুল ভাৱে চৰণত পৰি কলে—"বাপ, আমাৰ কল কেইটি ভোজন কৰিবৰ উপায় পোৱা নাই। আমি অনেক চেষ্টা কৰাতো গোপন ঠাই চকুত নপৰিল। অইন যিয়েই নহক বিশেষকৈ সৰ্ব্বব্যাপক আৰু অন্তৰ্য্যামী ভগবান নথকা ঠাই ক'তো বিচাৰি পোৱা নগল ; গতিকে কল কেইটি এনেই আছে।" আতাৰ উত্তৰ শুনি গুৰুজনে কলে—"বাপু সকল, তোমৰা সৱে অনাহকতে শ্ৰীৰামৰ বাগি ধৰা ; এতিয়া খাবৰ বেলিকা নো কি দেখিলাহঁক?" তেতিয়া ৰিহা ধৰা ভকত সকলে বৰ লাজ পাই অধোবদন হৈ থাকিল।

**যদুমণি আতৈৰ ছিদ্ৰ দৰ্শন**—এদিনাখন আলধৰা যদুমণি আতৈয়ে গুৰুজনলৈ উৰালত চিৰা খুন্দিছিল। তেওঁ অকলে ধান ভাজি, খুন্দি অটাই ধান, তুহ আৰু দেৰাবোৰ বাছি তাৰে ছুটিমান হাতত লৈ চাকি চাইছিল। এনেতে শ্ৰীৰামআতাই দেখা পাই বিস্ময়

মানি সুধিলে—"বাপু যত্নমণি, কি কৰা হল ? গুৰুজনত নলগোৰাকৈ এনেকৈ বস্তু আগ ধৰি নিজে মুখত দিব পায়নে ? তেনে কৰিলে দেখোঁন বস্তুখিনি অৱশেষৰ তুল্য হয় ; তাৰ দ্বাৰা তোমাৰ অপৰাধ নহবনে ?" যত্নমণি আতৈয়ে এই কথাষাৰিৰ কোনো উত্তৰ দিবলৈ নৌপাওঁতেই গুৰুজনে আতৰৰে পৰা 'কি হৈছে' বুলি মাত লগাই ওচৰ চাপি গল। তেতিয়া যত্নমণি আতৈয়ে বিনম্ৰভাৱে কলে—"বাপ কৃপালু গুৰু, আজি আপোনালৈ বুলি কেইটিমান চিৰা যুগুতি কৰি থাকোঁতে আতাই হঠাৎ দেখিবলৈ পালে। আমি সৰ্ব্বদায় চিৰা তৈয়াৰ কৰোঁতে জুতিত উঠিছেনে নাই তাক আগধৰি পৰীক্ষা কৰি চোৱা হয়। আজিও তেনেকৈ দুটিমান চিৰা হাতত লৈ আঁতৰি গৈ চাই চিতি হাত-মুখ ধুই পুনৰ ঘুৰিলৈ অহা হৈছিল। তাকে আতাই আমাৰ দোষ হোৱা বুলি ছিদ্ৰ ধৰিছে।' তেতিয়া গুৰুজনে পদ মাতি কলে—"শ্ৰীকৃষ্ণই প্ৰিয় সখা অৰ্জ্জুনক কৈছিল—

ভকতৰ অৱশেষ মোৰ জীৱ প্ৰাণ।
ইহাক এৰয় যিটো বধৰ সমান॥
ভক্তৰ শেষত পৰে বস্তু শ্ৰেষ্ঠ নাই।
তাক ভুঞ্জিবাক সখি মোৰ বাঞ্ছা যায়॥'

এতেকে যত্নমণি, আমাৰ শ্ৰীৰামে ছিদ্ৰ ধৰা বাবে অসন্তোষ নকৰিবা ; তেওঁ তোমাক সদাচাৰৰ প্ৰতি সতৰ্ক কৰিহে দিছে। তোমাৰ অন্তৰখনিৰ কথা তেৱেঁা জানে ময়ো জানো ; তাত কোনো মলি নাই। আজি আমাৰ নিমিত্তে যি বস্তু যুগুতি কৰিছা তাত দোষে পৰশা নাই। তাৰে কিছুমান চিৰা ভকত সকলৰ মাজতো বিতৰণ কৰি দিয়া যাওক।" গুৰুজনৰ এনে সন্তুষ্টি-সূচক মধুৰ বচন শুনি শ্ৰীৰাম আতা আৰু যত্নমণি আতৈয়ে 'ভাল বাপ গুৰু বাক্য' বুলি কৈ মৌন হৈ থাকিল।

**ৰূপাবৰ লস্কৰৰ উপকাৰ সাধন**—শ্ৰীমাধৱদেৱ সুন্দৰীদিয়া সত্ৰত থাকোঁতে ৰূপাবৰ লস্কৰ নামৰ ৰাজ বিষয়া এজনে ৰাজ আদেশ

অনুসৰি ঢেঁকেৰী* পিয়লৰ কামত এইফালে আহিছিল। তেওঁ গুৰুজনৰ সম্ভেদ পাই তেওঁৰ ওচৰত ধৰ্ম্ম ধৰিবলৈ মনস্থ কৰিলে; আৰু সেই উদ্দেশ্যে ওচৰতে বাহৰ পাতি তাতে থাকিল। এদিনাখন ৰাতিপুৱা তেওঁ গুৰুজনলৈ এখন ভাৰ বান্ধি তাক লগুৱাৰ কান্ধত দিলে আৰু নিজে বহুমূলীয়া সাজপাৰ পৰিধান কৰিলে। লগে লগে হাৰ, টাৰ, পেচন্দাৰ আদি বিবিধ ভূষণেৰে বিভূষিত হৈ ৰাজ আয়মেৰে গুৰুজনৰ ওচৰলৈ যাত্ৰা কৰিলে।

গুৰুজনে তেতিয়া বাট-চ'ৰাত বহি চোৰ ধৰা নাটৰ সূত্ৰ-গীত ৰচনা কাৰ্য্যত ব্যস্ত আছিল। তেওঁ লস্কৰক দূৰৈতে দেখিবলৈ পাই বেগতে ঘৰৰ ভিতৰ সোমাল। শ্ৰীৰাম আতাই গুৰুজনাৰ মনোভাৱ বুজি ততালিকে বাহিৰ ওলাই লস্কৰক সুধিলে—"ডাকুৱাৰ পো, ইয়ালৈ কি সকামে অহা হল?" লস্কৰে কলে—"বাপ, আমি যিজনক গুৰু লভি ধৰ্ম্ম-বস্তু পাম বুলি ইয়ালৈ অহা হল, তেবাই দেখোঁন এই হত-ভগীয়াক দেখিয়েই ভিতৰ সোমাল।" এনে সমিধান পাই আতাই কলে—"এনে বেশেৰে ইয়ালৈ অহাটো শোভণীয় হোৱা নাই।" ইয়াকে শুনি লস্কৰে লাজ পাই সবিনয়ে কলে—"ই আমাৰ ইচ্ছাকৃত দোষ নহয়, অজ্ঞতাবশতঃ এনেকুৱাখন হবলৈ পালে। গতিকে প্ৰথমবাৰৰ অজানিত অপৰাধ বুলি গুৰুজনে ক্ষমা কৰে যেন।" ইয়াকে শুনি শ্ৰীৰাম আতাই সন্তোষ পাই কলে—"লস্কৰ, গুৰুদৰ্শনৰ বাবে নাইবা ধৰ্ম্ম-বস্তু লভিবৰ অভিপ্ৰায়েৰে গুৰুজনৰ পাশলৈ আহিলে আঠুমূৰীয়া ভূনি পৰিধান কৰি চৰীয়া পছৰা আৰু ঢুপকীয়া টনা* লৈ আহিব লাগে।" লস্কৰে তেতিয়া "বাপ, ভকতবো বেশ

---

* ঢেঁকেৰী পিয়ল মানে ঢেঁকেৰী অঞ্চলৰ পিয়ল। মুছলমান ৰাজত্ব কালত কামৰূপ জিলাখনক দুভাগত বিভক্ত কৰি এভাগক 'চৰকাৰ কামৰূপ' আৰু আন ভাগক ঢেকেৰী কামৰূপ বুলিছিল।—লেখক

*টনা হৈছে মুখৰফালে সিয়নিৰে জৰী লগাই টানমাৰি মেলিব বা জপাব পৰাকৈ তৈয়াৰ কৰা এবিধ সৰু মোনা। জগন্নাথ ক্ষেত্ৰৰ পাণ্ডাসকলে এনেকুৱা মোনা ব্যৱহাৰ কৰা দেখা যায়।—লেখক

তেনেকুৱাই নে ?" বুলি সুধিলত আতাই সমিধান দিলে—"এৰা, সৰাৰে প্ৰতি একে কথা।" ৰূপাবৰ লস্কৰে নিজৰ অজ্ঞতা হেতু প্ৰথম দিনা বিফল মনোৰথ হবলগীয়া হল যদিও তেওঁ আতাৰ পৰা এনে অপূৰ্ব্ব শিকনি লাভ কৰি তাক পাহৰিলে। আৰু তাৰ বাবে আতাক কৃতজ্ঞতা জনাই বাহৰলৈ উলটিল। তাৰ পিচদিনা শ্ৰীৰাম আতাৰ দিহা-পৰামৰ্শ মতে হবিচ পালন কৰিলে। তৃতীয় দিনা ৰাতিপুৱা স্নান কৰি নতুন বস্ত্ৰ পৰিধান কৰিলে। তাৰ লগে লগে চাউল-মগুমাহ-বস্ত্ৰ প্ৰভৃতি আৱশ্যকীয় সম্ভাৰ লৈ সুন্দৰীথানত উপস্থিত হল। যথা সময়ত গুৰুজনৰ পৰা ধৰ্ম্ম-বস্তু ললে আৰু সেৱা সন্মান জনাই তেওঁৰ পৰা মেলানি মাগিলে।

**তাঁতী কুছিত বসতি**—মহাপুৰুষ শ্ৰীমাধৱদেৱে সুন্দৰীদিয়া সত্ৰৰ পৰা তাঁতীকুছি বা বৰপেটালৈ আহে। সেই সময়তে অন্যান্য ভকত-সেৱক সকলৰ লগত গুৰুজনৰ চিৰ-সহচৰ শ্ৰীৰাম আতাইয়ো ছাঁৰ দৰে লগে লগে আহি ইয়াত বসতি কৰে। বৰপেটা সত্ৰৰ বৰ্ত্তমান মঠ থকা ঠাইখিনিত গুৰুজন আৰু তাৰ নিচেই ওচৰতে মঠৰ চোতালৰ পশ্চিম ফালে পকীনাদ বা ইন্দ্ৰা থকা ঠাই খণ্ডত শ্ৰীৰাম আতাৰ বাস-গৃহ আছিল। এই সত্ৰৰ টোলৰ ভিতৰত থকা শ্ৰীমথুৰা দাস বুঢ়া আতা আৰু শ্ৰীপদ্ম আতা বা বদলা আতা পুৰুষৰ ভিঠিত একোটিকৈ বেৰত কাঠত কটা চিত্ৰ-বিচিত্ৰ লতা-ফুল-মূৰ্ত্তি আদিৰে সুশোভিত বিতোপন ঘৰ আছে। ঘৰৰ ভিতৰত সিংহাসন, চন্দ্ৰতাপ আৰু লোৰ গছাও আছে। তদুপৰি নিতৌ এই দুয়ো ঠাইতে ৰাতিপুৱা আৰু গধূলি পৰত প্ৰসঙ্গ কৰা হয়। শ্ৰীৰাম আতাৰ ভিঠিতো এটি ঘৰ আছে হয়, কিন্তু তাৰ ভিতৰত দৰ্শনীয় একোৱেই নাই আৰু তাত প্ৰসঙ্গও কৰা নহয়। কেৱল সত্ৰৰ যাৱতীয় কামৰ বাবে প্ৰয়োজনীয় সকলোখিনি পানী তাত থকা ইন্দ্ৰাটোৰ পৰা যোগান ধৰা হয়।

অনাড়ম্বৰভাবে ৰাম নামৰ অমিয়া ৰস অনবৰত পান কৰি থকা শ্ৰীৰাম আতাৰ বাস-গৃহত অকল জলৰূপী অমৃতৰ অফুৰন্ত ভাণ্ড

ইন্দ্ৰাটোকহে স্থান দিয়াটো নিতান্ত উচিত হৈছে। ইয়াৰ দ্বাৰা নিৰ্ম্মাণ কৰ্ত্তা সকলৰো গভীৰ চিন্তাশীলতাৰ পৰিচয় পোৱা যায়।

**আতাৰ শয্যা**—মানুহে দিনত কাম-বন কৰি ৰাতি ভাগৰুৱা দেহটিক বিশ্ৰাম দিবলৈ বিছনাৰ ওচৰ চাপে। বিছনাখন সামান্য-ধৰণৰ হলেও তাৰ ওপৰখন অন্ততঃ সকলোৱে সমান কৰি লয়। কিয়নো অসমান বিছনাত ভাল টোপনি আশা কৰিব নোৱাৰি বুলি সকলোৱে জানে। কিন্তু এই বিষয়ত শ্ৰীৰাম আতাৰ মতৰ মিল নাছিল। সেইবাবে তেওঁৰ শয়নৰ শয্যা খনি অদ্ভুত ধৰণেৰে সজা হৈছিল। তেওঁ ইচ্ছাকৃতভাবে বিছনাখনৰ ওপৰখিনি ওখোবা মোখোৰা কৰিবৰ মনেৰে তিনি চলা বাঁহৰ দ্বাৰা তাক সাজি লৈছিল। আৰাম-দায়ক কোমল শয্যাত শুলে সোনকালে টোপনি আহে আৰু তাৰ ফলত অধিক সময় নাম লোৱাত ব্যাঘাত জন্মে বুলি ভাবি হেনো তেওঁ সৰ্ব্বদায় এনেকুৱা শয্যাতহে শয়ন কৰিছিল।

**ভোজনৰ প্ৰতি অনাসক্তি**—ভোজনৰ বস্তুৰ প্ৰতি শ্ৰীৰাম আতাৰ সমূলি কাণসাৰেই নাছিল। যিদিনা যিহকে পাইছিল তাৰেই পৰম তৃপ্তিৰে ভোজন কৰিছিল। পুষ্টিকৰ বা উপাদেয় খাদ্য বিচাৰি আনি খোৱা অভ্যাস তেওঁৰ নাছিল। বছৰেকৰ সৰহ ভাগ দিন পূৰৈশাক বা পূইশাকেই তেওঁৰ দিহ বা ব্যঞ্জন আছিল। তেওঁ বনৰীয়া পূইশাকৰ পাঁচোটি পকা পাত খৰিকাৰে বিন্ধাই চাউল সিজোৱাৰ লগতে একেলগে সিজাই লৈছিল। আৰু তাত অলপ ছেকা অৰ্থাৎ দখ্ৰা খাৰ দি আৰু পালে ছুটোপাল তেল দি, নাপালে শুদাই সানি তাৰে পেটৰ পোবণি মাৰিছিল। এই কথা বহুদিনলৈ কেৱে নাজানিছিল। কিন্তু তেওঁ শাক-পাচলি একোকে নিবিচৰা দেখি মাজে সময়ে লগৰ ভকত সকলে তেওঁক "কিহেৰে ভোজন কৰা হল?" বুলি সুধিলে তেওঁ "পঞ্চ-অমৃতেৰে ভোজন কৰা হৈছে" বুলি সমিধান দিছিল।

এদিনাখন এজন ভকতে তেওঁ নো পঞ্চ অমৃত নিতৌ ক'ত পায় বুলি সুধিলত, তেওঁ এই বুলি উত্তৰ দিছিল—"আতৈ, লোকে এৰাঁ

গাখীৰ, দৈ গাখীৰ, চেনি, ঘিউ আৰু মৌ এই পাঁচবিধ বস্তুক উত্তম খাদ্য বা অমৃত বোলে। কেউবিধকে একলগ কৰিলে তাক পঞ্চামৃত বুলি কয়। আৰু তাকে ভোজন কৰাক পঞ্চামৃত ভোজন কৰা বুলি সকলোৱে জানে। আমি নিতৌ পাঁচোটিকৈ পুইশাকৰ পাত আনি কেউটিকে একেলগে সিজাই তাক আকৌ হাতৰ পাঁচোটি আঙুলিৰে পিটিকি পিটিকি ভোজনৰ উপযোগী কৰি লোৱা হয়। তাৰ পাচত এই উত্তম বস্তুৰ সহায়ত পঞ্চভূতি দেহটিক পৰিতুষ্ট কৰা যায়। গতিকে এনেহেন বস্তু পঞ্চামৃত নহৈ কি হব পাৰে? আমাৰ মানত সেয়ে ভগবানে আমালৈ দি পঠোৱা সুদুৰ্ল্লভ পঞ্চামৃত।" শ্ৰীৰাম আতাৰ ভোজনৰ প্ৰতি এনে অনাসক্ত ভাৱযুক্ত উত্তৰ শুনিবলৈ পাই ভকত জনে দুনাই আন প্ৰশ্ন সোধাৰ সুযোগকে বিচাৰি নাপালে।

**অভিনয় নিপুণতা**—শ্ৰীৰাম আতাই গুৰুজনৰ লগত অনেকদিন থাকি অভিনেতা হিচাপে সুখ্যাতি অৰ্জ্জন কৰিবলৈ সুযোগ পাইছিল। তেওঁ এনে ক্ষেত্ৰতো নামিব পাৰিব বুলি কোনেও ভবা নাছিল আৰু নিজৰ পক্ষেও সি কল্পনাৰ অতীত কথা আছিল। কিন্তু গুৰুজনাৰ উৎসাহ-উদ্‌গনি আৰু লগৰীয়া ভকত সকলৰো অনুৰোধ এৰাব নোৱাৰি তেওঁ অভিনয়ত যোগদান দিবলৈ বাধ্য হৈছিল। এবেলি গুৰুজনে ধৰ্ম্ম প্ৰচাৰৰ অৰ্থে লোক শিক্ষা দিবলৈ* ৰাম-ভাওনা নামৰ এখন অঙ্কীয়া নাট ৰচনা কৰিছিল। ভগবান ৰামচন্দ্ৰৰ জীৱনৰ আদি, মধ্য আৰু অন্তলীলাৰ ঘটনাৱলী অৱলম্বন কৰি নাট খনি ৰচিত হৈছিল। যথা সময়ত ভাওৰীয়া নিৰ্ব্বাচন কৰি কেইদিনমান আখৰা দি তেওঁলোকৰ দ্বাৰা গুৰুজনে ভাওনা কৰাইছিল। এই ভাওনা

* 'ৰাম-ভাওনা' নাটখনি এতিয়া ক'তো বিচাৰি পাবলৈ নাই। এই নাটখনি দীঘলীয়া হোৱা বাবে আৰু এই নাটৰ অভিনয় কৰা সকলোৰে পক্ষে সম্ভাৱনীয় নহয় বুলি হেনো শ্ৰীমাধৱদেৱে নিজে ইয়াক নষ্ট কৰি থৈ যায়। হলেও নাট্যামোদী আৰু অঙ্কীয়া নাটৰ আদৰ বুজোতা সকলে নাটখনি অনুসন্ধান কৰি চোৱা উচিত।—লেখক

একেৰাহে পাঁচদিন দৰ্শন কৰিও ৰাইজে আমনিবোধ কৰা নাছিল। এই নাটখন শ্ৰীমন্ত শঙ্কৰদেৱৰ চিহ্ন-যাত্ৰা নাটৰ অনুৰূপ আছিল।

শ্ৰীশ্ৰীমথুৰা দাস বুঢ়া আতা, শ্ৰীশ্ৰীনাৰায়ণ দাস ঠাকুৰ আতা, শ্ৰীশ্ৰীহৰিহৰ আতা, শ্ৰীশ্ৰীগোপাল আতা (ভৱানীপুৰীয়া) আৰু শ্ৰীশ্ৰীৰাম আতাই এই নাটৰ প্ৰধান ভূমিকাৰ অংশ গ্ৰহণ কৰিছিল। জাম্বৱন্তৰ ভাওৰ ভাৰ শ্ৰীৰাম আতাৰ ওপৰত পৰিছিল। তেওঁ স্বাভাৱিক অভিনয় নিপুণতাৰে জাম্বৱন্তৰ চৰিত্ৰ এনে মৰ্ম্মস্পৰ্শী আৰু নিখুঁত ভাবে ফুটাই তুলিব পাৰিছিল যে দৰ্শক সকলে বিমুগ্ধ হৈ প্ৰকৃত জাম্বৱন্তই তেওঁলোকৰ মাজলৈ সোঁ শৰীৰে অহা বুলি ভাবি তেওঁৰ ফালে ৰ' লাগি চাই আছিল। ভাওনাৰ অন্তত দৰ্শক মণ্ডলীয়ে শ্ৰীৰাম আতাৰ অপূৰ্ব্ব অভিনয় দক্ষতাৰ ভূৰি ভূৰি প্ৰশংসা কৰিছিল। আৰু তেওঁৰ নিচিনা ভকত এজনৰ দ্বাৰাও যে ভাওৰীয়াৰ দৰে কাম সম্ভাৱিত হব পাৰে তাকে ভাবি বিস্ময় মানিছিল।

**ধৈৰ্য্য আৰু সহনশীলতা**—শ্ৰীৰাম আতাৰ আকালো নাছিল ভঁৰালো নাছিল। তেওঁ অইন ভকত সকলৰ দৰে ভিক্ষাৰ দ্বাৰা পেট প্ৰৱৰ্ত্তি আছিল। এদিন ভিক্ষালৈ যাওঁতে 'বৰ কোচ' বুলি লোক এজনে ফৰ্ম্মুটি মাৰি আঘাত কৰাত তেওঁ অপদস্থ হৈ শুদা হাতে উভতি আহিল। তেনেকৈ অহা দেখি গুৰুজনে তাৰ কাৰণ সুধিলত তেওঁ নিকৰুণ কাহিনীৰ কথা চমুকৈ কৈ থলে। গুৰুজনে তেওঁক হতাশ হবলৈ নিদি তাৰ পিচদিনাও সেই ঘৰলৈকে যাবলৈ পাচিলে আৰু ফৰ্ম্মুটি মৰা বস্তুটোও আনিবলৈ কলে। আতা যোৱা দেখি বৰকোচে সেইদিনা তেওঁৰ গালৈ ঢেঁকীথোৰা এটা মাৰি পঠিয়ালে। আতাই ধৈৰ্য্য ধৰি থাকি একোকে নকৈ কেৱল তাক বুটলি আনিলে আৰু গুৰুজনৰ ওচৰত নি থলে। তেওঁ ঢেঁকীথোৰাটো শ্ৰীৰাম আতাৰ হতুৱাই ধুৱাই লৈ ফালি ছিৰি সকলো ভকতকে তাৰে একো চলিকৈ দিয়ালে। ভকত সকলে তাক চাউল সিজোৱা কামত লগালে। তৃতীয় দিনা গুৰুজনে আতাক পুনৰ আগৰ গিৰিহঁতৰ ঘৰলৈকে যাবলৈ আদেশ কৰিলে। সিদিনাখন আতা গৈ চোতাল পাওঁতেই তেওঁৰ গাত ধুমুকৈ বৰ চপৰা

এটি পৰিল। তেওঁ চপৰাটোকে লৈ আহি দেখুৱালত গুৰুজনে কলে—"শ্ৰীৰাম, ইয়াক গুড়ি কৰি গোবৰ মিহলাই লৈ ভকত সকলক অলপ অলপকৈ ভগাই দিয়াহঁক, তেওঁলোকে চাউল সিজোৱা ঠাই মচিবলৈ সক্ষ হব।" আতাইও তাকেই কৰিলে। চতুৰ্থ দিয়া গুৰুই দি থোৱা আদেশমতে সহনশীল আতাই ৰাতিপুৱাৰ প্ৰসঙ্গৰ অন্তত পূৰ্ব্বৰ গিৰিহঁতৰ ঘৰতেই উপস্থিত হল গৈ। সেইদিনা কিন্তু গিৰিহঁতৰ মন অলপ কুমলিল; তেওঁ বুঢ়ী এজনীক কলে—"এইজন বা কোন, চিনি-জানি নাপাওঁ; বেচেৰাৰ মান-অভিমান একো নাই। অপমান কৰি খেদি দিলেও দেখোন নিতৌ আহিয়েই থাকে। খুদ-কণ কি আছে দুটিমান দি তাক বিদায় দে।" আদেশ পাই বুঢ়ীয়ে কেইটিমান খুদ আনি দিলে। আতাই তাকে হৰিষ মনে লৈ গুৰুজনক দেখুৱালত, তেওঁ তাৰে পিঠাগুৰি খুন্দি সকলো ভকতকে বটন* স্বৰূপে আঞ্জাত ব্যৱহাৰ কৰিবলৈ দিয়ালে। গুৰুজনে পঞ্চম দিনাও পুনৰাই আতাক আগৰ ঠাইলৈকে যাবলৈ আজ্ঞা কৰিলে। সিদিনা আতা গৈ পাওঁতেই গিৰিহঁতে নিজে আদৰি নি পীৰা পাৰি বহিবলৈ দিলে। বৰকোচে আতাৰ পৰিচয় লোৱাত আতাই মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰ দেৱৰ শিষ্য বুলি চিনাকি দি সম্প্ৰতি মহাপুৰুষ শ্ৰীমাধৱদেৱৰ সঙ্গত বৰপেটা সত্ৰত থকা বুলি কলে। তাকে শুনি তেওঁ গুৰুজনক দৰ্শন কৰিবলৈ উৎকণ্ঠিত হৈ পৰিল আৰু আতাৰ লগতে বৰপেটা সত্ৰলৈ আহিল। গুৰুজনে শ্ৰীৰাম আতাৰ লগত অহা অপৰিচিত লোক জনৰ পৰিচয় লোৱাত তেৱেঁই 'বৰকোচ' বুলি জানিবলৈ পালে। তেতিয়া গুৰুজনে আতাৰ হতুৱাই বৰকোচক তেল, উলু দি স্নান কৰাই লৈ এৰাঁগাখীৰ, গুড় আৰু কলেৰে পেট পূৰাই চিৰা খুৱালে। এনেতে বৰকোচে গুৰুজনৰ ওচৰলৈ আহি সেৱা জনালত ওচৰতে এখন সাচিপতীয়া পুথি দেখিবলৈ পাই তেনে পুথি এখন তেওঁলোকৰ ঘৰতো থকা বুলি কলে। গুৰুজনে বৰকোচৰ হতুৱাই পুথিখন আনি দেখিলে যে তাক যতনাই ৰখা পেৰাটো পাৰ চৰাইৰ লাদত

---

* বটন মানে আঞ্জা ঘন কৰিবলৈ তাত দিয়া বটা চাউল।—লেখক

তেনেই পোত খাই আছে। তেওঁ পেৰাটো চাফ্ কৰাই তাৰ ভিতৰত এখন ৰত্নাৱলী পুথি পাই পৰম আনন্দিত হল আৰু তাক যতনাই থোৱালে। ইয়াৰ পাচত বৰকোচে শৰণ লবলৈ প্ৰাৰ্থনা জনাই যথাৰীতি ধৰ্ম্ম-বস্তু লাভ কৰিলে। তেওঁ গুৰুজনৰ পৰা বিদায় লৈ ঘৰলৈ গৈ ধৰ্ম্মৰ উপদেশ আৰু সদাচাৰ আদিৰ বৰকৈ প্ৰশংসা কৰিবলৈ ধৰিলে। তাকে শুনি তেওঁৰ ঘৰৰ পো-বোৱাৰী, ঘৈণী-নাতি, লগুৱা আদি সকলোটিয়ে এটি এটিকৈ আহি শৰণ ললে আৰু একশৰণ হৰি নাম ধৰ্ম্মৰ অমিয়া ৰস পান কৰি মানৱী জনম সাৰ্থক কৰিলে।

ইয়াৰ কিছুদিনৰ পাচত এদিনাখন শ্ৰীৰাম আতাই বৰকোচৰ কথাকে অৱলম্বন কৰি গুৰুজনক সুধিলে—"বাপ, হৰি বিমুখী সংসাৰী লোকৰ কাৰণে ইমান পুৰুষাৰ্থ কৰিবৰ প্ৰয়োজন কি?" তেতিয়া গুৰুজনে কলে—"শ্ৰীৰাম, এইবোৰো অনাদি পুৰুষৰেই সৃষ্ট জীৱ। দুঃসঙ্গ-দুৰ্ব্বাসনাৰ গুণত মোলান পৰি থকা এই পাপমতি লোক সকলক অলপ কষ্ট কৰি ধুই-পখালি লোৱা যুগুত। তাকে কৰিলে সিহঁতৰ হিত সাধন হোৱাৰ লগতে সমাজৰো কল্যাণ সাধন হয়। ই অতি সজ কাম। ঘোৰ বিৰোধী লোক সকলকো আপোন কৰি লব পৰা গুণ আমাৰ ভকত সকলৰ মাজত থকা বাঞ্ছনীয়। তেহে সমাজখন বহলাই লবলৈ উজু হয়।"

**চাউল ভোজনীৰ প্ৰচলন** :—নাৰায়ণ দাস ঠাকুৰ আতাই শ্ৰীৰাম আতাক বৰ মৰম-চেনেহ কৰিছিল। তেওঁ নিতৌ জনিয়াৰ পৰা বৰপেটা সত্ৰলৈ আহি পোনতে শ্ৰীৰাম আতাৰ বহাত জাপী-লাঠী থৈহে পাচত হাত ভৰি ধুই গুৰুজনৰ কাষত বহিছিল।

এদিনাখন ঠাকুৰ আতাই জনিয়াৰ পৰা আহি শ্ৰীৰাম আতাক বহাত নেদেখি অনুসন্ধান লৈ তেওঁ ভিক্ষালৈ যোৱা বুলি শুনিলে। তেওঁক তাৰ পৰা সকাহ দিবৰ মনেৰে পিচদিনা ঠাকুৰ আতাই তেওঁলৈ পছৰাত বান্ধি এটোপোলা চাউল লৈ আহিল। তাকে দেখি অইন

ভকত সকলেও চাউল, মাহ, আদা, কচু, কোমোৰা আদি দ্ৰব্য বস্তুৰে তেওঁক সহায় কৰিবলৈ ধৰিলে। এনেকৈ বয়-বস্তু দিয়াৰ ফলত শ্ৰীৰাম আতাৰ সুখ হক ছাৰি আহুকাল হৈ দুখ আৰু চিন্তা বাঢ়িলহে। কিয়নো এই বস্তুবোৰ চম্ভালি ৰখাটোও তেওঁৰ পক্ষে এটা ভীষণ সমস্যাৰ কথা হৈ উঠিল। বস্তুবোৰৰ কিছুমান পচিল আৰু কিছুমান ভেকুৰিবলৈ ধৰিলে। সেইবোৰ নষ্ট হোৱাৰ আশঙ্কাত ৰ'দাব লগা হল। ইফালে আকৌ এন্দুৰ নিগনিয়েও তাত বাহ ললে। তদুপৰি এইবোবত লাগি থাকোঁতে মাজে-সময়ে নিত্য-প্ৰসঙ্গত যোগ দিয়া কামতো ব্যাঘ্যাত জন্মিবলৈ ধৰিলে। এই কথাব গম পাই এদিন শ্ৰীমাধৱদেৱে শ্ৰীৰামআতাক সতৰ্ক কৰি দিলে যেন তেওঁ নিত্য-প্ৰসঙ্গ খতি নকৰে। তেতিয়া তেওঁ এই জঞ্জাল বঢ়োৱা বয়-বস্তুবোৰ সোনকালে আঁতৰোৱাৰ এটি সুব্যৱস্থা কৰি অশান্তিৰ পৰা নিষ্কৃতি দিবলৈ গুৰুজনক খাটিলে। গুৰুজনে এদিন সকলো ভকতকে জান দিলে আৰু শ্ৰীৰাম আতাৰ গোটখোৱা চাউলখিনিৰ লগতে তামোল-পাণো যোগাৰ কৰি তেওঁলোকৰ মাজত বিতৰণ কৰি দিয়ালে। ভকত সকলৈ ভোজনব সিধা স্বৰূপে আগবঢ়োৱা এই নতুন প্ৰথাটোৱে "চাউল-ভোজনী" নামে অভিহিত হল। তেতিয়াৰে পৰা থান-সত্ৰ সমূহত এই প্ৰথাৰ প্ৰচলন হৈ এতিয়ালৈ চলি আছে।

**গুৰু বাক্যত নিষ্ঠা**—পূৰ্ব্বৰে পৰা চলি অহা অভ্যাসমতে এদিনাখন শ্ৰীৰাম আতাই ব্ৰহ্ম মুহূৰ্ত্ততে উঠি পুৱাৰ গীত আদি গাই গুৰুজনক সেৱা কৰিলে। তেতিয়া আতাই ভক্তি-লাভ সম্বন্ধে কেনে ভাৱ পোষণ কৰে তাক জানিবৰ অভিপ্ৰায়েৰে শ্ৰীমাধৱদেৱে তেওঁক সুধিলে—"শ্ৰীৰাম, ভক্তি-লাভ কেনেকৈ হয়?" তেওঁ সভক্তিৰে উত্তৰ দিলে—"বাপ, গুৰু-বাক্য পালনত ভক্তিলাভ হয়।" এই একে প্ৰশ্নকেই একেৰাহে তিনিদিন সুধি তিনিও দিনে একে উত্তৰকে পাই শেষৰ দিনা গুৰুজনে কলে—"শ্ৰীৰাম, আজি হাতত এটি কামী লৈ খট্‌খটীৰ ঘাটলৈ যোৱা আৰু একনাভি পানীত নামি তাত কোবাই

থাকাগৈ।" (কোনো কোনোৱে শ্ৰীৰাম আতাই বৰবিলৰ পানীতহে কোবাই থকা বুলি কয়)

গুৰুৰ আজ্ঞানুবৰ্ত্তী শ্ৰীৰাম আতাই পুহমহীয়া জাৰকো জাৰ নুবুলি উদং গাৰে পানীত নামিল আৰু ডেৰপৰ বেলিলৈকে পানীত কোবাই থাকিল। ইফালে গা ঠেৰেঙা লগাত কঁপিবলৈ ধৰিলে তথাপি তালৈ অলপো নাভাবিলে। এনেতে ঠাকুৰআতা আহি বৰপেটা সত্ৰ পালে। তেওঁ বহাত শ্ৰীৰাম আতাক নেদেখি গুৰুজনত সুধিলত তেওঁ সকলো কথা ভাঙি কলে; আৰু পানীৰ পৰা তেওঁক তুলি আনিবলৈকো অনুৰোধ কৰিলে। ঠাকুৰআতাই খট্‌খটীৰ ঘাটলৈ গৈ কাণ্ডখন দেখি বিস্ময় মানি সুধিলে—"শ্ৰীৰাম, তাতনো কি কৰা গৈছে?" তেওঁ কঁপি কঁপি মাত লগালে—"বাপ, ইয়াত ভক্তি কৰা গৈছে।" তেতিয়া ঠাকুৰআতাই তেওঁক পানীৰ পৰা অতি সোনকালে উঠি আহিবলৈ কলত তেওঁ উত্তৰ দিলে—"বাপ, গুৰুৰ আদেশ; দেহ গলেও আমি তাক পেলাব নোৱাৰিম।" ইয়াকে শুনি তেওঁ সেইবাৰ গুৰুৱে যাবলৈ আদেশ দি কৈ পঠোৱা বুলি কোৱাতহে আতাই পানীৰ পৰা উঠি আহিল আৰু গুৰুজনক সেৱা কৰি কাপোৰ-কানি সলাই ৰ'দ পুৱাবলৈ ধৰিলে।

**লোভ দমন**—এদিনাখন শ্ৰীৰামআতাই কঠখনি লৈ প্ৰসঙ্গলৈ যাব ওলাইছে এনেতে এজনী পোহাৰীয়ে "কাৰবাক চিতল মাছ লাগেনে?" বুলি মাত লগালে। কথাষাৰ আতাৰ কাণত পৰিলত তেওঁ থমকি ৰ'ল আৰু পোহাৰীৰ পৰা মাছটো কিনি তাক কলপাত এখনত থৈ, কুটি-বাছি ধুই পখালি কেবাখনো আঞ্জা ৰান্ধিলে। আতাৰ চাউল সিজোৱা লৰৰ হলত তেওঁ কেউখন আঞ্জাকে আগত লৈ কবলৈ ধৰিলে—"মন, তোৰ চিতল মাছলৈ বৰ লোভ লাগিছিল নহয়? এতিয়া তাক সুন্দৰকৈ ৰান্ধি-বাঢ়ি আনি আগত দিয়া হৈছে; কেনেকৈ পাৰ পেট পুৰাই খাই ল; আমি হলে তাক নোছোঁৱেই।" এইদৰে কেইবাবাৰো কোৱাতো মনে খাব নোৱাৰা দেখি সোপাকে নি বৰুৱাণিত পেলাই দিলে। তেওঁৰ আৰু ভোজন কৰা নহল।

আতাৰ ওচৰৰ ভকত সকলে এই কাণ্ড দেখি শ্ৰীমাধৱদেৱক জনালত তেওঁ কিয় এনে কাম কৰিলে তাৰ আঁতিগুৰি বিচাৰিলে। শ্ৰীৰাম আতাই তেতিয়া কলে—“বাপ, ভকত সকলে আপোনাৰ আগত কোৱা কথা সঁচা। আমি প্ৰসঙ্গলৈ ওলোৱা হৈছে, এনেতে নো পোহাৰীয়ে মাত লগাব পায় নে? আৰু পোহাৰীয়ে জানিবা মাতকে লগালে বোন্দাৰ পো মনৰ নো কিয় ইমান লোভ লাগিল? আৰু মনৰ জানিবা লোভ লাগিলেই হাত তুখনক নো কিহে পালে যে মাছটো পায়েই তাক কুটি-বাছি, ধুই-পখালি, ৰান্ধি-বাঢ়ি যতনাই দি দিলে? কিন্তু ‘আমিতো সেইবোৰ ভোজন কৰিম থাওক নোছোঁৱেই। কোনে খায় খাওক।’ এই বুলি মনক কেবাবেলিও কোৱা হৈছিল; কিন্তু নোখোৱা দেখি অৱশেষত ভোজনৰ সকলো দ্ৰব্য-বস্তুকে নি বকৰাণিত পেলাই থৈ অহা হৈছে।” এনে সমিধান পাই গুৰুজনে একোকে নকৈ কেৱল আতাৰ লোভ-দমনৰ কথাকে ভাবি-গুণি নীৰৱে থাকিল।

**বৰবাৰী স্থাপন**—এদিন নাৰায়ণ নিৰঞ্জন আতৈয়ে ‘লেটুৰ জান’লৈ* খৰি লুৰিবলৈ গৈছিল। তেওঁ খৰি লৈ উভতি আহোতে এটা শুকুলা বান্দৰে হাবিৰ মাজৰ পৰা ওলাই আহি বাটতেই থিয় দিলে। তাকে দেখি আতৈয়ে ভয়তে আকাশ-পাতাল ভাবিবলৈ ধৰিলে। এনেতে বান্দৰটোৱে এটি ধুনীয়া পকা আম তেওঁৰ হাতত দি কলে—“বাপ, এই মিঠা আমটি শ্ৰীৰাম আতাক দি মোৰ সেৱা জনাব।” ইয়াকে কৈ সি হাবিৰ মাজত অদৃশ্য হৈ পৰিল।

তেতিয়া পুহ মাহ। নাৰায়ণ নিৰঞ্জন আতৈয়ে অকালত এই পকা আমটো পাই বিস্ময় মানিলে। তেওঁ বেগাই আহি বহা পালে আৰু খৰিৰ বোজাটি থৈ স্নান কৰিলে। তাৰ খন্তেক পাচতে শ্ৰীৰাম আতাক লগ ধৰি হাতত আমটি দি সকলো কথা বৰ্ণাই কলে।

* বৰ্ত্তমান জতো (পুৰণি নাম জয়ন্তী) নামৰ গাওঁখনিৰ পূব ফালে ‘লেটুৰজান’ নামৰ পুৰণি বিখ্যাত জানটো আছিল। এতিয়া তাৰ কোনো চিন চাব নাই।—লেখক

সিদিনা ৰাতিপুৱা শ্ৰীমাধৱদেৱে শ্ৰীৰাম আতাক কৈছিল—"শ্ৰীৰাম, আজি তুমি এটি ভাল বস্তু পোৱা যাব ; তাৰ ভাগ আমাক নিদিয়াকৈ অকলে গ্ৰহণ কৰা নাযাব ।" আতাইও 'ভাল বাপ' বুলি শলাগি থৈছিল। কিন্তু প্ৰসঙ্গৰ অন্তত গৃহলৈ গৈ পকা আমটো পাইও পাহৰণিৰ বাবে তাৰে আদখিনি মুখত দি বাকীখিনি কৰণিত থৈ ৰন্ধন কাৰ্য্যত লাগিল। যথা সময়ত তেওঁ ভোজন কাৰ্য্যত লাগি থাকোঁতে গুৰুজনে অতৰ্কিতে গৈ তেওঁৰ গৃহত সোমাল। তেওঁ কৰণিত থকা আমখিনিৰ এচকল মুখত দি বাকীখিনি নিশবদে নি আকৌ আগৰ ঠাইতে থৈ দিলে। লগতে আতাৰ পানীৰ পাত্ৰ লাউ লোটাটি অলপ আঁতৰাই থলে। এনেতে আতাই ভোজন কাম কৰি ভিতৰৰ পৰা ওলাই আহি হঠাৎ এই কাণ্ড দেখি গুৰুজনৰ চৰণত পৰি কান্দি কান্দি কবলৈ ধৰিলে—"বাপ, বুৰিলোঁ বুৰিলোঁ, সমুলি বুৰিলোঁ ! আমাৰ সৰ্ব্বনাশ হল !!" তেতিয়া গুৰুজনে মধুৰ-বাণীৰে প্ৰবোধ দি কলে—"শ্ৰীৰাম, তুমি কোনো দুশ্চিন্তা মনলৈ নানিবা। ভকতৰ অৱশেষ ভুঞ্জিব পায় ; বৰং নুভুঞ্জিলেহে দোষে ছোৱে। ভগবান শ্ৰীকৃষ্ণই তেওঁৰ পৰম বান্ধৱ সখা অৰ্জ্জুনক কৈছিল—

'ভক্তৰ শেষত পৰে বস্তু শ্ৰেষ্ঠ নাই।
তাক ভুঞ্জিবাক সখি মোৰ বাঞ্ছা যায় ॥'

এই বুলি কৈ আমৰ আমঠিটো এঠাইত ভালকৈ গজাবলৈ দিলে। কেইদিনমানৰ পাচত তাত এটি লহপহীয়া আমাৰ পুলিয়ে দেখা দিলে। এদিন আবেলি গুৰুজনে শ্ৰীৰাম আতাৰ হতুৱাই কোৰৰ নালত পুলিটি যতনেৰে বন্ধাই তেওঁৰে কান্ধত দি দোলাৰ বাটেদি (বৰ্ত্তমান দলাহাটীৰ হাটীয়াৰ ঘৰ থকা ঠাইৰ ওচৰেদি) খোজ ললে। কথিত আছে যে তেওঁলোক তাৰপৰা কেইখোজমান অহাৰ পাচত এটি সৰু পুখুৰী পালত তাৰ পাৰত থকা বেং এটাই গুৰুজনৰ চৰণৰ পৰশ পাই চতুৰ্ভুজ মূৰ্ত্তি ধাৰণ কৰি অদৃশ্য হল ! আতাই সবিস্ময়ে

† 'দলা' শব্দটো 'দোলা' শব্দৰ অপভ্ৰংশ ; 'দলাহাটী' নামৰ উৎপত্তি 'দোলা' শব্দৰ পৰা হৈছে।

ইয়াৰ কাৰণ সুধিলত গুৰুজনে লাহেকৈ কৈ থলে—"শ্ৰীৰাম, এইখিনি পুণ্য-ভূমি ; সময়ত ইয়াত এগছি বন্তি জ্বলিব।" বৰ্ত্তমান 'পুখুৰীৰ পাৰ বহা'ৰ পূবফালে থকা দ খালটোৱে আগৰ পুখুৰী আৰু পৰবৰ্ত্তী কালত তাৰ পাৰত প্ৰতিষ্ঠিত 'পুখুৰীৰ পাৰৰ বহা'খনেই গুৰুজনৰ বাক্যৰ বন্তি জ্বলনৰ স্থান। তেওঁলোকে এই ঠাই এৰাই পশ্চিমলৈ অলপ গৈয়ে একখণ্ড মনোৰম ঠাই পাই তাকেই উপযুক্ত স্থান বুলি মনোনীত কৰিলে। গুৰুজনে তাত আমৰ পুলিটি নিজে ৰোপণ কৰিলে।

পাচত এই ঠাইতে এটি বেলৰ পুলি, এটি নাগেশ্বৰৰ পুলি আৰু এজুপি কেতেকী ফুলো ৰুলে। ভকতীয়া কথাত ইয়াক চাৰি যুগৰ চাৰিবিধ ফুল-ফল বুলি কোৱা হয়। কেই বছৰমানৰ পাচত এই কেতেকী আৰু নাগেশ্বৰ ফুলৰ আকৰ্ষণীয় মধুৰ সৌৰভে চৌপাশ আমোল মোলাই তুলিলে। তাৰ বেল আৰু মিঠা আম খাবলৈ পাই ভকত সকল পৰিতৃপ্ত হল। এয়ে বৰপেটা সত্ৰৰ পৰম পৱিত্ৰ ভূমি—'বৰবাৰী' * বা 'মিঠা আমৰ তলী'। গুৰুজনৰ স্বহস্ত ৰোপিত চাৰিবিধ বস্তুৰ ভিতৰত আজি অকল কেতেকীফুল জুপিয়েহে ক্ৰমাত বাঢ়িগৈ বহু ঠাই আগুৰি থাকি গৌৰৱময় অতীতৰ পুণ্যময় পৱিত্ৰ স্মৃতি জীয়াই ৰাখিছে। আজিও সত্ৰৰ বাপুসকল আৰু আই সকলে মাঘৰ দোমাহী আদি পৱিত্ৰ দিনত সেই স্মৃতি সোঁৱৰণ কৰিবলৈ এই ঠাইত একত্ৰিত হয়। বৰবাৰীৰ মাটিকালিৰ পৰিমাণ বৰ্ত্তমান ৫৲১৭ লোচা। ( ৫ বিঘা ১৭ লোচা )

**ঠাকুৰ আতাৰ শলাগণি**—এদিনাখন শ্ৰীমাধৱদেৱে ঠাকুৰ আতাৰ খা-খবৰ লৈ আহিবলৈ তেওঁৰ প্ৰধান বাৰ্ত্তা-বাহক শ্ৰীৰাম আতাক পাচিলে। তেওঁ আদেশ পোৱা মাত্ৰকে জনিয়ালৈ যাত্ৰা কৰি ঠাকুৰআতাক দৰ্শন কৰি নমস্কাৰ জনালে। ঠাকুৰআতাই

* গ্ৰন্থকাৰৰ 'বৰবাৰীৰ ইতিবৃত্ত' নামৰ প্ৰবন্ধ এটি 'অসম সাহিত্য সভা পত্ৰিকা'ৰ ১৮৫৯-৬০ শকৰ ৭ম বছৰৰ ৩য় সংখ্যাত প্ৰকাশ হৈছিল।

—লেখক

বহিবলৈ আসন দিলত শ্ৰীৰামআতাই তেওঁলোকৰ পৰিয়াল বৰ্গৰ বাৰ্ত্তা সুধিলে। তেওঁ কুশল-সংবাদ জনালে। আৰু তেৰেঁা গুৰুজন, বুঢ়াআতা, আই গোসানী আৰু আতৈ সকলৰ বিধে বিধে বা-বাতৰি সুধিলত শ্ৰীৰামআতাই তেওঁলোকৰ চমু বাতৰি দিলে। তাৰ পাচত ঠাকুৰ আতাই পুনৰ তেওঁলোকলৈ নমস্কাৰ জনাবলৈ কৈ 'তোমাকো নমস্কাৰ' বুলিও কলে। তাকে শুনি শ্ৰীৰামআতাই 'ভাল' বুলি শলাগি থলে। এনে সমিধান শুনি ঠাকুৰআতাই বিষম পাই পুনৰ মাত লগালে —"শ্ৰীৰাম, গুৰু-ভকতক নমস্কাৰ জনাবলৈ কোৱাত তুমি 'ভাল' বোলাত সজেই হল ; কিন্তু লগতে 'তোমাকো নমস্কাৰ' বুলি কোৱাতনো 'ভাল' বুলিলা কেনেকৈ ?" তেতিয়া শ্ৰীৰাম আতাই বিনম্ৰভাবে মাত লগাগে—আতা, আপুনি দেখোঁন জানেই যে আমি জড় প্ৰায় ; আত্মাহে চৈতন্য। সেই আত্মা এৰা দিলেই আমাৰ অস্তিত্বও লোপ পায়। জীৱহীন ভেলটি দেখিলেই দেখোন অশুচি বুলি লোকে স্নান কৰে ? আপুনি এই নিঃকিনৰ প্ৰতি নমস্কাৰ জনাব পাৰে বুলি আমি সপোনতো ভাবিব নোৱাৰোঁ। আমাৰ অন্তৰৰো অন্তৰত থকা সেই আত্মা-গুৰুক আপুনি নমস্কাৰ কৰা বুলি ভাবিহে তেনেকৈ কোৱা হৈছে।" তেতিয়া ঠাকুৰআতাই তেওঁৰ চেনেহৰ তত্ত্বদৰ্শী শ্ৰীৰাম আতাৰ মনোভাৱ বুজি আনন্দেৰে কৈ উঠিল—"ধন্য, মোৰ শ্ৰীৰাম ধন্য ; মোৰ শ্ৰীৰামৰ মানৱী জন্ম সাৰ্থক হৈছে।" ইয়াকে কৈ তেওঁক ভোজনাদি কৰাই বিদায় দিলে।

**কেন্দুতলীৰ ঘাটৰ কথা**—এদিন শ্ৰীৰামআতাই অইন দিনৰ দৰে কেন্দুতলী ঘাটলৈ* স্নান কৰিবলৈ গৈ তাত তাঁতীৰ কেইবাজনীও গাভৰু ছোৱালীয়ে শৰীৰ নাঢাকি আবুৰ হীনভাবে কলহত পাণী ভৰাবলৈ ধৰা বেয়া দৃশ্য এটি হঠাৎ তেওঁৰ চকুত পৰিল। তেওঁ লাজতে ওচৰতে থকা বিৰিণাৰ মাজত লুকাই পৰিল। তেওঁলোকে হাঁহি-মাতি খিকিন্দালি কৰি পানী লৈ ঘৰমুৱা হোৱা গম পাই

* বৰ্ত্তমান বৰপেটা সত্ৰৰ খটখটীৰ দক্ষিণফালে থকা দলংখনৰ ওচৰতে কেন্দুতলীৰ ঘাটটো আছিল।—লেখক

আতাই স্নান কৰি উঠিল আৰু বহালৈ উলটিল। তাৰ পাচত গুৰুজনৰ ওচৰত সকলো কথা প্ৰকাশ কৰি বেজাৰ মনেৰে কলে— "বাপ, সুন্দৰীত কি দেখা গৈছিল আৰু ইয়াত নো কি দেখা গ'ল ? এনে ঠাইত নো কোন মাকৰ পোৱে তিষ্ঠিব পাৰে ?" ইয়াকে শুনি গুৰুজনে কলে—"বাপু শ্ৰীৰাম, তুমি ইয়াত থাকিবলৈ টান পাইছা যদি পুনৰ সুন্দৰীথানলৈ যাব পাৰা ; আমি হলে ইয়াতেই ৰলোঁ।" ইয়াকে শুনি তেওঁ কলে—"বাপ, আপোনাক এৰি আমি তালৈ যাব পৰা সম্ভৱ নে ? আমাৰ প্ৰতি তেনে পালিব নোৱাৰা আদেশ দিয়া নাযাব। আমি ইয়াতেই থাকিব লাগিব যেতিয়া আপুনি কৃপা কৰি সোনকালে কেন্দুতলীৰ ঘাটৰ এটি সুব্যৱস্থা কৰা যাওঁক।" শ্ৰীৰামআতাৰ যুক্তিপূৰ্ণ অনুৰোধ মতে গুৰুজনে সিদিনাৰে পৰা তাত উদাসীন ভকত সকলৰ কাৰণে এটা আৰু গৃহীলোক সকলৰ কাৰণে আন এটা বাট তৈয়াৰ কৰি দিয়ালে। সময়ৰ সোঁতত আৰু প্ৰাকৃতিক বিপৰ্য্যয়ৰ ফলত আজি এইস্থানৰ বিৰাট পৰিবৰ্ত্তন ঘটিছে। বৰ্ত্তমান একেটি ঘাটেই সকলোৰে ব্যৱহাৰ্য্য হৈ থকা দেখা যায়।

**লোক শিক্ষাৰ চানেকী**—এবেলি ঠাকুৰ আতাই পৰমানন্দ ঠাকুৰক লগত লৈ শ্ৰীমন্ত শঙ্কৰদেৱৰ কীৰ্ত্তন মহোৎসৱ দৰ্শনৰ অৰ্থে বৰপেটা সত্ৰলৈ আহিছিল। ঠাকুৰ আতাই প্ৰত্যেক বাৰেই ভাৰ্য্যাক ঘৰত এৰি থৈ অহা দেখি সিদিনা শ্ৰীৰামআতাই সুধিলে— "বাপ, আপোনাকহে অকলে ইয়াত দেখা যায় ; আইক হলে এবেলিও দেখা মনত নপৰে।" তেতিয়া ঠাকুৰ আতাই তেওঁক ঘৰৰখীয়া কৰি থৈ অহা বুলি কলে। তাকে শুনি শ্ৰীৰাম আতাই কলে—"বাপ, গুৰুজনৰ দ্বাৰা অনুমতি লোৱাব পাৰিলে আমিয়েই ঘৰৰখীয়া হৈ আইক ইয়ালৈ পঠিয়াই দিব পৰা যায়।' তেতিয়া ঠাকুৰ আতাৰ অনুৰোধ ক্ৰমে গুৰুজনৰ অনুমতি লৈ তেওঁ তুৰন্তে গৈ জনিয়া পালে আৰু বাৰবাসী আইক সকলো কথা ভাঙি কৈ বৰপেটালৈ পঠিয়াই দিলে ; আইয়ে আন পুত্ৰ-কন্যা কেইটিক লগত

লৈ আনন্দেৰে আহি কীৰ্ত্তনৰ মহোৎৱ চাই নয়ন সাৰ্থক কৰিলে।

সিফালে শ্ৰীৰাম আতাই ঠাকুৰ আতাৰ ঘৰখন চাই চিতি তাৰ ভিতৰ আৰু বাহিৰ ভাগত চাফচিকুণতা আৰু পৰিপাটিৰ অভাৱ দেখিবলৈ পালে। সেইদেখি নিজে কোৰ ধৰি খন্তেকতে চোতাল, বাট-ঘাট পদূলি আদি চাচি বন-জাবৰবোৰ বকৰাণিত পেলাই ঠাইখণ্ড বিতোপন কৰি তুলিলে। আখল, মজিয়া আদি মচি নতুন মুৰা কৰিলে। ঠাকুৰ আতা আৰু তেওঁৰ ভাৰ্য্যাৰ কাৰণে মুখ হাত ধোৱা, মাটি-পানী লোৱা, গা-ধোৱা, আদি ঠাই পৃথকভাবে ঠিক কৰি দিলে। আনকি ৰাতিৰ চাউল সিজোৱাৰ কাৰণে চাউল-পাত পৰ্য্যন্ত যতনাই ৰাখিলে। এনেতে ঠাকুৰআতাৰ ভাৰ্য্যা গৈ আপোন-গৃহ পালে। এই ছেগতে শ্ৰীৰামআতাই মেলানি মাগি বৰপেটা মুখে খোজ ললে। আতাক বিদায় দি ঠাকুৰ আতাৰ ভাৰ্য্যাই তেওঁৰ কামবোৰ দেখি মনত বৰ দুখ পাই বেজাৰ মনেৰে থাকিল। অলপ পাচতে ঠাকুৰ আতা ঘৰলৈ উভতি গৈ ভাৰ্য্যাক তেনেকৈ থকাৰ কাৰণ সুধিলত তেওঁ কলে—"আমাৰ বেচেৰা শ্ৰীৰামটিয়ে হুছুৰ লগা বস্তুকো ছুই, নকৰিব লগা কামকো কৰি আমাক পাপত ডুবালে।" এই বুলি কৈ সকলোবোৰ কামকে দেখুৱালে। তেতিয়া ঠাকুৰ আতাই কলে—"শ্ৰীৰামে এনেই ঘৰৰখীয়া হবলৈ আমাৰ ইয়ালৈ অহা নাছিল; আওঁপাকে এইবোৰ কাম শিকনি দিবলৈহে আহিছিল।" এই বুলি খেদ কৰি সিদিনা ৰাতি সকলোটিয়ে অনাহাৰে পৰি থাকিল। পিচদিনা ভোজন কাম সমাপন কৰি ঠাকুৰ আতাই বৰপেটালৈ আহি গুৰুজনাৰ আগত শ্ৰীৰাম আতাৰ সকলো কথা বৰ্ণাই কলে।

**গুণগ্ৰাহিতা**—এবেলি ঠাকুৰ আতাই একেবাহে দুদিনমান বৰপেটালৈ অহা নাছিল। সেইদেখি তেওঁনো কি কামত ব্যস্ত আছে তাকে চাই-চিতি আহিবলৈ গুৰুজনে শ্ৰীৰাম আতাক পাচিলে। তেওঁ গৈ জনিয়া পাই আতাই খেতি-পথাৰত থকা বুলি খবৰ পালে। তেওঁ তালৈ গৈ দেখিলে যে ঠাকুৰ আতাই তিঁয়হ-চিৰাল তলীত

কোৰ পাৰিছে আৰু তাৰ ছেৰে ছেৰে তাল ৰাখি মুখেৰেও ভগবানৰ নাম উচ্চাৰণ কৰি আছে। মাজে সময়ে বহি আন কাম কৰি দুই এটি গীত-পদো গাই জিৰণি লৈছে। কৰ্ম্মৰ লগতে ধৰ্ম্মকো সাঙুৰি দিয়া দেখি সন্তোষ পাই তেওঁ ঠাকুৰ আতাক প্ৰণাম জনালে। তেৰোঁ শ্ৰীৰাম আতাক মৰমেৰে আসন দি সন্মান জনালে। তাৰ পাচত পৰস্পৰে বা-বাতৰি ললে। অৱশেষত গুৰুজনলৈ পাঁচটি তিঁয়হেৰে বন্ধা টোপোলা এটি দি শ্ৰীৰাম আতাক বিদায় দিলে।

তেওঁ তিয়হ কেইটি আনি গুৰুজনক দি সেৱা জনালত গুৰুজনে সখিয়েকৰ খা-খবৰ সুধিলে। তেতিয়া শ্ৰীৰাম আতাই কলে—"বাপ কৃপালু গুৰু, আতা পুৰুষৰ কথা নো কি কোৱা যাব? তেওঁ হাতেৰে খেতি-পথাৰৰ কৰণীয় কাম কৰি থাকিও মুখেৰে অবিৰাম ভাৱে গীত-পদ, নাম-গুণ গাই থকা দেখা গল। তেওঁৰ দেহাটিহে তাত আছে, জীৱটি কিন্তু ইয়াতেহে। ইয়াকে শুনি গুৰুজনে মনৰ হৰিষত কলে—"বাপু শ্ৰীৰাম, তুমি কাৰো বেয়া গুণ নেদেখা ; সকলোৰে সজ গুণতেহে তোমাৰ চকু পৰে। ই অৱশ্যে সজ লক্ষণ।" এই বুলি কৈ পদ মাতিলে—

'অধমে কেৱল দোষ লৱয় মধ্যমে গুণ
দোষ লৱে কৰিয়া বিচাৰ।
উত্তমে কেৱল গুণ লৱয় উত্তমোত্তমে
অল্প গুণ কৰিয়া বিস্তাৰ ॥—নামঘোষা

আন এদিন গুৰুজনে ঠাকুৰ আতাৰ ভাৰ্য্যাৰ বিষয়েনো শ্ৰীৰাম আতাই কেনে মন্তব্য প্ৰকাশ কৰে তাক জানিবৰ কাৰণে মন কৰিলে। সিদিনাখন ঠাকুৰ আতাই সন্ত-মহন্ত সকলেৰে সৈতে লগলাগি কৃষ্ণ-কথা আলোচনত আৰব্ধ হৈ থাকোঁতে ৰাতিটোও বৰপেটাতেই থকাৰ সম্ভাৱনা দেখা গল। সেইদেখি গুৰুজনে শ্ৰীৰাম আতাক ওচৰলৈ মাতি নি ঠাকুৰ আতাৰ ভাৰ্য্যাৰ গতি-গোত্ৰ, ভাৱ-ভঙ্গীৰ বুজ লৈ আহিবলৈ জনিয়ালৈ পঠিয়ালে। আৰু সেই কামৰ গোপনে সন্ধান লবলৈও সতৰ্ক কৰি দিলে। আজ্ঞাবহ আতাই সকলো কামকে

এৰি জনিয়ালৈ খোজ ললে। তেতিয়া গধূলি পাৰ হৈ গৈছে। আতাই চ'ৰা ঘৰতে বহিল কিন্তু কাকো নামাতিলে। তেতিয়া ঠাকুৰ আতাৰ ভাৰ্য্যাই লৰা-ছোৱালী কেইটিক শুবলৈ কৈ চৰুত চাউল বহাই খেদ কৰিবলৈ ধৰিলে—"মই অতি অভাগিনীয়ে এই অন্ধকূপত পৰি থাকিব লগা হৈছে; ঘৰুৱা জঞ্জালত ঈশ্বৰৰ নাম এষাৰিও সুস্থিৰ ভাবে লবলৈ সময় নাপাওঁ! আৰু মোৰ স্বামী গুৰু পৰম সৌভাগ্য-বান সেইদেখি খেতি-পথাৰত থাকিও সৰসৰকৈ নাম-গুণ গাই থাকে। আজি এই সন্ধিয়া পৰত হয়তো তেৰাই পৰম পুৰুষ গুৰুজনাক মাজত বহুৱাই লৈ চাৰিওফালে আগুৰি থকা ভকত সকলৰ লগত বহি আছে আৰু হয়তো বা এই সময়তে গুৰুজনে শ্ৰীমুখেৰে বৈকুণ্ঠৰ বাতৰি কীৰ্ত্তন কৰিব লাগিছে। তেৰাসৱ বৈকুণ্ঠৰেই পাৰিষদ; সেই দেখিহে নিতৌ ভক্তি-ৰস পান কৰি পৰম আনন্দত মজি থাকিবলৈ সুযোগ পাইছে। এই অভাগিনীৰ কপালত নো কোন দিনা তেনে সৌভাগ্যৰ উদয় হব!" শ্ৰীৰাম আতাই বাৰবাসী আইৰ উক্তিৰ সামৰণি পৰাৰ লগে লগে উঠি বৰপেটালৈ উলটিল। ৰাতি গুৰুজনে মাত লগালে—"শ্ৰীৰাম, আজিনো কি দেখিলা কি শুনিলাহঁক?" তেতিয়া আতাই ঠাকুৰ আতাৰ ভাৰ্য্যাই কৰা ভক্তি ভাৱপূৰ্ণ খেদোক্তিৰ সকলো কথা কৈ গল। গুৰুজনে শুনি পৰম আহ্লাদিত হৈ কলে—"বাপু শ্ৰীৰাম, মোৰ সখিতো ধন্যই, তেওঁৰ ভাৰ্য্যাও ধন্যা। দ্ৰৌপদীৰ ভক্তিৰ গুণত ভগবান শ্ৰীকৃষ্ণই পৰম ভক্ত অৰ্জ্জুনৰ ৰথৰ সাৰথি হব লগা হৈছিল; আমাৰ সখিয়েও তেনেকুৱা নাৰী-ৰত্নৰ গুণতেই অমিয়াৰস আস্বাদনৰ অধিকাৰী হৈছে। তুমি আজি সখিৰ ভাৰ্য্যাৰ সন্ধান লবলৈ গৈ অতি উত্তমগুণৰ কথাকেই আমাৰ কৰ্ণগোচৰ কৰিলা। তুমি সকলোৰে গুণটিহে দেখিবলৈ পোৱা; দোষে তোমাৰ আগত ধৰা দিবলৈ লাজ পায়।" ইয়াকে কৈ ৰাতি হোৱা দেখি গুৰুজনে শোৱা পাটীৰ আশ্ৰয় ললে। আতাইও নিজৰ বহাত সোমাল।

**চুঙা চাই সোপা**—অসুৰাৰি ভট্টাচাৰ্য্যৰ গোচৰৰ তদন্ত

কৰিবলৈ কোচ ৰজা ৰঘুদেৱে* সুৰানন্দক বৰপেটা সত্ৰলৈ পঠিওৱাত তেওঁৰ লগত কিছুমান মেচো আহিছিল। সিহঁতে বৰপেটা সত্ৰৰ উদাসীন ভকত সকলৰ ওপৰত বৰকৈ দৌৰাত্ম্য কৰিছিল। সিহঁতৰ ভয়ত ভকত-সকলৰ সৰহ ভাগেই পলাইছিল; অকল বুঢ়া আতা, শ্ৰীৰামআতা, ৰামচৰণ ঠাকুৰ, জনাৰ্দ্দন আতৈ আৰু মুকুন্দ আতৈকে প্ৰমুখ্য কৰি দহ-বাৰজনমান বিশিষ্ট ভকতহে মবসাহ কৰি গুৰুজনক এৰা নিদিয়াকৈ আছিল। নিৰ্ব্বোধ মেচ কেইজনমানে অত্যাচাৰ কৰিবৰ মনেৰে শ্ৰীৰাম আতাৰ ফালেও চকু দিয়া দেখি তেওঁ ততালিকে গাৰ কাপোৰ-কানিয়ে পগোৱা গুড় সানি দুৱাৰ মুখত বেমাৰী মানুহৰ ভাও জুৰি বহি থাকিল। গুড়ৰ গোন্ধ পাই আতাৰ গোটেইটো গাতে মাখিয়ে ভেনভেনাব ধৰিলে। তাকে দেখি মেচহঁতে আতাৰ জহনী হোৱা বুলি ধৰি লৈ বিষ্ঠাৰ ওপৰতহে মাখিয়ে আগুৰি ধৰা বুলি ভাবি তেওঁৰ ওচৰলৈকে নগল। সিহঁতে ঘিণ কৰি আৰু জহনীৰ ভয়তে নাকে-মুখে হাত দি দূৰৰে পৰা গুচি গল। বিপদৰ সময়ত কৃপাময় ভগৱন্ত পুৰুষে এইদৰে হিয়াত উদ্ধাৰৰ উপায় দিয়াত আতাই তেওঁৰ কৰুণাৰ কথাকে ভাবি ভাবি তন্ময় হল।

**হাজোৰ অদ্ভুত স্মৃতি**—শ্ৰীমাধৱদেৱে বৰপেটা সত্ৰৰ ভাৰ মথুৰা দাস বুঢ়াআতাৰ হাতত গতাই দিয়াৰ পাচত কেইমাহমান ইফালে সিফালে ফুৰি ফুৰি ভকত সমন্বিতে ব্ৰহ্মপুত্ৰেৰে উজাই গৈছিল। অন্যান্য ভকত সকলৰ লগত শ্ৰীৰাম আতাও আছিল। তেওঁলোকে গৈ ৰামদিয়াৰ† ওচৰ পাই তাৰ বিখ্যাত 'ৰামদিয়াৰ বালি'ত নাও

*ৰঘুদেৱ বা ৰগুদেৱ নাৰায়ণ বীৰ চিলাৰায়ৰ (শুক্লধ্বজ) পুত্ৰ। মহাৰাজ নৰনাৰায়ণে ৰাজ্য ভগাই দিয়াত এওঁৰ ভাগত সোণকোষ নৈৰ পূবৰখণ্ড পৰে। বৰ্ত্তমান গোৱালপাৰা জিলা, গাৰো পাহাৰৰ উত্তৰাংশ, কামৰূপ জিলা আৰু দৰং জিলাৰ পশ্চিমাংশ এওঁৰ ৰাজ্যৰ অন্তৰ্ভুক্ত আছিল।—লেখক।

†ৰামদিয়া গাওঁখনি বিখ্যাত হাজোৰ দক্ষিণ পশ্চিমফালে অৱস্থিত। এই ঠাইৰ ধৰ্ম্মপ্ৰাণ লোকসকলে শ্ৰীমাধৱদেৱক ছয়মাহ কাল পোহ-পালদি পৰম শ্ৰদ্ধা-ভক্তিৰে ৰাখি তেওঁক শান্তি দিছিল।—লেখক

বান্ধিলে। তেওঁলোক গৈ পোৱা খবৰ পাই হাজো দেৱালয়ৰ ব্ৰাহ্মণ সকলে গুৰুজনাক মাধৱমূৰ্ত্তি দৰ্শনৰ বাবে ঘনাই অনুৰোধ জনাবলৈ ধৰিলে। তাৰ আগতে মহাৰাজ ৰঘুদেৱেও তেওঁক হাজোলৈ যাবলৈ আদেশ দিছিল। সেইদেখি এদিনাখন গুৰুজনে বামদিয়াৰ বালিৰ পৰা সেৱক সমন্বিতে হাজোৰ দেৱালয়লৈ যাত্ৰা কৰিলে। তেওঁলোক গৈ মণিকুট টিলাৰ ওপৰত থকা হয়গ্ৰীৱ দেৱালয়ৰ বাহিৰৰ চোতালত গোট খালে। পাণ্ডাসকলে ভিতৰলৈ যাবলৈ আহ্বান জনোৱাতো গুৰুজনে দেৱালয়ৰ ভিতৰ নোসোমাই নাট-মন্দিৰৰ দুৱাৰ মুখৰ পৰাই মাধৱ মূৰ্ত্তি দৰ্শন কৰিলে। কিন্তু শ্ৰীৰাম আতাই তালৈ নগৈ বাহিৰতে চিৰ লগৰী কমণ্ডলুটো ( লাউলোটা ) আৰু কঁথাখন লৈ বহি থাকিল। কিছু সময়ৰ মূৰত ভকত সকলেৰে সৈতে গুৰুজনা উভতি আহিলত শ্ৰীৰাম আতাইও তেওঁলোকৰ লগতে খোজ লৈ নাও পালে। তেওঁলোক উলটি অহাৰ পাচত দেৱালয়ত থকা লোকসকলে দেখিবলৈ পালে যে শ্ৰীমাধৱদেৱে নাট-মন্দিৰৰ দুৱাৰৰ পাতত হাত দিয়া ঠাইত তেওঁৰ হাতৰ আঙুলিৰ চিন আৰু শ্ৰীৰাম আতাই বহা ঠাইখিনিত কমণ্ডলুৰ চিন পৰি আছে। এই অদ্ভুত কাণ্ডৰ চিন এতিয়াও হয়গ্ৰীৱ মাধৱ মন্দিৰৰ প্ৰাঙ্গণত অমুচ্য ভাবে জিলিকি আছে বুলি দৰ্শক সকলে কোৱা শুনা যায়।

**ভেলা ডোঁৱা থানত বসতি**—কোচ ৰজা মহাৰাজ ৰঘুনাৰায়ণৰ কৰ্ম্মচাৰী সুৰানন্দৰ হাতত অপমানিত হৈ শ্ৰীমাধৱদেৱে কামৰূপৰ পৰা বেহাৰ ৰাজ্যলৈ যাবলৈ মনস্থ কৰিছিল। এই কথাৰ সম্ভেদ পাই মহাৰাজ লক্ষ্মীনাৰায়ণৰ ( এওঁ মহাৰাজ নৰনাৰায়ণৰ পুত্ৰ, এওঁৰ ৰাজত্বকাল ১৫০৯ শকাব্দৰ পৰা ১৫৪৯ শকাব্দলৈ ) মাতৃস্বৰূপা আইধায়ে* নিজৰ মূৰৰ চুলি ছিঙি সোণৰ সফুৰা এটাত ভৰাই শ্ৰীমাধৱ-

---

* 'আইধাই নামে অভিহিত মহিলা গৰাকীৰ আচল নাম অজ্ঞাত। তেওঁ লক্ষ্মীনাৰায়ণ ৰজাৰ মাতৃ ৰাণী ভানুমতীৰ আপোন ভনীয়েক আছিল। তেওঁ নিজে আজীৱন আবিবৈ থাকি লক্ষ্মীনাৰায়ণ ৰজাক পুত্ৰ-বৎ জ্ঞান কৰি কেচুৱাৰে পৰা লালন-পালন কৰি ডাঙৰ-দীঘল কৰিছিল। ৰজায়ো তেওঁক

দেৱৰ ওচৰলৈ পঠাইছিল। আইধাইৰ ভক্তি ভাৰযুক্ত কাতৰ আহ্বান মতে গুৰুজনে চিৰসঙ্গী শ্ৰীৰাম আতাকে প্ৰমুখ্য কৰি ভকত সমন্বিতে বেহাৰ ৰাজ্যলৈ যাত্ৰা কৰিলে। তেওঁলোক গৈ পোৱা মাত্ৰকে আইধায়ে আদৰণি জনাই থকা মিলাৰ আৰু ভোজনৰ সুবিধা কৰি দিলে। যথা সময়ত তেৰেঁ লক্ষ্মীনাৰায়ণ ৰজাৰ হতুৱাই ভেলা ডোঁৱা গ্ৰামত নামঘৰ, হাটী-বাটী আদি সজাই দিলত গুৰুজনে তাতে সত্ৰপাতি থাকিল। ৰজাই গুৰুজনাক ধৰ্ম্ম প্ৰচাৰৰ কাৰণে অনুৰোধ জনালত তেওঁ সেই কাম শ্ৰীৰাম আতাৰ হাতত গতাই দিলে। তেওঁ ভেলা থানৰ ভকত সকলৰ সহযোগত সেই ঠাইৰ লোক-পৰিচয়, লোক সংগ্ৰহ, লোক-শিক্ষাৰ কামত ক্ৰমে অগ্ৰসৰ হবলৈ ধৰিলে। তেওঁৰ সাদৰী বচন, শিষ্ট আচৰণ, উদাৰনীতি আৰু অনুপম ভক্তি-ভাৰত আকৃষ্ট হৈ সেই অঞ্চলৰ অনেক লোকে গুৰুজনাৰ ওচৰত ধৰ্ম্ম-বস্তু লভি নিজক কৃতাৰ্থ মানিলে। শ্ৰীৰাম আতাৰ অদম্য উৎসাহ আৰু অপূৰ্ব্ব সংগঠন শক্তিৰ গুণত ভেলাডোঁৱা সত্ৰই অলপ দিনৰ ভিতৰতে আকৰ্ষণীয় ৰূপ ললে। শ্ৰীশঙ্কৰদেৱৰ পৰিত্ৰধাম কাকতকুটা থানৰ হৰিনামৰ ধ্বনি মাৰ যাবলৈ নৌ-পাওঁতেই শ্ৰীৰাম আতাৰ আন্তৰিক চেষ্টাৰ ফলত কলি যুগৰ পৰম সম্পদ নাম-ধৰ্ম্ম আৰু সামূহিক প্ৰাৰ্থনাৰ প্ৰসঙ্গৰ ধ্বনিয়ে বেহাৰ ৰাজ্যৰ দশোদিশ ৰজনৃজনাই তুলিলে। লগতে ৰসময়ী ভক্তিৰ পথো উন্মুক্ত কৰি দিলে।

**আত্ম লঘিমা প্ৰদৰ্শন**— শ্ৰীমাধৱদেৱে ভেলাডোঁৱা থানত নিতৌ নিত্য-প্ৰসঙ্গৰ অন্তত ভকত সকলৰ লগত সজ আলাপ-আলোচনা কৰিছিল। ভকত সকলৰ কাৰোবাৰ কেতিয়াবা কোনো কথাত সংশয় উপজিলে গুৰুজনাৰ দ্বাৰা ভঞ্জন কৰি লৈছিল। ইয়াৰ ফলত পাৰমাৰ্থিক তত্ত্ব আদি জটিল কথাবোৰ শিকি-বুজি লবলৈ সুযোগ পোৱা গৈছিল। এদিনাখন আলোচনা প্ৰসঙ্গত এজন ভকতে

---

মাতৃবৎ জ্ঞান কৰি 'আই' বুলি সম্বোধন কৰিছিল। সম্ভৱতঃ তেওঁ ৰজাৰ আই স্বৰূপা ধাই হোৱা বাবে 'আইধাই' নাম পাইছিল।—লেখক

গুৰুজনাক সুধিলে—“বাপ কৃপালুগুৰু, আগৰ দিনত জীৱন্মুক্ত পুৰুষ আছিল বুলি শুনিছোঁ; কিন্তু এই কলি যুগতো তেনে পুৰুষ থকা সম্ভৱ নে? থাকিলে কৃপা কৰি জানিবলৈ দিলে আমি পৰম কৃতাৰ্থ হোৱা যাব।” প্ৰশ্নটি শুনি গুৰুজনে মধুৰ হাঁহি এটি মাৰি শ্ৰীৰাম আতাৰ ফালে চালে আৰু চকুৰ ইঙ্গিতেৰে তাৰ সমিধান দি কলে—“তোমৃৰা সৱৰ মাজতেই তেনেজন পুৰুষ বহি আছে; বিচাৰি চালে পাব পাৰা।” তেতিয়া শ্ৰীৰাম আতাই তেওঁকেই লক্ষ্য কৰি কোৱা বুলি গম পাই আঠুলৈ গুৰুজনাক কাবৌ-কাকুতি জনাই কলে—“বাপ, আমি অতি হীন মূঢ়মতি, পৰম অধম; আমাৰ প্ৰতি তেনে দুখ-দায়ক বচন বোলা নাযাব।” আতাৰ এনে কাতৰ নিবেদন শুনি গুৰুজনাই নিমাত হৈ থাকিল।

**দক্ষিণা গ্ৰহণত আপত্তিকৰণ**—ভেলাডোঁৱা থানৰ ভকত সকলৰ প্ৰতি দয়া ওপজাত স্নেহশীলা আৰু ভক্তি পৰায়ণা আইধায়ে দিনে সেইথানৰ দুজনকৈ ভকতক নিমন্ত্ৰণ কৰি নি তেওঁলোকক চিৰা আৰু ফলাহাৰ কৰাবলৈ ধৰিলে। ভোজনৰ অন্তত তেওঁলোকক চাৰি পোণকৈ কড়ি আৰু দুখনকৈ পছৰা দক্ষিণা স্বৰূপে দিয়াবলৈ ব্যৱস্থা কৰিলে।

এদিন শ্ৰীৰাম আতাৰ পাল পৰিলত তেওঁ সচৰাচৰ ব্যৱহাৰ কৰি থকা পুৰণি আৰু চুটি চুৰিয়াখনকেই পিন্ধি যাবলৈ ওলাল। তেনে বেশেৰে ওলোৱা দেখি শ্ৰীমাধৱদেৱে মাত লগালে—“শ্ৰীৰাম, থানৰ ভকত এজনে এনেকুৱা বস্ত্ৰ পৰিধান কৰি ৰাজ কাৰেঙলৈ যোৱাটো শোভনীয় হবনে? বাটৰ মানুহেও দেখোন বাট এৰি দিয়া টান হব।” এই বুলি কৈ তেওঁক এখন দীঘল আৰু নতুন ভুনি, এখন পছৰা আৰু এখন টনা উলিয়াই দিলে। আতাই নৱবস্ত্ৰ পৰিধান কৰি লগৰীয়া ভকত জনেৰে সৈতে গৈ ৰাজকাৰেং পালে। বুঢ়া ভগীয়াই তেওঁলোকক আদৰি নি আসন দিলে। তেওঁ আইধাইক জনাই দুয়োজন ভকতকে দুগ্ধ, গুড় আৰু কলেৰে চিৰা ভোজন কৰালে। ভোজনৰ অন্তত বুঢ়া ভগীয়াই আতাক খন্তেক ৰবলৈ অনুৰোধ

কৰিলে। কিন্তু অইনক দিয়াৰ দৰে তেওঁকো দক্ষিণা দি পুনৰ সেৱা-সন্মান কৰিব বুলি ভাবি কলে—“আমাক জলপানলৈ মাতিছিল, আমি তাক ভোজন কৰা হল; ইয়াত আকৌ থাকিবৰ কি প্ৰয়োজন ?” ইয়াকে কৈ শ্ৰীৰাম আতাই থান মুখে খোজ ললে। বুঢ়া ভগীয়াই তেওঁক নাপাই দুখন পছৰা আৰু আঠপোণ কড়ি লৈ বহালৈ গল আৰু অনেক অনুনয়-বিনয় বচনেৰে কোনোমতে মান্তি কৰাইহে বস্তুখিনি দি আহিল গৈ।

**ভকত সেৱাৰ নমুনা** ঃ—এবেলি পৰম ভকত জয়ানন্দ আতৈয়ে টান নুৰিয়াত পৰিল। শ্ৰীমাধৱদেৱে এই খবৰ পাই তেওঁক চাই-চিতি আহিবলৈ শ্ৰীৰাম আতাক পঠাই দিলে। আৰু লগতে তেওঁ কাক বিপদ কালৰ আশ্ৰয় বুলি ভাবিছে, কাক আপদ কালৰ বন্ধু বুলি আশা কৰিছে আৰু কাৰ যহত প্ৰৱৰ্ত্তি আছে বুলি অন্তৰত বিশ্বাস পোষণ কৰি আছে তাকো সুধিবলৈ কলে। আতাই গৈ পোনতে আতৈৰ বেমাৰৰ কাৰণ, লক্ষণ আদিৰ বুজ লৈ গুৰুজনে কৈ পঠোৱা প্ৰশ্ন তিনিটি সুধিলত জয়ানন্দ আতৈয়ে কলে—“বাপ, আমি গুৰুত বাহিৰে কাকো আশ্ৰয় বুলি ভবা নাই; তেৰাই আমাৰ বিপদৰ পৰম বন্ধু আৰু সকলো আশা-ভৰসাৰ মূল। এতিয়া আমাৰ যি খুদ-কণ এটি মিলিছে তাকো একমাত্ৰ ভগৱন্তৰ কৃপা আৰু গুৰুৰ দয়াৰ গুণতহে পোৱা হৈছে।” শ্ৰীৰাম আতাই আতৈৰ ওচৰৰ পৰা উঠি গৈ গুৰুজনাক এই কথা জনালে। তেতিয়া তেওঁ মূৰত গামোচা এখন বান্ধি আৰু হাতত লোটা এটি লৈ জয়ানন্দ আতৈৰ পৰিচৰ্য্যা কৰিবলৈ যাবৰ নিমিত্তে সাজু হল। তাকে দেখি শ্ৰীৰাম আতাই মিনতি বচনেৰে কলে—“বাপ, আমি হেন শ্ৰীচৰণৰ দাস থাকোঁতে আপুনি যাব লাগিছে নে? আপুনি গলে আতৈৰ জীৱটিয়ে নিস্তাৰ পাওক ছাৰি নিকাৰহে ভোগ কৰিব। সেইকাম আমাৰ হে।” ইয়াকে কৈ তেওঁ জয়ানন্দ আতৈৰ ওচৰত উপস্থিত হল গৈ। তেওঁ গৈ দেখিলে যে আতৈয়ে কাপোৰে-কানিয়ে মল ত্যাগ কৰি বিছনাত পৰি আছে। কিন্তু শ্ৰীৰাম আতাই তালৈ

সমূলি ঘৃণা ভাব নানি সেইবোৰ আজলি ভৰাই নি দূৰৈত পুতি থলে। মল-মূত্ৰ লগা কানি-কাপোৰ খিনি ভালকৈ ধুই-পখালি আৰু ঠাইখিনি চাঁচি গোবৰ মাটি দি শুচি কৰিলে। তাৰ পাচত পানী তপতাই জয়ানন্দ আতৈৰ গা-মুৰ ধুৱাই তেওঁক আন কাপোৰ সলাই দি বিছনা পাৰি তাত সুন্দৰকৈ শুৱাই থলে।

শুশ্ৰূষা কামত অভিজ্ঞ শ্ৰীৰাম আতাৰ অবিৰাম পৰিচৰ্য্যাৰ গুণত জয়ানন্দ আতৈয়ে এদিনৰ ভিতৰতে গা তঙাই উঠিল। তাকে দেখি এমুঠি চাউল সিজাই খুৱাই-ধুৱাই শুৱাই থৈ বিশ্ৰাম লবলৈ দিলে। তেওঁৰ টোপনি নহালৈকে আতাই হাত-ভৰি পিহি দি থাকিল। আতৈৰ টোপনি আহিলত তেওঁ এৰা দি আহি গুৰুজনাৰ আগত সকলো কথা বিবৰি কলে। ইয়াৰ পাচতো আতৈ সম্পূৰ্ণ আৰোগ্য হৈ মুঠালৈকে শ্ৰীৰাম আতাই গুৰিৰ পৰা গুচা নাছিল।

**থান সত্ৰ-দৰ্শন**—শ্ৰীৰাম আতা ভেলাডোঁৱা থানত কিছুদিন থকাৰ পাচত বৰপেটাৰ ফালে ঘনাই মনত পৰিবলৈ ধৰিলে। এদিনাখন তেওঁ গুৰুজনাক নিবেদন জনাই কলে—“বাপ, আজি বহুদিন ধৰি এৰি থৈ অহা থান-সত্ৰবোৰ দেখা নাই। ঠাকুৰ আতা, বুঢ়া আতা ভৱানীপুৰীয়া গোপাল আতা, হৰিচৰণ ঠাকুৰ, চতুৰ্ভুজ ঠাকুৰ, আই-গোসানী আৰু সন্ত-মহন্ত সকলক দেখা কৰাৰ সুযোগ পোৱা নাই। গতিকে দাসক অনুমতি দিলে তেৰাসৱক দৰ্শন কৰি আহিব পৰা যায়।” তেতিয়া গুৰুজনে কলে—“শ্ৰীৰাম, তোমাৰ অভিপ্ৰায় সজ, বাৰু যোৱা; কিন্তু তিনি পখৰ মূৰত ঘূৰি আহিবা।”

আতাই অনুমতি পাই গুৰুজনাক সেৱা কৰি বৰপেটা অঞ্চলৰ ফালে যাত্ৰা কৰিলে। তেওঁ কেইদিন মানৰ মূৰত বৰপেটা পালেহি। তাৰ পাচত বৰপেটা, গণককুছি, কুমাৰকুছি, পাটবাউসী, বাৰাদি, সুন্দৰীদিয়া, জনিয়া আদি প্ৰত্যেক সত্ৰৰে সত্ৰীয়া নীতি-পদ্ধতি দৰ্শন কৰিলে আৰু সেই সেই সত্ৰৰ ভকত সকলৰ লগত প্ৰাণভৰি আলাপ আলোচনা কৰিলে। আৰু লগতে গুৰুজনে ভেলাডোঁৱা থানত কেনেকৈ সত্ৰ স্থাপন কৰি ধৰ্ম্ম প্ৰচাৰ কাৰ্য্যক ক্ৰমান্বয়ে আগ বাঢ়িছে

আৰু নিতৌ ভকত সমন্বিতে নাম-প্ৰসঙ্গ আৰু ধৰ্ম্মালোচনা কৰি পৰমানন্দ সুখত মজি আছে তাকো কলে। অৱশেষত গোপাল আতাক বিচাৰি ভৱানীপুৰলৈ গল। গোপাল আতাই তেওঁক আদৰণি জনাই লৈ গল আৰু আসন দি গুৰুজনাৰ বা বাতৰি ললে। তাৰ পাচত তাত থাকিবলৈ সকলো প্ৰকাৰৰ ব্যৱস্থা কৰি দিলে। তেৱোঁ গোপাল আতাক পাই সন্তোষ পালে।

ভৱানীপুৰীয়া গোপাল আতাই নিতৌ দশম শাস্ত্ৰ পাঠ কৰি অতি ৰসাল ভাবে ব্যাখ্যা কৰি ভকত সকলক শুনায়। তেওঁৰ বাগ্মিতাত বিমুগ্ধ হৈ সকলোৱে নীৰৱে থাকি কৃষ্ণ-কথা শ্ৰৱণ কৰে। শ্ৰীৰাম আতাইও শাস্ত্ৰৰ পাৰমাৰ্থিক তত্ত্বৰ নতুন সোৱাদ পাই থাকোঁতে সিফালে গুৰুজনে কৈ পঠোৱা তিনিপখ উকলি গল। এদিন হঠাৎ এই কথা মনত উদয় হলত তেওঁ গুৰুবাক্য উলঙ্ঘা কৰা হল বুলি আৰু তাৰ নিমিত্তে তেওঁৰ বিৰাগ ভাজন হব লাগিব বুলি ভয় কৰি সিদিনাই গোপাল আতাৰ পৰা বিদায় মাগিলে। গোপাল আতাই আচল কাৰণ জানিব পাৰি হৰিষ মনেৰে বিদায় দিলে।

শ্ৰীৰাম আতাই ভেলাডোঁৱা থান পাই গুৰুজনাক সেৱা জনালত তেওঁ আতালৈ পিঠি দি ঘূৰিল। আতাই গতি বিষম যেন দেখি প্ৰমাদ গণিবলৈ লাগিল। তেওঁ ততালিকে গুৰুৰ চৰণত দীঘল দি পৰি চকুৰ লোতকেৰে চৰণ ধুৱাই পলম হোৱাৰ কাৰণ বৰ্ণাই কলে। লগতে জনালে—"বাপ কৃপালু গুৰু, কথাৰ সাগৰ গোপাল আতাৰ আগত পৰিলে ৰসাল কথাৰ মোহিনী শক্তিয়ে সকলোকে মুহি পেলায়। আমি ভৱানীপুৰত থকা কেইদিনৰ ভিতৰত তেওঁ দশম শাস্ত্ৰৰ কথা অলপ পৃথক ধৰণে ব্যাখ্যা কৰা যেন দেখা গল। আমি সকলো থান-সত্ৰলৈকে গৈ সত্ৰৰ মালিক আৰু ভকত সকলৰ লগত আলাপ-আলোচনা কৰাৰ সুযোগ পোৱা গৈছিল। সকলো ভকত কুশলে আছে আৰু থান-সত্ৰ সমূহো ঠিকভাবে চলি আছে।" ইয়াকে কৈ উঠিলত গুৰুজনে খন্তেকীয়া ক্ৰোধ সম্বৰণ কৰি আতাৰ

প্ৰতি সুপ্ৰসন্ন হৈ কলে—"বাপু শ্ৰীৰাম, তোমাৰ পৰা থান-সত্ৰ সমূহৰ সু-সংবাদ পাই পৰম সন্তোষ পোৱা হল। গুৰুজনাৰ ধৰ্ম্মই বিকৃত ৰূপ নোলোৱাকৈ চলি থাকিব পাৰিলে আমাৰ ইমান দিনৰ শ্ৰম সাৰ্থক হোৱা বুলি ধৰি লব পৰা যাব। আৰু তুমি যে কথাৰ সাগৰ গোপালৰ কথা কৈছা সেই কথা আগতেই জানোঁ। অবোধ লোক সকলে তেওঁৰ কথা ঠিকমতে গ্ৰহণ কৰিব নোৱাৰাৰ ফলত অবাটে যাব বুলি শঙ্কা হৈছে।"

**জ্ঞান আহৰণৰ আৰ্হি**—এদিন এটা ব্যাধে জালপাতি এটি টুনী চৰাই ধৰি আনি তাক বিক্ৰী কৰিবৰ মনেৰে বাটে বাটে গ্ৰাহক বিচাৰি গৈ আছিল। এনেতে শ্ৰীৰাম আতাক দেখা পাই "চৰাই লবি নে?" বুলি সুধিলে। আতাই তাৰ উত্তৰ নিদি ওভোতাই প্ৰশ্ন কৰিলে—"কিয়?" বুলি। গুৰুজনে দুয়োজনৰে কথা শুনি মাত লগালে—"শ্ৰীৰাম, চৰাইটোৰ দাম কিমান সোধাহঁক।" আতাই সুধালত ব্যাধজনে 'এক অনাত দিব পাৰিম' বুলি কলে। তেতিয়া গুৰুজনে পাঁচ পোণ কড়ি দি চৰাইটো কিনি লোৱালে। পাচত শ্ৰীৰাম আতাক চৰাইটোৰ ঠেঙত এডাল ক'লাসূতা বান্ধি দি এৰি দিবলৈ কলে। তেৰোঁ তাকেই কৰিলে।

তাৰ পিচদিনা ব্যাধটোৱে ধান ছটিয়াই দি জালপাতি আগদিনাৰ টুনীটোকে ধৰি পুনৰ গুৰুজনাৰ ওচৰত বেচিলে। সেইদিনা গুৰুজনে শ্ৰীৰাম আতাক এডাল হালধীয়া সূতা ঠেঙত আঁৰি দি চৰাইটো উৰুৱাই দিবলৈ কলে। আতাই আগদিনাৰ দৰে উৰুৱাই দিলে। তাৰ পিচ দিনা সেই একেটা চৰাইকে ধৰি ব্যাধে গুৰুজনাত বিকিলে। গুৰুজনে সেইদিনা আতাক কলে—"শ্ৰীৰাম আজি ৰঙা সূতা বান্ধি এৰি দিয়াহঁক।" তেৰোঁ আদেশ অনুযায়ী কাম কৰিলে। তাৰ পিচদিনাও ব্যাধে সেই একেটা টুনী চৰাইকে ধৰি গুৰুজনাক দি বেচ ফেৰা লৈ গুচি গল। সেইদিনা গুৰুজনে বগাসূতা এডাল বান্ধি দি এৰি দিবলৈ কোৱাত আতাই সেইমতে উৰুৱাই দিলে।

চৰাইটোৱে আগৰ তিনিদিন সূতা আঁৰি দিয়াৰ কোনো গমকে

পোৱা নাছিল। কিন্তু চতুৰ্থ দিনা আঁৰি দিয়া বগা সূতা ডাল ঘপৰাই চকুত পৰিল আৰু তাক খুটিয়াই খুটিয়াই গুচাই পেলালে। সেইদিনাহে চৰাইটোৱে একেটা ভুলকেই নিতৌ কৰি থকাৰ পৰা অব্যাহতি পালে। পঞ্চমদিনা ব্যাধ নোযোৱা দেখি শ্ৰীৰাম আতাই গুৰুজনাক সুধিলে—"বাপ, আমাৰ বোধেৰে কালি আঁৰি দিয়া বগা সূতাডালৰেই কিবা বিশেষ গুণ থাকিব পায়; নহলে ইমান পৰলৈ ব্যাধ নহাকৈ নাথাকে।" আতাৰ প্ৰশ্নৰ উত্তৰ স্বৰূপে গুৰুজনে কলে—"শ্ৰীৰাম, তোমাৰ অনুমান ঠিকেই হৈছে। সচাকৈয়ে বগা সূতা ডালেহে টুনী চৰাইটিক বাৰে বাৰে জালত বন্দী হব লগা অৱস্থাৰ পৰা ৰক্ষা কৰিলে। বগা সূতাৰ দৰে নিৰ্ম্মল ভক্তিৰ গুণতো মানুহে মায়া-জালত নপৰাকৈ থাকি সংসাৰৰ আয়া-যাতৰ পৰা উদ্ধাৰ পায়।"

শ্ৰীৰাম আতাই এনেকুৱা অসংখ্য বাস্তৱ ঘটনাৰ যোগেদি নীতি-জ্ঞান আৰু তত্ত্বজ্ঞান লাভ কৰি আধ্যাত্মিক ক্ষেত্ৰত দোপত দোপে আগবাঢ়ি যাবলৈ সুযোগ পাইছিল। আতাই ইয়াকে অৱলম্বন কৰি পাচত জনসমাজত আধ্যাত্মিক শিক্ষা, নৈতিক আচাৰ-ব্যৱহাৰ আৰু সুস্থ সমাজ গঠন কাৰ্য্যত আশাতীত সফলতা লাভ কৰিছিল।

**মাছ বিতৰণ**—এদিন গুৰুজনে ভকত সকলৰ মাজত মাছ বিতৰণ কৰিবৰ মনেৰে যদুমণি আতৈৰ হতুৱাই অনেক মাছ অনাই এঠাইত থোৱালে। কিন্তু কোনো ভাগ নকৰাকৈয়ে নিজৰ ইচ্ছানুযায়ী তাৰ পৰা মাছ নিবলৈ ভকত সকলক আদেশ দিয়ালে। তেনেকৈ নিবলৈ দিয়াৰ ফলত প্ৰথমতে তাত থকা ডাঙৰ মাছবোৰ সাং হল। তাৰ পাচত মজলীয়া ধৰণৰবোৰ শেষ পৰিল। অৱশেষত সৰুবোৰো নাইকিয়া হবৰ উপক্ৰম ঘটিল। তেতিয়ালৈকে শ্ৰীৰাম আতাই গুৰুজনাৰ ওচৰতে থিয় হৈ থকা দেখি তেওঁ কলে—"শ্ৰীৰাম, তুমিও মাছ নিব নালাগে নে?" "ভাল বাপ, নিয়া হব" বুলি আতাই শলাগি থলে। আতাই গৈ দেখিলে যে মাছ থোৱা ঠাইত মাছ এটিও নাই। সেই দেখি তেওঁ ডাঙৰ মাছৰ গাত লাগি অহা

পেলনীয়া ধৰণৰ মোৱা, চন্দা আদি নিচেই সৰু সৰু মৰা মাছ কেইটিমানকে বুটলি ললে।

আবেলি পৰত ভকত সকল গোট খালত গুৰুজনে সুধিলে— "তোমৰা সৱে মাছ খাই কেনে পালাহঁক?" তেতিয়া তেওঁলোকে প্ৰত্যেকেই নিজৰ নিজৰ ব্যঞ্জনৰ সোৱাদৰ কথা কৈ গুৰুজনৰ শলাগ ললে। কিন্তু শ্ৰীৰাম আতাই একোকে নোকোৱা দেখি গুৰুজনে সুধিলে—"শ্ৰীৰাম, তুমি দেখোঁন নিমাত হৈ থাকিলা, কি কৰিলা নোকোৱা কিয়?" তেতিয়া আতাই অধোবদনে মাত লগালে— "বাপ, আপুনি আমাক মাছ নিবলৈহে কোৱা হৈছিল; খাবলৈ কোৱা হোৱা নাছিল। সেইদেখি আপোনাৰ বাক্য ৰক্ষা কৰি মাছ কেইটি নি যতনেৰে আঁৰি থোৱা হৈছে।" এই কথা শুনি ভকত কেইজনমানে আতাৰ গৃহত সোমাই দেখে যে, কণ কণ মাছটিহঁত আঁৰি থোৱা অৱস্থাতেই আছে। শ্ৰীৰাম আতাই ৰহস্যজনক ভাবে গুৰু-আজ্ঞা পালন কৰা দেখি সকলোৱে বিস্ময় মানিলে।

**পদ-ধূলি দানত আপত্তি কৰণ**—এবেলি আইধায়ে ভেলা-ডোৱা থানৰ ভকত সকলৰ পদ-ধূলি লবলৈ হাবিলাষ কৰিলে। তেওঁ এই মনোভিলাষৰ কথা শ্ৰীমাধৱদেৱক জনাই ভকত সকলক অনুমতি দিবলৈ অনুৰোধ জনালে। গুৰুজনে অনুমতি দিলত ভকত-সকলে ৰাজভৰন মুখে খোজ ললে। কিন্তু অকল শ্ৰীৰাম আতাইহে পাচ পৰি থাকিল। ভকত সকলৰ মাজত তেওঁক নেদেখি আইধায়ে মনত দুখ পাই দুনাই খবৰ দি পঠিয়ালে। এইবেলি তেওঁ যাবলৈ মনস্থ কৰি লাউলোটাটিত পানী ভৰাই লৈ অকলে গৈ ৰাজ কাৰেঙৰ ওচৰ পালে আৰু পদূলি মুখতে হাত-ভৰি ঘঁহি-পিহি ধুই ভকতৰ শাৰীত বহিল গৈ। আইধায়ে শ্ৰীৰাম আতাক দেখা পাই তেওঁৰ পদ-ধূলি বিচাৰিলে। কিন্তু আতাই তাত সবিনয়ে দুৰ্ঘোৰ আপত্তি কৰিলত আইধায়ে বিফল মনোৰথ হৈ বিমৰ্ষ বদনেৰে আতৰি যাব লগীয়া হল।

বিদায় বেলিকা অন্যান্য ভকত সকলৰ লগতে শ্ৰীৰাম আতালৈও

সন্মানেৰে বস্ত্ৰ আৰু দ্ৰব্য-বস্তু আগবঢ়োৱা হ'ল; কিন্তু তেওঁ তাৰ কোনো প্ৰয়োজন নাই বুলি তাকো গ্ৰহণ কৰিবলৈ অমান্তি হ'ল। তাকে দেখি আইধাইৰ খেদৰ মাত্ৰা আৰু চৰিল। তেওঁ এই দুটা কাৰণত বেজাৰ পাই শ্ৰীমাধৱদেৱক জনালত, তেওঁ এই বুলি সমিধান দিলে—"আমাৰ শ্ৰীৰাম বোলা ভকত জনৰ একোলৈকে লোভ-মোহ বা আশা আকাঙ্ক্ষা নাই; তেওঁৰ মানত সন্মান-অসন্মানৰ মূল্য একেই। মান-অভিমান কিহক বোলে তেওঁ নাজানে; নিন্দা বা প্ৰশংসাই তেওঁৰ মনক টলাব নোৱাৰে। তেওঁ নিৰ্ব্বিকাৰ। গতিকে আপুনি এই সম্বন্ধে কোনো বেয়া ভাৱ মনলৈ নানিব আৰু তেওঁৰ প্ৰতি ৰুষ্ট নহব।" তেতিয়াহে আইধায়ে আতাৰ স্বৰূপ কিছু বুজি পালে।

**বদলা আতাৰ হিত সাধন**—উজনিৰ শ্ৰীপদ্ম আতা বা বদলা আতাই ভেলাডোঁৱা থানত শ্ৰীমাধৱদেৱৰ ওচৰত ধৰ্ম্ম ধৰিছিল। কিন্তু তেওঁ তাত সাতদিন থাকিয়েই যথাসম্ভৱ তত্ত্বোপদেশ লাভ কৰা দেখি গুৰুজনে তেওঁৰ আধৰুৱা কথাখিনি শিকিবুজি লবলৈ কেইজনমান তত্ত্বজ্ঞ মহান পুৰুষৰ ওচৰলৈ যাবলৈ কৈছিল। তদুপৰি তেওঁক চিনি পাই ধৰ্ম্ম প্ৰচাৰক পাতি উজনি অসমত ধৰ্ম্ম প্ৰচাৰ কৰিবলৈও আদেশ দিছিল। কিন্তু বদলা আতাই উজনিলৈ নগৈ গুৰুজনাৰ লগত থাকিবলৈহে হাবিয়াহ কৰি নানা ওজৰ-আপত্তি দেখুৱাইছিল। এনেকৈ এবাৰ এবাৰকৈ দুবাৰো আদেশ পালন নকৰাকৈ আছিল। গুৰুজনে তৃতীয়বাৰ যাবলৈ কোৱাতো তাক পালন কৰাৰ কোনো সম্ভাৱনা নেদেখি শ্ৰীৰাম আতাই মাত লগাবলৈ বাধ্য হ'ল। তেওঁ তত্তালিকে বদলা আতাক কৈ উঠিল—"বাপুঘৰ, আপুনি নাজানেনে গুৰুবাক্য উলঙ্ঘা কৰাটো কিমান অপৰাধৰ কাম? বিশেষতঃ আপোনাৰ নিচিনা পুৰুষ এজনাই দুবাৰো গুৰু আজ্ঞাৰ প্ৰতি আওকাণ কৰাটো কোনোমতেই যুগুত হোৱা নাই। এইবেলিৰ আদেশো অথলে যাব লাগিলে নিশ্চয়কৈ জানিব যে তাৰ দ্বাৰা নিজৰ আত্মাৰ অকল্যাণ সাধন কৰাহে হব। গতিকে অনৰ্থক সময় নষ্ট নকৰি আৰু গুৰুজনাৰ মনতো কষ্ট নিদি অতি শীঘ্ৰে উজনিলৈ যাত্ৰা কৰা যাওক।"

শ্ৰীৰাম আতাৰ এই সতৰ্কতামূলক দৃঢ় উক্তিয়ে বদলা আতাৰ অন্তৰত সজোৰে আঘাত কৰিলে। তেতিয়াহে তেওঁ কৰা অপৰাধৰ বিষয় অন্তৰত স্পষ্টভাৱে অনুভূত হল। তেওঁ পূৰ্ব্বৰ সকলো সঙ্কল্পকে পৰিহাৰ কৰি সন্মুখত উপস্থিত হোৱা মহান কৰ্ত্তব্যক আকোৱালি ধৰিলে। লগতে সদুপদেশৰ দ্বাৰা চেতনা জগাই উপকাৰ কৰা বাবে শ্ৰীৰাম আতাৰ নথৈ শলাগ ললে। তাৰ পাচত থানৰ ভকত আৰু গুৰুজনাক যথাযোগ্য সেৱা সন্মান জনাই উজনিমুখে যাত্ৰা কৰিলে।

**এদিনৰ প্ৰবাস**—এদিন কোনো বিশেষ কাৰণ বশতঃ শ্ৰীৰাম আতাই হৰিহৰ আতাৰে সৈতে প্ৰবাসলৈ যাব লগা হল। কাৰ্য্যদক্ষ আতা দুগাকীয়ে কৰিব লগা কামখিনি দিনৰ ভিতৰতে সম্পন্ন কৰি নিশাটো তাতেই কটালে। ৰাতিপুৱালত শ্ৰীৰাম আতাই হৰিহৰ আতাক কলে—"আতা, গুৰুজনাক এৰি আহি এনিশা ইয়াত থাকোঁতেই এযুগ যোৱা যেন লাগিছে। আমি সোনকালে যাওঁহঁক।" হৰিহৰ আতাই ইয়াত সন্মতি দিব নোৱাৰি কলে—"আতা, আমি গুৰুজনাক এৰিব পাৰোঁ নে? তেৰাই নো আমাক এৰিব কেনেকৈ? আমাৰ আৰু এৰা এৰি হবৰ উপায় আছে নে? আমি ইয়াৰ পৰা অনাহাৰে যোৱাতকৈ এমুঠি চাউল সিজাই মুখত দি যোৱাহে সজ হব।" এনে উত্তৰ শুনি শ্ৰীৰাম আতাই ভাল নাপালে। তেওঁ স্নান কৰিলে হয়, কিন্তু হৰিহৰ আতাই অনাহাৰে আহিব নোখোজাত তেওঁক তাতে এৰি থৈ অকলে থানলৈ উলটিল।

শ্ৰীৰাম আতাই বেগাই গৈ গুৰুজনাক সেৱা কৰিলত তেওঁ সুধিলে—"শ্ৰীৰাম, তুমি দেখোঁন অকলেহে আহিলা, আমাৰ হৰিহৰটি ক'ত?" তেতিয়া আতাই কলে—"বাপ, তেওঁ আহিবলৈ মন নকৰা দেখি আমি নিশা থকা ঠাইতে তেওঁক এৰি অহা হৈছে। তেওঁ ভোজন কৰি আহোঁতে পলম হব। ওৰে নিশা আপোনাৰ এষাৰিও মাত শুনিবলৈ নাপাই মনটো বেয়া লগাত বিহানে তাৰপৰা অকলে অহা হল।" এনে সমিধান শুনি গুৰুজনে ক্ৰোধ ভাৱ দেখুৱাই

কলে—"শ্ৰীৰাম, এইটো কি কাম কৰিলা" শাহ এৰি বাহ বিচাৰি আহিছা ? মুকুতা এৰি থৈ শোকোতাৰ নিমিত্তে বিতত হৈছা ? যোৱা আকৌ তালৈ।" আতাই বিমোৰত পৰি পুনৰ অনাহাৰে লৰি-ঢাপৰি উভতি গৈ দেখিলে যে হৰিহৰ আতাই দুজনৰ জোখাৰে চাউল সিজাই দুখনি পাত পাৰি থৈছে। তাকে দেখি তেওঁ হৰিহৰ আতাক সেৱা জনাই সকলো কথা বৰ্ণনা কৰি অনুশোচনা কৰিবলৈ ধৰিলে। হৰিহৰ আতাই সকলো কথা বুজি পাই শ্ৰীৰাম আতাক সান্ত্বনা দিবলৈ ধৰিলে। তাৰ পাচত স্নান কৰি দুয়োজনে পৰম প্ৰীতি আৰু তৃপ্তিৰে সহ-ভোজন কৰিলে। খন্তেক জিৰণি লৈ দুয়োজনে আকৌ উলটিল। শ্ৰীৰাম আতাই ওৰে বাটে অনুতাপ কৰি যাওঁতে এঠাইত কলে—"আতা, গুৰুজনে কোনো দিনেই আজিৰ দৰে আমাৰ ওপৰত খং কৰা মনত নপৰে। ই পাপৰেই পৰাচিত। আপোনাক এৰি যোৱাৰ এয়ে পৰিণাম।" এইদৰে কথাপাতি গৈ থাকোঁতে থান পাই দুয়োজনে গুৰুজনাক সেৱা জনালে। তেতিয়া গুৰুজনে বচন মাতি কলে—"লাখ টকাৰ তাই, মনত যি নাই ঘৰতো নাই।" দুয়োজনকে এইদৰে একেলগে দেখিবলৈ পালেহে সন্তোষ পাওঁ।" গুৰুজনাৰ এই হিয়া জুৰোৱা সুমধুৰ বচন শুনি আতা দুজনে পথৰ ক্লান্তি আৰু শ্ৰান্তি পাহৰি গল আৰু তেওঁলোকে ৰংমনে হাত-ভৰি ধুই নিজ নিজ বহাত সোমাল গৈ।

**তত্ত্বজ্ঞানৰ অধিকাৰী**—এবেলি নাৰায়ণ দাস ঠাকুৰ আতাই পৰম সুহৃদ শ্ৰীমাধৱদেৱৰ বা-বাতৰি লবলৈ বৰপুত্ৰ পৰমানন্দ ঠাকুৰক ভেলাডোঁৱা থানলৈ পঠিয়াইছিল আৰু লগতে তাৰৈয়েকৰ প্ৰথম আদেশটো কৌশলেৰে পালন নকৰাকৈ থাকিবলৈকো দঢ়াই দঢ়াই কৈছিল। তেওঁ গৈ থান পোৱাত গুৰুজনে মৰম কৰি ৰাখিলে। তেওঁ দুদিনমান থকাৰ পাচত এজন সম্ভ্ৰান্ত লোকে ধৰ্ম্ম ধৰিবলৈ গুৰুজনাৰ ওচৰ চাপি নিবেদন জনালে। গুৰুজনে পৰীক্ষা কৰিবৰ মনেৰে শৰণ দিয়া কামৰ বাবে পোনতে আলহী পৰমানন্দ ঠাকুৰকেই পাচিলে। তেওঁ একো নভবা-নিচিন্তাকৈয়ে নিসঙ্কোচ মনেৰে

তালৈ আগ বাঢ়িল, আৰু শৰণ দিবলৈ উদ্যোগ কৰিলে। তাকে দেখি লোকজনে গুৰুজনাত বাদে অইনৰ দ্বাৰা ধৰ্ম্ম লবলৈ অনিচ্ছা প্ৰকাশ কৰিলত তেওঁ লাজ পাই বিমৰ্ষ বদনেৰে উভতিবলৈ বাধ্য হল। কিন্তু তেতিয়াও তেওঁ নিজৰ দুৰ্ব্বলতাৰ কথা বুজি পোৱা নাছিল। সেই দেখি তাৰ কাৰণ গুৰুজনাক সুধিলত তেওঁ হাঁহি এটি মাৰি মধুৰ বচনেৰে কলে—"বোপা পৰমানন্দ, তোমাৰ যাত্ৰা কালত পিতৃয়ে কি কৈছিল? সেই পিতৃ-বাক্য বিস্মৰণ হোৱা বাবেহে এই কাণ্ড ঘটিল। এতিয়াও তুমি আমাৰ প্ৰাণৰ সুহৃদক সমূলি চিনি-বুজি লব পৰা নাই; তাতে আকৌ তোমাৰ ভক্তিৰো সংশয় ছেদ হোৱা নাই। গতিকে ইয়াত কেইদিনমান থাকি তত্ত্বদৰ্শী পৰম ভকত শ্ৰীৰামৰ ঠাইত মনৰ শঙ্কা থকা কথাবোৰ ভালকৈ শিকি-বুজি লোৱা।"

পৰমানন্দ ঠাকুৰে সিদিনাহে নিজৰ তৰল জ্ঞানেৰে ভৰা সাৰশূন্য ভিতৰখনৰ উমান পালে। লগতে পিতৃয়ে কৈ পঠোৱা বহু মূলীয়া উপদেশলৈ আওকাণ কৰাৰ প্ৰতিফল হাতে হাতে পাই তাৰো গূঢ় মৰ্ম্ম উপলব্ধি কৰিলে। তেওঁ গুৰুজনাৰ আদেশ অনুসৰি যথা সময়ত শ্ৰীৰাম আতাৰ ওচৰত মনোভাৱ প্ৰকাশ কৰিলে। আৰু পৰম শ্ৰদ্ধা-ভক্তিৰে ধৰ্ম্ম আৰু পাৰমাৰ্থিক তত্ত্বৰ আঁতিগুৰি তেওঁৰ পৰা শিকি-বুজি ললে। পৰমানন্দ ঠাকুৰে এইদৰে শ্ৰীৰাম আতাৰ দ্বাৰা প্ৰভাবিত হৈহে তেওঁৰ আধ্যাত্মিক শক্তি, ভক্তি, ধৰ্ম্ম, নীতি, সদাচাৰ আৰু তত্ত্বজ্ঞানৰ গভীৰতা অন্তৰেৰে অনুভৱ কৰিলে। তেতিয়াৰে পৰা তেওঁ এটি নতুন জীৱন পোৱা যেন পালে।

**শ্ৰাদ্ধৰ বিসঙ্গতি**—এদিন কেইজনমান ব্ৰাহ্মণে মহাৰাজ লক্ষ্মী-নাৰায়ণত খল লগালে বোলে—মাধৱদেৱে আৰু তেওঁৰ ভকত সকলে শ্ৰাদ্ধাদি কাৰ্য্য নকৰে; তেওঁলোক তেনেই অনাচাৰী। এই অভি-যোগৰ সত্যতাৰ বুজ লবলৈ ৰজাই মন্ত্ৰী সকলৰ ওপৰত ভাৰ দিলে। ইকাণ সিকাণকৈ বাগৰি এইকথা শ্ৰীমাধৱদেৱৰ কাণতো পৰিল।

গুণগ্ৰাহী আৰু সদাশয় লোক কেইজনমানে এই সংবাদ পাই চিন্তান্বিত হ'ল। শান্ত-শিষ্ট, ধাৰ্ম্মিক আৰু শান্তিপ্ৰিয় ভকত সকল

কেনেবাকৈ ৰাজৰোষত পৰিব পাৰে বুলি আশঙ্কা কৰি দুই এজন লোকে ভকত সকলক শ্ৰাদ্ধ কৰিবলৈ অনুৰোধ জনালে। ৰাজদণ্ডৰ ভয়ত ভকত সকলৰ মনৰ দৃঢ়তা শিথিল হবলৈ ধৰিলে। অকল শ্ৰীৰাম আতাইহে অচল-অটল হৈ থাকিল। সেইদেখি গুৰুজনাৰ বাক্যৰ দ্বাৰা তেওঁক বশ কৰিবলৈ তেওঁলোক যত্নপৰ হল। কিন্তু গুৰুজনে এজনা প্ৰসিদ্ধ ভকতৰ ধৰ্ম্ম-বিশ্বাসৰ ওপৰত আঘাত দিবলৈ পোনতে ৰাজী নহল। অৱশেষত তেওঁলোকৰ আমনি সহ্য কৰিব নোৱাৰি বাধ্য হৈ কলে—"শ্ৰীৰাম, তুমিও শৰাধ বিধি মানিব লগা হল যেন দেখিছোঁ ; নহলে ভবিষ্যতে বা ইয়াৰ পৰা কিফল ধৰে কোৱা টান।" শ্ৰীৰাম আতাই গুৰুজনাৰ মনোভাৱ বুজি শ্ৰাদ্ধলৈ মন যোৱা যেন অনুমান কৰি ৰামৰাম গুৰু (কোনো কোনোৰ মতে অচ্যুত গুৰুক) কোনোবাই খবৰ দিয়ালে। ৰাম ৰাম গুৰুৱে এই বাতৰি পাই শ্ৰীৰাম আতাক শ্ৰাদ্ধৰ দ্ৰব্য বস্তু যোগাৰ কৰিবলৈ অনুৰোধ জনালে।

শৰাধৰ দিনা পুৰোহিত বাপু আহি শৰাধৰ বস্তুখিনি যোগাৰ হৈ উঠিছে নে নাই আতাক সুধিলে। তেতিয়া তেওঁ সেইবোৰ যোগাৰ কৰিব পৰা নাই বুলি সমিধান দিলে। লগতে কলে—"দেউ, তেনেই অবোধ, নিমাত, নিৰীহ ঘৰুৱা জীৱ জন্তুক অনাহকতে দুখ-কষ্ট দি নাইবা সিহঁতক বধ কৰি গোটোৱা বয়-বস্তুক পৱিত্ৰ বস্তু বুলিব পাৰিনে ? আৰু তেনেকুৱা বস্তু ভগৱন্তৰ চৰণত অৰ্পণ কৰিব পাৰি জানো ?" এনে উত্তৰ শুনি পুৰোহিত বাপুৱে বিস্ময় মানি আতাক কথাষাৰি ভাঙি কবলৈ দিলে। তেতিয়া তেওঁ কলে—"বাপ, শৰাধলৈ গাখীৰ লগা বুলি কলেই গাখীৰৰ গিৰিহঁতে সৰহ পইচা পোৱাৰ লোভত ৰাতি দামুৰিটোক গাখীৰ পিব নোৱাৰাকৈ বান্ধি থয়। ৰাতিপুৱা খীৰাবৰ সময়তো গাখীৰ নমাই দিবলৈ খন্তেক পিবলৈ দি আকৌ টানি নি বান্ধি থৈ দি পাৰেমানে গাখীৰ খীৰায়। ফলত দামুৰিটোৱে খাবলৈ এটুপি গাখীৰ বিচাৰি নাপায়। এনেকৈ এটি জীৱৰ মুখৰ খাদ্য কাঢ়ি আনি গাখীৰ আনিব পাৰি নে ? সেই দেখি ভাবি চিন্তি চাই থিৰ কৰা হল যে যদি কোনো গাইয়ে দয়া পৰবশ হৈ ইচ্ছা

কৰি গাখীৰ দান কৰে তেন্তে তাকেহে গ্ৰহণ কৰা যাব। ইয়াকে ভাবি গাখীৰৰ পাত্ৰটি চৰণীয়া পথাৰৰ বিৰিণাৰ মাজত থৈ অহা হৈছে।

গুড় সম্বন্ধেও একে কথাই। তাতো কুঁহিয়াৰ পেৰোতে কুঁহিয়াৰৰ গাত লাগি থকা অলেখ পোক-পৰুৱাৰ শালৰ চেপাত মৃত্যু হয়। তদুপৰি গুড় পগাওঁতেও অনেক কীট-পতঙ্গ জুইত আৰু গুড়ত পৰি মৰে। এনেকুৱা অপৱিত্ৰ গুড়কনো ভগৱন্তলৈ আগ বঢ়াব পাৰি নে? সেই দেখি পৱিত্ৰ গুড়ৰ কাৰণে কুঁহিয়াৰ তলীত গুড়ৰ টেকেলিটো এৰি অহা হৈছে।

কলগছ এজোপা কাটি অনাও আমাৰ পক্ষে তেনেই অসম্ভৱ কথা। সিও পৰমেশ্বৰৰ সৃজিত চাৰি মুঠি জীৱৰ এবিধ। সিহঁত অমাত জীৱ। অইনৰ উপকাৰ সাধনত বাদে সমুলি অন্যায় অপকাৰ নকৰে। এনেহেন জীৱক নো কোনে অনাহকতে নিষ্ঠুৰ ভাৱে ঘপিয়াই ঘপিয়াই ছেদিব পাৰে? এই কথা ভাবি গুণি অৱশেষত দাখন কলগছ জুপিৰ গুৰিত আওজাই থৈ অহা হৈছে। এইবোৰ নানা অসুবিধা হেতু শৰাধৰ সম্ভাৰখিনি যোগাৰ কৰিব পৰা নাই।"

পুৰোহিত বাপুৱে গতি বিষম যেন দেখি অইন লোকৰ দ্বাৰাই আৱশ্যকীয় বস্তুখিনি সংগ্ৰহ কৰি ললে। যথা সময়ত শ্ৰীৰাম আতাই শৰাধ কৰিবলৈ আসন ললে আৰু পুৰোহিত বাপুৱে শ্ৰাদ্ধ মন্ত্ৰ মাতিবলৈ আৰম্ভ কৰিলে। খন্তেক মন্ত্ৰ মতাৰ পাচত তেওঁৰ কাণত পৰিল—

"মাধৱো মাধৱো বাচি, মাধৱো মাধৱো হৃদি।
স্মৰন্তি সাধৱঃ সৰ্ব্বে সৰ্ব্বকাৰ্য্যেষু মাধৱম্।
ওঁ মাধৱায় নমঃ।"

এই মন্ত্ৰ শুনা মাত্ৰকে আতাৰ ভীষণ পৰিবৰ্ত্তন ঘটিল। তেওঁ তদ্গত ভাৱত বিভোৰ হৈ ভক্তি বিগলিত কণ্ঠে কৈ উঠিল—"অ' মোৰ জীৱৰ জীৱন, অ' মোৰ আত্মাৰো আত্মা, অ' মোৰ প্ৰাণৰ বান্ধৱ মাধৱ! তুমি দেখোন এই শৰাধৰ মাজতো আছা!!" এই বুলি ক্ৰন্দন কৰি বাগৰি ফুৰিবলৈ ধৰিলে। তেওঁ জুটি লৈ

ফুৰাৰ ফলত শ্ৰাদ্ধৰ কাৰণে যোগাৰ কৰি ৰখা খালি, পটুৱা, তিল, ফুল, তুলসী, তুবৰি, গাখীৰ, কুশ, গুড়, চাউল, পানীৰ পাত্ৰ প্ৰভৃতি সকলো সন্তাৰ সানমিহলি হৈ শ্ৰাদ্ধৰ থলী লৰাই ওমোলা ধেমালিৰ ঠাই যেন হৈ পৰিল। শ্ৰীৰাম আতাই শ্ৰাদ্ধ কৰা নহল; তেওঁৰ শ্ৰাদ্ধৰ সিমানতে সামৰণি পৰিল।

এই অদ্ভুত কাণ্ড দেখি পুৰোহিত বাপুৱে তাৰ পৰা উঠি গৈ শ্ৰীমাধৱদেৱৰ আগত সকলো কথা এমূৰৰ পৰা বৰ্ণাই কলে। তেতিয়া গুৰুজনে শ্ৰীৰাম আতাক মতাই নি শৰাধৰ গতি নো কিয় তেনেকুৱা হল তাৰ কাৰণ সুধিলে। আতাই গুৰুজনাৰ চৰণত বাগৰি পৰি কান্দি কান্দি কলে—“বাপ, শৰাধৰ মাজত আপোনাক পোৱা হল। আপোনাক পাই কি কৰিলোঁ, কি নকৰিলোঁ একোকে তৰ্কিব পৰা নগল, সেয়েহে শ্ৰাদ্ধৰ এনে বিসঙ্গতি ঘটিবলৈ পালে। গতিকে কৃপা কৰি দাসৰ সকলো অপৰাধ মৰিষণ কৰা যাওক।” ইয়াকে শুনি গুৰুজনে ভকত সকলক কলে—“বাপু সকল, আমাৰ শ্ৰীৰামে শ্ৰাদ্ধ নকৰাকৈয়ে তাৰ ফল পালে। শ্ৰীৰাম পৰম তত্ত্বজ্ঞ, নিৰ্ব্বিকাৰ, বিৰক্ত ভকত; ৰাইজে চিনি-জানি নোপোৱা বাবেহে তেওঁক শ্ৰাদ্ধ কৰিবলৈ বাধ্য কৰাইছিল।”

**ধৰ্ম্ম প্ৰচাৰকৰ ভাৰ প্ৰাপ্তি**—শ্ৰীমাধৱদেৱে নিজৰ অন্তিমকাল ওচৰ চাপি অহাৰ গম পাই এদিন তেওঁ সকলো ভকতকে কাষলৈ মতাই নি কলে—“বাপু সকল, দৰ্জ্জী চিৰস্থায়ী নহয়; গতিকে যাৰ যি ফটা-ছিটা আছে তাক সময় থাকোতে টাপলিমাৰি লোৱাহঁক।” ভকত সকলে গুৰুজনাৰ এই উপদেশ-বাণী শুনিও তাৰ প্ৰতি বিশেষ গুৰুত্ব নিদিলে।

এই অদ্ভুত কাণ্ড দেখি গুৰুজনে বৰ বেজাৰ পালে আৰু শ্ৰীৰাম আতাক ওচৰত বহুৱাই লৈ ফকৰা মাতিলে—

‘শুনিও নুশুনে যেন বহি থাকে কলা;
দেখিও নেদেখে যেন দিনতে অন্ধলা ॥’’

তাৰ পাচত কলে—“শ্ৰীৰাম, আমাৰ শৰীৰ পৰি আহিল। ভকত

সকলে ইয়াৰ বুজ নোপোৱাকৈ থকা নাই। তেওঁলোকে সুধি-পুছি লব লগা কথা নিশ্চয় আছে। তাকে লক্ষ্য কৰিয়েই আমি তেওঁ-লোকক সেই কথা সোঁৱৰাই দিয়াতো এজনেও আগবাঢ়ি নাহিল। ইফালে পৃথিবীত থাকিবলৈকো আমাৰ মন নোহোৱা হৈ আহিছে। সেইদেখি তোমাৰ ওপৰতেই এই অঞ্চলটোৰ ধৰ্ম্ম প্ৰচাৰৰ ভাৰ দিয়া হল। তুমি পাৰ্য্যমানে এইকাম সাধনৰ বাবে যত্নপৰ হবা।" গুৰুজনাৰ এই শেষ আদেশ যথা সম্ভৱ পালন কৰা যাব বুলি শ্ৰীৰাম আতাই প্ৰতিশ্ৰুতি দিয়াত গুৰুজনে তেওঁক আশীৰ্ব্বাদ কৰিলে। যথা সময়ত গুৰুজনাৰ আদেশ অনুসৰি তেওঁ জীৱনৰ বাস্তৱ আৰু পৈণত অভিজ্ঞতাৰে ভেলা থানক বাহিৰে-ভিতৰে এটি আকৰ্ষণীয় ৰূপ দি দিব্য-পুৰী যেন কৰি তুলিলে।

**অচ্যুত গুৰুৰ কামত অসন্তুষ্টি**—শ্ৰীমাধৱদেৱৰ বৈকুণ্ঠ প্ৰয়াণৰ পাচত অচ্যুত গুৰুৱে ভেলা থানৰ সতৰীয়া বা অধিকাৰৰ পদবী পায়। তেওঁ গাদী লাভ কৰাৰ অলপ দিনৰ ভিতৰতে কেবাজনো ভকতক আলধৰা পাতিলে আৰু অনুপযুক্ত বুলি এজন এজনকৈ তেওঁলোকক বিদায় দিলে। অৱশেষত তেওঁ এই কামৰ বাবে হৰিবল্লভ আতৈৰ নাম প্ৰস্তাৱ কৰিলে। ভেলা থানৰ ছয় কুৰি ভকতৰ ভিতৰত অকল গুৰুজনাৰ অতি প্ৰিয়ভাজন চিৰসঙ্গী আলধৰা আৰু ভকত সকলৰ মান্যৱন্ত বৃদ্ধ ভকত এজনকহে আলধৰা স্বৰূপে পাবলৈ আকাঙ্ক্ষা কৰা দেখি থানৰ ভকত সকলে প্ৰাণত মৰ্ম্মান্তিক বেদনা পালে। হৰিবল্লভ আতৈয়েও এই অসহনীয় কথা শুনি অন্তৰত দাৰুণ আঘাত পাই চকুপানী টুকিলে। আৰম্ভণিতে সতৰীয়াৰ গৰ্ব্ব ভাৱৰ উমান পাই ভকত সকল তেওঁৰ প্ৰতি ৰুষ্ট হল। সেইদেখি মুখ্য ভকত কেইজনমানে আলোচনা কৰি সত্ৰহতে অলপ আঁতৰি থকাই ভাল বুলি থিৰ কৰিলে। সেইমতে শ্ৰীৰাম আতাকে প্ৰমুখ্য কৰি চৈধ্যজন বিশিষ্ট ভকত থানৰ পৰা ওলাই আহি কামৰূপৰ ফালে খোজ ললে। তাৰে সাতজন ভকত জনিয়া সত্ৰত থাকিল আৰু বাকী সাতজনে বৰপেটা সত্ৰলৈ আহিল।

সিফালে অচ্যুত গুৰুৰেও নিজৰ অবিবেচনাৰ কাৰণে অনুতপ্ত হল। ইফালে ভকত চৈধ্যজনে এইদৰে কিছুদিন থকাৰ পাচত এদিন নাৰায়ণ দাস ঠাকুৰ আতাই ভেলা থানৰ ভবিষ্যতলৈ লক্ষ্য কৰি শ্ৰীৰাম আতাক ওচৰলৈ নি কলে—"বাপু শ্ৰীৰাম, তোমালোকে যদি ভেলা থানৰ মঙ্গল কামনা কৰা তেন্তে অতীতৰ দুখ-দায়ক সকলো কথাকে পাহৰি যোৱাটোহে সজ কাম হব। সুদক্ষ আৰু বিশিষ্ট ভকত সকলে এজন নতুনকৈ উচ্চ পদবী লাভ কৰা অদূৰদৰ্শী লোকৰ কথাত খং কৰি এনেকৈ আঁতৰত থাকিলে গুৰুজনাৰ মহান উদ্দেশ্য সফল নহব আৰু ভেলা থান খনিয়েও ক্ৰমে জ্যোতিহীন আৰু দুৰ্ব্বল হৈ পৰিব।" অতি বৃদ্ধ, পৰম জ্ঞানী আৰু গুৰুজনাৰ সুহৃদ গৰাকীয়ে আগ বঢ়োৱা এই যুক্তিপূৰ্ণ সজ পৰামৰ্শ সাৰোগত কৰি ভকত সকলে পুনৰ ভেলা থানলৈ উলটি গল। তেওঁলোক যোৱাত সত্ৰীয়াৰ মনত আনন্দ উপজিল। অৱশেষত সত্ৰীয়া আৰু ভকত সকলৰ উমৈহতীয়া চেষ্টাৰ ফলত থানখনি ক্ৰমে উজ্জ্বল হৈ উঠিল। এইদৰে থাকোতে কিছুদিনৰ পাচত অচ্যুত গুৰুৱে পৰলোকলৈ গমন কৰিলে।

**থান পৰিচালনাৰ ভাৰ প্ৰাপ্তি**—অচ্যুত গুৰুৰ লোকান্তৰৰ পাচত নতুনকৈ সত্ৰীয়া নিৰ্ব্বাচন কৰিব লগা হলত ভকত সকলে আলোচনা কৰি শ্ৰীৰাম আতা পুৰুষক ভেলা থানৰ সত্ৰীয়া পাতিবলৈ সিদ্ধান্ত কৰিলে আৰু এই কথা তেওঁকো জানিবলৈ দিলে। তেওঁ এই কথা শুনা মাত্ৰকে তাৰ দুৰ্ঘোৰ প্ৰতিবাদ কৰি সবিনয়ে কলে—"বাপুসকল, আপোনাসৱে জানি শুনিও কিয় অনাহকতে আমাৰ ওপৰত অশান্তিৰ বোজা এটি জাপি দিব খুজিছে? আমি গোটেইটো জীৱন ভকত-সেৱকৰ আদেশ পালন কৰি আৰু তেৰাসৱক সেৱা কৰি কটোৱা হল; এতিয়া আকৌ এই বুঢ়া বয়সত তেৰাসৱৰ আদেশকৰ্ত্তা হৈ সেৱা-গ্ৰহণ কৰিব পৰাটো আমাৰ পক্ষে সম্ভৱ হব পাৰেনে? তেনে গুৰুভাৰ বহনৰ কথা আমি সপোনতো ভাবিব নোৱাৰোঁ। জীৱনৰ বাকী দিন কেইটি এনেদৰে কটাব পাৰিলে পৰম শান্তি পোৱা যাব। আপোনাসৱে দয়া কৰি আমাক দিব খোজা গধুৰ ভাৰখনি অইন

এজনক গতোৱাৰ দিহা কৰা যাওক।" ভকত সকলে শ্ৰীৰাম আতাৰ এনে নিৰাশজনক সমিধান পাই মৰ্ম্মাহত হল। তেওঁলোকে পুনৰ আলোচনা কৰি থিৰ কৰিলে যে অন্ততঃ এজন যোগ্য পাত্ৰ বিচাৰি উলিয়াব নোৱাৰালৈকে থানখনি পৰিচালনা কৰি থাকিবলৈ শ্ৰীৰাম আতাক তুনাই অনুৰোধ জনোৱা হওক। সেইমতে তেওঁলোকে গৈ দ্বিতীয় বাৰৰ আলোচনাৰ কথা উত্থাপন কৰিলত আতাই অগত্যা এবাৰ নোৱাৰি তুটা চৰ্ত্তত সন্মতি দিলে। প্ৰথমতঃ তেওঁ সত্ৰীয়াৰূপে সত্ৰ পৰিচালনা নকৰি ভেলা থানৰ এজন নিঃকিন সেৱক হিচাপেহে কাম কৰিব আৰু দ্বিতীয়তঃ তেও কোনো দিনেই সত্ৰীয়াৰ গাদীত নবহিব। ভকত সকলে এই চৰ্ত্ত তুটা সৰ্ব্ব সম্মতি ক্ৰমে মানি লবলৈ মান্তি হোৱাত শ্ৰীৰাম আতাই সত্ৰ পৰিচালকৰ ভাৰ গ্ৰহণ কৰিলে। তেওঁ মুকুট বিহীন ৰজাৰদৰে ছয়মাহ কাল অতি সুকলমে ধৰ্ম্ম-ৰাজ্য পৰিচালনা কৰি ভকত সকলৰ বাক্য ৰক্ষা কৰিলে।

ঘটনাৰ পাক-চক্ৰত পৰি শ্ৰীৰাম আতাই এইদৰে ভেলাথান পৰিচালনা কৰা দেখি কোনো কোনোৱে তেওঁক ভেলাথানৰ সতৰীয়া বা অধিকাৰ আখ্যা দিয়ে।

**সতৰীয়া সকলৰ লগত**—মহাপুৰুষ শ্ৰীমাধৱদেৱৰ বৈকুণ্ঠ প্ৰয়াণৰ পাচতো শ্ৰীৰাম আতাই ভেলাথানৰ শ্ৰেষ্ঠতম ভকত দহমুকুতকে আদি কৰি ছকুৰি ভকতৰ লগত আছিল। গুৰুজনা উঠাৰ পাচত ভেলাথানত সতৰীয়া হোৱা অচ্যুতগুৰু, বেহেৰীয়া বিষ্ণুআতা, শুৱালকাজি বৰুৱা, বুঢ়ীৰ পো গোবিন্দ আতৈ প্ৰভৃতি মহান পুৰুষ সকলে শ্ৰীৰাম আতাক অন্তৰঙ্গ বন্ধু আৰু প্ৰধান কৰ্ম্মী স্বৰূপে আদৰি লৈছিল। তেওঁলোক প্ৰত্যেক জনাই জটিল সমস্যাৰ সম্মুখীন হোৱা অৱস্থাত শ্ৰীৰাম আতাৰ সহায় বিচাৰিছিল। তদুপৰি গুৰুজনাৰ অন্তিম কালৰ আদেশ পালনৰ অৰ্থে আতাই ধৰ্ম্ম প্ৰচাৰৰ কামতো সৰ্ব্বদায় লাগি আছিল।

সেই সময়ৰ কোচ ৰাজ্যৰ অধিপতি মহাৰাজ বীৰ নাৰায়ণে (এওঁৰ ৰাজত্ব কাল শকাব্দ ১৫৪৯ৰ পৰা ১৫৫৪ লৈ) পিতৃপুৰুষ

মহাৰাজ লক্ষ্মীনাৰায়ণৰ দৰে ভেলা থানৰ উন্নতি কল্পে মুক্তহস্তে দান কৰিছিল। সতৰীয়া বুঢ়ীৰ পো গোবিন্দ আতৈৰ প্ৰতি তেওঁৰ যথেষ্ট শ্ৰদ্ধা-ভক্তি আছিল। থানৰ ভকত সকলকো সম্মানৰ চকুৰে চাইছিল। এইদৰে সদ্ভাৱ-সম্প্ৰীতিৰ মাজেৰে কিছুদিন যোৱাৰ পাচত বুঢ়ীৰ পো গোবিন্দ আতৈৰ দিনত তোৰোচা নদীৰ কোবাল সোঁতত পৰি ভেলা থানৰ নাম ঘৰ, গুৰু ভেটি আদি উটি গল। ভকতৰ হাটী-বাটীও ধ্বংস হোৱাৰ উপক্ৰম হোৱা দেখি ভকত সকলে থানখনি স্থানান্তৰিত কৰিব পৰা উপযোগী স্থান বিচৰাত লাগিল। এনেতে শ্ৰীমন্ত শঙ্কৰদেৱে কৰি যোৱা ভবিষ্যত-বাণীৰ কথা তেওঁলোকৰ অন্তৰত উদয় হল। পূৰ্ব্বে দুজনা গুৰুৱে ভাৰত-ভ্ৰমণ কৰাৰ সময়ত এদিনাখন ভকত সমন্বিতে এজোপা পাৰলি ( কোনো কোনোৰ মতে আঁহত ) গছৰ তলত জিৰণি লৈ কৃষ্ণ-কথা চৰ্চ্চিছিল। সেই সময়তে গছজোপাৰ পৰা টপ্‌টপ্‌কৈ পৰিথকা মাখি-মৌৰ বস ধৰি সকলোৱে পান কৰিছিল। ইয়াকে দেখি শ্ৰীমাধৱদেৱে মাত লগালে—"বাপ কৃপালু গুৰু, এইখিনি কেনে পুণ্যভূমি; ইয়াত হৰিকথা চৰ্চ্চন আৰু মধু ভোজনতো হলেই ভকতৰো ধূলা পৰিল।" তাকে শুনি গুৰুজনে কলে—"বঢ়াৰ পো, তোমাৰ আমাৰ পাচত ইয়াত এখন থান হৈ বন্তি জ্বলিব।" গুৰুজনাৰ বাক্যৰ স্থান আৰু ভেলা থানৰো নিকটবৰ্ত্তী ঠাই হোৱা বাবে ভকতসকলে সেইখিনি ঠাইকে মনোনীত কৰিলে। সতৰীয়াই এই মনোনীত স্থানৰ আদ্যোপান্ত কথা ৰজাক বুজাই কোৱাত তেৱোঁ তাক সমৰ্থন কৰিলে। ভেলাথান বিলুপ্ত হোৱাৰ সম্ভাৱনা দেখি ৰজাই নিজে আগত থাকি বনুৱাৰ দ্বাৰা ভেলাথানৰ পৱিত্ৰ ভেটিৰ মাটি নতুন কোৰেৰে খন্দালে আৰু তাক নাৱেৰে কঢ়িয়াই নিয়াই প্ৰস্তাৱিত থানৰ ভেটিত দিয়ালে। এফালে ৰজাৰ পৃষ্ঠপোষকতা আৰু তত্ত্বাৱধান আৰু অইনফালে শ্ৰীৰাম আতাৰ দিহা-পৰামৰ্শ আৰু সুপৰিচালনাত অলপ দিনৰ ভিতৰতে তাত বিতোপন নামঘৰ, ভৰালঘৰ আৰু ভকতৰ হাটী-বাটী আদি নিৰ্ম্মিত হৈ উঠিল। ভক্ত সমন্বিতে দুজনা গুৰুৰ মধু-ভোজনৰ পৱিত্ৰস্মৃতি

বিজড়িত পুণ্যধামত নতুনকৈ প্ৰতিষ্টিত থান খনিয়ে 'মধুপুৰ থান' নাম পালে।

**মধুপুৰ গমন**—মধুপুৰত ঘৰ-দুৱাৰ হৈ উঠিলত ভেলাথানৰ অন্যান্য ভকত সকলৰ লগত শ্ৰীৰাম আতাইও মধুপুৰ থানলৈ যাত্ৰা কৰিলে। তেওঁলোকৰ নাম-কীৰ্ত্তনৰ পৱিত্ৰ ধ্বনি তোৰোচা নদীৰ বুকুত আৰু আশে-পাশে থকা গাওঁ-ভূইত প্ৰতিধ্বনিত হবলৈ ধৰিলে। তেওঁলোকৰ উমৈহতীয়া চেষ্টাৰ ফলত তাত এটি নতুন পৰিবেশৰ সৃষ্টি হল। মধুপুৰ থানত বিশিষ্ট ভকত সকলৰ কাৰণে সজোৱা বাস-গৃহ দহটিত দহ গৰাকী শ্ৰেষ্ঠ আতা-আতৈয়ে থাকিবলৈ ললে। এয়ে সুপ্ৰসিদ্ধ 'দহ মুকুতৰ ভেটি'। আগতে তেখেত সকল এজন এজনকৈ থাকিলেও পৰবৰ্ত্তী কালত তলত দিয়া মতে দুজনকৈ থাকিবলৈ লোৱাত বহাঘৰ পাঁচোটা হল।

(১) বুঢ়া জয়ানন্দ আতৈ আৰু বৰ তুলসী আতৈৰ ভিঠি বা পূব হাটী।

(২) ন-শিক্ষাৰ পো ৰাম আতৈ আৰু শ্ৰীৰাম আতৈৰ ভিঠি বা দক্ষিণ হাটী।

(৩) বুঢ়াৰ পো গোবিন্দ আতৈ আৰু জনাৰ্দ্দন আতৈৰ ভিঠি বা পশ্চিম হাটী।

(৪) শ্ৰীৰাম আতা আৰু বেহেৰীয়া বিষ্ণু আতাৰ ভিঠি বা পূব-উত্তৰ হাটী।

(৫) বৰ বৈকুণ্ঠ আতৈ আৰু বৰহৰি আতৈৰ ভিঠি বা উত্তৰ হাটী।

তাৰো পাচৰ কালত আকৌ ভকত সকলে আলোচনা কৰি এই মুক্ত পুৰুষ সকলৰ নাম অলপ লৰচৰ কৰি তেওঁলোকক পাঁচোটা শ্ৰেণীত বিভক্ত কৰিছিল। যেনে—

(১) শ্ৰীৰাম আতা আৰু হৰিহৰ আতাক বুলিছিল—জীৱন মুকুত,

(২) জনাৰ্দ্দন আতৈ আৰু গোপাল আতৈক বুলিছিল—পৰম-মুকুত,

(৩) বুঢ়ীৰ পো গোবিন্দ আতৈ আৰু বুঢ়া জয়ানন্দ আতৈক বুলিছিল— হিয়াস-মুকুত,

(৪) চেৰেঙীয়া শ্ৰীৰাম আতৈ আৰু ন-শিকাৰ পো ৰাম আতৈক বুলিছিল—চিত্ত মুকুত,

(৫) বৰ বৈকুণ্ঠ আতৈ আৰু বৰ তুলসী আতৈক বুলিছিল— বন্ধন-মুকুত।

উজনি-নামনিৰ থান-সত্ৰ সমূহৰ ভকত সকলে পাৰমাৰ্থিক তত্ত্বৰ কথা আলোচনা প্ৰসঙ্গত কমলাবাৰী, বৰপেটা আৰু মধুপুৰ থানক শ্ৰেষ্ঠস্থান দি শ্ৰদ্ধাৰ চকুৰে চায়। সেই দেখি আজিও তেখেত সকলে প্ৰেমাকুল হৈ গায়—

"এ তৰি এ থান মধুপুৰ।
উজানে কমলাবাৰী, মধ্যে বৰপেটা, নামে ভৰপুৰ॥"

সন্ত মহন্ত সকলে এই তিনিখনি ধৰ্ম্মৰাজ্যক আধ্যাত্মিক ভাৰত এটি কাল্পনিক শৰীৰ জ্ঞান কৰে। সেই বিশ্বাসৰ ওপৰত ভিত্তি কৰি উজনিৰ কমলাবাৰী সত্ৰক শিৰোভাগ বা বিষ্ণুৰ স্থান, মধ্যৰ বৰপেটা সত্ৰক বক্ষ ভাগ বা ব্ৰহ্মাৰ স্থান আৰু ভাটীৰ মধুপুৰ থানক পদ ভাগ বা ৰুদ্ৰৰস্থান বুলি চৰ্চ্চনা কৰা দেখা যায়।

**প্ৰচাৰ কাৰ্য্যৰ বিস্তৃতি**—ভেলা থানত প্ৰচাৰ কাৰ্য্যত লিপ্ত থকাৰ দৰে মধুপুৰ থানতো শ্ৰীৰাম আতাই আৰম্ভণিৰে পৰা তৎপৰতাৰে লগাৰ ফলত আশাতীত সফলতা লাভ কৰিলে। মাজতে ভোটৰ উপদ্ৰৱে বাধা জন্মালেও তাৰ দ্বাৰা বিশেষ ক্ষতি নহল। ভেলা থানৰ দৰে মধুপুৰ থানতো তেওঁ নিজে প্ৰশিক্ষণ দি এটি যোগ্যতা সম্পন্ন প্ৰচাৰ কৰ্ম্মীৰ দল গঠন কৰিলে। তেওঁলোকে আতাৰ লগে লগে নানা ঠাইত ঘূৰি ফুৰি একো একোজন সুদক্ষ প্ৰচাৰক ৰূপে পৰিগণিত হৈ উঠিল। তেওঁলোকৰ প্ৰাথমিক প্ৰচেষ্টা আৰু পৰবৰ্ত্তী কালৰ ধৰ্ম্মাচাৰ্য্য সকলৰ আপ্ৰাণ যত্ন-চেষ্টাৰ ফলত আওহতীয়া ঠাইবোৰতো ধৰ্ম্ম প্ৰচাৰৰ কেন্দ্ৰস্থান স্বৰূপে একো একোটি নামঘৰ, কীৰ্ত্তনঘৰ আদি স্থাপিত হৈ উঠিল। সেই মহান পুৰুষ সকলৰ অশেষ



নতুনকৈ সজা মধুপুৰ সত্ৰ

যত্ন-পৰিশ্ৰম, দুখ-কষ্ট আৰু ত্যাগৰ ফলতেই আজিও ভেলাডোঁৱা, মধুপুৰ, ফুলবাৰী, কাকতকুটা, মাথাভাঙ্গা, ঘুগুমাৰি, বাণেশ্বৰ, গোপালপুৰ, শিমলাবাৰী, অমৰাগুৰি, বালাকুছি, খলমৰা, হীৰাবাৰী, ধৰিয়নিবাৰী, মৰলাবাৰী, বেতনা, হৰিপুৰ, লাউকুটি, ধাউকুটি, হালধিবাৰী, চেপটীয়া, হাজাৰাপাৰা, বগুৰান বা বগন, শ্ৰীৰামপুৰ, মাধৱপুৰ, মইনাবাৰী, নাকাৰখানা বা নাগৰখলা, চৌখুটি, বিষ্ণুপুৰ, সত্ৰশাল বা ৰামৰায় কুঠি, বতিয়াদহা, জিনকাটা, তামাহাট, গগন, ডিংডিঙীয়া, কুচিয়াকাটি, জিকাপুনি বা জিকাপুলি, হাইঠাবাৰী বৈকুণ্ঠপুৰ, চৌতাৰা বা চতৰা, বৰমবিচবাৰী, সৰুমবিচবাৰী, বাবাইতাৰি আদি বিভিন্ন ঠাইত শ্ৰীমন্ত শঙ্কৰদেৱৰ প্ৰচাৰিত ধৰ্ম্মৰ ক্ষীণ পোহৰ দেখিবলৈ পোৱা যায়।

ওপৰত উল্লেখ কৰা শিমলাবাৰী আৰু জিনকাটাৰ বাপুসকলে অতি আওহতীয়া ঠাইত থাকিও শঙ্কৰী গীত মাত, নৃত্য-কলা, বাদ্য আদিৰ চৰ্চ্চা আজিও ৰক্ষা কৰি আছে।* এইদৰে আৰু কেবাখনো ঠায়ে প্ৰাচীন কলা-সংস্কৃতিৰ গৌৰৱ জীয়াই ৰখাৰ কথা অনুসন্ধানকাৰী লোক সকলে নিশ্চয় জানে।

**মহাশূন্যত বিলীন**—[ সশৰীৰে বৈকুণ্ঠ প্ৰয়াণ ] শ্ৰীৰাম আতাই মধুপুৰ থানৰ জয় জয় ময় ময় অৱস্থা দেখি আত্ম-সন্তুষ্টি লাভ কৰিলে। কষ্টসহিষ্ণু, উদ্যমী, ত্যাগী আৰু সুবিজ্ঞ ভকতসকলৰ দ্বাৰা ধৰ্ম্ম প্ৰচাৰকৰ শক্তিশালী দল এটি সুসংগঠিত হৈ উঠাত আতাই সেই বিষয়ক চিন্তাৰ পৰাও অব্যাহতি পালে। এইবেলি তেওঁক

* ১৮৮০ শকৰ চ'ত মাহৰ ৬, ৭ তাৰিখে "শঙ্কৰী সঙ্গীত প্ৰদৰ্শনী সমিতিৰ" চেষ্টাত বৰপেটা সত্ৰৰ চূণপোৱা ভিঠিত অনুষ্ঠিত "শঙ্কৰী সঙ্গীত সমাৰোহত" অসমৰ বিভিন্ন থান-সত্ৰৰ ভকত সকলৰ লগতে জিনকাটাৰ বাপুসকলে প্ৰসঙ্গ, বৰগীত খোল ধেমালি আৰু বিহাৰ-নৃত্য প্ৰদৰ্শন কৰাইছিল। শিমলা বাৰীৰ ভকত সকলেও থিয় নাম, (হীৰা নাম) ঘোষা আৰু বৰগীতৰ পৰিবেশন কৰিছিল। বৰপেটাৰ সুবিখ্যাত আৰু অতি বৃদ্ধ বায়ন স্বৰ্গীয় বলোৰাম বায়নৰ দ্বাৰা তেওঁলোকক কেবাটিও পুৰস্কাৰ দি উচ্চ প্ৰশংসাৰে উৎসাহিত কৰা হৈছিল।—লেখক

অবিৰাম ভাৱে নাম লৈ থাকিব পৰা অভ্যাসটোৱে অধিক পৰিমাণে বৰঙণি যোগাবলৈ ধৰিলে।

শ্ৰীৰাম আতাই গুৰুসেৱা কৰোঁতে অধিক সময় লগাটো কাৰো অবিদিত নাছিল। তেওঁ ৰাতিপুৱা স্নানৰ অন্তত গুৰুসেৱা কৰি উঠি তাৰ পৰা আহি আকৌ কীৰ্ত্তন ঘৰৰ নিত্য-প্ৰসঙ্গত যথা সময়ত যোগদান দিবলৈ সময়ৰ অকুলন হৈছিল। এই বিসঙ্গতিৰ বাবে তেওঁ নিত্য-প্ৰসঙ্গৰ পাচতহে গুৰুসেৱা কৰা কামত বহিছিল। নাম প্ৰসঙ্গ সম্বৰণৰ পাচত থানৰ ভকত সকল বহালৈ উভতিলে তেওঁ কীৰ্ত্তন ঘৰৰ ভিতৰতে অকলে বহি একাগ্ৰচিত্তে অতি নিবিড় ভাৱে গুৰুসেৱাত নিমগ্ন হৈছিল। তেওঁ বহু বেলিৰ মূৰত সমাধি ভঙাৰ দৰে উঠি পৰমানন্দত বিভোৰ হৈ বহালৈ গৈছিল; আৰু তাৰ পাচতহে ভোজনকাৰ্য্য সমাপন কৰিছিল।

এবেলি কোনো এক অজ্ঞাত মাঘ মাহৰ পূৰ্ণিমা তিথিৰ দিনা কীৰ্ত্তন ঘৰত যথাৰীতি নাম-প্ৰসঙ্গ হৈ যোৱাৰ পাচত যেতিয়া ভকত সকল গৈ নিজ নিজ বহা পালে, তেতিয়া আনদিনাৰ দৰে শ্ৰীৰাম আতাই গুৰু সেৱাত বহিল। তেওঁ বহা পোৱাত স্বাভাৱিকতে নিতৌ পলম হোৱা দেখি সিদিনাখন পোনতে কোনো ভকতেই তেওঁৰ খবৰ লোৱা নাছিল। কিন্তু অইন দিনাতকৈ অনেক সময় উকলি যোৱাতো বহা নচপা দেখি সকলোৱে বিস্ময় মানিলে আৰু-মধুপুৰ থানৰ সকলো ভকত-সেৱকে দিহাদিহি বিচৰাত লাগি গল। তেওঁলোকে ভালেমান সময় কীৰ্ত্তন ঘৰৰ ভিতৰ-বাহিৰ বিচাৰি চলথ কৰিলে, কিন্তু কোনো উৱাদিহ নাপালে। অৱশেষত এজন ভকতে শ্ৰীৰাম আতাই বহি গুৰুসেৱা কৰা ঠাইখিনিৰ ওচৰলৈ গৈ তাত পাৰি থোৱা কঠখনিৰ ওপৰত আতাৰ গাৰ শুক্ল বস্ত্ৰখনি আৰু তাৰ কাষতে লাউলোটাটি দেখিবলৈ পালে। এনেতে আতা বহা ঠাইখণ্ডৰ মূৰৰ পোনে পোনে কীৰ্ত্তনঘৰৰ চালৰ ৰুৱা, কামী আৰু খেৰ মেলান হৈ সৰগ দেখা বাট এটি আন এজন ভকতৰ চকুত পৰিল। আতা সেই বাটেৰেই সশৰীৰে বৈকুণ্ঠলৈ উঠিল বুলি ভকত সকলে কোৱাকুই

কৰিবলৈ ধৰিলে। শ্ৰীৰাম আতাৰ সঙ্গীসকল যদিও একো একোজনা মুক্ত-পুৰুষ আছিল, তথাপি তেওঁলোকে বিশিষ্ট সঙ্গী এজনাক চিৰদিনৰ কাৰণে আকস্মিক ভাবে হেৰুৱাৰ সময়ত এষাৰি মাত লগাব নোৱাৰি পৰম দুখিত আৰু সন্তাপিত হল। তদুপৰি তেওঁৰ দেহাৱসানৰ কণা এটিও বিচাৰি নাপাই বিৰহ-বেদনাত তেওঁলোক জৰ্জ্জৰিত হৈ কাতৰ কণ্ঠেৰে ভগবানৰ নাম সুমৰণ কৰিবলৈ ধৰিলে। গুৰুসেৱা কৰি থাকোতে অন্তৰ্দ্ধান হোৱা বুলিয়ে সকলোৱে বিশ্বাস কৰিলে।

পৰম বিৰাগী আতাই পৃথিবী এৰি যোৱাৰ সময়ত তাত নিজৰ একোকেই এৰি থৈ নগল। তেওঁৰ পাথিৱ পৱিত্ৰ দেহ এইদৰে অলৌকিক ভাবে মহাশূন্যত বিলীন হৈ যোৱা শোকাবহ বাতৰি খন্তেকতে মধুপুৰ ধামৰ চাৰিওফালে প্ৰচাৰিত হল। অগণন শিষ্য-প্ৰশিষ্য আদিয়ে লানি নিচিগাকৈ লৰি আহি থান ভৰি পৰিল। দৰ্শকৰ সমাগমত বিৰ দি বাট পাবলৈ টান হৈ উঠিল। শোকত অভিভুত হৈ থকা ভকত সকলে কাঠ-সংস্কাৰ কৰা সম্বন্ধে বিবুদ্ধিত পৰিল। অৱশেষত আলোচনা ক্ৰমে শ্ৰীৰাম আতাৰ পৰিধানৰ বস্ত্ৰ, আসনৰ কঠখনি আৰু চিৰ-লগৰী প্ৰিয় লাউলোটাটিকেই সযতনে বান্ধি ললে আৰু তাল-খোল বাই, হৰি ধ্বনি কৰি নাম গাই গাই গাদৰাৰ ঘাট পালে গৈ। এই ঘাটটো আগেয়ে তোৰোচা নদীৰে ঘাট আছিল। নদীয়ে গতি সলোৱাত বৰ্ত্তমান সেই ঠাই খেতি পথাৰত পৰিণত হৈছে। পূৰ্ব্বে ঘাটটো বৰ্ত্তমান মধুপুৰ থানৰ উত্তৰ পশ্চিম ফালে আছিল। যিহক এই ঘাটতে চিতা সাজি সেই বস্তুখিনি আতাৰ দেহৰ প্ৰতীক বুলি ধৰি লৈ তাকেই কাঠ-সংস্কাৰ কৰিলে। সদো-শেষত ভকত সকলে গাদৰাৰ ঘাটত স্নান কৰি পুনৰ ওৰে বাটে নাম গাই গাই মধুপুৰ থানলৈ উভতি আহিল।

এনেকৈয়ে এজনা মহান পুৰুষৰ অমৰ জীৱনীৰ অৱসান ঘটিল। আমালৈ ৰৈ গল মাথোন এটি অমৰ আৰু উজ্জ্বল স্মৃতি।

———

# শ্ৰীশ্ৰীপদ্ম আতা

**পৰিচয়**—যি সকল মহান পুৰুষে মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে পৃথিবীত প্ৰৱৰ্ত্তাই থৈ যোৱা ধৰ্ম্মৰ উজ্জ্বল আৰু অক্ষয় বন্তি গছি নুমাব নিদিয়াকৈ তেল-শলিতাৰ যোগান ধৰিছিল, শ্ৰীশ্ৰীপদ্ম আতা বা শ্ৰীশ্ৰী বদলা আতা সেই সকলৰ অন্যতম। এই ক্ষণজন্মা পুৰুষ জনাৰ শৰীৰত শিশুকালৰে পৰা কৃষ্ণ ভক্তিৰ লক্ষণ দেখা গৈছিল। বয়সৰ লগে লগে এই ভাৱ ক্ৰমে বৃদ্ধি পাই গৈছিল। তাতে আকৌ ডফলাৰ আহোম ৰাজ্য আক্ৰমণে তেওঁৰ কোমল অন্তঃকৰণত বৈৰাগ্যৰ সাঁচ দকৈ বহুৱাই কৃষ্ণ-ভক্তিৰ অনুৰাগ প্ৰবল কৰি তুলিছিল। সেইদেখি বিবাহৰ প্ৰস্তাৱত দুৰ্ঘোৰ প্ৰতিবাদ কৰিছিল। কিন্তু পাচত বাধ্য-বাধকতাত পৰি যদিও এদিনৰ কাৰণে হলেও গৃহী নাম পাইছিল, তথাপি দেশৰ জন সাধাৰণে তেওঁক চিৰকুমাৰ বুলিহে ভাবিছিল। জিতেন্দ্ৰিয় আতাই সুদৃঢ় মনোবল আৰু কঠোৰ সংযমেৰে উদাসীন জীৱনৰ পৱিত্ৰতা আৰু গৌৰৱ সম্পূৰ্ণৰূপে ৰক্ষা কৰি চলিব পাৰিছিল।

এইজনা মহান পুৰুষে জীৱন কালত নানা অভাৱনীয় দুখ-কষ্ট, অসুখ-অশান্তি আৰু অনাদৰ-অপমান ভোগ কৰিছিল। তদুপৰি কেবা বেলিও কঠোৰ অভাৱ-অভিযোগৰো সন্মুখীন হব লগাত পৰিছিল। কিন্তু নিজৰ বুদ্ধি, বিবেচনা, ধৈৰ্য্য, সাহ আৰু সহনশীলতাৰ গুণত প্ৰত্যেক ক্ষেত্ৰতে দেখা দিয়া জটিল সমস্যা সমূহৰ সু-সমাধান কৰি লব পাৰিছিল। কুটিৰ শিল্প বিষয়তো তেওঁৰ নিপুণতা থকা বাবে আৰ্থিক অনাটনৰ হেচা সাময়িক ভাবে বোধ কৰিবলৈ সক্ষম হৈছিল।

তেওঁ স্থানীয় সদাশয় লোকৰ সাহায্যত শাস্ত্ৰ পঠন আৰু অধ্যয়নৰ সুবিধা পালেও প্ৰকৃততে ভাটৌকুছিৰ কেশৱ চৰণ আতাৰ পৰাহে গুৰুৰ সন্ধান পায় আৰু ধৰ্ম্ম-বস্তু লভিবলৈ সুযোগ লাভ কৰে।

তেওঁৰ দৰে গুৰুৰ সাক্ষাৎ লাভ নোহোৱাকৈয়ে তেওঁৰ গুণ-মহিমা আদিৰ মৌখিক বৰ্ণনা শুনিয়েই তেওঁৰ লগত হৃদয়ৰ সংযোগ ঘটাব পৰা লোক পৃথিৱীত সৰহ নোলাব। তেওঁ ধৰ্ম্ম-বস্তু লাভ কৰাৰ পূৰ্ব্বে ব্যক্তিগত সাধনাৰ গুণত আধ্যাত্মিক ক্ষেত্ৰত এটি বিশেষ অৱস্থাৰ অধিকাৰী হৈছিল। সেয়েহে ভেলা থানত মহাপুৰুষ শ্ৰীশ্ৰী মাধৱদেৱৰ ওচৰত ধৰ্ম্ম ধৰি নাম মাত্ৰ সাতদিন গুৰুৰ সঙ্গত থাকিয়েই ধৰ্ম্মোপদেশ, নীতি আৰু সদাচাৰ শিক্ষাৰ বাহিৰেও আত্মতত্ত্ব, আধ্যাত্মিক তত্ত্ব আৰু পাৰমাৰ্থিক তত্ত্বজ্ঞান যথা সম্ভৱ আয়ত্ত কৰি গুৰুজনাৰ প্ৰিয় হৈ উঠিব পাৰিছিল। তদুপৰি ধৰ্ম্মাচাৰ্য্যৰ সন্মানিত আসনত অধিষ্ঠিত হোৱাৰ সৌভাগ্য লভিছিল। তেওঁ শ্ৰীমাধৱদেৱৰ সুমলীয়া শিষ্য আছিল।

শ্ৰীমন্ত শঙ্কৰদেৱে পাটবাউসী থানৰ পৰা বেহাৰ ৰাজ্যলৈ শেষ-যাত্ৰা কৰোঁতে অভিন্ন হৃদয় শ্ৰীশ্ৰীমাধৱদেৱৰ ওপৰত নিজৰ শক্তি-ভক্তি, বল-পৰাক্ৰম সকলোকে সমৰ্পণ কৰি ধৰ্ম্ম ৰাজ্য পৰিচালনাৰ ভাৰ দি গৈছিল। সেই আহিঁমতে শ্ৰীশ্ৰীমাধৱদেৱেও জীৱনৰ সন্ধিয়া পৰত ভেলা ডোঁৱাৰ থানত সুযোগ্য শিষ্য স্বৰূপে শ্ৰীশ্ৰীপদ্ম আতাক পাই তেওঁক অভেদ আত্মা জ্ঞান কৰি নিজৰ দেহৰ বদল দি ধৰ্ম্মাচাৰ্য্য পাতি উজনি ৰাজ্যলৈ পঠিয়াইছিল। এই অভাৱনীয়, অপূৰ্ব্ব আৰু বিস্ময়কৰ গাৰ বদল দিয়া কাৰ্য্যৰ নিমিত্তেই তেওঁ পৰবৰ্ত্তী কালত 'বদলা আতা' নামে অভিহিত হৈছিল। আজিও সেই নামটিৰহে অধিক চলন্তি দেখিবলৈ পোৱা যায়। এওঁ 'বদুলা আতা' নামেও প্ৰখ্যাত।

এইজনা আতাই গুৰুবাক্য ৰক্ষা কৰি ধৰ্ম্ম বিস্তাৰত লাগি থাকোঁতে ৰজাৰ কোপ দৃষ্টিত পৰিব লগা হৈছিল। কিন্তু বিচাৰত জয় লাভ কৰি পাচত পূৰ্ণোদ্যমে প্ৰচাৰ কাৰ্য্য চলাইছিল। গুৰুৰ প্ৰতি এওঁৰ ঐকান্তিকতা আৰু পৰম নিষ্ঠা থকাৰ বাবে আজিও চৰ্চ্চনৰ সময়ত ভকত সকলে এওঁক 'হৃদয়ৰ বস্তু' বুলি কোৱা শুনা যায়। দূৰদৰ্শী আতাই সমাজ গঠনৰ উদ্দেশ্যে ধৰ্ম্মৰ লগতে সামাজিক শিক্ষা সম্বন্ধে দি যোৱা অৱদানৰ কথা কেৱে পাহৰিব নোৱাৰে।

সঁচাকৈয়ে বদলা আতাৰ অনুপম ব্যক্তিত্বৰ গুণত উজনি অসমৰ কেবাখনো ঠাইত সত্ৰ স্থাপিত হৈছিল। এই সত্ৰ সমূহৰ ভিতৰত উজনিৰ শঙ্কৰী ধৰ্ম্ম, কলা, সংস্কৃতি আদিৰ চৰ্চ্চাৰ প্ৰাণ-কেন্দ্ৰ স্বৰূপ সুবিখ্যাত প্ৰাচীন কমলাবাৰী সত্ৰই সৰ্ব্বপ্ৰধান।

**পূৰ্ব্বপুৰুষ সকলৰ বাসস্থান**—প্ৰাচীন বিদৰ্ভ ৰাজ্যৰ ৰাজধানী আৰু ভগবান শ্ৰীকৃষ্ণৰ প্ৰিয়তমা ভাৰ্য্যা ৰুক্মিণী দেৱীৰ জন্মস্থান সুবিখ্যাত কুণ্ডিল নগৰীয়েই বদলা আতাৰ পূৰ্ব্বপুৰুষ সকলৰ আদি বাসস্থান আছিল। শদিয়া চহৰৰ পূব ফালে থকা কুণ্ডিল নামৰ নৈ এখনিয়ে সেই পৱিত্ৰ ধামৰ অমৰ স্মৃতি আজিও জীয়াই ৰাখিছে। বদলা আতাৰ প্ৰপিতামহ বা আজোককাক সুৰৰাজ কুণ্ডিল নগৰীৰ এজনা বিশিষ্ট প্ৰভাৱশালী আৰু সম্ভ্ৰান্ত লোক আছিল। তেওঁৰ প্ৰতিপত্তি, ধন-সম্পত্তি বা মাটি বাৰী যথেষ্ট পৰিমাণে থাকিলেও পুত্ৰ বুলিবলৈ লৰ নামৰ এটিহে মাথোন লৰা আছিল। পৰমেশ্বৰৰ অপাৰ কৰুণাৰ দান বুলি আৰু 'কু-পুত্ৰ কেবাজনতকৈ সু-পুত্ৰ এজনেই ভাল' এই প্ৰবোধ-বাণীৰে নিজক সান্ত্বনা দি তেওঁ পৰম শান্তিৰে কাল যাপন কৰিছিল। এনেকৈয়ে অনেক দিন গল।

**সত্ৰাহি গমন**—এসময়ত দেশত বিভ্ৰাট ঘটি অশান্তিকৰ অৱস্থাৰ সৃষ্টি হোৱাত সুৰৰাজে প্ৰাণহানিৰ আশঙ্কাত সেই ঠাই পৰিত্যাগ কৰিলে। তেওঁলোক ভটীয়াই আহি আহি বৰ্ত্তমান লক্ষীমপুৰ জিলাৰ দক্ষিণ-পশ্চিম চুকত থকা বৰ নাৰায়ণপুৰ অঞ্চলৰ সত্ৰাহি গ্ৰাম* (সাহিত্যৰথী বেজবৰুৱা ডাঙৰীয়াৰ মতে সাওকুচি) পায়। এই ঠাই বাসৰ উপযোগী যেন দেখি তেওঁ তাতে ধুনীয়াকৈ ঘৰ-দুৱাৰ সাজি নিগাজীকৈ থাকিবলৈ ললে। ইয়াত কিছুকাল থকাৰ পাচত লৰৰ

* সত্ৰাহি নামৰ গাওঁখন বৰ্ত্তমান নতুনকৈ (১৮৬৭ শকৰ ৬ আহাৰত) প্ৰতিষ্ঠিত বেলগুৰি সত্ৰৰ এমাইলমান পূবফালে অৱস্থিত। তাত এটি নামঘৰ আৰু ভকতৰ বহাও আছে। উদাসীন ভকত নথকা বাবে স্থানীয় গাৱঁলীয়া ৰাইজেই সত্ৰৰ যাৱতীয় কাম চলায়।—লেখক

তিতা চোমদাৰ আৰু গোপাল নামেৰে দুটি লৰা ওপজে। লৰাই তেওঁলোকক ঘৰুৱা কাম-বনৰ শিক্ষা দি ডাঙৰ-দীঘল কৰিলে। উপযুক্ত বয়স হোৱাত সত্যা নামৰ এগৰাকী ৰূপৱতী আৰু সুলক্ষণীয়া কন্যাৰ লগত তিতা চোমদাৰৰ বিয়া হল। বিয়াৰ পাচৰ পৰা তেওঁলোকৰ অৱস্থা চকুত লগা হৈ উঠিল।

**জন্মগ্ৰহণ**—তিতা চোমদাৰ সংক্ৰাহিত থাকোঁতে তেওঁৰ শঙ্কৰদাস আৰু পদ্ম নামৰ দুজন লৰা আৰু বহুৰমা নামৰ ছোৱালী এজনীৰ জন্ম হয়। তেওঁ লৰা-ছোৱালীক উপযুক্ত ধৰণে গঢ় দি তুলিব নৌ পাওঁতেই আৰ্থিক অৱস্থা হীন হৈ পৰে। অভাৱ-অনাটনৰ মাজেদি কেই বছৰমান কটোৱাৰ পাচত অকালতে তিতা চোমদাৰে ইহ জগতৰ পৰা বিদায় লৈ পৰলোকলৈ গমন কৰে। চোমদাৰৰ দ্বিতীয় লৰা পদ্ম সৰুৰে পৰা দেখনিয়াৰ আছিল। কথিত আছে যে তেওঁৰ গাৰ বৰণ পদুম ফুলৰ দৰে বগা আছিল বাবে পদ্ম নাম ৰখা হৈছিল। তেওঁ সৰুৰে পৰা স্বাস্থ্যবান, পৰিশ্ৰমী, বুদ্ধিমান আৰু অধ্যৱসায়ী আছিল। তেওঁৰ জন্ম-শক সম্বন্ধে আজিলৈকে চৰিত-পুথি আদিত কোনো সম্ভেদ পোৱা নাই। বৰপেটা সত্ৰৰ গন্ধ-চৰিত পুথি মতে তেওঁ কোনো এক শুভ আঘোণ মাহৰ শুক্ল পক্ষৰ দশমী তিথিৰ মাহেন্দ্ৰ ক্ষণত জন্মগ্ৰহণ কৰে বুলি জনা যায়। এওঁ ধৰ্ম্ম গ্ৰহণৰ পাচৰ পৰা 'বদলা আতা' নামে প্ৰসিদ্ধি লাভ কৰে। এওঁ জীৱনৰ বিভিন্ন কালত ভিন ভিন দক্ষতাৰ পৰিচয় দেখুৱাই কেবাটিও নাম পায়। এওঁৰ নাম মুঠতে দহোটি। যেনে :—পদ্ম, (প্ৰকাশ্য নাম) গোবিন্দ, (গুপ্তনাম) ৰূপধৰ, লৰ-নাতি, (লৰৰ নাতি) গোসাই, হৰিৰ পো, মাণিক, (নাৰায়ণ দাস ঠাকুৰ আতাই দিয়া) অমুকা, (শ্ৰীমাধৱদেৱে সম্বোধন কৰা) বাপুঘৰ (ভকত সকলে দিয়া) আৰু বদলা আতা বা বদুলা আতা।

**খুৰাকৰ সহৃদয়তা**—বদলা আতাৰ পিতৃপুৰুষ তিতা চোমদাৰৰ অকাল বিয়োগৰ পাচত তেওঁৰ ভাৰ্য্যা আৰু লৰা-ছোৱালী তিনটিৰ জীৱন-নিৰ্ব্বাহ অতিশয় কষ্টকৰ হৈ উঠিছিল। সেইদেখি সত্যা

আইয়ে নিজৰ পূৰ্ব্বৰ মান-সম্ভ্ৰম বিসৰ্জ্জন দি দেৱৰেক গোপালৰ আশ্ৰয় বিচাৰিলে। গোপালে বিধবা বৌৱেকৰ কাতৰ অনুৰোধ ৰক্ষা কৰি অসহায় আৰু নিৰুপায়ত পৰা এই দুৰ্ভগীয়া পৰিয়ালটিক চম্ভালি ললে।

গোপালৰ পুৰুষোত্তম নামে এজন অন্তৰঙ্গ বন্ধু আছিল। তেওঁলোক দুয়োৰে কাৰ্য্যদক্ষতা, সৰলতা আৰু সাধুতাত ৰজা-প্ৰজা, ভূঞা-ব্ৰাহ্মণ সকলোৱে মুগ্ধ হৈছিল। সেইবাবে বিশেষকৈ তেওঁলোক ৰজাৰ বিশ্বাস আৰু আদৰৰ পাত্ৰ হব পাৰিছিল। তেতিয়ালৈকে দেশৰ প্ৰজাই দেশ-বিভ্ৰাটত জীয়াতু ভোগ কৰি থকা বাবে ৰজাই তেওঁলোকক পুনৰ সংস্থাপন কৰিবলৈ দৃঢ়সঙ্কল্প ললে। এই দুৰ্গত লোক সকলক ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰৰ নিৰাপদ ঠাইত বহুৱা কামত ৰজাই গোপাল আৰু পুৰুষোত্তমক নিয়োগ কৰিলে। গতিকে গোপালে বৌৱেক আৰু ভতিজাকহঁতক এৰি থৈ যাবলৈ বাধ্য হল।

**ঢলপুৰ যাত্ৰা**—খুৰাকে এইদৰে হঠাৎকাৰে এবাদি দূৰণিবটীয়া ঠাইলৈ যাব লগাত হোৱাত শঙ্কৰদাসহঁতৰ অন্তৰত দুশ্চিন্তাই আকৌ ঠাই ললে। খুৰাকৰ অনুপস্থিতিৰ সুযোগ লৈ ওচৰ চুবুৰীয়া জ্ঞাতি-বন্ধু, আত্মীয়-স্বজন সকলে তেওঁলোকক হিংসা কৰিবলৈ ধৰিলে। তেওঁলোক তাত অত্যন্ত মনোকষ্ট পাই ধৰলপুৰলৈ (বৰ্ত্তমান ঢলপুৰ) উঠিগল। কিয়নো তাত শঙ্কৰদাসৰ মাতামহ হনুমন্তাৰ ঘৰ আছিল। এই ঠাই খণ্ড নাৰায়ণপুৰৰ ওচৰত। শঙ্কৰদাসে তাতে হনুমন্তাৰ সহায়ত ঘৰ-দুৱাৰ সাজি মাক আৰু ভায়েক-ভনীয়েকৰে সৈতে কোনো মতে কাল কটাবলৈ ধৰিলে। চাওঁতে চাওঁতে ভায়েককো পঢ়াশালিলৈ পঠোৱাৰ সময় আহি পালে।

**শিক্ষাৰম্ভ**—শঙ্কৰদাসে ভায়েক পদ্ম আতাক ঢলপুৰৰ এখন প্ৰাথমিক বিদ্যালয়ত নাম ভৰ্ত্তি কৰি দিলে। আতাৰ তীক্ষ্ণ বুদ্ধি, আগ্ৰহ আৰু একাগ্ৰতীয়া মনোযোগ দেখি শিক্ষকে বিস্ময় মানিলে। তেওঁ অলপ দিনৰ ভিতৰতে শিক্ষনীয় সকলো বিষয়তে পাৰদৰ্শিতা দেখুৱা বাবে সহপাঠী সকলেও বিমুগ্ধ হল। আনকি পাচলৈ তেওঁ

বিদ্যালয়ৰ এজন কৃতীছাত্ৰ বুলি সুনাম অৰ্জ্জন কৰিলে। তেওঁ পঢ়া-শুনাত মনোনিবেশ কৰাৰ দৰে ঘৰুৱা কাম বনতো সদায় সহায় কৰিছিল। আৰ্থিক অৱস্থা হীন হোৱা বাবে গৰখীয়াৰ কামো কৰিব লগা হৈছিল। তাৰ দ্বাৰা পঢ়াশুনাত কোনো বাধা জন্মা নাছিল। শ্ৰীকৃষ্ণৰ দৰে তেওঁ সৰুৰে পৰা গৰুক বৰকৈ আদৰ কৰিছিল। তেওঁৰ লগৰীয়া গৰখীয়া লৰা আৰু ছজন আছিল। তেওঁলোকে পালপাতি লোৱা বাবে সপ্তাহত এদিনকৈহে গৰু চাৰিব লগা হৈছিল। তেতিয়াৰ ছাত্ৰ সকলে সপ্তাহৰ সাতোটা দিনেই পঢ়াশুনা কৰিবৰ সুযোগ পাইছিল। আজিকালিৰ দৰে* ৰবিবাৰে পঢ়াশালি বন্ধ নাছিল। এইদৰে চলপুৰত থাকোতেই এটি এটিকৈ পাঁচোটি বছৰ পাৰ হৈ গল।

**সত্ৰাহিলৈ পুনৰাগমন**—সিফালে খুবাকে পুনৰ সংস্থাপন কাৰ্য্য সমাধা কৰি আহি ঘৰ পাই দেখিলে যে তাত ঘৰ বাৰীৰ চিন চাবেই নাই; কেৱল তুবৰি বন আদিয়ে ছাটি ধৰা ভেটিটোহে আছে। তেওঁ অনুসন্ধান লৈ বোৱেক আৰু ভতিজাকহঁত চলপুৰলৈ যোৱাৰ কাৰণো জানিব পাৰিলে। গোপালে পুৰণি ভেটিতে নতুনকৈ ঘৰ-দুৱাৰ সাজিলে। তাৰ পাচত বোৱেক-ভতিজাকহঁতক পুনৰ চপাই লৈ নিজৰ তত্ত্বাৱধানত ৰাখিলে। খুৰাকৰ মৰম-চেনেহত তেওঁলোকে পুনৰ জীৱন পোৱাদি পালে। এনেকৈ কেইবছৰ মান যোৱাত খুৰাকে শঙ্কৰদাসৰ ঘৰখন পাতি দিলে। ভতিজাকৰ বিয়াৰ অলপ দিন পাচতে গোপালৰো অকাল বিয়োগ ঘটিল। তাৰ কেইমাহমান পাচত সত্যা আইয়েও পুতেক-জীয়েকক মাউৰা কৰি মানৱী দেহ এৰি চিৰ শান্তিধামলৈ গমন কৰিলে।

তেতিয়াৰে পৰা শঙ্কৰদাসৰ ওপৰত গৃহস্থালিৰ সকলো বোজাই হেঁচি ধৰিলে। পৰমেশ্বৰৰ কৃপাত তেওঁ এজন সুস্থ, কৰ্ম্মী আৰু

* ১৮৪৭ খৃষ্টাব্দৰ ১২ জানুৱাৰী তাৰিখৰ পৰা ৰবিবাৰে চৰকাৰী স্কুল, কলেজ আৰু কাৰ্য্যালয় আদি বন্ধ থকাৰ নিয়ম ভাৰতত প্ৰবৰ্ত্তিত হয়।—লেখক

চৰিত্ৰবান ডেকাৰ লগত ভনীয়েকক বিয়া দি এটি ডাঙৰ চিন্তাৰ পৰা সকাহ পালে। তাৰ কেইবছৰ মানৰ পাচত ভনীয়েক বহুৰমাই এটি সুপুত্ৰ লাভ কৰিলে। এৱেঁ পদ্ম আতাৰ প্ৰিয়তম সহচৰ জগন্নাথ চৰণ আতৈ। সি যিহক তেওঁলোক ককাই-ভাই দুজনৰ কঠোৰ পৰিশ্ৰমৰ ফলত আৰ্থিক অৱস্থা অলপ টনকিয়াল হৈ উঠিল। বৌয়েকৰ মাতৃবৎ মৰম-চেনেহ পাই পদ্ম আতাই মাতৃৰ অভাৱ কিছু পাহৰিলে। এনেকৈয়ে দিনবোৰ যাবলৈ ধৰিলে।

**ডফলাৰ আক্ৰমণৰ প্ৰতিক্ৰিয়া**—তেওঁলোক সংক্ৰাহিত কিছুদিন থকাৰ পাচত সেই অঞ্চলত ডফলাই নানা অত্যাচাৰ-উৎপীড়ন কৰিবলৈ ধৰিলে। থলুৱা ৰাইজে একগোট হৈ এই অন্যায় আক্ৰমণৰ বিৰুদ্ধে থিয় হল। তেওঁলোকে প্ৰত্যেক ঘৰৰে একোজনকৈ মানুহ গোটাই লৈ ৰণযাত্ৰা কৰিলে। এই যাত্ৰাত ককায়েকৰ আদেশ মতে পদ্ম আতাইও ৰণলৈ যাবলৈ বাধ্য হল। তেওঁ ৰণুৱা সকলৰ ৰান্ধনি হব লগা হোৱাত বৰ কষ্ট পালে আৰু পাচলৈ সেই কামলৈ ঘৃণা উপজিল। তেওঁ আগধৰি বিদায় লৈ তাৰপৰা উভতি আহোঁতে বাটৰ কাষত অগ্নিৰ গৰাহত ভস্মীভূত হোৱা ঘৰ-দুৱাৰ আৰু শ-শ গৰু-ম'হ-মানুহ আদিৰ মৃত দেহৰ নিকৰুণ দৃশ্য আৰু পতি-পুত্ৰ হাৰা নাৰী সকলৰ হিয়াভগা কৰুণ বিননিয়ে তেওঁৰ অন্তৰত বৰকৈ আঘাত কৰিলে। তেতিয়াৰে পৰা তেওঁ জীৱ হিংসাৰ প্ৰতি বিৰত থাকিবলৈ দৃঢ় প্ৰতিজ্ঞ হল। লাহে লাহে সংসাৰৰ সকলোকে অসাৰ আৰু অনিত্য বুলি ভাবি পৰমেশ্বৰক সাৰ আৰু নিত্য-বস্তু বুলি ধৰি ললে। তেওঁ এই একেটি কথাকে অনবৰত অন্তৰত ধুই-পখালি থকাৰ ফলত গৃহ-কৰ্ম্মৰ প্ৰতি তেনেই পিঠি দিলে।

পদ্ম আতাই সৰুৰে পৰা কৃষ্ণ-ভক্ত আছিল আৰু মাজে সময়ে কৰতাল বজাই গাৱেঁ-ভূয়ে দেহ-বিচাৰৰ গীত-পদ গাই ফুৰিছিল। তেওঁ গীত-পদৰ নামত বলিয়া আছিল। সেই সময়ত ঘৰৰ ওচৰতে ৰামৰমীয়া বৰাগীৰ দল এটি পাই তেওঁ তাৰে দলভুক্ত হৈ পৰিল গৈ।

**বিবাহ**—তেওঁৰ এনেকুৱা গতিমতি দেখি ককায়েক-বৌয়েকে

কেবাদিনো তেওঁক বুজনি দি তাৰপৰা বিৰত কৰিবলৈ চেষ্টা কৰিলে, কিন্তু তাত কৃতকাৰ্য্য হব নোৱাৰি অইন উপায় হাতত ললে। তেওঁলোকে সূৰ্য্য বাঢ়ৈ নামৰ সজ লোক এজনৰ সূৰ্য্যৱতী নামৰ সুলক্ষণা আৰু দিপ্‌লিপ ধুনীয়া কন্যা এগৰাকীৰ লগত বিয়াৰ বন্দবস্ত কৰিলে। জোৰ কৰি ধৰাত অনিচ্ছা সত্বেও বাধ্য বাধকতাৰ মাজেদি বিবাহ কাৰ্য্য সম্পন্ন হৈ গল যদিও তেওঁ ভাৰ্য্যাৰ প্ৰতি সমূলি আসক্ত নহল। মুখ চন্দ্ৰিকাতেই তেওঁলোকৰ পৰস্পৰৰ মাজত দৰ্শনৰ প্ৰায় সামৰণি পৰিছিল। তেওঁ এদিন ভাৰ্য্যাৰ কাবৌ-কাকুতিৰ হাত সাৰিবৰ মনেৰে এষাৰ মাথোন কথা এই বুলি কৈছিল—“তুমি আমাৰ সেৱা ধৰিব নালাগে; বৌ-মাতৃৰ আদেশ মানি তেওঁক সন্তুষ্টি দিব পাৰিলেই আমি পৰম সন্তোষ পাম।” জীৱন কালৰ ভিতৰত ইয়াতকৈ আৰু অধিক কথা-বতৰা হোৱা বিবৰণ ক'তো পোৱা নাযায়।

সি যিহক আতাই বৈবাহিক জীৱনৰ পাচতো আগৰ দৰেই উদাসীন ভাবে ভগবানৰ নাম-গুণ লৈ দিনে-নিশাই তাতেই নিমগ্ন হৈ থাকিল। ইফালে ভাৰ্য্যা সূৰ্য্যৱতীয়ে জীয়া বাৰীৰ দৰে হিয়া বিদাৰক বিৰহ-বেদনাত জৰ্জ্জৰিত হৈ জীয়াতু ভোগ কৰিবলৈ ধৰিলে।

**অসজ আচৰণৰ ঠেলা**—ইয়াৰ পাচতো শঙ্কৰদাসে ভায়েকৰ মনৰ ভাৱৰ পৰিবৰ্ত্তন কৰিবৰ মনেৰে মনত আঘাত নিদিয়াকৈ সজ উপায়েৰে চেষ্টা কৰি চালে। কিন্তু সকলো চেষ্টা ব্যৰ্থ হল। সেই দেখি এদিনাখন তেওঁ খঙত জ্বলি পকি উঠি ভাৰ্য্যাক কঠোৰভাবে আদেশ দিলে যেন তেওঁ দেৱৰেকক কোনোমতেই ভাত-পানী নিদিয়ে। কিন্তু কোমল-চিতীয়া বৌৱেকে এই নিৰ্ম্মম আদেশ পালন কৰিবলৈ টান পালে। তেওঁ মৰমতে মনে মনে দেৱৰেকক ভাত-পানী আৰু অন্যান্য আহাৰ আদি দি থাকিবলৈ ধৰিলে। কেইদিন মানৰ মূৰত শঙ্কৰ দাসে এই কথাৰ গম পাই ঘৈণীয়েকক নানা কটুবাক্যেৰে গালি-শপনি দি পুনৰায় বিশেষ ভাৱে সতৰ্ক কৰি দিলে। সিদিনাৰে পৰা বৌৱেকে পদ্ম আতাক ঘৰৰ এচুকত নিজে চাউল সিজাই খোৱাৰ ব্যৱস্থা কৰি দিলে। ককায়েকে ইয়াকো জানিব পাৰি কু-বুদ্ধিৰ

আশ্ৰয় ললে। তেওঁ ভায়েকে ভাত ৰন্ধা আখাৰ ওপৰত থকা চৰুটোত লগাকৈ বেৰৰ ফুটাৰে কুটা এডাল সুমুৱাই দি তাক চুৰা কৰি থলে। পদ্ম আতাই এই কাণ্ড দেখি চৰাঘৰলৈ গৈ তাতে খোৱাৰ ব্যৱস্থা কৰিলে। কিন্তু ককায়েকে তাতো চৰুটো কোবাই ভাঙি থলে। কিবা খৰিয়াল লাগিব পাৰে বুলি আশঙ্কা কৰি তেওঁ তাৰ কোনো প্ৰতিবাদ নকৰিলে। তেওঁ নৱ-পৰিণীতা ভাৰ্য্যাৰ প্ৰীতি-প্ৰণয়, ককায়েক-বোৱেকৰ মৰম-চেনেহ আৰু পিতৃ সম্পত্তিৰ মোহ-মমতা পৰিহাৰ কৰি তাৰপৰা আঁতৰিবলৈ মনস্থ কৰিলে।

**গৃহত্যাগ**—আতাই অলপো পলম নকৰি ঘৰৰ বাজ হৈ ওচৰ চুবুৰীয়া লোক এজনৰ আশ্ৰয়ত থাকিবলৈ ললে। ককায়েকে অনুসন্ধান লৈ ভায়েক থকা ঘৰলৈ গল আৰু তাতো এডাল খৰিকাৰে বেৰৰ লগত ভাতৰ চৰুটোৰ সংযোগ ঘটাই তাক চুৰা কৰি থৈ গুচি গল। তেওঁ তাতো থকা টান যেন পাই আন এজন লোকৰ বাঁহ-তলৰ সৰু পঁজা এটিকে বিচাৰি ললে। ককায়েকে বিচাৰি বিচাৰি সেই ঠাই উলিয়াই তাতো আমনি দিবলৈ ধৰিলে। এইবেলি আতাই নীৰৱে তাৰ পৰা কিছু নিলগলৈ গৈ হাতীশাল নামৰ ঠাই এখনত এটি সৰু ঘৰ সাজি তাতে থাকিল। কিন্তু ককায়েকৰ গোপন অন্বেষণৰ ফলত তাত থকা বাতৰিও সদৰি হৈ পৰিল। গতিকে তাতো আগৰ দিগদাৰিয়েই দেখা দিলে। এবাৰ এবাৰকৈ পাঁচবাৰ ঠাই সলাইও ককায়েকৰ বিৰক্তিকৰ অসজ আচৰণৰ হাত সাৰিব নোৱাৰি এদিনাখন আতাই ঈশ্বৰক ধিয়াই ভাবি-গুণি বিমৰ্ষ বদনে বহি থাকিল।

**জয় ভাৰতীৰ আশ্ৰয় দান**—পদ্ম আতাই তেনেকৈ বহি থাকোঁতে জয় ভাৰতী নামৰ পণ্ডিত লোক এজনে তেওঁৰ সম্মুখেদি গল। তেওঁ আতাক তেনেদৰে বহি থকা দেখি তাৰ কাৰণ কি সুধিলে। তেতিয়া আতাই সঘনে ঠাই সলনি কৰিব লগা হোৱাৰ কাৰণ বিৱৰি কলত ভাৰতীৰ তেওঁলৈ পুতৌ উপজিল। তেওঁ আতাক মাতি নি নিজৰ বাৰীত এটি বহা সাজি থাকিবলৈ দিলে।

তেওঁ তাত শাস্ত্ৰ পাঠ, অধ্যয়ন আৰু সদালাপ কৰিবলৈ সুযোগ পালে। এদিনাখন তেওঁ শাস্ত্ৰৰ এঠাইত পালে—

'হৰি হৰ ব্ৰহ্মা থাকে যাৰ আজ্ঞা ধৰি।'

তেওঁ এই পদৰ অৰ্থ ভাৰতীক সুধিলে—"গুৰু, এই তিনিজনা দেৱতাই কাৰ আজ্ঞা পালন কৰে অনুগ্ৰহ কৰি কবনে? তেওঁলোকক নো কোনে চলায়?" এই প্ৰশ্নৰ উত্তৰত ভাৰতীয়ে মাথোন ইয়াকে কলে—"এই তিনিদেৱতাৰ বাহিৰে আন কোনো নাই, সেইদৰে শাস্ত্ৰকৰ্ত্তাই কৈছে।"

আন এদিন আতাই শাস্ত্ৰ পঢ়ি থাকোঁতে এজন লোকে জয় ভাৰতীক হৰি কীৰ্ত্তনলৈ নিমন্ত্ৰণ জনালে। তেওঁ মানুহজনক 'অৱশ্যে যাম' বুলি কথা দি বিদায় দিলে। ইয়াৰ অলপ পাচত আন এজন লোকে তেওঁক আকৌ পুখুৰী উছৰ্গালৈ নিমন্ত্ৰণ কৰিলে। তেওঁকো 'নিশ্চয় যাম' বুলি কৈ বিদায় দিলে। ভাৰতীৰ এনেকুৱা সমিধান শুনি আতাৰ সন্দেহ উপজিল। সেই দেখি তেওঁ ভাৰতীক সুধিলে—"গুৰু, আপোনাৰ কথা শুনি মনত এটি প্ৰশ্নৰ উদয় হৈছে, অনুমতি পালে সুধিব পাৰোঁ।" ভাৰতীয়ে অনুমতি দিলত আতাই পুনৰ সুধিলে—"আপুনি দুয়োজন লোকৰে নিমন্ত্ৰণ গ্ৰহণ কৰি প্ৰত্যেক জনকে আশ্বাস দি বিদায় দিলে। ইফালে আকৌ একে দিনাই একে সময়তে দুয়ো ঠাইতে কাম আৰম্ভ হব; এনেস্থলত জানি শুনিও আপুনি এনে সমিধান দিয়াৰ অৰ্থ মই হলে বুজি পোৱা নাই।" তেতিয়া ভাৰতীয়ে কলে—"বাৰু শুনা, পোনতে হৰি কীৰ্ত্তনলৈ যাম বুলি কলোঁ যদিও পাচত ভাবি-চিন্তি চাই তাতকৈ পুখুৰী উছৰ্গালৈ গলেহে অধিক লাভ হব বুলি বুজি পালোঁ। হৰি কীৰ্ত্তনলৈ গলে কেইটিমান মাহ-চাউল, অলপ তামোল-পাণ, এখন বস্ত্ৰ আৰু এটি সিকি বা টকা এটি পালেই সেয়ে বহুত। কিন্তু পুখুৰী উছৰ্গালৈ গলে টকা-কড়িৰ বাহিৰেও কাঁহ-পিতল, গো-বস্ত্ৰ, ৰজত-কাঞ্চন আদি অনেক বয়-বস্তু পোৱা যাব। সেইদেখি মই হৰি-কীৰ্ত্তনলৈ নগৈ পুখুৰী উছৰ্গালৈহে যাম।" আতাই ভাৰতীৰ এনে উত্তৰ শুনি মনতে

ভাবিলে—"হায় ! হায় !! বিধিৰ কি বিড়ম্বনা, বিজ্ঞ ব্ৰাহ্মণ লোক এজনৰো গতি-মতি এনেকুৱা !!! তেওঁ সামান্য দ্ৰব্য-বস্তুৰ লোভত পৰি হৰি-নামতকৈ পুখুৰী উছৰ্গা কামকহে উত্তম আৰু শ্ৰেষ্ঠ বুলি ভাবিলে।" তাৰ পাচত ভাৰতীক কলে—"গুৰু, আপোনাৰ অনুমতি পালে মযে হৰি-কীৰ্ত্তনলৈ যাব খোজোঁ।" তেতিয়া ভাৰতীয়ে ৰং মনে যাবলৈ কলে আৰু লগতে এই খবৰ নাম-কীৰ্ত্তন পতা গিৰিহঁতলৈও দি পঠালে। যথা সময়ত আতা গৈ নামৰ থলী পালত তাত গোট খোৱা ৰাইজে তেওঁক পুথি পঢ়িবলৈ অনুৰোধ জনাই আসন আগ বঢ়ালে! আতাই যথাৰীতি হাত-ভৰি ধুই মুখত পানী দি ভক্তি ৰত্নাৱলী পুথি পাঠ কৰিবলৈ ধৰিলে। তেওঁৰ সুকোমল কণ্ঠৰ অমিয়া বৰষা সুৰে সকলোকে সন্তোষ দিলে। তেওঁ পঢ়ি গৈ থাকোঁতে ঋষভৰ বচনৰ পদ ফাকি পোৱা মাত্ৰকে ভক্তি-প্ৰেমত বিগলিত হৈ তন্ময় হৈ পৰিল আৰু সেই পুথিৰ ৰচকৰ প্ৰতি ভক্তি ভাৱ ওপজাত তেওঁক গুৰুমানি ধৰ্ম্ম বস্তু লবলৈ নিশ্চয় কৰিলে। সেই দিনাৰে পৰা আতাৰ মন গুৰু লাভৰ অৰ্থে আকৃষ্ট হল। তাৰ পাচৰ পৰা জয় ভাৰতীৰ লগত ভাৱধাৰাৰ বিসঙ্গতিয়ে দেখা দিয়াত তেওঁ স্থান পৰিবৰ্ত্তনৰ সঙ্কল্প ললে।

**হৰি পুখুৰীৰ পাৰত**—তেওঁ বিচৰা মতেই এদিনাখন হৰি বিপ্ৰ নামৰ সজ লোক এজনৰ পৰা পুখুৰী এটিৰ পাৰত এনেই পৰি থকা ঠাই এডৰা পালে। ভাগিনিয়েক জগন্নাথ চৰণৰ হতুৱাই তাত এটি ঘৰ সজাই থাকিবলৈ ললে। তাৰ পাচৰ পৰা তেওঁ জগন্নাথ চৰণকো লগত লৈ ৰামৰমীয়া সকলৰ লগত ভগবানৰ নাম-গুণ গাই ফুৰিবলৈ সুযোগ পালে। তেওঁৰ পঁজা এটিৰ যোগাৰ হল যদিও পেটৰ ভাত মুঠিৰ হাহাকাৰ নুগুচিল। অৱশেষত তেওঁ ককায়েকে দিয়া কাচি-খনেৰে তুলসী গছৰ মালা তৈয়াৰ কৰি তাৰ দ্বাৰা জীৱিকা নিৰ্ব্বাহ কৰিবলৈ ধৰিলে। তথাপি মাজে-সময়ে লঘোনে থকাৰ হাত সাৰিব নোৱাৰিলে।

এই বাতৰি শুনি এদিনাখন বোৱেকে তেওঁলৈ গোপনে সিধা-

পাতি আনি দি গল। ককায়েকে কেনেবাকৈ এই কথাৰ গম পাই খণ্ডৰ বেগত ঘৈণীয়েকক পাৰ্য্যমানে তিৰস্কাৰ কৰিলে। লগতে ভায়েকক দিয়া কাচিখনো তেওঁৰ পৰা কাঢ়ি লৈ গল। কাচিখনৰ অভাৱত বিশেষকৈ আতাৰ মালা তৈয়াৰ কৰা কাম সমূলি বন্ধ হল। সেইদেখি তেওঁ ওচৰতে থকা সচুলি নামৰ কমাৰ এজনৰ ওচৰলৈ কটাৰী এখনৰ কাৰণে জগন্নাথ চৰণক পঠিয়ালে। তেওঁ গৈ কমাৰ জনক কলে—"আমাৰ হৰি পুখুৰীৰ পাৰত থকা গোসাই মোমাইয়ে কটাৰী এখনৰ কাৰণে মোক পঠিয়াইছে; দিলে পৰম উপকাৰ কৰা হব।" কমাৰ জনে কথাষাৰ শুনি বিস্ময় মানিলে। কিয়নো যোৱা নিশা কোনোবা এজনা দিব্য পুৰুষে সপোনতে তেওঁক কটাৰী এখন খুজিছিল; সেইদেখি তেওঁ ৰাতিপুৱা উঠিয়েই একো নগঢোৱাকৈয়ে দুখন কটাৰী তৈয়াৰ কৰি থৈছিল। কিন্তু কাক নো দিব তাৰেহে একো উৱাদিহ পোৱা নাছিল। তেওঁ কটাৰী দুখন আনি জগন্নাথ চৰণৰ হাতত দি কলে—"বোপা, আমি গোসাইক দিবলৈ পাই নিজক সৌভাগ্যবান বুলি ভাবিছোঁ। সম্প্ৰতি ইয়াকে লৈ যোৱাহঁক; পাচত আৰু দুখন গঢ়াই দি পঠাম।" জগন্নাথ চৰণে কমাৰৰ শলাগ লৈ উভতি গৈ কটাৰী দুখন মোমায়েকক দিলে আৰু ভবিষ্যতলৈ আৰু দুখন দিব বুলিও জনালে। আতাই সন্তোষ পাই কলে—"বোপা জগন্নাথ চৰণ, পৰমেশ্বৰে আমাক এখন ভগা কাচিৰ সলনি দুখন নতুন কটাৰী দিয়ালে; গতিকে আৰু কটাৰীৰ আৱশ্যক নাই বুলি কমাৰক কৈ আহা গৈ।" তেৱোঁ তুৰন্তে গৈ এই কথা কমাৰক জনালে।

পদ্ম আতাই থাকিবলৈ লোৱা এই ঠাইখণ্ড আগেয়ে হাবি-বননিৰে ঢাক খাই আছিল। পাচত তেওঁ বাসৰ উপযোগী কৰাৰ পৰাহে তাত মানুহৰ সমাগম হবলৈ ধৰে। হৰি বিপ্ৰৰ মাটিত থকা অজ্ঞাত পুখুৰীটোৱে তেতিয়াৰে পৰা "হৰি পুখুৰী" আৰু তাৰ পাৰত থকা ঠাইখিনিয়ে "হৰি পুখুৰীৰ পাৰ" নামে অভিহিত হল। সাত্ত্বিক পুৰুষৰ বাসস্থান বুলি আতাৰ বাসগৃহটিকো থলুৱা ৰাইজে নামঘৰৰ তুল্য জ্ঞান কৰিবলৈ ধৰিলে।

**আত্ম বিকাশৰ সুচনা**—সেই সময়ৰ তপোবন স্বৰূপ এই হৰি পুখুৰীৰ পাৰতে আতাৰ আত্মবিকাশৰ সুচনা হয়। তেওঁ নিতৌ ব্ৰহ্ম মুহূৰ্ত্ততে উঠি স্নান কৰি, ফুল-তুলসীৰ মালাত চন্দন লেপন কৰি, সভক্তিৰে তাক শাস্ত্ৰৰ ওপৰত থৈছিল ; আৰু ওচৰতে বহি ভগবানৰ নাম লৈছিল। এই কামৰ দ্বাৰা একাগ্ৰচিত্তে পৰমেশ্বৰৰ সেৱা কাৰ্য্যত ব্ৰতী হবলৈ সুযোগ পাইছিল। তেওঁ কাৰো পৰা ধৰ্ম্ম বস্তু গ্ৰহণ নকৰাকৈয়ে ভগৱন্তৰ কৃপাত ভক্তি-ভাৰত আগবাঢ়ি যাব পাৰিছিল ; আৰু কব নোৱাৰাকৈয়ে সজ গুণাৱলীয়ে তেওঁৰ দেহত থিতাপি লৈছিল। তেওঁৰ সাদৰী বচন, সজব্যৱহাৰ আৰু সদুপদেশৰ গুণত জনসাধাৰণ বিমুগ্ধ হৈছিল। আনকি কিছুদিনৰ পাচত ই জন-শিক্ষাৰ এটি প্ৰধান কেন্দ্ৰৰূপে পৰিগণিত হৈ সকলোৰে দৃষ্টি আকৰ্ষণ কৰিছিল। জনসাধাৰণে আতাৰ প্ৰতি অতিশয় শ্ৰদ্ধাশীল হৈ, তেওঁক সন্ত, মহন্ত, সাধু, লৰ-নাতি, গোসাই আদি সম্মানসূচক সম্বোধন কৰিহে তৃপ্তি পাইছিল।

পদ্ম আতাই এই ঠাইতে হৰি আতৈ আৰু তেওঁৰ ভায়েকক সঙ্গী স্বৰূপে লাভ কৰে। এওঁলোক দুয়ো বাসুদেৱ বিপ্ৰৰ পুত্ৰ আছিল। হৰি আতৈ এজনা অদ্ভুত ধৰণৰ হৰিভক্তি পৰায়ণ পুৰুষ আছিল। আতাই তেওঁক সঙ্গী-স্বৰূপে পোৱাৰ দিনাই পৰম আহ্লাদিত হৈ কৈছিল—"আজি মোৰ পৰম সৌভাগ্য ; কিয়নো আজি মই অদৃশ্য হৰিৰ সলনি দৃশ্যমান হৰিক লাভ কৰিলোঁ।" আতাই এওঁলোকক পোৱাৰে পৰা পুৱা-গধুলিৰ নাম-কীৰ্ত্তন আদিৰ গাম্ভীৰ্য্য দুগুণে চৰিল। কথিত আছে যে হৰি নামৰ ধ্বনি শুনি হেনো এটা বনৰীয়া বাঘে ভকত সকলৰ ওচৰতে বহি নাম-প্ৰসঙ্গ শুনিছিল, আৰু কাৰো কোনো অনিষ্ট কৰা নাছিল। কিন্তু ভকত সকলে ভয় পাই তাৰ প্ৰতিকাৰৰ ব্যৱস্থা কৰিবলৈ কলত, আতাই ইঙ্গিত-বচনেৰে বাঘটোক নিষেধ কৰিলে। সেইদিনাৰে পৰা হেনো সি তালৈ নোযোৱা হল। তাকে দেখি ভকত সকলে আতা এগৰাকী অলৌকিক শক্তি সম্পন্ন পুৰুষ বুলি বিশ্বাস কৰি পৰস্পৰে কোৱা-মেলা কৰিবলৈ ধৰিলে।

**ভকত নিন্দাৰ পৰিণাম**—আতাই এদিনাখন হাতত মালা লৈ ভগবানৰ নাম জপ কৰি থাকোঁতে কেহোৰ্খাঁ নামৰ লোক এজনে হৰি পুখুৰীৰ পাৰে দি ঘোঁৰা চেকুৰাই গৈছিল। তেওঁ আতাক দেখা পাই বিদ্রূপ কৰি হাঁহি হাঁহি গুচি গল। আতাই কিন্তু তাৰ প্ৰতি ভ্ৰূক্ষেপ নকৰিলে। হলেও কেহোৰ্খাঁক আপদে লগ ধৰিলে। তেওঁ ঘৰ নৌ পাওঁতেই মাজ বাটতে ভীষণ জ্বৰ উঠাত চকুৰ পোৰণি আৰু গাৰ বেদনাত তেনেই অস্থিৰ হৈ পৰিল। ঘোঁৰাটো থকাৰ কাৰণে কোনোমতে ঘৰ পালে আৰু সেই মুহূৰ্ত্ততে ঘৈণীয়েকৰ আগত আতাৰ প্ৰতি কৰা অশিষ্ট ব্যৱহাৰৰ কথা ব্যক্ত কৰিলে। ঘৈণীয়েকে আগৰে পৰা আতাৰ মহিমাৰ কথা শুনি আছিল। সেইদেখি তেওঁ গিৰিয়েকৰ এই গৰ্হিত কামৰ বাবে কিবা অমঙ্গল ঘটিব পাৰে বুলি শঙ্কা কৰিলে আৰু অপৰাধ মৰিষণৰ কাৰণে কাকুতি-মিনতি জনাবলৈ তেওঁক আতাৰ ওচৰলৈ যাবলৈ কলে। বিস্ময়কৰ কথা যে ঘৈণীয়েকে বয়-বস্তু আগ কৰাৰ লগে লগে কেহোৰ্খাঁ কিছু সুস্থিৰ হল। যথা সময়ত বস্তুখিনি দি ক্ষমা মাগিলত তেওঁ আগৰদৰে হৈ উঠিল। ভকতক অৱমাননা কৰাৰ ফল হাতে হাতে পাই কেহোৰ্খাঁই লোকক ভেঙুচালি কৰা কু-অভ্যাস তেনেই পৰিহাৰ কৰিলে।

**কৰুণাৰ নমুনা**—সেই সময়ত দেশজুৰি ভীষণ দুৰ্ভিক্ষই দেখা দিছিল। কোনেও কাৰো মুখলৈ চাব নোৱাৰা অৱস্থা হৈছিল। আন কি অনাহাৰত অনেক লোকে নিকৰুণভাৱে প্ৰাণত্যাগ কৰিব লগাত পৰিছিল। এদিনাখন তিনিজন মগনীয়াই ভোকত কলমলাই আতাৰ পদুলি মুখত জিৰণি ললে। তেওঁলোকে একেৰাহে তিনি-দিনে ভিক্ষা মাগি এটি খুদ কণো পোৱা নাছিল। সেইদিনা আতাৰ গৃহতো মুঠে তিনি কঠিহে চাউল আছিল। তেওঁ তাকে ধুই-পখালি চৰুত বহাব খোজোতেই পদুলি মুখৰ পৰা এজন ভিক্ষুকে গৈ "কিবা ভিক্ষা পাম নে দেউতা ?" বুলি বাহিৰত মাত লগোৱা আতাৰ কাণত পৰিল। তেওঁ তাৰে এপোহা মগনীয়াজনক দি বিদায় দিলে। তাকে দেখি লগৰ আন এজনেও তেনেকৈ মাত লগালত আতাই তেওঁকো

এপোহা দিলে। অৱশেষত বাকী থকা জনে ওচৰ চাপি গৈ ভিক্ষা মাগিলত তেওঁ শেষৰ চাউল পোহাও দি ভগবানৰ নাম-গুণ গাই শুদাপেটে পৰি থাকিল।

**জয় ভাৰতীৰ ঈৰ্ষা**—শাস্ত্র পঠন, শাস্ত্র ব্যাখ্যা আৰু জনসেৱাৰ দ্বাৰা পদ্ম আতাৰ নাম-যশ ক্রমান্বয়ে বৃদ্ধি পাবলৈ ধৰিলে। তেওঁ যথেষ্ট সম্মান আৰু সমাদৰ লাভ কৰা দেখি তেওঁলৈ জয় ভাৰতীৰ পেটে পেটে ঈৰ্ষাভাৱ জন্মিল। তেওঁ ভাবিলে—'লৰ-নাতিয়ে মোৰ ঘৰত আশ্রয় লৈ, মোৰ পৰা শাস্ত্র জ্ঞান লাভ কৰি আৰু মই দিয়া ৰত্নাৱলীখনকে লৈ আজি মহন্ত হল। ওচৰ-চুবুৰীয়াই শ্রদ্ধা-ভক্তি কৰি তেওঁকহে দ্রব্য-বস্তু দিয়ে; আনফালে মইহেন পণ্ডিত ব্রাহ্মণ এজনৰ প্রতি কাৰো কাণসাৰেই নাই।' ইয়াকে ভাবি তেওঁ আতাক দিয়া ৰত্নাৱলী পুথিখন ওভোতাই লৈ গল। আতাই জয় ভাৰতীৰ কাৰ্য্য-কলাপ দেখি বিস্ময় মানি বিষাদ মনেৰে বহি থাকিল। এনেতে জয় ভাৰতীৰ ভায়েক হৰি ভাৰতীয়ে আতাক তেনেকৈ বহি থকা দেখি তাৰ কাৰণ সুধিলত আতাৰ মুখে সকলো কথা ওলাই পৰিল। তেতিয়া তেওঁ নিজৰ ঘৰত থকা ৰত্নাৱলী পুথি (কোনো কোনোৰ মতে ৰাজসূয় পুথি) এখন দিব বুলি আশ্বাস দিলে। আতাই তেওঁৰ পৰা পুথিখন নিয়ালে হয়, কিন্তু ককায়েকৰ দৰে তেৰোঁ তাক ওভোতাই লৈ যাব বুলি সন্দেহ কৰি তাৰ এটি নকল ৰাখিবলৈ মনস্থ কৰিলে।

**ভাটোকুছিৰ আতাক দৰ্শন**—তাৰ কেইদিনমান পিচত পদ্ম আতাৰ নিৰ্দ্দেশমতে জগন্নাথ চৰণ আতৈয়ে পাত মহী যুগুত কৰি এটি কৰণিত দিলত আতাই ৰত্নাৱলী পুথিখন নকল কৰিবলৈ আৰম্ভ কৰিলে। তেওঁ মাথোন এটি পদ লিখিছে, এনেতে ভাটোকুছিৰ কেশৱ চৰণ আতা গৈ তাত উপস্থিত হল গৈ। তেওঁ পদ্ম আতাৰ পাচফালে থিয় দি তেওঁক সুধিলে—"অৱা হৰিৰ পো, কি শাস্ত্র লিখা হৈছে? পাত মহী ভাল হোৱা নাই; আখৰিও অশুদ্ধ।" আতাই ঘূৰি চাই তেওঁক দেখি আসন দি বিনয় বচনেৰে সুধিলে—"বাপ,

শুদ্ধ আৰ্হি ক'ত পোৱা যাব ?" কেশৱ চৰণ আতাই কলে—"ঢেকী দাঙা ব্ৰাহ্মণৰ ঘৰত আছে। সেইখন মই তেওঁৰ ঘৰত এৰি আহিছোঁ ; আৰু মই খুজি পঠিয়ালে পুথি আনিবলৈ যোৱা মানুহজনৰ হাতত মোৰ হাতৰ কটাৰীখন দি পঠিয়াম বুলি কৈ আহিছোঁ। গতিকে মোৰ কটাৰীখন তোমাক দিলোঁ ; ইয়াক দেখুৱালে তেওঁ পতিয়ন গৈ তোমাক পুথিখন দিব।" পদ্ম আতাই তেতিয়াই জগন্নাথ চৰণ আতৈৰ হাতত কটাৰীখন দি পঠিয়াই বিপ্ৰ গৰাকীজনৰ পৰা শাস্ত্ৰখন নিলে। ইতিমধ্যে পদ্ম আতাই ভাটোকুছিৰ আতাৰ আগমনৰ বাতৰি সুধিলত তেওঁ গুৰুজনাৰ নিৰ্দ্দেশ মতে নাও বিচাৰি শ্ৰীবংশীগোপাল দেৱৰ ওচৰলৈ যোৱা বুলি কলে। এইদৰে দুয়োজনৰ ভিতৰত কথা-বতৰা হল। এই ছেগতে ভাটোকুছিৰ আতাই শ্ৰীমাধৱদেৱৰ নাম-যশ, গুণ-মহিমা আদি বিশদ ভাবে বৰ্ণাই কলে। তাৰ লগতে ইয়াকো কলে যে গুৰুজনাৰ ৰচিত পুথি নকল কৰি বা পঢ়ি তৃপ্তি পোৱাতকৈ তেৰাক লগ ধৰি ধৰ্ম্ম-বস্তু গ্ৰহণ কৰিব পাৰিলে অধিক তৃপ্তি পাবা। তেৰাক দেখা পোৱা মাত্ৰকে তোমাৰ জীৱনটোৱেই পৰিবৰ্ত্তন হৈ যাব।" তেতিয়া গুৰুজনা ক'ত আছে বুলি পদ্ম আতাই সুধিলত ভটোকুছিৰ আতাই পিচত কম বুলি কৈ থলে। লগতে তেৰাক ৰামদিয়াৰ বালিত এৰি অহা বুলিও কলে। তেওঁ এই সম্ভেদ পোৱা মাত্ৰকে গুৰু দৰ্শনৰ কাৰণে ব্যাকুল হৈ পৰিল। ধৰ্ম্ম ধৰিবলৈ গলে গুৰুজনাৰ কাৰণে কি কি দ্ৰব্য-বস্তু কি পৰিমাণে আৱশ্যক হব তাৰো হিচাপ সুধিলে। ভাটোকুছিৰ আতাই কলে—"তেৰাৰ বাবে বিস্তৰ দ্ৰব্যৰ প্ৰয়োজন নাই ; চাউল, মগুমাহ, লোণ আৰু অলপ তেল হলেই হব। যাবলৈ এখন নাৱো যোগাৰ কৰি ৰাখিবা ; মই উভতি আহোঁতে তোমাক লগত লৈ যামহঁক।" ইয়াকে কৈ মধুৰ আলাপেৰে নিশাটো তাতে কটালে। ৰাতিপুৱা স্নান-ভোজনাদি কৰি গুৰুৰ বাক্য মতে ভাটোকুছিৰ আতাই তাৰ পৰা শলথ নামৰ ঠাইলৈ যাত্ৰা কৰিলে।

**ককায়েকৰ কাণ্ড**—পদ্ম আতাই হৰি পুখুৰীৰৰ পাৰতেই

থাকিল। তেওঁ কিছুদিন বহা এৰি কলৈকো যোৱা নাছিল; ভাটৌকুছিৰ আতা সোনকালে আহি পাব বুলিয়েই তেনেকৈ আছিল। কিন্তু বহুদিনলৈ নহা দেখি আমনি লগাত তেওঁ অলপ হতাশ হল আৰু হৰি আতৈক বহা-ৰখীয়া কৰি থৈ ওচৰৰ গাওঁবোৰলৈ যাতায়াত কৰিবলৈ ধৰিলে।

এইদৰে কিছুদিন যোৱাৰ পাচত এদিনাখন কেইজনমান হাঁহ-ছাগলীৰ ফালেঙীয়ে বেলি পৰি যোৱা দেখি শঙ্কৰ দাসৰ ঘৰত আলহী স্বৰূপে থাকিবলৈ বিচাৰিলে। কিন্তু সেই সময়ত ভায়েক পদ্ম আতা বহাত নথকা বুলি জানি, তেওঁ নিজৰ ঘৰত সিহঁতক নাৰাখি ভায়েকৰ বহালৈ লৈ গল। তেতিয়া বহাত হৰি আতৈক অকলে দেখি শঙ্কৰ দাসে তেওঁক কৰ্কশ বচনেৰে ডাবি-হুকি দিলত, তেওঁ ভয় পাই ৰাম-হৰি সুৰ্হৰি ৰাজসুয় শাস্ত্ৰখনি লৈ চোতাল ওলাল। গধূলি পৰত পদ্ম আতাই বহা পাই হৰি আতৈক চোতালত আমন-জিমনকৈ থকা দেখি আৰু ঘৰৰ ভিতৰত মানুহৰ কোৰ্হাল শুনি বিচুত্তি হল। তেওঁ হৰি আতৈৰ পৰা সকলো কথাৰ সম্ভেদ পাই মৰ্ম্মান্তিক দুখ পালে! অৱশেষত তেনেকুৱা অপবিত্ৰ বহাত সোমাবলৈ মন নকৰি য'বে বস্তু ত'তে এৰি থৈ অঘৰী লোকৰ দৰে বাটে-বাটে যাবলৈ ধৰিলে। তাৰ খন্তেক পাচতে ৰাতি শাস্ত্ৰালোচনা আৰু নাম-কীৰ্ত্তনত গধূলি যোগ দিয়া লোক সকল আহি শঙ্কৰ দাসৰ অন্যায় আৰু গৰ্হিত কামৰ কাৰণে মনোকষ্ট পাই গৰিহণা দিলে, আৰু তেওঁৰ কুকাণ্ডৰ কথা ওৰে ৰাতি কোৱা মেলা কৰি ঘৰাঘৰি গুচি গল।

**সৌভাগ্যৰ সূচনা**—আতা থকা অঞ্চলত তমাই ৰাজখোৱা নামৰ এজন পৰোপকাৰী ধাৰ্ম্মিক লোক আছিল। তেওঁ বিপদাপন্ন আতা-আতৈ দুজনক সন্ধিয়া পৰত বাটত লগ পালে আৰু তেনেকৈ যাব ধৰাৰ কাৰণবো আঁতিগুৰি ললে। ৰাজখোৱাই আতাৰ দুখৰ কাহিনী শুনি দুয়োজনকে নিশাটো তেওঁৰ ঘৰতে ৰাখিলে। ৰাতিপুৱা মুকুন্দ নামৰ লোক এজনৰ কলৰবাৰী এখন চাফ কৰাই লৈ তাতে তিনিটা ঘৰ সজাই দিয়ালে। তেওঁলোক তাতে থাকিল। ৰাজখোৱাই

আতাৰ আল্-পৈচান ধৰিবলৈ যদুমণি নামৰ সজ লোক এজনো দিলে। এওঁ পাচত 'যদুমণি আতৈ' নাম পায়।

পদ্ম আতাই তমাই ৰাজখোৱাৰ অনুগ্ৰহত থাকিবলৈ লোৱা ঠাইখণ্ড পৰবৰ্ত্তী কালত 'কলানি ভেটি' নামে অভিহিত হয়। আতাই এই ঠাইত ককায়েকৰ পৰা অশান্তিৰ হাত সাৰি নাম-কীৰ্ত্তন কৰি থাকিলেও তেওঁৰ ভৌতিক দেহটিহে মাথোন তাত আছিল; মন-প্ৰাণ গুৰুজনাৰ ওচৰলৈ গৈছিল। তেওঁ গুৰুজনাৰ কল্পিত ৰূপ হিয়াত আঁকি লৈ তাৰ চিন্তাতেই দিন-ৰাতি নিমগ্ন হৈ আছিল। ভাটৌ-কুছিৰ আতাই শলখৰ পৰা উভতি অহাত যিমানে পলম হবলৈ ধৰিলে, সিমানে আতাৰ মনৰ অশান্তি বাঢ়ি যাবলৈ ধৰিলে। আতাৰ মনত দিন নাযায় ৰাতি নুপুৱায় অৱস্থাই দেখা দিলে। গুৰুজনাৰ থান ক'ত, কিমান দূৰত, তালৈ কেনেকৈ যাব পাৰি, যাওঁতে কিমান দিন লাগে, বহল ব্ৰহ্মপুত্ৰেৰে নিৰাপদে গৈ গুৰুজনাক সাক্ষাৎ কৰাৰ সুযোগ পাব নে, ধৰ্ম্ম-বস্তু লোৱাৰ সঙ্কল্প পূৰ্ণ হবনে ইত্যাদি নানা ধৰণৰ প্ৰশ্নই অন্তৰত ঠাই লৈ তেওঁক বিব্ৰত কৰি তুলিলে। এইদৰে এবছৰ কাল পাৰ হৈ গল। এনেতে এদিনাখন বনমালী কটকী নামৰ লোক এজনে মাতৃক লগত লৈ তীৰ্থ-দৰ্শনৰ অৰ্থে ভাটীৰ ফালে যাবলৈ ওলোৱা বুলি আতাই শুনিবলৈ পালে। এই কথাৰ বুজ লবলৈ আৰু লগতে তেওঁকো নাওত নিব পাৰিবনে বুলি সুধি চাবলৈ জগন্নাথ চৰণ আতৈক পঠালে। বনমালী কটকীয়ে এই কথা শুনি কলে—"লৰ-নাতি গোসাই এজনাৰ দৰে পুৰুষক আমাৰ লগত নিব পৰাটো আমাৰ পক্ষে পৰম সৌভাগ্যৰহে কথা। আয়েও এই সংবাদ পালে পৰম সন্তোষ পাব। তেওঁ আৱশ্যকীয় বয়-বস্তুখিনি সাজু কৰি ৰাখিবলৈ কওকগৈ।" পদ্ম আতাই ভাগিনিয়েকৰ মুখে এই শুভ-সংবাদ পাই ভগৱন্ত পুৰুষৰ কৃপা বুলি ধৰি লৈ টালি-টোপোলা বান্ধিবলৈ ধৰিলে। এনেতে কেশৱ চৰণ আতাই শলখৰ পৰা আহি হৰি পুখুৰীৰ পাৰত নাপাই, কলানি ভেটিত পদ্ম আতাক লগ ধৰিলে হি। এবছৰৰ মূৰত দুয়োজনা আতাৰ পুনৰ মিলন হোৱাত পৰস্পৰে

আলিঙ্গন কৰি পৰমানন্দত আপ্লুত হল। ইফালে যাত্ৰা-কাল চমু চাপি অহা দেখি ভাটোকুছিৰ আতাকো সহযাত্ৰী স্বৰূপে নাওত নিবলৈ অনুৰোধ জনাই আতাই পুনৰ খবৰ জনালত কটকীয়ে হৰিষ মনেৰে সন্মতি দি পঠিয়ালে। তেতিয়াহে আতাৰ মুখলৈ পানী আহিল।

**বিজয়-যাত্ৰা**—যথা সময়ত বনমালী কটকীৰ নাও ভাটীয়নি সোঁতত এৰি দিলে। এই যাত্ৰাত নাওত কটকীৰ মাক, কটকী, ভাটোকুছিৰ কেশৱ চৰণ আতা, পদ্ম আতা, জগন্নাথ চৰণ আতৈ, যদুমুণি আতৈ, মাধৱ চৰণ আতৈ, বলোভদ্ৰ আতৈ আৰু লোগুটি দামোদৰ আতৈও গৈছিল। কটকীৰ নাও ভটীয়াই আহি আহি ৰামদিয়া নামৰ ঠাই পালত কেশৱ চৰণ আতাই নাও ৰখাই গুৰুজনাৰ বাতৰি ললে। কাৰণ এই ঠাইৰ পৰা গুৰুজনে তেওঁক উজনিলৈ নাওৰ কাৰণে পঠিয়াইছিল। কিন্তু যথা সময়ত আহি নোপোৱা বাবে আৰু ইফালে আই ধাইয়েও যাবলৈ প্ৰাৰ্থনা জনোৱা বাবে শ্ৰীমাধৱদেৱে তাৰপৰা বেহাৰ ৰাজ্যলৈ গৈ ভেলাথানত থকা বুলি লোকৰ মুখত খবৰ পালে। আতাই নিজৰ অপৰাধ হোৱা বুলি ধৰি লৈ আৰু সেইবাবে গুৰুজনে খং কৰি সেই ঠাই পৰিত্যাগ কৰা বুলি ভাবি বেজাৰ মনেৰে নাওত উঠিল। নাও আকৌ এৰি দিলে।

নাও আহি কাঠনি নামৰ ঠাই পালে। কেশৱ চৰণ আতাই কটকীৰ অনুমতি-ক্ৰমে তাতে নাও ৰখাই বামলৈ উঠিল। তেওঁ ততাতৈয়াকৈ ৰৰবিষ্ণু আতাক লগ ধৰিলে আৰু শলখৰ মানুহ এজনে তেওঁলৈ দি পঠোৱা সোণ এতোলা হাতত দি বিদায় মাগি পুনৰ নাওত উঠিল। কেশৱ চৰণ আতা বামত উঠা সময়ত পদ্ম আতা টোপনিত পৰি আছিল; উভতি আহোঁতেহে সাৰ পাই তেওঁ সোণ দিবলৈ যোৱা কথা জানিব পাৰিলে। তেতিয়া তেওঁক জগাই লৈ ৰৰবিষ্ণু আতাৰ লগত কিয় পৰিচয় কৰি নিদিলে তাৰ কাৰণ সুধিলে। তাৰ সমিধান স্বৰূপে কেশৱ চৰণ আতাই কলে—"এতিয়া তোমাৰ পৰিচয়

লবৰ সময় হোৱা নাই ; আগেয়ে গুৰি চাই আহা ; তাৰ পাচতহে আগ চাবা ।" উত্তৰ শুনি আতা নীৰবে থাকিল ; আৰু কৌতূহল বশতঃ তেনে প্ৰশ্ন কৰা বাবে কোনো অপৰাধ নধৰিবলৈকো অনুৰোধ জনালে ।

আকাশৰ ৰেহৰূপ চাই আৰু প্ৰাকৃতিক গতি-বিধি লক্ষ্য কৰি বতৰৰ আগজাননীৰ সম্ভেদ পোৱা আৰু নদীৰ সোঁতৰ গতি চাই নাওৰ গতিপথ নিৰ্ণয় কৰিব পৰা সুনিপুণ নাওবৈচা সকলে যাত্ৰীবাহী নাওখন নিৰাপদে লৈ যাবলৈ ধৰিলে । তেওঁলোকৰ পৰামৰ্শমতে নাওখন ঠায়ে ঠায়ে ৰৈ ৰৈ যাব লগাও হল । এইদৰে নাও ভটীয়াই গৈ গৈ বনমালী কটকীৰ নাও চৌকি পালে । তাত খবৰ লোৱাত গুৰুজনাৰ থানলৈ যাবলৈ হলে চৌখুটিৰ ঘাটলৈ যাব লাগিব বুলি কলে । সেইমতে নাও উজাই গৈ চৌখুটিৰ ঘাট পালে । সেই ঠাই পোৱাত সকলোৰে মনত পৰম আনন্দ লাগিল । কেশৱ চৰণ আতাই সকলোকে নাওত থাকিবলৈ অনুৰোধ জনাই অকল জগন্নাথ চৰণ আতৈক লগত লৈ ভেলা থান পালে । তেওঁলোকে শ্ৰীমাধৱদেৱৰ চৰণত দীঘল দি পৰি সেৱা জনালে । বহুদিনৰ মূৰত ভাটোকুছিৰ আতাক দেখা পাই গুৰুজনে সুধিলে—"কেশৱচৰণ, আমি ৰামদিয়াৰ বালিত তোমালৈ বাট চাই থাকোঁতে থাকোঁতে গল বেকা হল ; তথাপি তোমাৰ মুখকে দেখা পোৱা নগল । অৱশেষত আই ধাইৰ কাবৌ-কাকুতি এৰাব নোৱাৰি ইয়ালৈ অহা হল । তুমি উভতি আহোঁতে দেখোঁন বৰ পলম কৰিলা ? তোমাৰ লগত আকৌ এইটি কোন ?" আতাই উত্তৰ দিলে—"বাপ কৃপালু গুৰু, আপোনাৰ আজ্ঞা পালন কৰিবলৈ যাওঁতে নানা অসুবিধাত পৰা হৈছিল আৰু ইচ্ছা নথকাতো অযথা পলম কৰিব লগা হল । কথাই বতৰাই সাত নাও পানী । কৃপা কৰি দাসৰ সকলো দোষ-অপৰাধকে ক্ষমা কৰি এই বেলিলৈ চৰণ চপাই লোৱা যাওক । এইটি উজনিৰ সেই পুৰুষ জনাৰেই ভাগিন ।" গুৰুজনে পুনৰ সুধিলে—"এওঁৰ ছয় গুটি নাম নে কি নাম কোৱাচোন ? সেই পুৰুষজন আছিছে নে ?" আতাই উত্তৰ দিলে—"বাপ এওঁৰ নাম জগন্নাথ চৰণ । সেই

পুৰুষজন আমাৰ লগত একেখন নাওতেই আহিছে। তেওঁ সম্প্ৰতি চৌখুটিৰ ঘাটত আছে। তেওঁৰ লগত ভটীয়াই আহোঁতে কথা-বাৰ্ত্তা, ভাৱ-ভক্তি, আচাৰ-ব্যৱহাৰ সকলোৰে প্ৰতি লক্ষ্য কৰি অহা গৈছে। তেওঁ এজনা পৰম গুণধাম।" গুৰুজনে পুনৰ মাত লগালে—"আমি উজানত থাকোঁতে মাহ আৰু বাৰৰ নামেৰেহে প্ৰায় সৰহ ভাগ মানুহে সতি-সন্ততিৰ নাম ৰখা দেখা গৈছিল। কিন্তু এতিয়া তাতো ঈশ্বৰৰ নামেৰে নাম থবলৈ ধৰা দেখি সন্তোষ পোৱা হল। যি পিতৃ-মাতৃয়ে নিতৌ 'জগন্নাথ' 'জগন্নাথ' বুলি পুতেকক মাতি সিহঁতৰ দ্বাৰা নানা কাম কৰাব পাৰিছে তেওঁলোক কম ভাগ্যবান নে? তেওঁলোকে পুতেকক মতাৰ ছলেৰে ভগবানৰ নামকেহে উচ্চাৰণ কৰিব পৰা হৈছে। ই অতি উত্তম কথা।" ইয়াকে কৈ জগন্নাথ চৰণক ভাটৌকুছিৰ আতাৰে সৈতে থাকিবলৈ সুবিধা কৰি দিবলৈ কলত ভেলা থানৰ আতা-আতৈ সকলে সকলো ব্যৱস্থা কৰি দিলে। নিশাটো পৰম আনন্দৰ মাজেৰে পাৰ হৈ গল।

ৰাতিপুৱা ভাটৌকুছিৰ আতাই স্নান কৰি উঠি জগন্নাথ চৰণক লগত লৈ পুৱাৰ প্ৰসঙ্গত যোগদান দিবলৈ কীৰ্ত্তন ঘৰলৈ লৈ গল। প্ৰসাদ বিতৰণৰ সময়ত দেউৰীয়ে স-সম্মানেৰে জগন্নাথ চৰণক পাতত প্ৰসাদ দিলে। তেওঁ মোমায়েকৰ কাৰণেও প্ৰসাদ দিবলৈ কলত দেউৰীয়ে পাতত নিদি কোচতহে দিব খুজিলে। জগন্নাথ চৰণে তেনেকৈ লবলৈ আপত্তি কৰা দেখি শ্ৰীমাধৱদেৱে হৰিবল্লভ আতৈক মাত লগালে—"বাপু হৰিবল্লভ, পুৰুষজনক মান্য কৰি পাত এখনিতহে প্ৰসাদ দিয়া, কোচত নিদিবা।" দেউৰীয়ে তেনেকৈ প্ৰসাদ দিলত জগন্নাথ চৰণে তাক টোপোলা বান্ধি মোমায়েকক দিবলৈ যাব ওলাল। তাকে দেখি গুৰুজনে কলে—"তুমি নতুন মানুহ, অকলে গলে বাটত কিবা বেমেজালি ঘটিব পাৰে; গতিকে লগত ভকত দি পঠাওঁ। তেওঁলোকে তোমাক থৈ আহিব।" এই বুলি কৈ ৰাম ৰাম আতাক লগত যাবলৈ আদেশ কৰিলত তেওঁ জগন্নাথ চৰণক নি পদ্ম আতাক শোধাই দিলে।

পদ্ম আতাই ভাগিনিয়েকৰ মুখে গুৰুজনাৰ আদৰ-সাদৰ, ভকত সকলৰ অতিথি পৰায়ণতা আৰু কীৰ্ত্তন ঘৰত হোৱা শৃঙ্খলাবদ্ধ নাম-প্ৰসঙ্গ আৰু প্ৰসাদ বিতৰণৰ কথা শুনিবলৈ পালে। গুৰুজনে দি পঠোৱা প্ৰসাদ অতি শ্ৰদ্ধা-ভক্তিৰে শিৰত তুলি লৈ তাক মুখত দিলে। তেওঁ কেতিয়া গুৰু দৰ্শনৰ সুযোগ পায় তাৰ বাবে উৎকণ্ঠিত হৈ থাকিল। তাৰ পিচদিনা ভাটোকুছিৰ আতাই তেওঁক গুৰুৰ পাশলৈ আনিবলৈ গ'ল। তাকে দেখি বনমালী কটকীয়ে নাও এৰি দিবলৈ যো-জা কৰিলে। কটকীৰ লগত তিনিজন তীৰ্থযাত্ৰী ওলাল। তেতিয়া পদ্ম আতাই যত্নমণি আতৈক মাত লগালে—"যত্নমণি, যদি তোমাৰ পিতৃৰ অস্থি আনিছা তেন্তে কটকীৰ লগত গৈ গঙ্গাত লগাই আহিব পাৰা।" আলধৰা যত্নমণি আতৈয়ে মাত লগালে—"বাপ, তমাই ৰাজখোৱাই আমাক আপোনাৰ আলধৰিবলৈহে লগত দি পঠাইছে, পিতাৰ অস্থি লগাবলৈতো পঠোৱা নাই? আৰু বিশেষতঃ আপোনাক এৰি আমি কলৈকো যাব নোৱাৰোঁ।" যত্নমণি আতৈৰ মনোভাৱ বুজি আতাই একোকে নকলে। অৱশেষত আতাই বনমালী কটকীৰ নথৈ শলাগ লৈ তেওঁক বিদায় দিলে।

**গুৰুৰ সাক্ষাৎ লাভ**—পদ্ম আতাই নিজৰ বয়-বস্তুখিনি গোটাই ভাৰ এখন বান্ধি যত্নমণি আতৈক দিলে আৰু কেশৱ চৰণ আতৈৰে সৈতে যাত্ৰা কৰিলে। অলপ দূৰ গৈ তোৰোচা নৈ পালত পদ্ম আতাই ভাটোকুছিৰ আতাক কলে—"বাপ, আপুনি অলপ আগ বাঢ়ক, মই নদীত স্নান কৰি কাপোৰ-কানি তিয়াই লৈ অলপ পাচত ওলাম গৈ।" ইয়াকে কৈ তেওঁ স্নান কৰি শুচি হৈ মনতে ধ্যান কৰি গুৰুজনালৈ এটি সেৱা জনালে আৰু লগত যত্নমণি আতৈক লৈ পুনৰ খোজ ললে। কেশৱ চৰণ আতাই দি যোৱা বাটৰ সম্ভেদ মতে তেওঁলোক গৈ গৈ গুৰু গৃহৰ ওচৰ পালে। কিন্তু তাত দুটা নঙলাৰ মুৰ পাই দোধোৰমোৰত পৰিল। তাৰে এটাৰে গলে খৰিকটীয়া দলৈৰ ঘৰ আৰু আনটোৰে গলে গুৰুগৃহ পাব পাৰি। পদ্ম আতাৰ পক্ষে ই তেনেই অচিন ঠাই দেখি তেওঁ নঙলাৰ মুৰৰে

পৰা 'ভাটোকুছিৰ আতা, ভাটোকুছিৰ আতা' বুলি মাতিবলৈ ধৰিলে। গুৰুজনে এই মাত শুনা মাত্ৰকে ভাটোকুছিৰ আতাক সুধিলে— "কেশৱ চৰণ, তোমাক দেখোঁন কোনোবাই বিচাৰিছে?" আতাই মাত বুজি পাই কলে—"বাপ, সেই উজনিৰ পুৰুষ জনেই মাতিছে।" তেতিয়া গুৰুজনে কলে—"তেওঁক দেখা পালেতো চিনিমেই, মাতষাৰিতেই চিনি পাইছোঁ। তেওঁক সকলো ভকত-সেৱকে আগবাঢ়ি গৈ আদৰি আনা গৈ।" গুৰুবাক্য মতে ততালিকে তেওঁলোক গৈ আতাক আদৰণি জনাই লৈ গল। পদ্ম আতাক দেখি শ্ৰীমাধৱদেৱেও দুখোজ আগবাঢ়ি আহি মৰম জনালে। তেৱোঁ গুৰুজনাৰ চৰণত পৰি হেপাহ পলুৱাই সেৱা জনালত গুৰুজনে চেনেহতে শিৰস্পৰ্শ কৰি মধুৰ বচনেৰে 'উঠা উঠা' বুলি সাদৰি তুলিলে। আতা উঠি একাষত বহিল। যদুমণি আতৈয়েও ভাৰখন গুৰুজনাৰ ওচৰতে থৈ গুৰিতে বহি পৰিল। পদ্ম আতাক নতুন মানুহ যেন দেখি তেওঁৰ বিষয়ে ভেলা থানৰ ভকত সকলে নানা কথা কোৱামেলা কৰিবলৈ ধৰিলে। এনেতে গুৰুজনে আতাক সুধিলে— "তোমাক আগতে দেখা মনত নপৰে। তুমি কাৰ পুতেক? নাম কি? তোমাৰ ঘৰ ক'ত? আতাই কলে—"বাপ, আমাৰ পিতৃৰ নাম তিতা চোমদাৰ। আমাৰ নাম পদ্ম। বৰ নাৰায়ণপুৰৰ সক্ৰাহি গ্ৰামত আমাৰ ঘৰ।" তেতিয়া গুৰুজনে কলে—"তোমাৰ পিতৃৰ নাম তিতাচোমদাৰ নহয়, চম্পা চোমদাৰহে। তেওঁৰ পদূলি মুখত এজোপা বৃহৎ চম্পাফুলৰ গছ আছিল। সেইজোপা গছৰ ফুল সকতে মই পিন্ধা কথা এতিয়াও পাহৰিব পৰা নাই। চম্পাৰ পাহি সাত আঙুল দীঘল আছিল। গছজোপা অতি ওখ থকা বাবে তাত উঠিলে লৌহিত্য নদক দেখা পোৱা গৈছিল। এতিয়া গছজোপা আছে নে?" আতাই কলে—"বাপ, সেই ভয়ঙ্কৰ গছজোপা কাটিছিঙি উপান্ত কৰিলে; এতিয়া তাৰ সমূলি চিনেই নাই।" তাৰ পাচত গুৰুজনে পুনৰ প্ৰশ্ন কৰিলে—"তুমি মোক কেনেকৈ জানিলা?" আতাই বিনম্ৰভাৱে উত্তৰ দিলে—"বাপ, স্বপ্নত 'আৰু শাস্ত্ৰ পঢ়ি জানিব

পাৰিলোঁ। গুৰুজনে আকৌ সুধিলে—“স্বপ্নত দেখিলেই পৰিচয় হব পাৰিনে? সপোনত কত নভবা-নিচিন্তা বস্তু পোৱা যায়; কিন্তু সাৰ পাই উঠিলে সেইবোৰ থাকে নে? আকৌ শাস্ত্ৰ পঢ়ি জানিছা বুলি যে কলা, বাৰু কোৱাচোন কোনখন শাস্ত্ৰ পঢ়ি নো নিশ্চয় কৰিলা? আতাই সমিধান দিলে—“বাপ, সপোনৰ কথা কেতিয়াবা মিলাও দেখা যায়। আমি এদিনাখন ভক্তি ৰত্নাৱলী শাস্ত্ৰখনি পঢ়ি থাকোঁতে আপোনাৰ শ্ৰীচৰণ চিনি পোৱা হল আৰু পৰম উপকাৰী ভাটৌকুছিৰ আতাৰ মুখে সবিশেষ সম্বেদ পাই সেই মুহূৰ্ত্তে আমি দৃঢ় নিশ্চয় কৰা হল।” তেতিয়া শ্ৰীমাধৱদেৱে মধুৰ হাঁহি এটি মাৰি সেইখন তেওঁ ৰচনা কৰা পুথি বুলি স্বীকাৰ কৰিলে। তাৰ লগে লগে যদুমণি আতৈৰ টোপোলাত জালুক দেখি সেইবোৰ ক'ত পালে তাকো সুধিলে। আতাই কলে—“বাপ, তীৰ্থ-যাত্ৰী সকলৰ লগত আমি অহা হৈছে। তেওঁলোকে লগত অনা জালুক কিছুমান আমাকো দিছিল। তেওঁলোক তীৰ্থলৈ গল; আমি ইয়াতে চপা হল; গতিকে সেইখিনি বস্তু আপোনালৈ পৰম শ্ৰদ্ধা-ভক্তিৰে আগ বঢ়োৱা হৈছে।” তেতিয়া গুৰুজনে কলে—“তীৰ্থ-যাত্ৰীৰ লগত আহিছা যেতিয়া তুমিও তীৰ্থলৈহে যোৱা যুগুত।” আতাই বিনয় বচনেৰে কলে—“বাপ, আমি আহিবলৈ সুযোগ পোৱাৰ বাবেহে তেওঁলোকৰ নাওত একেলগে অহা হৈছে; উদ্দেশ্য আমাৰ একে নহয়। আমি পূৰ্ব্বজন্মৰ সৌভাগ্যৰ গুণত আৰু এবছৰে চিন্তা কৰি থকাৰ ফলত আপোনাৰ নিচিনা মহাতীৰ্থ লাভ কৰা হৈছে; ইয়াতকৈ আৰু শ্ৰেষ্ঠ তীৰ্থস্থান আছে বুলি আমাৰ বিশ্বাস নহয়। আমাৰ আৰু অইন তীৰ্থৰ কোনো প্ৰয়োজনো নাই।” ইয়াকে শুনি গুৰুজনে মাত লগালে—“তোমাৰ কাৰণে তীৰ্থৰ কোনো আৱশ্যক নাই বুলি ভাবিব পাৰা; কিন্তু তীৰ্থই হলে তোমাক বিচাৰে।” ইয়াকে শুনি আতাই কৰযোৰে কলে—“বাপ, ভগৱন্তৰ কৃপাত বাত বেমাৰৰ আক্ৰমণত নপৰাকৈয়ে যে আপোনাৰ শ্ৰীচৰণ দৰ্শন লাভৰ সুযোগ পোৱা হল এয়ে পৰম লাভ।” তেতিয়া গুৰুজনে কলে—“তুমি যদি বাত

বেমাৰৰ ভয়তহে যাব নোখোজা তেন্তে গাত ঘঁহিবলৈ ঔষধ দিব পাৰোঁ। মহাৰাজ লক্ষ্মী নাৰায়ণ ৰজাই দিয়া গুণকাৰী 'নাৰায়ণ তৈল' আমাৰ হাতত আছে।" গুৰুজনে তীৰ্থ-যাত্ৰাৰ কাৰণে একাধিক বাৰ কোৱা দেখি আতাই সকাতৰে জনালে—"বাপ কৃপালু গুৰু, আপুনি আমাৰ অন্তৰৰ সকলো কথা জানে; এনেস্থলত এইদুৰ্ভগীয়া জীৱটিক চৰণেৰে ঠেলি দূৰলৈ নপঠিয়ায় যেন।" গুৰুজনে একান্ত শৰণাৰ্থী পদ্ম আতাৰ এনে শ্ৰদ্ধা-ভক্তি আৰু নিশ্চয়তাপূৰ্ণ সুদৃঢ় সঙ্কল্পৰ কথা বুজিবলৈ বাকী নাথাকিল।

ইয়াৰ পাচত গুৰুজনে অইন বিষয়ৰ আলাপলৈ মন মেলি আতাক সুধিলে—"বাপু অমুকা, উজান ৰাজ্যত আপোন বুলিবৰ তোমাৰ কোন কোন আছে?" আতাই টপৰাই উত্তৰ দিলে—"বাপ, তাত তেনে এজনো নাই বুলিব পাৰি; মাত্ৰ আপোনজন বুলিবৰ এজনা বৌ-মাতৃ আছে; তেৱেঁ আমাক মাতৃ-বৎ মৰম-চেনেহ কৰে।" অন্তৰ্য্যামী গুৰুজনে তেতিয়া আতালৈ চাই কলে—"বাপু, তোমাৰ দেখোঁন ককাই, বৌ, ভতিজা পো, ভাৰ্য্যা সকলো আছে; নাই বুলিলা কিয়?" আতাই করুণ কণ্ঠেৰে জনালে—"বাপ, তেওঁলোক থাকিও নথকাৰ নিচিনা হৈছে। বিশেষকৈ বৰজনাই আমাক ঘৰৰ পৰা খেদি দি নানা প্ৰকাৰ দুখ-দুৰ্গতি দিছে। তদুপৰি লোকৰ আশ্ৰয়ত থাকিও তেওঁৰ অকথনীয় অত্যাচাৰ ভোগ কৰা হৈছে।" তেতিয়া গুৰুজনে এটি দৃষ্টান্তৰ দ্বাৰা এইদৰে কলে—"এদিনাখন এজন ৰাজ কোঁৱৰে মৃগয়ালৈ যাওঁতে মাজ বাটতে এজোপা গছৰ তলত জিৰণি ললে। তেওঁ ক্লান্ত হৈ পৰা বাবে খন্তেকতে টোপনি আহিল। এনেতে এজনী বুধিয়ক কাউৰীয়ে তেওঁৰ মুখতে মল ত্যাগ কৰি উৰি গুচি গল। তেওঁ সাৰ পাই উঠি কাউৰীজনী দেখিলে কিন্তু তাৰ একো প্ৰতিকাৰ কৰিব নোৱাৰিলে। তেওঁ লাজে-অপমানে দুখে-বেজাৰে তাৰ পৰা উভতি আহি ৰাজপুৰী পালে। কিছুদিনৰ মূৰত তেওঁ ৰজা হৈ তাৰ পোটক লবৰ মনেৰে ৰাজ্যৰ সকলোবোৰ কাউৰীকে ধৰাই অনালে। তাৰে ভিতৰত সেই ৰাজকোঁৱৰৰ মুখত মলত্যাগ

কৰা কাউৰীজনীও আছিল। তাই ৰজাৰ কাউৰী বধ কৰা প্ৰতিজ্ঞাৰ কথা শুনি মাত লগালে—"মহাৰাজ, আপুনি মৃগয়ালৈ যাওঁতে মইহে আপোনাৰ মুখত অশুচি বস্তু পেলাইছিলোঁ। আপুনি সেইদিনা অকলে অচিনাকি বাটেৰে বাঘ-ভালুকে ভৰি থকা অটব্য হাবিৰ মাজলৈ যাব খোজা দেখি কিবা বিঘিনি ঘটিব পাৰে বুলি ভাবি আপোনাৰ যাত্ৰা ভঙ্গ কৰিবৰ মনেৰে তেনে কু-কাম কৰিছিলোঁ। গতিকে নিৰপৰাধী কাউৰীবোৰক খালাচ দি মোৰ যথোচিত দণ্ড বিধান কৰক।" ইয়াকে শুনি ৰজাই কাউৰীজনীৰ সজ অভি-প্ৰায়ৰ কথা বুজি পাই কাউৰীবোৰক এৰি দিবলৈ হুকুম দিলে। আৰু দোষী বুলি ধাৰণা কৰা কাউৰীজনীৰ ঠোঁট দুটা সোণেৰে বন্ধাই দিয়ালে। তোমাৰ ক্ষেত্ৰতো তেনেকুৱাই হৈছে। দেখোঁতে হয়তো ককায়েৰাই অত্যাচাৰ কৰা বুলি অনুভৱ কৰিব পাৰা ; কিন্তু তেওঁৰ অসজ আচৰণৰ ফলতেহে তুমি এইখিনি অৱস্থাৰ অধিকাৰী হবলৈ সক্ষম হৈছা বুলি ধৰি লবা। তেওঁ তোমাৰ অহিত চিন্তিবলৈ যাওঁতে পৰোক্ষভাৱে পৰম হিতহে সাধনা কৰিলে। তাৰ ফলতে তুমি গুৰুজনাৰ শুদ্ধ-সত্ব-নিৰ্ম্মল একশৰণ হৰি নাম ধৰ্ম্ম লভিবৰ কাৰণে ভেলাথান পাইছাহি।" শ্ৰীমাধৱদেৱৰ মুখত এনে সান্ত্বনা-মূলক উপদেশ-বাণী শুনি আতা নীৰৱে থাকিল।

**ধৰ্ম্ম-বস্তু গ্ৰহণ**—ইয়াৰ পাচত শ্ৰীমাধৱদেৱে পদ্ম আতাক নিৰীক্ষণ কৰিলত তেওঁৰ শৰীৰত মহৎ পুৰুষৰ লক্ষণসমূহ দেখিবলৈ পালে। কথা-বাৰ্ত্তাৰ মাজতো তেওঁৰ মনৰ দৃঢ়তা, অন্তৰৰ শ্ৰদ্ধা-ভক্তি, জ্ঞানৰ গভীৰতা, ধৰ্ম্মলাভৰ ব্যাকুলতা, সাংগঠনিক নিপুণতা আৰু ধৰ্ম্ম পৰিচালনাৰ অভিজ্ঞতাৰ বিষয়েও সুন্দৰকৈ বুজি পালে। আতাই গুৰুজনাৰ লগত প্ৰাণখুলি আলাপ-আলোচনা শেষ কৰি শৰণ দানৰ কাৰণে দণ্ডৱৎ হৈ প্ৰাৰ্থনা জনালে। গুৰুজনেও এনেকুৱা উপযুক্ত পুৰুষ এগৰাকীক শৰণাৰ্থী স্বৰূপে পাই হৰিষ মনেৰে ধৰ্ম্ম-বস্তু দান কৰিলে।

নৱ-জীৱনৰ পৱিত্ৰ ক্ষণত গুৰুজনাৰ শ্ৰীমুখ নিসৃত শৰণৰ বাক্যা-

ৱলীৰ মাজত পৰম পুৰুষৰ সন্ধান পোৱাৰ লগতে গুৰুৰ আৱশ্যকতা, নামৰ মাহাত্ম্য আৰু ভকতৰ শ্ৰেষ্ঠত্বৰ কথাও আতাৰ অন্তৰত অনুভূত হ'ল। ভগৱন্তৰ কৃপাত আৰু সৎগুৰুৰ কৰুণাৰ গুণত ইমান দিনে অন্তৰত সাঁচি ৰখা অভিলাষ পূৰণ হোৱা বাবে তেওঁ এক অনিৰ্ব্বচনীয় পৰম আনন্দত আপ্লুত হল। গুৰুজনে জীৱনৰ বিয়লি বেলাত উপযুক্ত পাত্ৰ পাই কোনো কথাকেই গোপন নাৰাখিলে। মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে তেওঁক অভেদ-আত্মা জ্ঞান কৰাৰ দৰে তেৱেঁা পদ্ম আতাক তুল্য জ্ঞান কৰি এক ভাণ্ডৰ পৰা অইন ভাণ্ডলৈ জল বাকি দিয়াৰ দৰে নিজৰ সকলো শক্তি-ভক্তি, বল-পৰাক্ৰম তেওঁত সমৰ্পণ কৰিলে। আতাই ধৰ্ম্ম-বস্তু লভি মুঠে সাতোটি দিনহে গুৰুৰ পাশত থাকিবলৈ সুযোগ পাইছিল। ধৰ্ম্মজগতৰ বিবিধ বিষয়ক অলেখ কথা এই তাকৰীয়া সাত দিনৰ ভিতৰত আয়ত্ত কৰা সম্ভৱপৰ নহলেও শ্ৰীমাধৱদেৱে এই কেই দিনৰ ভিতৰতে আতাক যথাসম্ভৱ সকলো প্ৰকাৰৰ তত্ত্বমূলক কথাকেই থুলমূলভাবে বৰ্ণাই কলে। বিশেষকৈ ব্ৰজধামৰ গোপী সকলে আত্মহাৰা হৈ ভগবান শ্ৰীকৃষ্ণৰ চৰণত দেহ-মন-প্ৰাণ সকলোকে সপি দিয়াৰ দৰে পদ্ম আতাইও বহুদিন আগৰে-পৰা কায়মনোবাক্যে নিজৰ নিজত্ব পৰিহাৰ কৰি গুৰুজনাৰ চৰণত বিলীন কৰি দিয়াৰ ফলতহে খন্তেকতে তড়িৎ প্ৰবাহৰ দৰে গুৰুজনাৰ গুণাৱলীৰে বিভূষিত হবলৈ সক্ষম হল। গুৰু-শিষ্যৰ পৰস্পৰৰ হিয়াৰ সম্বন্ধ ঘনীভূত হৈ একত্বত পৰিণত হলেই এনে কাম সম্ভাৱিত হৈ উঠে। ভাৰতীয় ধৰ্ম্ম-শাস্ত্ৰ সমূহত ইয়াৰ উদাহৰণৰ অভাৱ নাই।

**ধৰ্ম্মাচাৰ্য্যৰ ভাৰ প্ৰাপ্তি**—পদ্ম আতাই ধৰ্ম্ম-বস্তু লাভ কৰাৰ পাচত গুৰুজনাৰ কাষৰ পৰা হুগুচা হল। তেওঁ দিনে-নিশাই নানা ধৰণৰ প্ৰশ্ন কৰি গুৰুৰ পৰা মনৰ সংশয়বোৰ আঁতৰাবলৈ ধৰিলে। সাতদিন পাৰ হৈ যোৱাত গুৰুজনাই আতাক সুধিলে—"অমুকা, তুমি আমাক দেখিছা নে?" আতাই "হয় বাপ, দেখা গৈছে" বুলি উত্তৰ দিলে। তেতিয়া গুৰুজনাই কলে—"তুমি আমাক এতিয়া সম্পূৰ্ণকৈ দেখা নাই। কামৰূপ ৰাজ্যলৈ গৈ একান্ত ভকত

ৰৰবিষ্ণু, মথুৰাদাস, সদাগৰ সখা আৰু ভৱানীপুৰীয়া গোপালক দেখিলেহে আমাক সম্পূর্ণভাৱে দেখিবা। গতিকে তেওঁলোক প্রত্যেকৰে পৰা একোটিকৈ পাৰমার্থিক তত্ত্বৰ কথা সুধি লবা। আমাৰ কথা কলে তেওঁলোকে পতিয়ন গৈ সকলো কথাকে তোমাৰ মনৰ খুকুৰি আৰু খুন্তুৰনি মাৰি কব। ৰবিষ্ণুত 'চৈৰ তলৰ সুখৰ কথা' সুধিলে তেওঁ তাক আঁতিগুৰি মাৰি বুজাই দিব। মথুৰা দাসত 'নাওৰাৰ তলৰ সুখৰ কথা' সুধিলে তাৰ সবিশেষ বিবৰণ জানিব পাৰিবা। সদাগৰ সখাত 'মইজেলিৰ সুখৰ কথা' সুধিলে তেওঁৰ পৰা সেই সম্বন্ধীয় সকলো তত্ত্বৰ সন্দেহ পাবা। আৰু ভৱানীপুৰীয়া গোপালত 'কলিয়াৰ সুখৰ কথা' ( আচলতে "কলিয়া" মানে কলিয়া গোসাই বা কৃষ্ণক বুজায়। ) সুধিলে তেওঁ তাৰ যোগেদি অন্তৰত পৰমানন্দ ৰসৰ ভাৱানুভূতিৰ সঞ্চাৰ কৰিব।" গুৰুজনাৰ এইখিনি উপদেশ-বাণী শুনাৰ লগে লগে আতাৰ অন্তৰত ভাৱৰ খেলিমেলি লাগিল।

ইয়াৰ পিচ মুহূর্ত্তে গুৰুজনে তেওঁৰ মুখমণ্ডলত অন্তৰৰ ভাৱৰ বেঙনি বিৰিঙি ওলোৱাৰ চিন দেখা পালে। তথাপি পুনৰ কবলৈ ধৰিলে—"বাপু লৰ-নাতি, গুৰুজনা পাট বাউসী থানত থাকোঁতে উজনিৰ জনদিয়েক মুদৈ নাৱেৰে আহি সেই অঞ্চলত ভক্তি-ধর্ম্ম প্রচাৰৰ কাৰণে বিশিষ্ট ভকত এগৰাকী দিবলৈ তেৰাত খাটনি ধৰিছিল। তেতিয়া তেৰাই আমাকেই আজ্ঞা কৰিছিল। কিন্তু পৰম বান্ধৱ সখা বৰ সদাগৰ নাৰায়ণ দাস ঠাকুৰ আতাই নানা যুক্তিৰে আপত্তি দর্শোৱাৰ ফলতহে কোনোমতে সেই আদেশ ৰহিত হৈছিল। আমাৰ দ্বাৰা হৈ নুঠা গুৰুজনাৰ সেই অভিলষিত কামখিনি তোমাৰ দ্বাৰা সম্পন্ন হৈ উঠিব বুলি আশা কৰা হৈছে। গতিকে গুৰুজনাৰ বাক্য ৰক্ষাৰ অর্থে আমাৰ সলনি তুমিয়েই উজানলৈ যোৱা। তুমি আমাৰ অভেদ-আত্মা ; তোমাৰ লগত আমাৰ কোনো ভেদভাৱ নাই। তুমি আমাৰ গাৰ বদল স্বৰূপে উজানলৈ গৈ তাত ধর্ম্ম-প্রচাৰ কৰা গৈ।" বদলা আতাই ( ইয়াৰ পাচৰ পৰা আমি পদ্ম আতাক 'বদলা আতা' নামেও অভিহিত কৰা হব ) গুৰু-

জনাৰ পৰা এনে দায়িত্বপূৰ্ণ গুৰুভাৰৰ আজ্ঞা পাব বুলি সপোনতো ভাবিব পৰা নাছিল। সেই দেখি তেওঁ কৰযোৰে মিনতি জনাই কলে—"বাপ কৃপালু গুৰু, আমাৰ যোগ্যতা সম্পৰ্কে আপোনাৰ অবিদিত নাই। শ্ৰৱণ-ভজন-ভক্তিত তেনেই অপৈনত লোক এজনে এনে ভাব এখন কেনেকৈ বহন কৰিব! কৃপা কৰি এনে আজ্ঞা পৰিহাৰ কৰি প্ৰাণত শান্তি দিয়া যাওক। আমি নিতৌ আপোনাৰ দুখনি অভয় চৰণৰ ধূলি লৈ থাকি জীৱনৰ বাকী থকা দিন কেইটি কটাব পৰা যাব বুলিহে ইয়ালৈ অহা হৈছে। উজনিলৈ উভতিবৰ আমাৰ সমূলি ইচ্ছা নাই। তাতে আকৌ অসম ৰজাৰ বিষম কথা। আমাৰ নিচিনা প্ৰাণী এটিয়ে অকলে গৈ তাত কেনেকৈ তিষ্ঠিব পৰা যাব!" তেতিয়া গুৰুজনাই কলে—"বাপু অমুকা, তুমি ইয়াত থকা আশা নকৰিবা। তোমাৰ যোগ্যতাৰ উমান পাইহে ধৰ্ম্ম-প্ৰচাৰকৰ ভাৰ দিবলৈ স্থিৰ কৰা হৈছে। অসমৰজাৰ প্ৰতি অযথা ভয় কৰিছা। তাৰ কাৰণে সমূলি ভয় নকৰিবা। তুমি নিশ্চয়কৈ জানিবা যে তোমাৰ প্ৰভাৱত অসম ৰাজা বিষম গুচি সম হব। বিৰোধী লোক সকলেও তোমাৰ ওচৰত পৰাভৱ মানিব লাগিব; আৰু সকলো ক্ষেত্ৰতে জয়যুক্তও হব পাৰিবা। আৰু এটি কথা, গুৰুজনে প্ৰতিষ্ঠা কৰা ধৰ্ম্ম ৰাজ্য খনি বহুদিন পূৰ্ব্বে তিনি ভাগত বিভক্ত কৰা হৈছিল। কৰতীয়া গঙ্গাৰ (কৰতোয়া নদী) পৰা সোণকোষ নৈলৈ থকা পশ্চিমৰ ঠাইখণ্ড আমালৈ ৰখা হৈছে। সোণকোষৰ পৰা বৰনদীলৈকে মাজত থকা ঠাইখিনি মথুৰা দাসক দিয়া গৈছে। এতিয়া বৰনদীৰ পৰা ব্ৰহ্মকুণ্ডলৈ খালী হৈ থকা পূবৰ গোটেইটো অঞ্চলৰ ভাৰ আজি তোমাক গতোৱা হল। সাহেই সিদ্ধি। সাহ, দৃঢ়তা আৰু আন্তৰিকতাৰে লাগিলে নিশ্চয় তাত ধৰ্ম্ম প্ৰচাৰ হব আৰু তোমাৰো অক্ষয় কীৰ্ত্তি ৰৈ যাব। কীৰ্ত্তন-দশম, ঘোষা-ৰত্নাৱলী এই চাৰিখন শাস্ত্ৰও তোমাৰ হাতত দিয়া হ'ল। কীৰ্ত্তন আৰু দশম শাস্ত্ৰত জগতগুৰু শ্ৰীমন্ত শঙ্কৰদেৱক দেখিবা আৰু ঘোষা-ৰত্নাৱলীত আমাক দেখিবা। আমাৰ শক্তি-ভক্তি, বল-পৰাক্ৰম সকলো তোমাত সমৰ্পণ কৰিলোঁ। তুমি

ভয়, শঙ্কা বা কোনো দ্বিধাভাৱ মনলৈ নানিবা ; কোনো ভয় নাই। তোমাৰ লগত আমি পিতা-পুত্ৰে চলি যোৱা বুলি ধৰি লবা।" ইয়াকে কৈ হৰিবল্লভ আতৈক মাত দি কলে—"শুনা হৰিবল্লভ, তুমি ভিতৰৰ পৰা তাল, মালা আনা ; নাম-মালিকা শাস্ত্ৰখনিও উলিয়াই লৈ আহা।" হৰিবল্লভ আতৈয়ে বস্তুখিনি আনি আগত দিলত শ্ৰীমাধৱদেৱে পোনতে মালা এধাৰি হাতত লৈ বদলা আতাক কলে—"বাপু অমুকা, এই ধাৰি মালা গুৰু শ্ৰীশঙ্কৰদেৱে সেৱা কৰা মালা আছিল ; তেৰাই মৰম কৰি আমাক দিছিল। ইমান দিনে ইয়াক আমি অতি শ্ৰদ্ধাৰে সেৱাৰ-বস্তু স্বৰূপে ৰখা হৈছিল ; তেনেহেন বস্তু আজি তোমাক দিয়া হল। তুমিও এই বস্তু অতি আদৰ যত্নেৰে ৰাখি সেৱা কৰি থাকিবা।" তাৰ পাচত মঞ্জিৰা যোৰ লৈ কলে—"এইবিধ দেৱ-বাদ্য ; গুৰুজনে শ্ৰীহস্তেৰে লৈ ইয়াৰে নাম গাই হৰি-কীৰ্ত্তন কৰিছিল। তেৰাই সদায় লাৰি-চাৰি ব্যৱহাৰ কৰি থকা এই পৰম পৱিত্ৰ মঞ্জিৰা তাল যুৰি আমি তেৰাৰ অনুগ্ৰহতে পোৱা হৈছিল। ইয়াকো আজি তোমাক দিয়া হল। গুৰুজনাৰ এই অতি আদৰৰ বস্তুক বৈকুণ্ঠৰ বস্তু যেন জ্ঞান কৰি সদায় পৰম শ্ৰদ্ধা-ভক্তিৰে সেৱা কৰি থাকিবা। আমাৰ সেৱক সকলৰ ভিতৰত তুমিয়েই আঁতমচা ফুমলীয়া। সেইদৰে আমি ৰচনা কৰা শাস্ত্ৰ কেইখনিৰ ভিতৰতো নাম-মালিকা শাস্ত্ৰখনিয়েই আমাৰ আঁতমচা ফুমলীয়া। এইখনি শাস্ত্ৰ ৰচনা কৰিয়েই আমি কাপ-কাঠি এৰা হৈছে। জীৱনৰ শেষ কালত সেৱক-শ্ৰেষ্ঠ তোমাক পাই আমি পৰম আনন্দ লভিলোঁ। তোমাতেই সীমা। ইয়াৰ আগতে দুবেলি নাম-মালিকা শাস্ত্ৰ উজনিলৈ পঠোৱা হৈছিল ; কিন্তু দুৰ্ব্বিপাকৰ কাৰণে দুয়ো বেলিয়েই পানীত পৰি সি তেনেই নষ্ট হৈ গল। সৰ্ব্বশেষত ইয়াক তোমাৰ হাতত শোধোৱা হল। ফুমলীয়া সেৱকৰ যত্নত শেষতীয়া শাস্ত্ৰখনি উজনিত প্ৰচাৰ হব বুলি আশা কৰা হৈছে। এই শাস্ত্ৰখনি আৰু গাভৰু খাঁকো দিবা। তেওঁলোকে নকল কৰি ৰাখিলে মুল আহিখন তোমাৰ লগত ৰাখিবা। তোমাক দিব লগা সকলো

খিনি বস্তুকে দিয়া হল। আজিৰ পৰা তুমি উজনি ৰাজ্যৰ ধৰ্ম্মৰ আচাৰ্য্য হলা। তোমাৰ কৰ্ত্তব্য আৰু দায়িত্ব পালনৰ কাৰণে পূব মুখে যাত্ৰা কৰা।"

এইদৰে মহাপুৰুষ শ্ৰীমাধৱদেৱে বদলা আতা পুৰুষক হিতোপদেশ, আশ্বাস, সাহ, আৰু আশীষ বচনেৰে উৎসাহ উদ্গনি দি ধৰ্ম্মাচাৰ্য্যৰ ক্ষমতা দান কৰি দায়িত্ব ভাৰ অৰ্পণ কৰিলে। বদলা আতাই গুৰুৰ আদেশ নতশিৰে গ্ৰহণ কৰি কৰযোৰে ভক্তি গদ্গদ্ স্বৰে প্ৰাৰ্থনা জনাই কলে—"বাপ কৃপালুগুৰু, এই অভাজনৰ ওপৰত গুৰুভাৰ দিলে যেতিয়া অধমৰ প্ৰতি দয়া পৰবশ হৈ আশীৰ্ব্বাদ কৰক যেন এই নিঃকিন সেৱকে ভকত-বস্তুক লগ পায় আৰু তেওঁলোকক প্ৰাণাধিক জ্ঞান কৰি পোহপাল দি ৰাখিব পাৰে।" আতাৰ মুখৰ পৰা এনে অপূৰ্ব্ব নিবেদন শুনি গুৰুজনে কলে—"বাপু অমুকা, তোমাৰ সৰল অন্তৰৰ করুণাপূৰ্ণ কথাষাৰিয়ে বিদায় বেলিকা পৰম সন্তোষ দিলে। আজি ইমানদিনে কতজন সেৱক-ভকত আমাৰ পাশৰ পৰা গল। সেই সকলৰ কোনোজনেই তোমাৰ দৰে ভকত-বস্তুৰ কাৰণে প্ৰাৰ্থনা কৰা নাছিল। তোমাৰ মনৰ বাঞ্ছা অতিশয় মহৎ; গতিকে ইয়াক বাঞ্ছা কল্পতৰু দয়াময় ভগৱন্তই পূৰ্ণ কৰিব। তুমি ভকতক পাবা, আৰু তোমাক পালে ভকতো পৰম সুখী হব। তোমাৰ হস্তে অপুত্ৰকৰ পুত্ৰ লাভ হব আৰু অন্ধলাইও দৃষ্টি শক্তি লাভ কৰিব পাৰিব।" ইয়াকে কৈ হৰিবল্লভ আতৈক মাত দি কলে—"হৰিবল্লভ, আজি একাদশী তিথি, সেৱক-ভকতক দিবলৈ বেজিনী কল আৰু সন্দেশ আনা; তাৰে একো পোহাকৈ সেৱক সকলক দিয়া আৰু লৰ-নাতিক তিনিপোহা দিয়া।" সেইমতে ভগাই দিয়া হলত গুৰুজনে বদলা আতাক কলে—"বাপু অমুকা, তুমি গৈ 'তিনিপৰীয়া সবৈ ডুৱাৰ' পালে তাতে নাও বান্ধিবা; সেইখিনি ঠাই উত্তম; তাতে সন্দেশখিনি ভোজন কৰিবা।"

**বিদায় সম্ভাষণ**—এইদৰে শিকাই বুজাই গুৰুজনাই বদলা আতাক বিদায় দিলে। তেৰোঁ গুৰুজনাৰ চৰণত পৰি লোতকেৰে

চৰণ ধুৱাই বিদায় মাগিলে। গুৰুজনাই প্ৰিয় শিষ্যৰ চেনেহৰ টানত দুখোজমান ঘাটমুখে আহি আগবঢ়াই থলে আৰু ভেলা থানৰ ভকত সকলক ঘাটলৈকে আগবঢ়াই থৈ আহিবলৈ নিৰ্দ্দেশ দিলে। তেওঁ-বদলা আতাৰ লগে লগে আহি ঘাট পালে। আতাই ঘাটলৈ আহোঁতে গুৰুজনালৈ মুখ কৰি কৰযোৰে তেওঁৰ চৰণলৈ দৃষ্টি ৰাখি পিচুৱাই দুহকি আহিছিল আৰু নেদেখা হোৱাতহে মুখ ঘূৰাই স্বাভাৱিক ধৰণে খোজ লৈছিল। অৱশেষত ভকত সকলক প্ৰাণভৰি সেৱা জনাই তেওঁলোকৰপৰা মেলানি মাগি আতাই নাওত উঠিল। ভেলাথানৰ ছয়কুৰি ভকতৰ বিৰাট সমদলটোৱে আতাক বিদায়-সম্ভাষণ জনাই থানমুখে উলটিল। তেওঁলোকে ঘাটৰ পৰা ওৰে বাটে আতাৰ গুণাৱলীৰ কথা পাতি নিজ নিজ বহাত সোমাল। গুণগ্ৰাহী আৰু ভাৱপ্ৰৱণ বেহৰীয়া বিষ্ণু আতাই বিৰহ-বেদনাত ব্যাকুল হৈ হুক্‌হুক্‌কৈ কান্দিবলৈ ধৰিলে। তাকে দেখি গুৰুজনাই কাৰণ সুধিলত তেওঁ চকুপানী টুকি টুকি থোকাথুকিকৈ কলে—"বাপ কৃপালু গুৰু, আমি সৌভাগ্যৰ গুণত সৰ্ব্বশ্ৰেষ্ঠ ভকত এজনাক দৰ্শনৰ সুযোগ পাইছিলোঁ; কিন্তু দুৰ্ভাগ্যৰ ফেৰত তেওঁৰ লগত ভালকৈ চা-চিনাকি হবলৈ সময় নাপালোঁ। ভেলা থানৰ ভকত সকলে তেওঁৰ চাউল কেইটিৰ কাৰণে ভবা নাছিল। তেওঁক নো কিয় ইমান তত্তাতৈয়াকৈ বিদায় দিব লগা হল আমি একো গমকে নাপালোঁ। আই ঐ দেহি! তেওঁনো এনে মৌসনা মাতেৰে আমাৰ হিয়া জয় কৰিবলৈ কিয় আহিছিল! এদিন আপুনিও বাপ, গুৰুৰ বৈকুণ্ঠ প্ৰয়াণৰ সময়ত আমাৰ দৰেই শোকাকুল হৈ "আলো মঞি কি কহব দুখ। পৰাণ নিগবে নেদেখিয়া চান্দমুখ॥" বুলি বৰগীত ৰচনা কৰি বিনাইছিল।" আতাৰ এনে মৰ্ম্মভেদী সকৰুণ খেদ উক্তি শুনি গুৰুজনে বুজনি দি কলে—"বিষ্ণু, তুমি তেওঁৰ কাৰণে সমূলি খেদ নকৰিবা। তেওঁ সৰহ দিন থাকিলে মনৰ গতি পৰিবৰ্ত্তন কৰা মস্কিল হব বুলিহে তেনে কৰা হল। প্ৰকৃত পক্ষে বিবেচনা কৰিহে তেওঁক পঠোৱা হৈছে বুলি ধৰি লবা। আমি পিতা পুত্ৰ সমন্বিতে

তেওঁৰ লগত যোৱা বুলিও ধাৰণা কৰিবা। সৰ্পই মোট সলোৱাৰ দৰে আমাৰ ইয়াত বাহটোহে আছে, শাহ নাই। তেওঁৰ চাউলৰ বিষয়েও নাভাবিবা ; তেওঁৰ চাউলৰ কোনো দিনে অভাৱ নহব ; বৰং তেওঁৰ চাউল তিনিও ৰাজ্যৰ ভকতে খাবহে।" ইয়াকে কৈ সিংহৰ পোৱালি এটিৰ দৃষ্টান্ত দি পুনৰ ফলে—"এসময়ত এজনী গৰ্ভিনী সিংহিনীয়ে এখন ডাঠ হাবিত বাস কৰিছিল। এদিনাখন তাই এখন পৰ্ব্বতৰ পৰা আন এখন পৰ্ব্বতলৈ জাপ মাৰি যাওঁতে এটা পোৱালি জগিল। মাকে তাক বিচাৰি নোচোৱাত সি দুয়োখন পৰ্ব্বতৰ মাজতেই পৰি থাকিল। কিন্তু বনৰীয়া জন্তুবোৰে সিংহৰ পোৱালিটিৰ তেনে দুৰৱস্থা দেখি তাক পোহপাল দি ডাঙৰ-দীঘল কৰি তুলিলে। আমাৰ লৰ-নাতি পদ্মবো অৱস্থা তেনেকুৱাই হৈছে। তেওঁৰ ভৰণ-পোষণৰ নিমিত্তে চিন্তা কৰিবৰ কোনো প্ৰয়োজন নাই।" গুৰুজনাৰ দৃষ্টান্ত আৰু আশ্বাস-বাণী শুনি বেহৰীয়া বিষ্ণু আতাৰ মনটো অলপ পাতলিল ; তেওঁ কান্দিবলৈ এৰি সুস্থিৰ হল।

**প্ৰত্যাগমন**—ইফালে বদলা আতাৰ নাও ধীৰ গতিত উজনি অভিমুখে আহিবলৈ ধৰিলে। আতাই গুৰুজনাৰ অমোঘ-বাণীৰ ওপৰত অটল বিশ্বাস আৰু আস্থা ৰাখি দুৰ্দ্দমনীয় সাহসেৰে মাতৃভূমিৰ ফালে আগবাঢ়ি আহিল। গুৰুৰ আজ্ঞা কেনেকৈ ৰক্ষা পৰে সেয়ে তেওঁৰ একমাত্ৰ চিন্তনীয় বিষয় হৈ পৰিল। লগতে গুৰু আৰু ভেলা ডোঁৱাৰ সত্ৰৰ ভকত সকলৰ কথাইও তেওঁক উৱাদিহ নোহোৱা কৰিলে। এই নানা ধৰণৰ কথা নিজৰ মনতে আউটি আহি থাকোঁতে সৰৈ দুৱাৰত নাও ৰাখিবলৈ পাহৰিলে। এনেতে এজনী বুঢ়ীয়ে লৰালৰিকৈ নৈৰ পাৰলৈ আহি মাত লগালে—"আতা, তুমি দেখোঁন সৰৈ দুৱাৰ পাৰ হৈ আহিলা ; এতিয়া তালৈ উলটি যোৱাহঁক ; নহলে গুৰুবাক্য পৰিব।" আকাশ-বাণীৰ নিচিনা বুঢ়ীৰ এই সোঁৱৰণী-বাক্য শুনা মাত্ৰেই আতাই বুঢ়ীৰ শলাগ লৈ নাওখন উজাই সৰৈ দুৱাৰলৈ নিয়ালে আৰু গুৰুৱে দিয়া সন্দেশখিনি পৰম শ্ৰদ্ধা আৰু তৃপ্তিৰে ভোজন কৰিলে। তাৰ পাচত নাও পুনৰ ভটীয়াই কাঠনি নামৰ

ঠাইত ৰখালে। বদলা আতাই তাতে নামি চমৰীয়া সত্ৰৰ সত্ৰীয়া বৰবিষ্ণু আতাক লগ ধৰিলে। বৰবিষ্ণু আতাই তেওঁক যথাযোগ্য আদৰ-সম্মান কৰি নি ভোজন কৰালে। বদলা আতাই তাত সাত দিন থাকি বৰবিষ্ণু আতাৰ লগত দিনে-নিশাই ধৰ্ম্ম, সমাজ আৰু পাৰমাৰ্থিক তত্ত্ব সম্বন্ধে গভীৰ ভাবে আলোচনা কৰিলে। বৰবিষ্ণু আতাই এই পূৰ্ণ-মিলনৰ কেউদিন চমৰীয়া সত্ৰত দিনে-ৰাতি অবিৰাম ভাবে হৰি নাম কীৰ্ত্তন কৰাৰ ব্যৱস্থা কৰিলে। পাহৰণিত বৈ যাব পাৰে বুলি ভাবি যদুমণি আতৈয়ে গুৰুজনৰ আজ্ঞা সোঁৱৰাই দিলত, বৰবিষ্ণু আতাই নাম-মালিকা শাস্ত্ৰ খনি নকল কৰি ললে। সাত দিনৰ পাচত বদলা আতাই বৰবিষ্ণু আতাৰ পৰা মেলানি মাগি বয়-বস্তুখিনি চম্ভালি লৈ পুনৰ নাওত উঠি যাত্ৰা কৰিলে।

আতাৰ নাও ব্ৰহ্মপুত্ৰেৰে গৈ গৈ বৰ্ত্তমান লক্ষীমপুৰ জিলাৰ দিক্ৰং নৈ পালে। দিক্ৰঙৰ ঘাটত নাও বান্ধি তাতে ৰাতিটো থাকিবলৈ দিহা কৰিছে মাথোঁন, এনেতে আতাৰ ককায়েক শঙ্কৰ দাসৰ পুত্ৰ কৰুণাময় নাৰায়ণপুৰৰ পৰা আহি তাত উপস্থিত হল হি। কৰুণাময়ে খুৰাকক দেখা মাত্ৰকে গৈ চৰণত পৰি সেৱা জনাই কলে—"খুৰা, আপুনি ইয়াত থাকিব নালাগে, ঘৰলৈ আহক। ইয়াত যি বয়-বস্তু আছে তাকো লৈ যাওঁ।" ভতিজাকৰ এই কথা শুনি আতাই কলে—"বোপা কৰুণাময়, আমি এইখিনি পোৱা মাত্ৰেই যে দেখা দি মৰমৰ মাতষাৰি দিছা তাতে পৰম সন্তোষ পাইছোঁ। আমি যি ঘৰ এৰি আহিছোঁ তালৈ আৰু উভতি যাবৰ সমূলি মন নাই। আমাৰ বৌ-মাতৃৰ কুশল-বাতৰি পালে সেয়ে যথেষ্ট হব।" তেতিয়া কৰুণাময়ে মাত লগালে—"খুৰা, বৰ্ত্তমান আইৰ শৰীৰ সম্পূৰ্ণ ভাল। তেওঁ আপোনাৰ কথা মাজে-সময়ে উলিয়ায়। আপুনি অতীতৰ সকলো কথাকে পাহৰি যাওক। ইমান দিনৰ মূৰত দেখা পাইছোঁ যেতিয়া আপোনাক লৈ যামেই। আপুনি হয়তো খুৰীৰ কাৰণে যাবলৈ হেলা কৰিব পাৰে। সেই দেখি মই কথা দিলোঁ যে সেই আশঙ্কা আগধৰি দূৰ কৰিহে আপোনাক লৈ যাম হি।" কৰুণাময়ৰ হেপাহ আৰু

কাবৌ-কোকালিত আতাৰ মন অলপ কুমলিল। তেওঁ যাবলৈ মান্তি হোৱা দেখি করুণাময়ে খুৰাকৰ অনুমতি ক্রমে তুৰন্তে ঘৰলৈ গৈ-বদলা আতাৰ ভাৰ্য্যাক কলে—"খুৰি দেউ, তোমাৰ পিতৃৰ বৰ টান নৰিয়া। যদি অন্তিম কালত তেওঁৰ মুখখনি চাব খোজা, তেন্তে অতি সোন-কালে যোৱা। পলম কৰিলে হয়তো মুখৰ মাতষাৰিও নাপাব পাৰা।" ভতিজাকৰ মুখে এই জৰুৰী বাতৰি পাই তেওঁ যেনে ভাবে আছিল তেনেকৈয়ে মাকৰ ঘৰলৈ ঢাপলি মেলিলে। তেওঁ মাকৰ ঘৰ পাই দেখিলে যে পিতাক সূৰ্য্য বাঢ়ৈয়ে চোতালত ৰংমনে বহি আছে; তেওঁৰ কোনো বেমাৰ-আজাৰ হোৱা নাই। গধূলি পৰত ফোপাই-জোপাই ঘৰ ওলোৱা দেখি সূৰ্য্য বাঢ়ৈয়ে জীয়েকক তাৰ কাৰণ সুধিলত তেওঁ করুণাময়ৰ মুখে শুনা বাতৰিৰ কথা কলে। তেতিয়া তেওঁ ইয়াৰ গুপ্ত উদ্দেশ্য বুজি পাই আক্ষেপ কৰি কলে—"আইটি, বুজিছোঁ লৰ-নাতি গোসায়ে ভাটীৰ পৰা আহি দিক্রঙৰ ঘাট পাইছেহি। করুণাময়ে তেওঁক লগ ধৰাৰ বাতৰিও পাইছোঁ। বিহক বৰজনাৰ পুতেকে এইটো বুদ্ধি সাজি তোক স্বামী দৰ্শনৰ পৰা বঞ্চিত কৰিলে। মাক, তই আৰু সেই ঘৰলৈ যাব নালাগে; আমাৰ ইয়াতেই থাক।" ইয়াকে কৈ জীয়া-বাঁৰী যেন হৈ থকা জীয়েকক চন্তালি ৰাখিলে।

**নিজৰ ঘৰত এনিশা।**—করুণাময়ে ছলনা কৰি খুৰীয়েকক মাকৰ ঘৰলৈ পঠিয়াই দিক্রঙৰ ঘাটলৈ গল আৰু খুৰাকৰ নাওত উঠি সকলো খবৰ দিলে। তেওঁ বদলা আতাক ভকত সকলৰ সৈতে ঘৰলৈ মাতি নি যথাযোগ্য ভাবে আদৰ-সন্মান জনাই আসন দিলে। অনেক দিনৰ মূৰত বোৱৰেকে দেখা পাই আতাৰ বা-বাতৰি ললে। মাক-পুতেকৰ আদৰ-শ্রদ্ধাৰ কাৰণে আতাই ভকত সমন্বিতে তাত এনিশা কটালে। ৰাতিপুৱা বদলা আতাই পূৰ্ব্বৰ বসতিৰ ঠাই কলানি ভেটিলৈ যাবলৈ যো-জা কৰা দেখি বোৱৰেকে মাত লগালে—"বাপু, তুমি ইমান দিনৰ মূৰত আহি শুদা মুখে যাবানে? অলপ কিবা ভোজন কৰি নগলে মনত বৰ দুখ লাগি থাকিব।" ইয়াকে শুনি আতাই কলে—

"বাস্তৱতে কবলৈ গলে যোৱা নিশাটো আমি অতিথিৰ দৰেই কটালোঁ; এতিয়া আৰু ইয়াত নাথাকোঁ। তদুপৰি আমি অভকতৰ গৃহত ভোজন কৰাটোও নিষেধ।" তেতিয়া বৌৱেকে কলে—"বাপু তুমি আমাক দুয়োটিকে ধৰ্ম্মধৰাই শুদ্ধ কৰি লোৱা; আমি তাৰ কাৰণে সাজু হৈ আছোঁ।" আতাই কলে—"বৌ-মাতৃ, কণিষ্ঠই জ্যেষ্ঠক ধৰ্ম্ম দিব পাৰেনে? গতিকে সেই কাম আমাৰ দ্বাৰা নহব। আমি এতিয়া কলানি ভেটিলৈ যাওঁহক, তাত আমাৰ হৰিচৰণ আছে।" ইয়াকে কৈ খোজ ললে।

**কলানি ভেটিত**—বদলা আতাই মেলানি মাগি কলানি ভেটি পালে। হৰিচৰণ আতৈয়ে আতাক দেখিয়েই আদৰি লৈ গল। আতাইও তেওঁক নিৰাপদে থকা দেখি সন্তোষ পাই পৰম আশীৰ্ব্বাদ জনালে।

আতা গৈ সেইখিনি পোৱা খবৰ শুনি চাৰিওফালৰ লোকৰ মনত আনন্দ লাগিল। তাতে আকৌ শ্ৰীশ্ৰীমাধৱদেৱে তেওঁক ধৰ্ম্মাধিকাৰ পাতি উজনি অসমত ধৰ্ম্ম প্ৰচাৰ কৰিবলৈ পঠোৱা কথা প্ৰকাশ পালত তেওঁলোক পৰম আনন্দত আপ্লুত হল। নিতৌ অনেক আগ্ৰহশীল লোকে আতাৰ ওচৰত ধৰ্ম্ম লবলৈ ধৰিলে। সেই ঠাইত জয়কৃষ্ণ নামে ফান্দ পাতি, ছিটিকা পাতি চৰাই ধৰি ফুৰা লোক এজন আছিল। এদিন তেওঁ চৰাই ধৰি আতাৰ সন্মুখেদি যাওঁতে আতাই তেওঁক সেই হিংসা মূলক কাম পৰিহাৰ কৰা ভাল বুলি অন্তৰত লগাকৈ বুজাই কলে। তেৱোঁ কথাষাৰি বুজি পাই তেতিয়াই চৰাইবোৰ এৰি দি সেই বৃত্তি পৰিত্যাগ কৰিলে। পিচদিনা তেওঁ পাগ-পত্তিলা পেলাই শুদ্ধ ভাৱে গৈ আতাৰ ওচৰত শৰণৰ কাৰণে প্ৰাৰ্থনা জনালত তেওঁ শৰণ দিলে। তেওঁক দেখি তেওঁৰে পিতাক ভকত-দাসেও আতাৰ ওচৰত শৰণ ললে। পৰবৰ্ত্তী কালত জয়কৃষ্ণ এজন পৰম ভকত বুলি পৰিগণিত হৈছিল।

কিছুদিনৰ পাচত বদলা আতা কলানি ভেটিৰ পৰা শলখলৈ গৈ তাত থকা গাভৰু খাঁক লগ ধৰিলে। তেওঁ গুৰুৰ আদেশ অনুসৰি

নাম-মালিকা শাস্ত্ৰখনি গাভৰু খঁাক দিলত তেওঁ তাক শিৰত তুলি লৈ গুৰুজনলৈ সেৱা জনালে। লগতে আতাৰো শলাগ ললে। তাৰ পাচত পুথি নকল কৰা কামত লাগিল। ইতিমধ্যে শলখৰ আশে-পাশে থকা অনেক লোকে আতাৰ পৰা ধৰ্ম্ম-বস্তু ললে। পুথি নকল কৰা কাম শেষ হলত আতাই তাৰপৰা পুনৰ কলানি ভেটিলৈ উভতিল।

**গুৰুজনাৰ বৈকুণ্ঠ প্ৰয়াণ**—কলানি ভেটিত থাকোঁতেই এদিনা-খন হঠাৎ ভাগিন জগন্নাথ চৰণে গুৰুজনাৰ বৈকুণ্ঠ প্ৰয়াণৰ বাতৰি আতাক জনালে। আৰু তেওঁ এই খবৰ ভৱানীপুৰীয়া শ্ৰীগোপাল আতাৰ থানত পোৱা বুলিও কলে। আতাই এই মৰ্ম্মান্তিক বাতৰি পাই শোকত অত্যন্ত অভিভূত হল আৰু তাৰ সবিশেষ বিবৰণ লৈ যাবলৈ জগন্নাথ চৰণক পুনৰ ভৱানীপুৰলৈ পঠিয়াই দিলে। তেওঁ আহি সকলো কথা বুজাই কলত শ্ৰীগোপালদেৱ আতাই তেতিয়া এই বাতৰি কেনেকৈ ভাটীৰ পৰা অহা বিশ্বাসী লোকৰ পৰা শুনিলে তাৰ আদ্যোপান্ত বিবৰণ বৰ্ণাই কলে। জগন্নাথ চৰণে উলটি গৈ সকলো কথা মোমায়েকৰ আগত ব্যক্ত কৰিলত আতাৰ হিয়া শোকত বিদৰি গল। কান্দি কান্দি তেওঁ মূৰ্চ্ছিত হৈ বহুবেলি পৰি থকাৰ পাচত উঠি বহিল। তাৰ পাচত ভকত সেৱক সকলৰ সহায়-সহযোগত গুৰুজনাৰ তিথি মহোৎসৱ পাতি সাত দিন সাত ৰাতি অবিৰাম ভাবে নাম-কীৰ্ত্তনাদি কৰিলে। উজনি অসমত শ্ৰীশ্ৰীমাধৱদেৱৰ তিৰোভাৱ তিথি হিচাপে পালিত এয়ে প্ৰথম তিথি বা কীৰ্ত্তন মহোৎসৱ।

**গুৰুৰ আদেশ পালন**—কলানি ভেটিত কিছুদিন থকাৰ পাচত ভেলাথানত কৰা গুৰুজনাৰ আদেশলৈ আতাৰ মনত পৰিল। সেই দেখি তেওঁ বৰসন্দিকৈৰ অনুগ্ৰহত এখন ডাঙৰ নাও যোগাৰ কৰি ভটীয়াই আহি আহি কিছুদিনৰ মূৰত বৰপেটা খিলৰ ঘাট পালে। বৰপেটা সত্ৰৰ সত্ৰীয়া শ্ৰীমথুৰাদাস বুঢ়া আতাই এই বাতৰি শুনা মাত্ৰকে "উজানৰ বাপুধৰ আহিছে" বুলি কৈ ভকত সকলেৰে সৈতে ঘাটলৈ গল। বুঢ়া আতাই বদলা আতাক সাৱট মাৰি ধৰি বামলৈ লৈ

গল আৰু কীৰ্ত্তন ঘৰৰ ভিতৰলৈ যাবলৈ অনুৰোধ কৰিলে। বদলা আতাই তাত আপত্তি জনাই কলে—"বাপ, আপুনিহে আগ হব লাগে।" বুঢ়া আতাই কলে—"বাপুঘৰ, নহয় তোমোৰাতহে গুৰুজনে সৰ্ব্বশক্তি স্থাপন কৰি গাৰ বদল দি গৈছে; এতেকে তোমোৰাহে আগ হব লাগে।" বদলা আতাই পুনৰ বিনয় বচনেৰে কলে—"তথাপি আপুনিহে আগ হোৱা উচিত; কিয়নো গুৰুজনে আমাতকৈও আগতে আপোনাৰ শিৰত মালতীৰ মালা আৰু হাতত দোপাতি বস্ত্ৰ দি, সাতবাৰ আশীৰ্ব্বাদ কৰি আপোনাক মথুৰা নগৰী স্বৰূপ বৰপেটা সত্ৰৰ যুৱৰাজ পাতি গুৰুকৰ বুলি নাগেৰি টকা ছুটিও দি গৈছে। এনেস্থলত আপুনিহে আগ হোৱা যুগুত।" এই কথা শুনি বুঢ়া আতাই পুনৰ কলে—"জানা বাপুঘৰ, গুৰুজনে আমাক সাতবাৰ আশীৰ্ব্বাদ দিলেও সেই আশীৰ্ব্বাদকেই আমি আকৌ তোমোৰাক দিয়া হল; গতিকেই তোমোৰাই আমাক আশীৰ্ব্বাদ দিয়া যাওক।" এইবাৰ বদলা আতাৰ মাত হৰিল। তেওঁ নীৰৱে থকা দেখি অগত্যা বুঢ়া আতাই পোনতে কীৰ্ত্তন ঘৰত প্ৰৱেশ কৰিলে। তাৰ পাচ মুহূৰ্ত্ততে বদলা আতাইও তাত সোমাই পৰিল। দুয়োজনা আতাই কীৰ্ত্তন ঘৰৰ ভিতৰ সোমাই পৰস্পৰে বা-বাতৰি সোধা-মিলা কৰিলে। তাৰ পাচত কৃষ্ণ-কথা আলোচন কৰি পৰমানন্দত বিভোৰ হল।

**বৰপেটা সত্ৰত বসতি**—বদলা আতা বৰপেটা সত্ৰত একেবাহে কেবামাহো থাকিব বুলি শুনি বুঢ়া আতাই আনন্দ প্ৰকাশ কৰিলে। পোনতে ভোজনৰ ব্যৱস্থা কৰি দি থাকিবলৈ এটি বহাঘৰো ঠিক কৰি দিলে। বৰপেটা সত্ৰৰ কীৰ্ত্তন ঘৰৰ দক্ষিণ পূব ফালে বেৰত ভাগৱত-কীৰ্ত্তন আদি শাস্ত্ৰৰ আখ্যান মূলক কাহিনী জ্ঞাপক ৰঙীণ বিতোপন মূৰ্ত্তিৰে সুশোভিত হৈ "শ্ৰীশ্ৰীপদ্ম আতা বা বদলা আতাৰ ভিঠিগৃহ"* বোলা ঘৰটি থকা ঠাইখিনিতে পদ্ম আতা এবছৰ কাল আছিল।

*আগৰ ঘৰটি নষ্ট হোৱাত আই সকলৰ ধনেৰে যোৱা ১৮৮৩ শকত সেই ঠাইতে ঘৰটি পুনৰ নিৰ্ম্মাণ কৰি চকুত লগা কৰি তুলিছে।—লেখক।

তেওঁ এই কাল ছোৱাৰ ভিতৰত গুৰুৰ আদেশ অনুসৰি পাৰমাৰ্থিক তত্ত্বৰ সোৱাদ লৈ ফুৰিবলৈ সুযোগ পাইছিল।

বদলা আতা বৰপেটা সত্ৰ পোৱাৰ পিচ দিনাই পোন প্ৰথমে মহাপুৰুষ শ্ৰীমন্তশঙ্কৰদেৱৰ পত্নী, পুত্ৰ, বোৱাৰী আৰু নাতি সকলৰ লগত দেখা-সাক্ষাৎ হৈ চা-চিনাকি হ'ল। তেওঁলোকেও আতাৰ পৰিচয় লৈ আদৰ-সাদৰ কৰিলে। আতাই বিদায় বেলিকা আই-গোসানীক সেৱা-সম্মান জনাই আৰু পৰিয়ালৰ অন্যান্য সকলকো শ্ৰদ্ধা আৰু মৰম-চেনেহ জনাই বৰপেটা সত্ৰলৈ উভতি আহিল। ইয়াত কেইদিনমান থাকি তেওঁ গুৰুজনাৰ আদেশৰ কথা বুঢ়া আতাৰ আগত প্ৰকাশ কৰিলে।

এদিন 'নাওৰাৰ তলৰ সুখৰ কথা' কবলৈ নিবেদন জনালত বুঢ়া আতাই তাক অকপট ভাৱে হিয়া উবুৰিয়াই প্ৰকাশ কৰিলে। বদলা আতাই সিদিনাহে গুৰুজনে তেওঁক কিয় সম্পূৰ্ণৰূপে দেখা পোৱা নাই বুলি কৈছিল তাৰ তাৎপৰ্য্য বুজি পালে। তেওঁ এই পাৰমাৰ্থিক কথাৰ নিগূঢ় তত্ত্ব বুজি পাই জীৱন সাৰ্থক মানিলে।

**জনিয়া যাত্ৰা**—আন এদিন বদলা আতাই নাৰায়ণ দাস ঠাকুৰ আতাক দৰ্শন কৰিবৰ ইচ্ছা প্ৰকাশ কৰি বুঢ়া আতাক অনুৰোধ কৰিলে। সেই সময়ত ঠাকুৰ আতাৰ বৰ পুত্ৰ পৰমানন্দ ঠাকুৰ বৰপেটা সত্ৰত আছিল। গতিকে বুঢ়া আতাই তেওঁৰ লগতেই বদলা আতাক জনিয়া সত্ৰলৈ পঠিয়াই দিলে। পৰমানন্দ ঠাকুৰে তেওঁক নাৱেৰে লৈ গ'ল। লগত ওঠৰজন ভকতো গ'ল। নাও বৰপেটা বিল এৰাই মুকাল ছাঁয়াৰ জানেৰে গৈ বাহিৰ ওলাল আৰু চাউলখোৱা নৈত পৰিল। তাৰপৰা নাও ভটীয়াই নি গাগালমাৰি জানেৰে পোনাই গৈ বৰবিলা পালে। তাৰ অলপ পাচতে জনিয়াৰ ঘাটত নাও লাগিল। ঠাকুৰ আতাৰ কন্যা সৰুৰি আইয়ে বেগাই গৈ বৰ ককায়েকৰে সৈতে কেবাজনো ভকত নাওৰ ভিতৰত আৰু এজন বিচক্ষণ দিব্য পুৰুষ ছৈৰ ওপৰত দেখা বুলি পিতাকক খবৰ দিলে। ঠাকুৰ আতাই বাপুঘৰ যোৱা বুলি অনুমান কৰি গাত চেলেং এখন

লৈ বংমনে গৈ ঘাট পালে। ঠাকুৰ আতাই বদলা আতাক আদৰি লৈ যাওঁতে ঠাকুৰ আতাৰ চেলেংখনৰ এটি আচল মাটিত চুচৰি যাবলৈ ধৰিলে। তাকে দেখি বদলা আতাই কাপোৰখন সামৰি লবলৈ কলত ঠাকুৰ আতাই ফকৰা মাতিলে—

"সৰে বোলে ভালা ভালা।
মইহে মৰোঁ ওঠৰ জ্বালা॥
বাপেক পুতেক বণিজক গলা।
পাটা আনাৰ স্মৰণ খালা॥"

অৰ্থাৎ বাপুঘৰ, এজন সাউদক তেওঁৰ বোৱাৰীয়েকে বণিজলৈ যোৱাৰ সময়ত মচলা বটাৰ কাৰণে পটা-গুটিৰে সৈতে পটা এখন আনিবলৈ কেবাবাৰো কৈছিল। কিন্তু তেওঁ পাহৰণিৰ বাবে এবাৰো পটা আনিব পৰা নাছিল। এবেলি সাউদে ডিঙা বেহাই আহি ইষ্ট-কুটুম্বক খাবলৈ নিমন্ত্ৰণ কৰিলত বোৱাৰীয়েকে পটাৰ অভাৱ হেতু মচলাখিনি দাঁতেৰে চোবাই চোবাই আঞ্জাত দিলে। ভোজনৰ অন্তত ভাত-আঞ্জা পৰম তৃপ্তিকৰ হোৱা বুলি সকলোৱে শলাগিলে। তাকে শুনি সাউদৰ বোৱাৰীয়েকে কলে—"সকলোৱে ভাল ভাল বুলি বখানিছা হয়; কিন্তু ইফালে যে ওঠৰ জ্বালাত মই ৰক্ষা পোৱা নাই, মোৰ যে প্ৰাণ যাওঁ যাওঁ হৈছে তাৰ খবৰ ৰাখিছে কোনে?" মোৰো আজি সেয়ে হৈছে। বাপুঘৰ, তুমি মোক কাপোৰখন তুলি লবলৈ কৈছা সচা; কিন্তু বজা নৰ নাৰায়ণে দিয়া শাস্তিৰ ফলত যে মোৰ বাওঁহাতখন ভাগি অকৰ্ম্মণ্য হৈছে তাক হয়তো তুমি নাজানা!" এই কথা শুনি পুতৌ জন্মাত বদলা আতাই ততালিকে কাপোৰখন তুলি দিলে।

বদলা আতাই নাওৰ পৰা বস্তুখিনি নিয়াই ঠাকুৰ আতাৰ গৃহত থোৱালে। স্নান কৰি উঠি দুয়োজনা আতাই পিৰালিত বহি বাওৰি সোধা-পোছা কৰিলে। তাৰ পাচত বদলা আতাই এখন শৰাইত বৰ কাপোৰ এখন আৰু তামোলৰ বৰ থোক এটি থৈ ঠাকুৰ আতাক সন্মান জনাই সেৱা কৰিলে। ঠাকুৰ আতাই তেনে আচৰিত ধৰণৰ

তামোলৰ বৰ থোক দেখি তাক ক'ত পালে আৰু উজনিৰ পৰা কেনেকৈ আহি তেওঁ জনিয়া পালে তাক সুধিলে। তেতিয়া বদলা আতাই কলে—"বাপ, বৰ মুকুন্দৰ নৌকা, বৰ গুৰুৰ ছৈ, বৰঘাটত সাজিলোঁ, বৰলীয়া নদীৰ মুখেৰে সোমালোঁ, বৰপেটা বিল পালোঁ, বৰথানক আহিলোঁ, বুঢ়া আতাক দেখিলোঁ, আপোনাৰ বৰ পুত্ৰক লগ ধৰিলোঁ, বৰবিলাৰ ঘাট পালোঁ, বৰকাপোৰ আৰু বৰথোকৰ তামোল দি আপোনাক বৰমান ধৰি সেৱাটি কৰিলোঁ।" বদলা আতাৰ এই অনুপ্ৰাসময় বাৰ ব-কাৰ যুক্ত লালিত্য-পূৰ্ণ শুৱলা বাক্যটি শুনি ঠাকুৰ আতাই পৰম আনন্দ প্ৰকাশ কৰিলে আৰু বৰ্ণনা শক্তিৰ শলাগ ললে।

পাচত ঠাকুৰ আতাই বদলা আতাৰ আগমনৰ উদ্দেশ্য কি সুধিলে। তেতিয়া তেওঁ কলে—"বাপ, আমি ভেলা থানত গুৰুজনাৰ ঠাইত ধৰ্ম্ম ধৰি বেচি দিন থাকিব পৰা নগল। সেই দেখি কি ধৰ্ম্ম শিক্ষা, কি আধ্যাত্মিক জ্ঞান লাভ, কি পাৰমাৰ্থিক তত্ত্ব লাভ একোকে সম্যক-ৰূপে পোৱা নহল। মূল কথা খিনিত বাদে জ্ঞাতব্য অনেক কথা আধৰুৱা হৈ থাকিল দেখি গুৰুজনাৰ বাক্যমতে আপোনাৰ পাশলৈ অহা হৈছে। আপুনি আমাৰ মনৰ বাঞ্ছা পূৰণ কৰি কৃতাৰ্থ কৰিব বুলি আশা কৰা গৈছে।" এইকথা শুনি ঠাকুৰ আতাই বদলা আতাৰ শিৰত তিনিবাৰ হাত ফুৰাই সুধিলে—*"বাপুঘৰ, মাৰি খাবা নে মাৰা খাবা নে দিয়া খাবা ?" বদলা আতাই কলে—"বাপ, আপুনি ইঙ্গিত বাক্যৰ দ্বাৰা কিহক বা কি বুলিছে একো তত ধৰিব পৰা নাই ; গতিকে আপুনি যিহকে উচিত বুলি ভাবে তাকেই কৰা যাওক।" তেতিয়া ঠাকুৰ আতাই পুনৰ কলে—"তোমাৰ সুধিব লগা কথাখিনি দীঘলীয়া নকৰি একেটি বাক্যতে প্ৰকাশ কৰি কোৱা।" বদলা

---

* এই প্ৰশ্নটো কোনো কোনোৱে ভৱানীপুৰীয়া গোপালদেৱ আতাই কৰা বুলিও কোৱা শুনা যায়।—লেখক

আতাই অলপ চিন্তা কৰি মাত লগালে—"বাপ, দুজনা গুৰুৰ আবিৰ্ভাৱৰ পৰা তিৰোভাৱলৈ যি যি ঘটনা ঘটিছিল সেইখিনিকে বিবৰি কোৱা যাওক।" ঠাকুৰ আতাই এই বাক্যটি শুনি এফালে বিস্ময় মানি আৰু আনফালে পৰম আনন্দ অনুভৱ কৰি কলে—"হায়ৰে হায়, ইটো কথা সোধন নযায়! বাপুঘৰ, তুমি দেখোঁন জনম অন্ধলাই ভগৱানক ঠগোৱাৰ দৰে আমাক ঠগিলা?" বদলা আতাই ইয়াৰ তাৎপৰ্য্য বহলাই কবলৈ অনুৰোধ জনালত ঠাকুৰ আতাই কবলৈ ধৰিলে—"এক জনম অন্ধলাই ভগৱানক বৰকৈ স্তুতি-নতি কৰিছিল। আৰাধনাত সন্তুষ্ট হৈ ভগৱানে তাক লগা বৰৰ কথাখিনি একেটা বাক্যতে কবলৈ কৈছিল। তেতিয়া সি কলে—"প্ৰভু, মোৰ নাতিয়ে যেন সোণৰ থালত ভোজন কৰা মই স্বচক্ষে দেখিবলৈ পাওঁ তাৰে ব্যৱস্থা কৰক।" তেতিয়া ভগৱানে কলে—"জনম অন্ধলা, তোক ঠগিব খোজোতে তইহে মোক ঠগিলি। তোৰ নাতিয়ে সোণৰ পাত্ৰত ভোজন কৰা দেখিবলৈ হলে প্ৰথমে তোক চক্ষুদান দিব লাগিব। তই আবিয়ে বাবে তোৰ বিয়াখনো পাতিব লাগিল। তাৰ পাচত তোক পুত্ৰদান দি তাকো বিয়া কৰাই দিব লাগিল। তাৰ পাচতো আকৌ নাতিয়েৰাক ৰজা পাতিব লাগিব। কিয়নো ৰজাইহে সোণৰ থালত ভোজন কৰে? গতিকে মই তোৰ ওচৰত হাৰ মানিলোঁ।" এতেকে বাপুঘৰ, তুমিও তেনেকুৱাই নকৰিলানে?" ইয়াকে কৈ ফকৰাৰ যোগেদি তেওঁ বদলা আতাক ধৰ্ম্মশিক্ষা দিবলৈ ধৰিলে। প্ৰথমবাৰ বদলা আতাই ঠাকুৰ আতাৰ গৃহত একেৰাহে সাতদিন কৃষ্ণ কথা আলোচনা কৰি আঠদিনৰ দিনা বিদায় মাগি বৰপেটা সত্ৰলৈ উভতি আহিল। তেওঁ বৰপেটা সত্ৰত এবছৰকাল থাকে আৰু গোটেইটো বছৰে ঠাকুৰ আতাৰ ওচৰত ধৰ্ম্ম সম্বন্ধীয় নানা আলাপ-আলোচনা কৰে আৰু ফকৰা সমূহৰো বিশদ ব্যাখ্যা শুনিবলৈ পায়। ইয়াৰ লগতে ভকতীয়া তাত্ত্বিক কথা বুলি প্ৰখ্যাত 'মজিয়ালি সুখৰ কথা' ঠাকুৰ আতাৰ পৰা শিকি বুজি লয়।

**ভৱানীপুৰ গমন**—বদলা আতাই জনিয়াৰ পৰা আহি বৰপেটা

সত্ৰত দুই চাৰিদিন থাকি বুঢ়া আতাক কলে—"বাপ, গুৰুজনাৰ বাক্য মতে আমি ভৱানীপুৰীয়া গোপাল আতাৰ পাশলৈ যাব খোজোঁ; আপোনাৰ অনুমতি পালে ভাল হয়।" বুঢ়া আতাই 'বাৰু, সজ কথা' বুলি কৈ যাবলৈ কলে। বদলা আতাই ভকত সকলক লগত লৈ ভৱানীপুৰ থানত উপস্থিত হলগৈ। গোপাল আতাই উজনিৰ আতাক দেখা পাই আসন দি সম্ভাষণ জনালে। তাৰ পাচত দুয়োজন আতাৰ আত্মাৰ পৰিচয় ঘটিল। গোপাল আতাই সুধিলে—"বাপুঘৰে আমাক কেনেকৈ চিনিলে? আৰু কি অভিপ্ৰায়ে আমাৰ ইয়ালৈ আহিল?" তেতিয়া বদলা আতাই কলে—"বাপ, গুৰুজনে আমাক ভেলা থানতেই আপোনাক চিনাই দিয়াত চিনি পোৱা গৈছে। তেৰাই আপোনাৰ পৰা 'কলয়াৰ সুখ'ৰ কথা শিকি-বুজি লবলৈ দঢ়াই দঢ়াই আদেশ কৰাত এই থানলৈ আহি আপোনাক দৰ্শন লভাৰ সুযোগ পোৱা হৈছে। অনুগ্ৰহ কৰি কথাখিনি ফহিয়াই বুজাই দি পৰম কৃতাৰ্থ কৰিব বুলি আশা কৰা গৈছে।"

বদলা আতাৰ অনুৰোধ মতে কথাৰ সাগৰ গোপাল আতাই আধ্যাত্মিক আৰু পাৰমাৰ্থিক তত্ত্বপূৰ্ণ কলয়াৰ সুখৰ কথা বসাল ভাৱে এমূৰৰ পৰা বৰ্ণাই কলে। তাকে শুনি বদলা আতাই পৰম সন্তোষ লাভ কৰিলে। ইয়াৰ পাচত গোপাল আতাই গুৰু চৰিত সম্বন্ধীয় কথাও বহুত কলে। কিন্তু এই পাচত কোৱা কথাখিনি বদলা আতাই কাণপাতি শুনিলেও সেই সম্পৰ্কে কোনো প্ৰশ্নাদি কৰা নাছিল। তাকে দেখি গোপাল আতাই সুধিলে—"বাপুঘৰ, আপুনি আমাৰ কথা কেৱল শুনিছেহে মাথোঁন তাৰ কোনো কথাকে 'হয়' বা 'নহয়' বুলি কোৱা নাই দেখোঁন? ইয়াৰ কাৰণ জনাব নে?" তেতিয়া বদলা আতাই কলে—"বাপ, ইয়াৰ উত্তৰ এটা দৃষ্টান্তৰ যোগেদিহে দিব পৰা যাব। আমি কওঁ, আপুনি শুনা যাওক।

গৰুড় পক্ষীয়ে কৈলাশলৈ যাব পৰা দেখি এটি টিপচী চৰাইয়েও তালৈ যাবলৈ মন কৰিলে। কিন্তু সি মনোবাঞ্ছা পূৰণৰ একো উপায় বিচাৰি নাপাই গৰুড়ৰ লগত বন্ধুতা পতাটোকে সিদ্ধান্ত কৰিলে।

এদিন সি গৰুড়ৰ লগত বন্ধুতা পাতি নিজৰ মনোভাব প্ৰকাশ কৰিলত গৰুড়ে হাঁহি মাৰি কলে—"সখি, আপুনি যদি মোৰ পাখিৰ তলত সোমাই যাব পাৰে তেন্তে মই অনায়াসে লৈ যাব পাৰোঁ।" গৰুড়ৰ কথা শুনি টিপচীয়ে পাখিৰ ভিতৰত সোমালত গৰুড়ে তাক উৰাই নি কৈলাশ পালেগৈ। তাতে ভগৱন্তই গৰুড়ক অমৃত খাবলৈ দিলে। গৰুড়ে তাক খাওঁতে তাৰে ছটোপমান কোৰাবিয়েদি ওলাই পাখিত পৰিলত টিপচীয়ে তাক পাই ততালিকে গিলি থলে। এনেতে গৰুড়ে অমৃত পান কৰি উঠি মৰমতে সখিয়েককো তাৰে অলপ দিবৰ মনেৰে যাচিলত সি কলে—"সখি, মই আগতেই অমৃত খাই তৃপ্তি লাভ কৰিছোঁ; গতিকে তাক পান কৰিবৰ মন নাই।" আমিও সেইদৰে আপোনাৰ পৰা আগতে যিখিনি অমৃতোপম সাৰগৰ্ভ কথা শুনা গল তাতেই আমি অতিশয় পৰিতৃপ্ত হৈছোঁ; তাতকৈ আৰু অধিক কথা শুনিবৰ প্ৰয়োজন নাই বুলি ভবা হৈছে।" এই কথা শুনি গোপাল আতাই মাত লগালে—"বাপুঘৰ, বুজা গৈছে; মুদৈ সকলে নৈৰ পাৰত দকৈ গোজ পুতি নাও বান্ধিলে তাক আনে লবাব নোৱাৰাৰ দৰে আপোনাকো তত্ত্বজ্ঞ পুৰুষ ঠাকুৰ আতাই আগতে পাই হিয়াত ভক্তি-বস্তু ৰোপণ কৰিছে; গতিকে আনৰ কথাই তাক সহজে ভেদ কৰা টান।"

এই দৰে সাতদিন জুৰি গোপাল আতাৰ লগত বদলা আতাৰ ভক্তি-তত্ত্বৰ কথন-মথন চলিল। অৱশেষত বদলা আতাই গোপাল আতাৰ ওচৰত কৃতজ্ঞতা প্ৰকাশ কৰিলে আৰু অনেক কাকুতি-মিনতি জনাই তেওঁৰ পৰা বিদায় লৈ বৰপেটা সত্ৰলৈ উভতিল।

***গুৱাগছা থানত**—ইয়াৰ দিন চেৰেকৰ পাচত বদলা আতাই মথুৰাদাস বুঢ়া আতাৰ অনুমতি ক্ৰমে মহা পণ্ডিত ৰাম চৰণ ঠাকুৰ

---

* গুৱাগছা থান বৰ্ত্তমান বৰপেটা ৰোড ৰেল ষ্টেচন আৰু গুৱাগছা ৰেল ষ্টেচনৰ মাজভাগত আৰু ৰেল আলিৰ দক্ষিণ ফালে মুকলি পথাৰৰ মাজত অৱস্থিত।—লেখক।

দেৱৰ থান গুৱাগছাত উপস্থিত হল। তেওঁ বদলা আতাৰ পৰিচয় লৈ আদৰ-সাদৰ কৰিলে আৰু থকা মেলাৰ ব্যৱস্থা কৰি দিলে। বদলা আতাই ৰামচৰণ ঠাকুৰৰ ব্যৱহাৰত পৰম আপ্যায়িত হল। তেওঁ নামনি অসম ভ্ৰমণৰ কাৰণ জনাই গুৱাগছা থানত কেইদিন মান থাকি ভক্তি-তত্ত্ব মূলক কথা আলচ কৰিলে। বদলা আতাই ৰাম-চৰণ ঠাকুৰ দেৱৰ পৰা শ্ৰীমাধৱ দেৱৰ বিষয়ে আৱশ্যকীয় যাৱতীয় কথা সুধিপুছি লৈ তেওঁৰ পৰা বিদায় মাগি বৰপেটা সত্ৰলৈ উলটি আহিল।

**চমৰীয়া থানত**—ইয়াৰ পাচত আতাই বৰবিষ্ণু আতাৰ থান চমৰীয়ালৈ* গল। তেওঁ সেইখিনি পোৱা মাত্ৰকে বৰবিষ্ণু আতাই আগবাঢ়ি গৈ তেওঁক যথাৰীতি আদৰ-সম্ভাষণ জনাই থানলৈ নিলে। খন্তেকৰ ভিতৰতে দুয়োজন আতাই প্ৰেমাকুল হল। বৰবিষ্ণু আতাই বদলা আতাক ভোজন কৰাই আগমনৰ কাৰণ সুধিলত তেওঁ আগতে আন তিনি গৰাকী আতাক কৈ অহাৰ দৰে তেওঁৰ আগতো গুৰুৰ আদেশৰ কথা প্ৰকাশ কৰিলে। তাৰ লগতে 'ছৈৰ তলৰ সুখ'ৰ কথাখিনি বিশদ ৰূপে ব্যাখ্যা কৰি শুনাবলৈ অনুৰোধ জনালে। তেতিয়া বৰবিষ্ণু আতাই তাক অতি প্ৰাঞ্জল ভাষাৰে বুজাই কলে। বুজোৱাৰ অন্তত বৰবিষ্ণু আতাই পুনৰ তেওঁক সুধিলে—"আপোনাৰ কিবা সংশয় আছে নে?" বদলা আতাই কলে—"বাপ, আমি সাতদিন মাথোঁন গুৰুজনাক লগ পাইছিলোঁ। গতিকে কোনো ধৰ্ম্মৰ গৰাকী হবৰ যোগ্যতা অৰ্জ্জন কৰিব পৰা নহল; মনত অনেক সংশয় ৰৈ গল।" তেতিয়া বৰবিষ্ণু আতাই এটি দৃষ্টান্তৰ যোগেদি কলে—"বাপুষৰ, এজন মানুহে অধিক মাছ পাবৰ আশাৰে কঠোৰ পৰিশ্ৰম কৰি পৰ্ব্বতৰ পৰা এটি জুৰি খান্দি নামনিলৈ বোৱাই আনিছিল।

---

* চমৰীয়া থান থনি ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰে। কামৰূপ জিলাৰ দক্ষিণ সদৰ আলিৰ কাষত থকা বকো নামৰ ঠাইৰ পৰা ই ৯ মাইল উত্তৰ পশ্চিম ফালে অৱস্থিত—লেখক

তেওঁ অনেক দিন জুৰিৰ পাৰত থাপ দি আছিল ; কিন্তু এটিও মাছ নাপাই বিফল মনোৰথ হৈ ঘৰলৈ গুচি গল। এনেতে এজাক ডাঙৰ বৰষুণ অহাত সেই জুৰিত অনেক মাছ গোট খালে আৰু বাটকুৱাই তাক পাই অনায়াসে আৰু আনন্দ মনেৰে ধৰি লৈ গল। বাকী থকা মাছবোৰে সেই জুৰিটোৰে ভটীয়াই গৈ আন এখন ডাঙৰ নৈত পৰি পৰম সন্তোষ পালে। সেইদৰে আপুনিও বাটকুৱাৰ দৰে পাচত ধৰ্ম্ম ধৰি অধিক ভক্তিৰ গৰাকী হৈছে। আৰু নৈত পৰা মাছৰ দৰে সংসাৰ-বন্ধনৰ পৰা মুক্ত হৈ পৰমানন্দ লাভ কৰিছে।” ইয়াকে কৈ তেওঁ আকৌ কবলৈ ধৰিলে “আৰু এটা দৃষ্টান্ত শুনক—এজন সদাগৰৰ সাতজনী বোৱাৰীয়েক আছিল। তেওঁলোকৰ সৰুজনী পাতল স্বভাৱৰ বুলি সকলোৱে নিন্দা কৰিছিল। এদিনাখন সদাগৰে এই কথাৰ প্ৰমাণ চাবৰ মনেৰে দুপৰীয়া বোৱাৰীয়েকহঁতে খাবলৈ বহোঁতে তেওঁ এটি বুধি সাজি শেন চৰাই এটাই ডাঙৰ শিল এটা দাঙি নিয়া বুলি গছৰ পাত সৰা চিঞৰ লগালে। চিঞৰ শুনা মাত্ৰেই সৰুজনীত বাদে বাকী কেইজনীয়ে ভাতৰ পাতৰ পৰা উঠি বেগতে বাহিৰ ওলাল। কিন্তু বাহিৰত শেন নেদেখি সেমেনা-সেমেনি কৰি আকৌ ঘৰ সোমাল। সদাগৰে তেতিয়া সৰুজনী বোৱাৰীয়েকহে দৰাচলতে ধীৰ, স্থিৰ আৰু বিবেচক বুলি ঠাৱৰ কৰিলে। সেইদৰে বাপুঘৰ আপুনি গুৰুজনাৰ শেহতীয়া শিষ্য হলেও ধীৰ, গম্ভীৰ আৰু সুবিবেচক দেখি সকলো সৰ্ব্বহ আপোনাতহে অৰ্পণ কৰি গৈছে। গতিকে আপুনিহে ধৰ্ম্ম বস্তুৰ মূল অধিকাৰী হৈছে।” বৰবিষ্ণু আতাই অলপ জিৰণি লৈ পুনৰ এই বুলি কবলৈ ধৰিলে—“ইয়াৰ পাচত আৰু এটি দৃষ্টান্ত দিওঁ শুনা যাওক—এসময়ত এজন সুগায়কে ৰজাক গীত গাই শুনোৱাত তেওঁ তাত বিমুগ্ধ হৈ গায়ক জনক এটি পৰশ মণি দান কৰিলে। গায়কজনে পোনতে মণিটো গ্ৰহণ কৰি জোলোঙাত ভৰাই ললে যদিও কিছুদূৰ গৈ সেইটো এটি সামান্য শিল বুলি ভাবি তাক দলিয়াই নদীত পেলাই দিলে। খন্তেক পাচতে তেওঁ জোলোঙাখন মেলোঁতে দেখিবলৈ পালে যে শিলটোৰ পৰশ পোৱা টেমি-কটাৰী

আদি সকলোবোৰ বস্তুৰেই সোণত পৰিণত হৈছে। শিলটোৰ এনে অদ্ভুত শক্তি দেখি তেওঁ অনুতাপ কৰি পুনৰায় তেনে এটি শিলৰ কাৰণে ৰজাৰ ওচৰত আবেদন জনালে। কিন্তু সেইবেলি ৰজাই গায়ক জনক একোকে নিদি কেৱল এটি আঙুলিৰে কপালখন দেখুৱাই বিদায় দিলে। তেতিয়া তেওঁ নিজকে নিজে ভাগ্যহীন বুলি ধিক্কাৰ দি অতি বেজাৰ মনেৰে ঘৰলৈ উভতিল। সেইদৰে গুৰুজনে আপোনাৰ যোগ্যতা দেখিহে পৰম আদৰ কৰি বৈকুণ্ঠৰ অমূল্য চাৰি-বস্তু দান কৰি ধৰ্ম্ম প্ৰচাৰৰ কাৰণে বাক্য বুলিছে। আপুনি ইয়াক অৱহেলা নকৰিব; কিয়নো তেনে কৰিলে আপোনাৰ অৱস্থাও গায়ক জনৰ দৰেই হব। আমি যোগ্যতাহীন দুৰ্ভগীয়া হোৱা বাবে গুৰুজনাৰ প্ৰিয় পাত্ৰ হব পৰা নহল। আপুনি সৌভাগ্যৰ গুণত আচাৰ্য্যৰ ভাৰ পাইছে যেতিয়া আপোনাৰ জীৱন সাৰ্থক।" ইয়াকে শুনি বদলা আতাই বৰবিষ্ণু আতাৰ উপকাৰৰ শলাগলৈ বিদায় মাগিলে। তেওঁ তাৰ পৰা আকৌ বৰপেটা থান মুখে ৰাওণা হল।

**গুৰুজনাৰ কীৰ্ত্তনত যোগদান**—বদলা আতা বৰপেটা সত্ৰত থাকোঁতেই গুৰুজনাৰ সাম্বৎসৰিক তিথি আহি পালে। ইয়াত কীৰ্ত্তন মহোৎসৱৰ বিৰাট আয়োজন আৰম্ভ হল। তাত যোগদান দিবলৈ চাৰিওফালৰ পৰা আতা-আতৈ সাধু-মহন্ত সকল আহি গোট খালে। অকল ঠাকুৰ আতাইহে শাৰীৰিক অসুস্থতা হেতু আহিব নোৱাৰিলে। সেইদেখি কীৰ্ত্তন মহোৎসৱৰ অন্তত বুঢ়া আতা, বৰবিষ্ণু আতা আৰু বদলা আতাই তেওঁৰ খবৰ বাতৰি লবলৈ জনিয়া সত্ৰলৈ গল। বদলা আতাই বৰপেটা সত্ৰৰ কীৰ্ত্তন মহোৎসৱৰ নীতি নিয়মবোৰ দেখি বৰ সন্তোষ পালে আৰু নিজেও ভৱিষ্যতে সেই নিয়মমতে চলিবলৈ সুচল হব বুলি ভাবিলে।

বদলা আতাই পৰম বান্ধৱ ঠাকুৰ আতাৰ বা-বাতৰি লবলৈ আৰু আলচ কৰিবলৈ মাজে-সময়ে জনিয়ালৈ গৈয়েই আছিল। তেওঁ এদিনাখন এইদৰে গৈ ঠাকুৰ আতাৰ লগত কথা পাতি থাকোঁতে ভাটোকুছিৰ কেশৱ চৰণ আতায়ো গৈ তাত উপস্থিত হল। তেওঁক

দেখি ঠাকুৰ আতাই বদলা আতাক কলে—“শুনা বাপুঘৰ, তুমি কেশৱ চৰণক নেৰিবা ; তেওঁক লগতে লৈ যোৱা। তেওঁক পাৰ্য্যমানে যত্ন আৰু শুশ্ৰূষাৰ ক্ৰুটি নকৰাকৈ সুখ-শান্তিত ৰাখিবলৈ চাবা।” বদলা আতাই এই বাক্য ৰাখিবলৈ যথাসাধ্য চেষ্টা কৰি চোৱা যাব বুলি কৈ তেওঁৰ পৰা মেলানি মাগি বৰপেটা সত্ৰলৈ আহিল।

**বৰপেটা সত্ৰৰ পৰা বিদায় গ্ৰহণ**—ভেলাৰ থানত গুৰুজনে বোলা বাক্য সম্পূৰ্ণৰূপে পালন কৰা হল বুলি ভাবি বদলা আতাই ইয়াৰ পৰা বিদায় লবলৈ মন কৰিলে। তেওঁ ইয়াত থকা কাল খিনিত সত্ৰৰ কি উদাসীন ভকত, কি গৃহীলোক সকলোৱে কাৰ্য্য-কলাপ লক্ষ্য কৰি আছিল। তেওঁ বিদায় বেলিকা ভকত আৰু সেৱক সকলৰ আগত তলত উল্লেখ কৰা চমু কাহিনী এটি ব্যক্ত কৰিলে।

“বাপু সকল, এসময়ত এজোপা বৰ ডাঙৰ আৰু ওখ গছত অনেক চৰাইয়ে বাহ লৈছিল। এদিন এজন ব্যাধে ঘূৰি ফুৰোঁতে সিহঁতক দেখি বধ কৰিবলৈ আলচিলে। কিন্তু তাত উঠিবলৈ সুবিধা নথকা বাবে তাৰ গুৰিত এজোপা লতা ৰোপণ কৰিলে। এই কথাৰ গম পাই তাৰে বুঢ়া চৰাই এটাই লগৰীয়া চৰাইবোৰক কলে—“জ্ঞাতি বন্ধু সকল, আমি এই গছ জোপা এৰিবৰ হল ; কিয়নো এজন ব্যাধে আমাক বধ কৰিবৰ মনেৰে গছৰ গুৰিত এডাল লতা ৰুইছে।” এই কথা শুনি সকলোবোৰ চৰাইয়ে ঠাট্টা-বিদ্ৰূপ কৰি বুঢ়া চৰাইৰ কথা উৰুৱাই দিলে। কিছুদিনৰ পাচত লতা বগাই গৈ গছজোপাৰ আগ পালত এদিন ব্যাধে ছেগ বুজি তাৰ সহায়ত গছত উঠিল আৰু তাত জালপাতি থলে গৈ। গধুলি পৰত চৰাইবোৰ উৰি গৈ গছত পৰা মাত্ৰকে জালত আবদ্ধ হল। তেতিয়া সিহঁতে বুঢ়া চৰাইটোক উপায় সুধিলে। সি কলে—“ব্যাধে তহঁতক জালৰ পৰা একৰাব ধৰিলে মৰা ভাও জুৰিবি। তহঁতক যেতিয়া একত্ৰিত কৰি থব তেতিয়া সকলোৱে একে সময়তে দিহাদিহি উৰি গুচি যাবি।” যথা সময়ত বুঢ়া চৰাইৰ পৰামৰ্শ মতে কাম কৰি সিহঁত ৰক্ষা পৰিল।

বাপুসকল, বৰপেটা থানৰ ভকত সকলৰ আচাৰ ব্যৱহাৰ, নীতি-

নিয়ম, চলন-ফুৰণৰ প্ৰতি অন্যান্য থান-সত্ৰৰ ভকত সকলে সদায় চকু ৰাখে। সেইদেখি এই থানৰ ভকত সকল সৰ্ব্ব প্ৰকাৰে আদৰ্শ স্থানীয় হোৱা বাঞ্ছনীয়। তেৰাসৱে আপোন ইচ্ছামতে নচলি থানৰ মালিকব দিহা পৰামৰ্শ, হাক-বচন মানি চলা যুগুত। আমি আজি আখ্যানৰ যোগেদি তাকেই কব খোজা হৈছে। গুৰুজনে বুঢ়া আতা পুৰুষৰ যোগ্যতা দেখিহে তেৰাক এই থানৰ অধিকাৰ পাতি থৈ গৈছে। গতিকে বাপুসকলে ভৱিষ্যতলৈ এনে মহৎ, বয়োবৃদ্ধ আৰু সুবিজ্ঞ আতা পুৰুষৰ বচন শ্ৰদ্ধাৰে পালন কৰিব বুলি আশা কৰা হ'ল। তাকে কৰিব পাৰিলে তেৰাসৱে নিৰাপদে কাল যাপন কৰিব পাৰিব আৰু গুৰুজনাৰ স্থাপিত সত্ৰখনি উজ্জ্বল হৈ উঠাৰ লগতে তাৰ সন্মান আৰু গৌৰৱো ক্ৰমাত বৃদ্ধি পাব।" ইয়াকে কৈ বদলা আতাই যথাৰীতি থান আৰু ভকতলৈ অৰিহণা আগবঢ়াই সেৱা জনালে। তাৰ পাচত বাইজৰ হিয়াভৰা আশীৰ্ব্বাদ, আন্তৰিক শ্ৰদ্ধা-ভক্তি আৰু সত্ৰৰ মালা-নিৰ্ম্মালি সাদৰেৰে শিৰত লৈ বিদায় মাগি উজনিলৈ নাৱেৰে যাত্ৰা কৰিলে।

**দ্বিতীয়বাৰ প্ৰত্যাগমন**—বদলা আতাই কিছুদিনৰ মূৰত গৈ পূৰ্ব্বৰ বসতি স্থান কলানি ভেটিত উপস্থিত হল। ভকত সকলে এই বাতৰি পোৱা মাত্ৰকে দৰ্শন লাভৰ অৰ্থে সেই ঠাইত জুম বান্ধিলে। আতাই সকলোকে মধুৰ বচনেৰে মাতবোল দি তেওঁলোকৰ কুশল বাতৰি সুধিলে আৰু লগতে নামনি অসমৰ ফালে আহি ক'ত কি দেখিলে, কাৰ লগত কি কি আলচ কৰিলে সকলোবোৰ কথা এমুৰৰ পৰা বৰ্ণাই কলে। এইবেলি তেওঁ জন সাধাৰণৰ মন বেচিকৈ আকৰ্ষণ কৰিলে। সেই দেখি দলে দলে লোক আহি ধৰ্ম্ম লভিবলৈ ধৰিলে। বিশেষকৈ বাঢ়ৈ আতৈ, জয়হৰি, মুকুন্দ, মুৰাৰি, সাৰঙ্গপাণি, পুৰুষোত্তম বৰুৱা, ৰতন চোমদাৰ আদি মুখ্য লোক সকলে এই ধৰ্ম্ম গ্ৰহণ কৰা দেখি জন সাধাৰণৰ মন বৰকৈ আকৰ্ষিত হ'ল।

**দুৰ্জ্জনৰ কবলত**—এনেতে হৰিষত বিষাদে দেখা দিলে। শ্ৰীমন্ত শঙ্কৰদেৱে ধুৱাহাট বেলগুৰি থানত থাকোঁতে বিৰোধী দল

এটাই হিংসা পৰবশ হৈ তেওঁৰ বিৰুদ্ধে আহোম ৰজাৰ আগত গোচৰ দিয়াৰ দৰে বদলা আতাৰ বিৰুদ্ধেও কেইজনমান স্বাৰ্থান্ধ লোকে অপপ্ৰচাৰ কৰিবলৈ ধৰিলে। চাওঁতে চাওঁতে তেওঁলোকে সেই সময়ৰ আহোম ৰজাক এই বুলি লগালে বোলে পদ্ম আতা নামৰ এজন লোকে ধৰ্ম্মাচাৰ্য্যৰ পদৱী লৈ আহি ধৰ্ম্মৰ নামত দেশখন ধ্বংস কৰিবলৈ ওলাইছে। তেওঁৰ শৰীৰত মানুহ বশীভূত কৰিব পৰা কিবা অদ্ভুত সম্মোহিনী শক্তি থাকিব পায়; নহলে তেওঁৰ নামত ইমান মানুহ বলিয়া হব নোৱাৰে। আমাৰ দেশৰ অনেক লোকে গৈ তেওঁ প্ৰচাৰ কৰা ধৰ্ম্ম ধৰিব লাগিছে। আৰু দেখা গৈছে যে এই ধৰ্ম্ম লোৱাৰ ফলত মানুহবোৰ ক্ৰমে ভীৰু আৰু অকামিলা হৈ যাব ধৰিছে। তেওঁলোকে ঘৰুৱা কাম-বন এৰি কেৱল দিনে-ৰাতি ঈশ্বৰৰ নাম লৈ একান্তমনে মালা জপি থাকে। এই প্ৰচাৰক জনৰ দিনকে দিনে বাঢ়ি অহা শিষ্য-সংখ্যালৈ চাই কেইবছৰমানৰ ভিতৰতে সৌমাৰ অঞ্চল এখন ধোদৰ ৰাজ্যত যে পৰিণত হব, সি ধ্ৰুৱ নিশ্চয়। ইয়াৰ লগতে আৰু এটি গভীৰ ভাৱে চিন্তা কৰিব লগীয়া কথা এয়ে, যে যদিহে ভৱিষ্যতে কোনো শত্ৰুৱে মহাৰাজৰ দেশ আক্ৰমণ কৰে, তেন্তে সিহঁতক প্ৰতিহত কৰিবলৈ এই ভীৰু আৰু জড় পদাৰ্থ স্বৰূপ ভকত শ্ৰেণীৰ লোকৰ পৰা এজনো সৈনিক পোৱা নাযাব। আৰু সেয়ে হলে আমাৰ সৈন্য সংখ্যা নিশ্চয় আৱশ্যকতকৈ কমিব। গতিকে মহাৰাজে ইয়াৰ প্ৰতিকাৰৰ সুব্যৱস্থা সোনকালে হাতত লোৱা যুগুত।"

ৰজাই তেওঁলোকৰ কথাত পতিয়ন গৈ দূতৰ হতুৱাই পদ্ম আতা আৰু অভিযোগকাৰী সকলক ৰাজ সভাত উপস্থিত কৰালে। যথা সময়ত বিচাৰ আৰম্ভ হ'ল। ৰজাই এই সম্পৰ্কে আতাৰ কবলগীয়া কিবা থাকিলে কবলৈ অনুমতি দিলত আতাই কলে—"মহাৰাজ, আমি আপোনাৰ ৰাজ্যত শুদ্ধ, সত্ত্ব 'একশৰণ হৰি নাম ধৰ্ম্ম' প্ৰচাৰ কৰা হৈছে। তাৰ দ্বাৰা নিৰক্ষৰ, ধৰ্ম্মহীন আৰু কুআচাৰ, অসজ আচৰণ পৰায়ণ লোক সকলক সজ পথলৈ আনিবলৈ চেষ্টা কৰা হৈছে। তাৰ ফলত তেওঁলোকৰ মুখত ভগৱানৰ নাম ওলাইছে আৰু তেওঁলোকে

সদাচাৰ শিকি ধৰ্ম্মৰ অনুশীলন কৰিছে। তেওঁলোকে সজ চিন্তা কৰি মিলা-প্ৰীতিৰে থাকি শান্তিত কাল যাপন কৰিবলৈকো শিকিছে। এনেস্থলত আমি কেনেকৈ দেশৰ ঘূৰ্ঘোৰ অকল্যাণ সাধন কৰা হল নাজানোঁ। অভিযোগকাৰী সকলে ভকত সকলক পৰীক্ষা নকৰাকৈয়ে অনাহকতে তেওঁলোকৰ ওপৰত অন্যায় ভাবে মিছা অপযশ আৰোপ কৰিছে। প্ৰকৃততে ভকত সকল একশৰণীয়া নিৰ্ভীক লোক। তেওঁলোকৰ সাহস অপূৰ্ব্ব আৰু অতুলনীয়। তেওঁলোকে মানুহকহে নালাগে একমাত্ৰ, পৰমেশ্বৰত বাদে কাকো ভয় নকৰে। মহাৰাজে সময়ত ইয়াৰ সত্যতাৰ প্ৰমাণ নিশ্চয় পাব।” আতাৰ এনেকুৱা দৃঢ়তাপূৰ্ণ আৰু নিৰ্ভীক উক্তি ৰজাই সুস্থিৰ ভাৱে বিবেচনা কৰি চাই তেওঁৰ প্ৰতি থকা আগৰ ভুল ধাৰণা পৰিহাৰ কৰিলে আৰু তেওঁক খালাচ দিলে।

ইয়াৰ পাচতো আৰু এবেলি কেইজনমান লোকে আতাৰ বিৰুদ্ধে ৰজাত গোচৰ দিছিল। সেইবাৰো দিয়া অভিযোগবোৰ বিচাৰত ষড়যন্ত্ৰ-মূলক, ভিত্তিহীন আৰু অসত্য বুলি প্ৰমাণিত হোৱাত ৰজাই অভি-যোগকাৰী কেইজনক তিৰস্কাৰ কৰি খেদি পঠাই দিয়ে। কিন্তু আতাক সাধু পুৰুষ বুলি প্ৰশংসা কৰি সাদৰেৰে বিদায় দি সত্ৰলৈ পঠিয়ায়।

**কলানি ভেটি ত্যাগ**—বদলা আতাই কলানি ভেটি অনিচ্ছা সত্বে এৰিব লগা হল। কাৰণ এদিন বলোভদ্ৰ নামৰ মহন্ত এজনে ৰজাৰ চাওঁলৈ গৈ তেওঁৰ বাণীক শৰণ দিলে। ৰজাই এই কামত অত্যন্ত কুপিত হৈ মহন্তক ধৰি নিবলৈ মানুহ পঠালে। এই বাতৰি শুনা মাত্ৰকে বলোভদ্ৰ মহন্তই ভয়ত তৎচুত্তি হেৰুৱাই পলাল। তেওঁক দেখি নিৰপৰাধী মহন্ত-ভকত সকলেও ৰাজদণ্ডলৈ ভয় কৰি দিহা দিহি পলাবলৈ ধৰিলে। ‘ৰজাই মাৰে সমূদ্ৰে বুৰায়’ বুলি আশঙ্কা কৰি ভকত সকল পলাই আত্মগোপন কৰি থাকিল। পাৰ্য্যমানে পাচ পৰি থাকিও অৱশেষত ৰজাঘৰীয়া গোপন অনুসন্ধানলৈ লক্ষ্য ৰাখি আৰু অনাহকতে নিকাৰ ভুগিব লগা হয় বুলি ভাবি বদলা আতাইও স্থানান্তৰিত হবলৈ সঙ্কল্প ললে। তেওঁ এদিন

ভাটোকুছিৰ কেশৱচৰণ আতাকে প্ৰমুখ্য কৰি ভকত সমন্বিতে পলাল। তেওঁলোকে কৌশিক নামৰ লোক এজনৰ আওহতীয়া ঠাইত থকা এডৰা আহুতলী মাটিত লুকাই থাকিল গৈ।

আতাৰ এই অবাঞ্ছিত নিকাৰ ভোগৰ কথা শুনি তেওঁৰ একনিষ্ঠ সেৱক জয়কৃষ্ণই কেশৱ চৰণ আতা আৰু বদলা আতাক কৌশিকৰ আহুতলীৰ পৰা পলুৱাই নি নিজৰ ঘৰত অতি গোপন ভাবে ৰাখিলে। তাতো তেওঁলোকে শান্তি নাপালে; সৰ্ব্বদায় ৰজাঘৰীয়া বিষয়াই কিবা অনিষ্ট কৰে বুলি আতঙ্কৰ ভাৱ লৈ থাকিব লগা হল। তালৰ শব্দ কাণত পৰিলে পম খেদি ৰাজদূত সেই ঠাইত উপস্থিত হয়হি বুলি তালৰ ওপৰত কাপোৰ মেৰিয়াই লৈ অতি সতৰ্কতাৰে আৰু তেনেই ক্ষীণ শৱদেৰে তাল বজাই নাম প্ৰসঙ্গ কৰিবলৈ ধৰিলে। আৰু গীত-ঘোষা-পদ আদিও প্ৰাণখুলি মুক্ত কণ্ঠে গাব নোৱাৰিছিল, কোনোমতে গুণগুণকৈ মুখৰ ভিতৰতে গাই থৈছিল। এইদৰে তাত কিছুদিন থকাৰ পাচত এদিনাখন কেশৱ চৰণ আতাই অনেক লোকৰ গলাৱৰ শুনিবলৈ পালে। তেওঁ তাৰ শব্দ শুনা মাত্ৰকে অতিশয় আতঙ্কিত হৈ বদলা আতাক কলে—"বাপুঘৰ, আমি মহা বিপাণ্ডত পৰিলোঁ; জালপাতি পহুধৰা দি ৰজাঘৰীয়া লোকে আমাক আকস্মিক ভাবে বেঢ়ি ধৰিলে। এতিয়া আমাৰ ৰক্ষাৰ উপায় কি?" তেতিয়া বদলা আতাই তেওঁক কোনো দুশ্চিন্তা বা দুৰ্ব্বলতা মনলৈ নানিবলৈ কৈ বীৰৰ দৰে বুকু ডাঠ কৰি নিৰ্ভয় মনেৰে থাকিবলৈ কলে। আৰু ভয়ৰ পৰা ই আতঙ্কত পৰিণত হব পাৰে বুলিও বুজনি দিলে। কিন্তু কেশৱ চৰণ আতাই তেনেকৈ থাকিবলৈ বৰ টান পালে। তেওঁ বদলা আতাৰ লগ এৰি অকলে বাঁহনিৰ মাজত সোমাই এজোপা বাঁহৰ মাজত লুকাই থাকিল গৈ। এইদৰে এদিন এৰাতি অনাহাৰে অনিদ্ৰাই কটালে। বদলা আতাই লোকৰ হতুৱাই বিচৰাই তেওঁৰ কোনো সম্ভেদ নাপাই মনৰ দুখত তেৰোঁ সেই দিনা উপবাসে থাকিল। ইয়াকে দেখি জয়কৃষ্ণই পৰম চিন্তান্বিত হৈ ওচৰতে থকা বাঁহনিত সোমাই নিজে পাত পাতকৈ বিচাৰি চালে

আৰু পলোৱাৰ তৃতীয় দিনাখন কেশৱ চৰণ আতাক তাৰ পৰা উলিয়াই আনিলে। তেওঁ আতাক অভয় দি স্নান কৰাই ভোজনৰ ব্যৱস্থা কৰিলে। কিন্তু তেওঁৰ অন্তৰত বৰকৈ ভয়ে ঠাই লোৱাত বদলা আতাৰ পৰা বিদায় লৈ যাদৱিৰ ঘৰত থাকিবলৈ ললে।

**বিভিন্ন ঠাইত বসতি**—কেশৱ চৰণ আতাক বিদায় দি বদলা আতাই জয়কৃষ্ণৰ ঘৰত দুবছৰ থাকিল। এই সময় ছোৱাৰ ভিতৰত তেওঁ অনেক লোকক শৰণ দি ঈশ্বৰমুখী কৰিলে। ইয়াৰ পৰা তেওঁ 'চেচুকা' ভেটিলৈ যায়। তাতো কিছুদিন থাকি অসুচল বোধ হোৱাত তাৰ পৰা 'কেচেৰুগুৰি' নামৰ ঠাইলৈ উঠি যায়। তাতো সৰহ দিন নাথাকি তাৰ পৰা উঠি গৈ 'পচতীয়া' ভেটি নামৰ ঠাইত থাকিবলৈ বহাঘৰ নিৰ্ম্মাণ কৰি ললে। এই ঠাইত থাকোঁতে নেপালী গুৰু, বৰ সন্দিকৈ, চকলাৰ বুঢ়া আতৈ প্ৰভৃতি বহুত ধৰ্ম্মপ্ৰাণ লোকে বদলা আতাৰ পৰা ধৰ্ম্ম ধৰিবলৈ সুযোগ পায়। কিন্তু ইয়াতো আতাৰ মন নবহাত তেওঁ 'ডেবেৰা পাৰ' নামৰ ঠাই এডোখৰলৈ উঠি যায়। তাতো ঘৰ দুৱাৰ সাজি কিছুদিন থকাৰ পাচত অসুবিধাই দেখা দিয়াত সেই ঠাই এৰি অশোকগুৰি নামে ঠাইত বসতি কৰে। তাত অলপ দিন থাকি তুনাই আগৰ ভেটি ডেবেৰা পাৰলৈ উভতি আহে। ইয়াত তেওঁ পাঁচটি বছৰ কটাই অনেক লোকক শিষ্য কৰে আৰু তাৰ লগতে নাম ধৰ্ম্মৰ প্ৰতি জন সাধাৰণক আকৃষ্ট কৰি তোলে। পাচলৈ আতাৰ ইয়াতো মন নবহা বাবে আগতে বাস কৰা পচতীয়া ভেটিলৈ পুনৰ খোজ লয়। কিন্তু কিবা কাৰণত অসুচল বোধ কৰি সেই বেলি ৰঘুগুৰি নামৰ ঠাইলৈ গৈ তাত বিতোপনকৈ বাস-গৃহ সজাই লয়। এই নতুন ঠাইত নতুন উদ্যমেৰে উঠি পৰি লগাৰ ফলত নাম-প্ৰসঙ্গত যোগদান কৰা ভকতৰ সংখ্যা ক্ৰমাৎ বৃদ্ধি পাবলৈ ধৰিলে। লগে লগে আতাৰ খ্যাতি দিহাদিহি বিয়পি পৰিল। কলানি ভেটিত ধৰ্ম্ম ধৰোঁতা ধৰ্ম্মপৰায়ণ ৰাজ বিষয়া পুৰুষোত্তম বৰুৱাই এদিন আতাক তেওঁৰ ঘৰত হৰি কীৰ্ত্তন কৰিবলৈ প্ৰাৰ্থনা জনালে। বৰুৱাৰ মনোভাৱ বুজি বদলা আতাই ভকত সেৱক সমন্বিতে তেওঁৰ ঘৰলৈ গৈ

মনোবাঞ্ছা পূৰণ কৰিলে। সেই হৰি-কীৰ্ত্তনৰ থলীত আহোম ৰাজ-কোঁৱৰ সকল আৰু অনেক ডাঙৰ ৰাজবিষয়াও উপস্থিত আছিল। ভকত সকলে সত্ৰীয়া পদ্ধতিৰে অভিনৱ ধৰণেৰে পৰিবেশন কৰা নিত্য-প্ৰসঙ্গৰ ঘোষা-পদ আদিৰ মনোমুগ্ধকৰ ধ্বনিয়ে তেওঁলোকক বিমুগ্ধ কৰিলে। এই দৰে ৰঘুগুৰিৰ কাম সমাপ্ত কৰি বদলা আতাই পুনৰ পূৰ্ব্বৰ ধৰ্ম্মাশ্ৰম হৰি পুখুৰীৰ পাৰলৈ গমন কৰিলে। এই ঠাইত পুনৰাই নাম-ধৰ্ম্মৰ খলকনি তুলিলে। এই ঠাইৰো কাম সমাধা হোৱা যেন দেখি আতাই হামৰা নামে ঠাইলৈ যাত্ৰা কৰিলে। এই ঠাইত একেৰাহে পাঁচ বছৰ কাল প্ৰচাৰ কাৰ্য্য আৰু ধৰ্ম্ম বিতৰণ কৰি তাৰ পৰা আকৌ আগতে বাস কৰা পচতীয়া ভেটিলৈ গল। কিন্তু তাত সৰহ দিন নাথাকি 'চকলা থান' লৈ যাত্ৰা কৰিলে। এই নতুন ঠায়ে সুসুজাত আতাৰ ঘনাই নৰিয়া হবলৈ ধৰিলে। সেই দেখি আতাই ঠাইখণ্ড অস্বাস্থ্যকৰ বুলি ভাবি তাৰ পৰা গৈ আগৰ পচতীয়া ভেটিত থাকিবলৈ ললে। কেবাবাৰো বসতি কৰাৰ ফলত এই ঠাইৰ শিষ্য সংখ্যা সবাতকৈ অধিক হল। পচতীয়া ভেটিত আশাতীত ৰকমে সফলতা লাভ কৰা দেখি বদলা আতাৰ উৎসাহ বাঢ়ি গল। আতাই প্ৰচাৰ কাৰ্য্যৰ ঘাই কেন্দ্ৰ স্থাপনৰ উপযোগী ঠাই এডোখৰৰ অনুসন্ধানত লাগি গল। তেওঁ এই বেলি নিজৰ গাঁঠিৰ ধনেৰে একখণ্ড মনোমত ঠাই কিনি তাত সত্ৰ পাতিবলৈ মনস্থ কৰিলে। তেওঁ বিচৰা মতে জমদগ্নি নামে লোক এজনক সোণ এতোলা নি এডৰা আহল-বহল মাটি কিনিলে আৰু তাত বহাঘৰ, কীৰ্ত্তন ঘৰ আদি ধুনীয়াকৈ সাজি সত্ৰ স্থাপন কৰিলে। এয়ে সুবিখ্যাত বত্‌লা সত্ৰ। এই সত্ৰৰ নাম শুনি বহুদিনৰ আগতে ৰাজ-দণ্ডৰ ভয়ত ফালৰি কাটি গৈ অকলশৰে থকা কেশৱ চৰণ আতাই তালৈ উভতি আহিল। তেতিয়া তেওঁ তেনেই আলৰ বুঢ়া। তেওঁ বত্‌লা সত্ৰত কিছুমান দিন থকাৰ পাচতেই নৰিয়াত পৰিল। বদলা আতাই পাৰ্য্যমানে চিকিৎসা কৰাই আৰু আলপৈচান ধৰি চালে, কিন্তু বিশেষ সুফল নদৰ্শিল; দিনকে দিনে বেয়াৰ ভাললৈহে ঢাল ললে।

সেই দেখি তেওঁ এদিন প্ৰাণখুলি ধৰ্ম্মালাপ কৰি বদলা আতাক কলে —"শুনা হৰিৰ পো, শৰীৰ পৰিবলৈ বেচি সময় নাই। মোৰ বাৰজন বিশিষ্ট প্ৰিয় শিষ্য আছে; তেওঁলোকক তোমাক গতালোঁ; তুমি মৰমেৰে প্ৰতিপাল কৰি ৰাখিবা। মোৰ হাতত থকা নামঘোষা আৰু ভক্তি ৰত্নাৱলী শাস্ত্ৰ দুখনিও তোমাক দিলোঁ। ইয়াৰ উপৰি সঞ্চিত ধন হিচাপে সাত টকি সুবৰ্ণ আছিল; তাকো তুমি ৰাখা।" ইয়াকে কৈ তেওঁ একান্ত মনে হৰি নাম সুমৰণ কৰিয়েই সজ্ঞানে নৰ-দেহ ত্যাগ কৰি শান্তিময় পুৰী বৈকুণ্ঠ ধামলৈ গতি কৰিলে। বদলা আতাই সত্ৰৰ ভকত সমন্বিতে লগলাগি ভাটোকুছিৰ আতাৰ বহন-দহন-কীৰ্ত্তন আদি সকলো কাৰ্য্য সুকলমে সমাধা কৰিলে।

বদলা আতাই বৰু'লা থানত একেৰাহে সাত বছৰ ছমাহ কাল আছিল। এনেতে কিবা কাৰণত উত্তৰ পাৰৰ পৰা মানুহ ভাগিবলৈ ধৰা দেখি আতাইও সেই থান এৰিব লগা হল। তেওঁ ভকত সকলক লগত লৈ নাৱেৰে তাৰ পৰা গৈ 'ৰামগুৰুৰ ঘৰত' থাকিবলৈ ললে। তাত নামঘৰ আদি সাজি সেই অঞ্চলৰ অনেক লোকক শৰণীয়া কৰি মাথোন দুবছৰ কাল আছিল। কিন্তু তাতো কিবা অসুচল পাই তাৰ পৰা পৰশুৰাম মুদৈৰ বাৰীলৈ যাব লগীয়াত পৰিল। তাত মুঠে ছমাহ কাল থাকোঁতেই ঘটনাক্ৰমে সেই ঠাইৰো মোহ-মমতা পৰিহাৰ কৰি 'ডঢ়ীয়া মুকুন্দৰ ঠাইলৈ' যাত্ৰা কৰিলে। তাতো কোনোমতে ছমাহ কাল কটাওঁতেই নানা আলৈ-আহুকালে দেখা দিয়াত তেওঁ মুৰাৰি আতৈৰ ঠাইলৈ নগৈ নোৱাৰিলে। তাত কোনোমতে দুবছৰ কাল থাকিবলৈ পালে। এই তাকৰীয়া সময় ছোৱাৰ ভিতৰতে আতাই ধৰ্ম্ম প্ৰচাৰ কাৰ্য্যত সন্তোষজনক ভাবে আগ বাঢ়িল। কিন্তু পৰমেশ্বৰৰ কি অভিপ্ৰায় যে আতাই তাৰ পৰাও গৈ 'নিতাই পৰমাই আতৈৰ ঠাইত' ৰব লগীয়া হল। ইয়াতো আতাই সৰহ দিন থাকিবলৈ সুযোগ নাপালে। ছমাহ কাল কোনোমতে থাকোঁতেই পুনৰ আগতে বাস কৰা মুৰাৰি মুদৈৰ ভেটিলৈ উভতিল।

এইবেলি মুদৈয়ে নতুনকৈ ঘৰ-দুৱাৰ সজাই দিয়াত বদলা আতাই

ভকত-সেৱক সকলেৰে সৈতে সুখে-সন্তোষে কালযাপন কৰিবলৈ সুযোগ পাব বুলি ৰাইজৰ বিশ্বাস হল। আতাই তাত ধৰ্ম্ম প্ৰচাৰৰ দ্বাৰা শিষ্য সংখ্যা বঢ়ালেও অথবা জন সাধাৰণৰ মাজত সজ-শিক্ষা বিস্তাৰ কৰিলেও তেওঁৰ অন্তৰৰ পৰা ৰজাৰ প্ৰতি থকা শঙ্কা আৰু ভয়ৰ ভাব সমূলঞ্চে আঁতৰা নাছিল। অৱশ্যে ৰজাৰ লগত মুৰাৰি মুদৈৰ সদ্ভাৱ আৰু ঘনিষ্ঠতা থকা বাবে সেই ভাব সিমান প্ৰবল হৈ উঠা নাছিল। মুৰাৰি মুদৈয়ে মাজে-সময়ে ৰাজ কাবেঙলৈ অহা-যোৱা কৰি আছিল। এদিনাখন বদলা আতাই মুৰাৰি মুদৈক কলে—"মুদৈ, তুমি আমাক আশ্ৰয় দিয়াৰ কথা কেনেবাকৈ কোনোবা দিনা ৰজাৰ কাণত পৰিছে নে? প্ৰকৃতপক্ষে আমি সৰ্ব্বদায় ৰজাৰ কুশল আৰু সুবুদ্ধিকে কামনা কৰোঁ। ৰজাৰ ভালেহে ৰাইজৰো মঙ্গল। কেতিয়াবা যদি ৰজাই আমাৰ কথা তোমাক সোধে, তেন্তে আচল কথা ভাঙি-পাতি কবলৈ পৰাঙ্মুখ নহবা।" মুদৈয়ে কথাষাৰ 'সঞ্জ সঞ্জ' বুলি কৈ শলাগি থলে। সচাকৈয়ে তাৰ কেইদিনমান পাচত ৰজাই কথা-প্ৰসঙ্গত মুদৈক সুধিলে—"মুদৈ, তোমাৰ বাৰীত হেনো এজন মহাজন আছে সচানে?" মুদৈয়ে কলে—"স্বৰ্গদেউ, কাটকেই বা মাৰকেই কথাটো হলে সচা। এজনা নিৰ্ব্বিকাৰ শুদ্ধ-সত্ত্ব গুণ সম্পন্ন সাধু মহাজন মোৰ বাৰীত আছে। তেওঁ মহান পুৰুষ, পৰম ভকত; সৰ্ব্বদায় ভগৱানৰ নাম গুণকে কীৰ্ত্তন কৰি পৰমানন্দত মজি থাকে।" ইয়াকে শুনি ৰজাই কলে—"মুদৈ, সেই পুৰুষজনাক চাবলৈ মোৰ বৰ হাবিলাষ হৈছে; সোনকালে তেওঁক মোৰ কাৰেঙলৈ লৈ আহিবা।"

**ৰজাৰ অভয় দান**—মুদৈয়ে গৈ আতাক এই সংবাদ দিলত, আতাই হৰি আতৈকে প্ৰমুখ্য কৰি আন মুখ্য ভকত সকলক লগত লৈ ৰজাৰ ওচৰত উপস্থিত হল গৈ। ৰজাই বদলা আতাক দেখিয়েই মুদৈৰ কথা প্ৰত্যয় মানিলে। আৰু তেওঁলোকক যথাযোগ্য সম্মান জনাই আসন দিয়ালে। তাৰ পাচত আতালৈ চাই সুধিলে—"ভকত, তুমি নো কি ধৰ্ম্ম কেনেকৈ প্ৰচাৰ কৰিছা? শিষ্যৰ লেখ কিমানলৈ বাঢ়িল?" আতাই উত্তৰ দিলে—"স্বৰ্গদেউ, আমি মহাপুৰুষ শ্ৰীমন্ত

শঙ্কৰদেৱৰ প্ৰবৰ্ত্তিত আৰু প্ৰচাৰিত একশৰণ হৰিনাম ধৰ্ম্মকেই নানা দুখ-কষ্ট, আলৈ-আহুকাল আৰু ভয়-আশঙ্কাৰ মাজেদি সাধ্য অনুসৰি প্ৰচাৰ কৰি থকা হৈছে। শিষ্য সংখ্যাৰ কোনো লেখ ৰখা নাই।" আতাৰ উত্তৰত পৰম সন্তোষ পাই কলে—"ভকত, তোমাক কি কি লাগে কোৱা ? মাটি-বাৰী, ধন-সম্পত্তি, মানুহ-দুনুহ যিহৰেই অভাৱ তাকেই পূৰণ কৰি দিবলৈ সাজু আছোঁ।" ৰজাৰ এনে উদাৰ মনোভাৱ দেখি আতাই সন্তুষ্ট হৈ কলে—"স্বৰ্গদেউ, আমাক সেইবোৰ একোকে নালাগে। যদি মহাৰাজে দয়া পৰবশ হৈ অনুগ্ৰহ কৰিব খোজে, তেন্তে যাতে আমাৰ ভকত সকলে নিৰ্ভয় মনে মুখ ভৰি নাম লৈ আৰু হাত দাণ্ডি চাপৰি মাৰি পৰমেশ্বৰৰ নাম-গুণ-মহিমা শ্ৰৱণ-কীৰ্ত্তন কৰি থাকিব পাৰে তাৰেহে এটি সুব্যৱস্থা কৰক। আৰু কোনেও যেন আমাৰ ভকত সকলক অনাহকতে ধৰি শাস্তি বিহিব বা অপমান দিব নোৱাৰে তাৰ প্ৰতিকাৰৰ বিধান কৰক। এইখিনি হৈ উঠিলেই আমি সদাশয় আৰু ধৰ্ম্মানুৰাগী মহাৰাজৰ পৰা প্ৰাপ্য সকলোখিনিকে পোৱা হল বুলি ধৰি লব পৰা যাব।" ৰজাই আতাক এনেকুৱা আশা-আকাঙ্ক্ষাহীন ধাৰ্ম্মিক পুৰুষ বুলি জানিব পাৰি কলে —"হে ভকত, আজিৰ পৰা তুমি তোমাৰ ভকত সকলেৰেসৈতে নিৰ্ভৰ মনেৰে প্ৰাণখুলি আনন্দ মনেৰে হৰি নাম লৈ থাকিব পাৰিবা, তাৰ বাবে একো ভয় বা শঙ্কা নকৰিবা।" ৰজাৰ এনে অভয়-বাণী পাই তেওঁ মুদৈৰ ভেটিলৈ উভতিল আৰু তাত নিৰ্ভয় মনেৰে আৰু পৰম শান্তিৰে কাল যাপন কৰিবলৈ ধৰিলে।

সেই সময়ত ভাটীৰ বেহাৰ ৰাজ্যৰ মধুপুৰ থানত বুঢ়ীৰপো গোবিন্দ আতৈ অধিকাৰ হৈ আছিল। এই কথাৰ ভু পাই উজনিৰ তিপাম, নামৰ বুৰঞ্জী প্ৰসিদ্ধ ঠাইৰ 'গোপী আতৈ'নামৰ লোক এজনে তালৈ গৈ মধুপুৰ থানত ধৰ্ম্ম ধৰিলে। তাত কেইদিনমান থাকি উভতিবৰ সময়ও বুঢ়ীৰ পো গোবিন্দ আতৈয়ে তেওঁক এইবুলি কলে—"শুনা গোপী তুমি উজান ৰাজ্যলৈ যোৱা। বাপুঘৰে উজনিত দুজনা গুৰুৰ ধৰ্ম্মকে প্ৰচাৰ কৰি তোমালোকৰ ওচৰতে আছে। ইয়াত ধৰ্ম্ম-বস্তু লভিলা

যদিও তেওঁক সেৱা-ভক্তি কৰি থাকিলেই সৰ্ব্ব-ধৰ্ম্ম পাবা।" গোপী আতৈয়ে এই আজ্ঞা-বাণী শিৰোধাৰ্য্য কৰি লৈ উজনি পালে। তেতিয়াৰে পৰা তেওঁ বদলা আতাৰ গুণ-মহিমা বুজি পাই তেওঁক সেৱা-ভক্তি কৰি থাকিবলৈ ধৰিলে।

**জৰাবাৰী সত্ৰ স্থাপন**—বদলা আতাই গোপী আতৈৰ বাহ্যিক চাল-চলন,আচাৰ ব্যৱহাৰ,নীতি-নিয়ম আৰু মানসিক আৰু আধ্যাত্মিক বিকাশৰ লক্ষণ দেখা পাই তেওঁক এখন সত্ৰ পাতিবলৈ আদেশ দিলে। নতুন মানুহ দেখি আৱশ্যকীয় দিহা-পৰামৰ্শও তেওঁলৈ আগ বঢ়ালে। গোপী আতৈয়ে আতাৰ নিৰ্দ্দেশ আৰু পৰামৰ্শমতে ৰাইজৰ সহায়-সহযোগ আৰু সহানুভূতিৰ বলত বহাঘৰ, নামঘৰ আৰু ভ‍ঁৰালঘৰ আদি নিৰ্ম্মাণ কৰিলে। লাহে লাহে এই সত্ৰখনি চকুত লগা হৈ উঠিল। এয়ে বৰ্ত্তমান জৰাবাৰী সত্ৰ নামে প্ৰখ্যাত। গোপী আতৈয়ে জৰাবাৰী সত্ৰৰ অধিকাৰী পদ পোৱাৰ পাচতো তেওঁ বদলা আতাৰ থানলৈ গৈ তেওঁক শ্ৰদ্ধা-ভক্তি কৰিয়েই আছিল। তেওঁ আজীৱন এইদৰেই চলি পৰম প্ৰীতিৰে কাল যাপন কৰিছিল।

**ককায়েকৰ সাক্ষাৎ লাভ**—বদলা আতাই মুৰাৰি মুদৈৰ ভেটিত কেবাজনো মুখীয়াল লোকক শৰণ দিয়ে। তেওঁলোকৰ ভিতৰত ৰত্নদলৈ আতৈ, চিনাতলীয়া আতৈ, পৰীক্ষিত কোঁৱৰ, দামোদৰ টকৌ বৰীয়া বৰুৱা, কোপতীয়া বৰুৱা, করুণা ভূঞা, অনন্ত কটকী, তেলীয়া হাজৰিকা আদিৰ নাম বিশেষ ভাবে উল্লেখযোগ্য। আতা মুদৈৰ ভেটিত থাকোঁতে এদিনাখন তেওঁৰ ককায়েক শঙ্কৰ দাসে দিখৌ নদীৰ মুখৰ পৰা গৈ আতাৰ ওচৰত উপস্থিত হল গৈ। আতাই ককায়েকক দেখিয়েই কৈ উঠিল—"আমাৰ ওচৰলৈ চোৰ অহাৰ প্ৰয়োজন কি?" ভায়েকৰ মুখত হঠাতেই এনে অবাঞ্ছিত বাক্য ওলোৱা দেখি তেওঁৰ মাত হেৰাল। তেওঁক চোৰ বোলাৰ কাৰণ সুধি চাবলৈ হৰি আতৈৰ ওচৰ চাপিলত তেওঁ কলে—"আমাৰ আতাই তোমাক অইন বস্তুৰ চোৰ বোলা নাই; পৰম শান্তিদাতা ভগৱানৰ নাম-বস্তু লবলৈ মন নকৰা বাবেহে ৰাম-নামৰ চোৰ

বুলিছে।” তেতিয়া শঙ্কৰ দাসে কলে—“আতৈ, মোৰ ঘৰ-দুৱাৰ, বয়-বস্তু একোৱেই নাই; এনে স্থলত মোৰ দৰে মানুহে পৰমেশ্বৰৰ নাম লব পাৰেনে?” হৰি আতৈয়ে মাত লগালে—“বৰজনা, তোমাৰ এই কথাৰ কোনো যুক্তি নাই; কিয়নো অনিত্য পুত্ৰ-পৰিজনক লৈ যদি এখন সংসাৰৰ যাৱতীয় কাম কৰিবলৈ সময় পোৱা, তেন্তে তাৰ লগতে নিত্য-বস্তু হৰিৰ নাম স্মৰণ কৰিবলৈ এখন্তেক সময় নোপোৱা কিয়? ভগৱানৰ নাম লবলৈ ঘৰ-দুৱাৰ, ধন-সোণৰ কোনো প্ৰশ্নই উঠিব নোৱাৰে। কৰ নোৱাৰাকৈয়ে ভোক লগা বা টোপনি ধৰাৰ দৰে নাম লোৱা কামো কৰ নোৱাৰাকৈয়ে অন্তৰত হৈ থাকিব পৰা অভ্যাস কৰিব লাগে। অভ্যাসত পৰিণত হলেই সকলো কাম সহজ হৈ পৰে। কথাতেই কয় বোলে ‘মন কৰিলেই ছন’।” আতৈৰ মুখত এনে কথা শুনি শঙ্কৰদাসে কোনো উত্তৰ বিচাৰি নাপাই বিষাদ মনেৰে তলমুৰ কৰি ঘৰলৈ উভতিলে।

কিছুদিনৰ মূৰত শঙ্কৰদাসে দুনাই মুদৈৰ ভেটিলৈ আহি বদলা আতাক কলে—“বাপু, আজি তোমাৰ হাতে সিজোৱা অন্ন এমুঠি ভোজন কৰিম বুলি ইয়ালৈ আহিছোঁ।” ককায়েকৰ মুখত এনে কথা শুনি আতাই মাত লগালে—“তুমি ভোজন কৰিবৰ মনেৰে আহিছা যেতিয়া বিমুখ হৈ ফিৰি যাব নালাগে; মুদৈৰ ঘৰতে এমুঠি ভোজন কৰি যোৱা গৈ।” আতাৰ এনে সমিধান পাই বৰজনা শঙ্কৰ দাসে কোনো প্ৰতিবাদ নকৰিলে। তেওঁ অতীতৰ নিজৰ দুৰ্ব্বুদ্ধিৰ কথা সুঁৱৰি লাজ পালে আৰু মুদৈৰ ঘৰতে এসাজ খাই নিজ ঘৰ মুৱা হল।

**কমলাবাৰী সত্ৰ স্থাপন**—এদিনাখন কথা প্ৰসঙ্গত হৰি আতৈয়ে বদলা আতাক কলে—“বাপ, আমি ইয়াত বহুদিন থকা হল। সময় থাকোঁতে এডোখৰ উত্তম ঠাই বিচাৰি উলিয়াই তাত স্বাধীন ভাবে সত্ৰ এখন স্থাপন কৰা যুগুত। তাকে কৰিব নোৱাৰিলে ভৱিষ্যতলৈ লোকে আমাৰ সত্ৰৰ নাম ‘মুদৈৰ ভেটি’ বুলিহে কব।” আতৈৰ

এনে যুক্তিপূৰ্ণ উক্তি শুনি আতাই মাত লগালে—"বোপা হৰিচৰণ, হওঁতে তোমাৰ কথা সঁচা ; কিন্তু আমাক কোনে মাটি দিব ?" তেতিয়া আতৈয়ে কলে—"বাপ, পুৰুষোত্তম বৰুৱা আপোনাৰ বিশিষ্ট শিষ্য ; তেওঁ পৰম ধাৰ্ম্মিক লোক। ৰজাই দান স্বৰূপে দিয়া তেওঁৰ এখন কমলা টেঙাৰ বৰ ডাঙৰ বাৰী আছে। সেইখন বাৰী সত্ৰলৈ খুজিলে নিশ্চয় আমাক দিব।" আতাই এইকথা শুনি তেতিয়াই হৰিচৰণ আতৈক সম্বেদ লবলৈ পুৰুষোত্তম বৰুৱাৰ ওচৰলৈ পঠিয়াই দিলে। হৰিচৰণ আতৈয়ে অন্যান্য ভকতক লগত লৈ বৰুৱাৰ ঘৰ পালত তেওঁ সসন্মানেৰে তেওঁলোকক আসন দি কুশল বাৰ্ত্তা সুধিলে। হৰিচৰণ আতৈয়ে অইন বাতৰি কোৱাৰ লগতে বদলা আতাই তেওঁৰ কমলা টেঙাৰ বাৰীখনত এখন সত্ৰ পাতিবলৈ ইচ্ছা প্ৰকাশ কৰাৰ কথাও উল্লেখ কৰিলে। তেতিয়া বৰুৱাই কলে—"আমাৰ সামান্য মাটি এডৰা হৰি-মন্দিৰ নিৰ্ম্মাণৰ কাৰণে দান কৰিব পৰাটো এই নিঃকিন সেৱকৰ পক্ষে পৰম সৌভাগ্যৰ কথা। কমলা টেঙাৰ বাৰীখন সত্ৰৰ কাৰণে মই এই মুহূৰ্ত্ততে খোলা অন্তৰেৰে আৰু পৱিত্ৰ চিত্তেৰে দান কৰিলোঁ ; আতাই যেন ইয়াক গ্ৰহণ কৰি আশীৰ্ব্বাদ দি অভাজনক কৃতাৰ্থ কৰে।" বৰুৱাৰ এনে আন্তৰিকতাপূৰ্ণ স্পষ্ট প্ৰতিশ্ৰুতি পাই ভকত সকলে তেওঁৰ শলাগ লৈ আশীৰ্ব্বাদ দিলে। তাৰ পাচত আতাৰ ওচৰত সকলো কথা এমূৰৰ পৰা বৰ্ণাই কলে। ইয়াকে শুনি আতাই নিজৰ অভিলাষ পূৰ্ণ হোৱাৰ সম্ভাৱনাই দেখা দিয়া বুলি সন্তোষ পালে। যথা সময়ত বৰুৱাই মাটিখিনি যথাৰীতি দান কৰিলত আতাই তেওঁৰ শলাগ লৈ বাৰীখন চাফ্ কৰোৱা কাম আৰম্ভ কৰিলে। এনে এটি পৱিত্ৰ কামৰ কাৰণে সকলোৱে সহায়-সহযোগ কৰাত সত্ৰৰ ভেটি বন্ধা, ঘৰ-দুৱাৰ সজা আদি সকলো কাম সোনকালে সমাধা হৈ উঠিল। কীৰ্ত্তন ঘৰৰ ওচৰতে এটি ডাঙৰ পুখুৰীও খন্দালে। চাওঁতে চাওঁতে টেঙাৰ বাৰীখনে অপৰূপ ধাৰণ কৰি এখন পৱিত্ৰ পুণ্যধামত পৰিণত হল। এইখনেই উজনিৰ বিখ্যাত কমলাবাৰী সত্ৰ ৰূপে পৰিগণিত হৈ উঠিল। আজিও ভকত সকলে মধুপুৰ, বৰপেটা

আৰু কমলাবাৰী সত্ৰক সমজ্ঞান কৰি পৰম আনন্দত আপ্লুত হৈ প্ৰাণ ভৰি গায়—

'এ হৰি এ থান মধুপুৰ।
উজানে কমলাবাৰী, মধ্যে বৰপেটা
নামে ভৰপুৰ।'

**হৰিচৰণ আতৈৰ বৈকুণ্ঠ গমন**—বদলা আতাই এনেহেন সত্ৰ এখনৰ প্ৰথম সত্ৰাধিকাৰৰ আসনত অধিষ্ঠিত হৈ শ্ৰীমন্ত শঙ্কৰদেৱৰ ধৰ্ম্ম, কলা, কৃষ্টি আদিৰ চৰ্চ্চা আৰু প্ৰচাৰৰ দ্বাৰা সত্ৰৰ সন্মান আৰু গৌৰৱ বৃদ্ধি কৰিলে। আতাৰ পৰিচালনাত সত্ৰৰ পাঠ-প্ৰসঙ্গ, গীত-বাদ্য, নৃত্য-ভাঁওনা, কীৰ্ত্তন-মহোৎসৱ আদি সকলোবোৰ কাম নিখুঁতভাবে আৰু নিয়মমতে সম্পাদন হবলৈ ধৰিলে। অনেক লোকে আতাৰ পৰা আত্মতত্ত্ব, ভক্তিতত্ত্বমূলক কথা, ধৰ্ম্মোপদেশ, শিক্ষা, আচাৰ-নীতি, নিয়ম আদি শিকি বুজি ললে।

এনেকৈ অনেকদিন গল। এদিনাখন আতাই বহি কিবা ভাবি থাকোঁতে হৰিচৰণ আতৈয়ে সকাতৰে মাত লগালে—"বাপ, আমাৰ এটি বাঞ্ছা আছে; কৃপা কৰি সেইটি পূৰণ কৰিবলৈ আপোনাৰ চৰণত প্ৰাৰ্থনা জনোৱা হৈছে।" আতাই কথাষাৰ সৰল ভাবে গ্ৰহণ কৰি সমিধান দিলে—"হৰিচৰণ, ভগৱানৰ কৃপাত তোমাৰ মনোবাঞ্ছা পূৰণ হব। বাৰু তোমাৰ মনোবাঞ্ছাটি নো কি কোৱাচোন?" হৰিচৰণ আতৈয়ে মিচিকিয়া হাঁহি এটিৰে কলে—"বাপ, আপুনি থাকোঁতেই যেন আমাৰ শৰীৰ পৰে, এয়ে পৰম বাঞ্ছা।" আতাই কোনো দিনে মনত ঠাই নিদিয়া এনে অভাৱনীয় কথাষাৰ শুনি কিছুপৰ মৌন ভাবে থাকি খেদ কৰিবলৈ ধৰিলে। আচৰিত কথা যে সচাসচিকৈয়ে ইয়াৰ কেইদিনমানৰ পাচতেই হৰিচৰণ আতৈয়ে অধিকাৰ সমন্বিতে ভকত-সেৱক সকলৰ পৰা আশীৰ্ব্বাদ নিৰ্ম্মালি লৈ নামৰ মুখে হাস্য বদনেৰে নশ্বৰ দেহ ত্যাগ কৰি বৈকুণ্ঠধামলৈ গতি কৰিলে।

**শ্ৰীৰাম আতাৰ প্ৰতি বাইক**—পৰম ভকত আৰু চিৰ সহচৰ

হৰিচৰণ আতৈৰ অকাল আৰু আকস্মিক বিয়োগত বদলা আতাই অন্তৰত এটি দাৰুণ আঘাত পালে। তাৰ পাচৰ পৰাই আতাৰ বৃদ্ধ শৰীৰ দিনকে দিনে পৰি আহিবলৈ ধৰিলে। তাকে দেখি এদিনাখন থানৰ ভকত সকলে আতাক সুধিলে—“বাপ, তোমোৰাৰ শৰীৰ অসুস্থ হল, তোমোৰাৰ পিচত ধৰ্ম্ম আৰু ভকত-বস্তুক কোনে পালিব? আমিয়েই বা কাক সেৱা কৰি থাকিমহঁক?” আতাই কলে—“আমি নো কি কোৱা যাব। যি ধৰিব হাতী, সি পলাল দোভাগ ৰাতি। আমি মনতে আলচি থকা হৰিচৰণে কৌশলেৰে আমাক এৰা দি আগধৰি গুচি গল। এতিয়া ধৰ্ম্মৰ ভাৰ বহন কৰিব পৰা যোগ্য লোক কাকো নেদেখোঁ। এনে অৱস্থাত কি কৰা যায়?” ইয়াকে শুনি ভকত সকলে কলে—“বাপ, তোমোৰাৰ ভতিজা-পো করুণাময় আছে।” আতাই কলে—“করুণাময়ক আমি সত্ৰাধিকাৰৰ যোগ্যতা থকা বুলি নাভাবোঁ। বিশেষতঃ গুৰুজনাৰ আগত আমাৰ বংশৰ কোনো নাই বুলিয়েই কৈ অহা হৈছে। যোগ্যজনৰ হাতত ধৰ্ম্ম ৰাজ্যৰ ভাৰ দি যাব নোৱাৰিলে স্থায়ী কন্দলৰ বীজ ৰোপণ কৰি যোৱাহে হব। সেইদেখি করুণাময়ৰ কথা কবলৈ আমাৰ একো নাই। এতেকে সমূহ ভকতৰ ওপৰতে আমি ধৰ্ম্মক থাপিলোঁ।” এই বাক্য শুনি সমূহ ভকতৰ তৰফৰ পৰা কলে—“বাপ, হৰিচৰণ আতৈ তোমোৰাৰ মনোমত ব্যক্তি আছিল; কিন্তু তেওঁ আগধৰি চলিল যদিও তেওঁৰেই কনিষ্ঠ ভ্ৰাতৃ শ্ৰীৰাম আছে। শ্ৰীৰাম সৰ্ব্বগুণ সম্পন্ন মহন্ত। তেওঁৰ শাস্ত্ৰজ্ঞানো যথেষ্ট পৰিমাণে আছে। তেওঁকে আমি ধৰ্ম্মৰ প্ৰতিপালক হবৰ যোগ্য পাত্ৰ বুলি ভাবিছোঁ। এতেকে কৃপা কৰি তেওঁকেই আজ্ঞা দিলে হয়।” এই সিদ্ধান্ত শুনি আতাই আবেগ ভৰা সুৰেৰে কলে—“শ্ৰীৰাম জমদগ্নি সদৃশ; যিহক তেওঁকেই যদি সমূহ ভকতে যোগ্যজন বুলি থিৰ কৰিছে তেন্তে আমিও তেওঁকেই বুলিলোঁ।” ভকত সকলে তেওঁলোকৰ মনোবাঞ্ছা পূৰ্ণ হোৱা বাবে আতাক প্ৰশংসা কৰিলে।

বদলা আতা অতিশয় কৰ্ত্তব্যপৰায়ণ পুৰুষ আছিল; সেইদেখি

দেহত শক্তি থকা পৰ্য্যন্ত তেওঁ সেই অঞ্চলৰ সত্ৰ সমূহৰ ওপৰত নজৰ ৰাখিছিল। কোনো সত্ৰত কিবা অভাৱ-অভিযোগে দেখা দিলে তেওঁ তাৰ সমাধান কৰিবলৈ সততে সাজু আছিল। দৰ্কাৰ হলেই থান সত্ৰ সমূহে আতাৰ দিহা পৰামৰ্শ লৈছিল আৰু সেইমতে কাম কৰি তাত সফলতা লাভ কৰিছিল। তাৰ সৰহ ভাগ সত্ৰ আতাৰ দ্বাৰা স্থাপিত হোৱা বাবে প্ৰত্যেকখনতে তেওঁৰ প্ৰভাৱ পৰিছিল। আৰু সকলোবোৰ সত্ৰ একে ঠাচতে গঢ়ি উঠিছিল।

**আধ্যাত্মিক ক্ষেত্ৰত যোগ্যতা**—মহাপুৰুষ শ্ৰীমাধৱদেৱে শিষ্য সকলৰ বিশিষ্ট ভকতসকলক যোগ্যতাভেদে ধৰ্ম্ম বা তত্ত্বোপদেশৰ একো-একোটা বিশেষ বিষয়ৰ শিক্ষা দি পাৰদৰ্শী কৰি তুলিছিল আৰু তেওঁলোকৰ দায়িত্বত সময় সাপেক্ষ আৰু আমনিদায়ক কামবোৰ সমাধা কৰি লৈছিল। এই কামত আগৰণুৱা হিচাপে নাৰায়ণ দাস ঠাকুৰ আতা, মথুৰাদাস বুঢ়া আতা, শ্ৰীৰাম আতা, বৰবিষ্ণু আতা আৰু ভৱানীপুৰীয়া গোপাল আতাৰ নাম বিশেষভাৱে উল্লেখযোগ্য। বদলা আতাই ধৰ্ম্ম গ্ৰহণ কৰি গুৰুজনাৰ ওচৰত অতি কমদিন থাকিলেও সৌভাগ্যক্ৰমে তেওঁ এই পাঁচজনা মুখ্য আতাৰ চাৰিজনাৰ পৰা এবিধ এবিধকৈ চাৰি সুখৰ* কথা সুধি-পুছি লবলৈ সুযোগ পাইছিল। এই চাৰিসুখৰ কথাখিনিৰ মাজত ধৰ্ম্মৰ শিক্ষণীয় মূল কথা আৰু নিগূঢ় তত্ত্বসমূহ নিহিত থকা কথা আধ্যাত্মিক তত্ত্ব অন্বেষণকাৰী লোকসকলে জানে। সেয়েহে ভকত আৰু সাধুসকলে ইয়াক 'বৈকুণ্ঠৰ চাৰিবস্তু' বুলি আখ্যা দিয়ে। বদলা আতা পুৰুষে এনেহনে চাৰি মহাৰত্নৰ অধিকাৰী হৈ পৰম লাভবান হৈছিল; সেইদেখি আধ্যাত্মিক ক্ষেত্ৰত তেওঁৰ স্থান

---

* বৰ্ত্তমান 'চাৰিসুখ'ৰ কথা জনা সন্ত-মহন্ত, ভকত-সজ্জনৰ সংখ্যা নিচেই কম। যি সকলে জানে তেওঁলোকে ইয়াক যাৰেতাৰে আগত যেই সেই ভাৱে প্ৰকাশ নকৰে। ই অৱশ্যে সিমান দোষণীয় কথা নহয়। কিন্তু আগ্ৰহশীল আৰু ধৰ্ম্মপৰায়ণ লোক সকলকো এইকথা গুহ্যতম বুলি কবলৈ টান পোৱা লোকৰ কথা আমি জানোঁ। এনেকুৱা ৰক্ষণশীল মনোভাৱৰ ফলত ইয়াৰ বিপৰীত ফল দৰ্শোৱাৰ উপৰি ই তেনেই লোপ পাব বুলিও শঙ্কা হয়।—লেখক

অতি উচ্চ। তেওঁ ব্যক্তিগত সাধনাত বাদেও গুৰুভক্তিৰ যোগেদি অলৌকিক ভাৱে অনেক বস্তু পাইছিল। সাধন মাৰ্গৰ উচ্চস্থানৰ অধিকাৰী সকলে এই কথাৰ ভূ পায়। যিহক এইদৰে তেওঁ সুযোগ্য প্ৰচাৰকৰ গুণাৱলী অৰ্জ্জন কৰাৰ ফলত উজনি অসমত বহুল ভাবে আৰু কৃতকাৰ্য্যতাৰে ধৰ্ম্ম প্ৰচাৰ কৰিবলৈ সক্ষম হৈছিল।

**বৈকুণ্ঠ-যাত্ৰা**—কমলাবাৰী সত্ৰৰ ভৱিষ্যত সত্ৰীয়া পদ নিৰ্ব্বাচন হৈ যোৱাৰ পাচৰ পৰা বদলা আতাৰ মনৰ গতি লৰিল। তেওঁ গুৰুজনাৰ বাক্য অনুসৰি যথাসাধ্য কৰ্ত্তব্য পালন কৰা হল বুলি ভাবি সংসাৰৰ পৰা চিৰ-বিদায় লবলৈ মনস্থ কৰিলে। শৰীৰো লাহে লাহে কাতৰ হৈ আহিল। এনেতে এদিন ভকত সকলে সুধিলে—"বাপ, তোমোৰাৰ পাৰলৌকিক কাৰ্য্যাদি কোনে কৰিব? সেই সম্পৰ্কে এষাৰ বাক্য বুলি গলে সজ হল হেঁতেন।" তেতিয়া আতাই সেই কাম জয় হৰিয়ে কৰিব বুলি সমিধান দিলে। তাৰ পাচত তেওঁ মৌন হৈ একাগ্ৰচিত্তে নাম-বস্তু সুমৰিবলৈ ধৰিলে। তাকে দেখি ভকত সকলে চাৰিওফালে আগুৰি ধৰি আতাই অন্তিম কালত কেনেকৈনো দেহ-ত্যাগ কৰে তাকে একেথিৰে চাই থাকিল।

তেতিয়া ৰাতিপুৱাৰ প্ৰসঙ্গৰ সময়। প্ৰসঙ্গীয়া ভকত সকলে কীৰ্ত্তন ঘৰত গাব ধৰিলে—

ৰাগ—অহিৰ

ধ্ৰুং—গোবিন্দ, চিন্তহু বাল গোপালং।
ৰতন তলপ সহ শয়নে ৰহতু হৰি,
পঙ্কজ নয়ন বিশালং ॥
পদ—কৰ পঙ্কজ যুগে ধৰি পদ পঙ্কজ
বয়ন পঙ্কজে নিৱেশিতং।
মুনিবৰ কৈচন ছোৰি অমিয়া
তযু পদ পঙ্কজ ৰস পীতং ॥
ওহি মন ভাৱে পৰম ৰতি কৌতুকে
নিজ পদ পঙ্কজ পানং।
বালক কেলি অমিয়া ৰস সাগৰ
মাধৱ কহ পৰমাণং ॥

গীতটো সামৰিবলৈ নৌ পাওঁতেই আতাৰ ওচৰত থকা ভকতে দৌৰি গৈ আতাৰ অৱস্থা অতিশয় কাহিল বুলি কলত কীৰ্ত্তন ঘৰত থকা ভকত কেইজনে গীত গাবলৈ এৰি তেওঁক বেঢ়ি ধৰিলেহি। তেওঁলোক অহা গম পাই আতাই চকু মেলি চাই ক্ষীণ স্বৰেৰে কলে—"বাপু সকল, গীত আধাগোৱাকৈ এৰি আহিব পায় নে? আকৌ বাকী-খিনিও গোৱাগৈ।" আতাৰ বাক্য মতে তেওঁলোকে উভতি গৈ গীতৰ বাকীখিনি গাই অন্ত কৰিলে। তাৰ পাচত তেওঁলোকে পুনৰ তলত দিয়া বৰগীতটো *গাবলৈ ধৰিলে—

ৰাগ—সিন্ধুৰা

ধ্রু—জয় জয় নন্দ নন্দন পৰমানন্দ, বন্দো বাল গোপালং।
যো পদ পঙ্কজ ৰজ অজ বন্দয় সকল ভুৱন একুপালং॥

পদ—ৰোম বিবৰ মহ কোটি কোটি অণ্ড
যৈচন অনু পৰমাণি।
নন্দ নন্দন কতি নাম ধৰত সোহি
ওহি লীলা কোই জানি॥
দীন দয়াল জগত জন তাৰণ
কাৰণ ওহি অৱতাৰা।
পৰম মূৰুখ মতি কহয় মাধৱ দীন
গতি মেৰি নন্দ কুমাৰা॥

এই গীতটি গাই থাকোঁতেই আতাৰ অন্তিম অৱস্থাই দেখা দিলত কীৰ্ত্তন ঘৰত প্ৰসঙ্গত আবদ্ধ থকা সকলো ভকতে ভুনাই লৰালৰিকৈ আহি আতাৰ চাৰিওফালে ভৰি পৰিল। আতাই

---

* আতাৰ প্ৰয়াণৰ আগতে কমলাবাৰী সত্ৰৰ কীৰ্ত্তনঘৰত গোৱা গীত দুটিৰ কথা স্বৰ্গীয় লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়াৰ "শ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীমাধৱদেৱ" পুথিতো চমুকৈ উল্লেখ কৰা আছে—লেখক

মুদৰি আতৈৰ বুকুত আউজি জপমালা হাতত লৈ উৰ্দ্ধবাহু হৈ আত্মাক পৰমাত্মাৰ লগত সংযোগ কৰি ৰাম নাম উচ্চাৰণ কৰিবলৈ ধৰিলে। সিদিনা ভাদ মাহৰ শুক্ল পক্ষৰ একাদশী তিথি আছিল। বেলি ডেৰপৰমান হোৱাত বদলা আতা বৈকুণ্ঠলৈ উঠিল। আতাৰ নশ্বৰ দেহ বাহিৰলৈ উলিয়াই আনি আগধৰি সাজি থোৱা চাণ্ডীত থলে। তাৰ পাচত জগন্নাথচৰণ, মুদৰি আতৈ, আলধৰা গোবিন্দ আতৈ আৰু জয়হৰি আতৈ এই চাৰিজন ভকতে আতাক কান্দত তুলি ললে। লগে লগে কমলাবাৰী সত্ৰৰ শিষ্য-ভকত-সেৱক সকলোৱে শৱ-যাত্ৰাত যোগদান দি তাল-খোল বাই প্ৰয়াণৰ ঘোষা গাই গাই গৈ ওচৰতে থকা তুনি নৈৰ পাৰ পালে। তাতে আতাৰ কাঠ-সংস্কাৰ কাম সমাধা কৰি পুনৰ নাম-গুণ গাই ভকত সকলে উভতি সত্ৰ পালেহি। যথা সময়ত ভকত সকলে আৱশ্যকীয় বয়-বস্তু যোগাৰ কৰিলে আৰু ৰাইজৰ সহায় সহযোগত অতি পয়োভৰেৰে আতাৰ তিথি মহোৎসৱ পালন কৰিলে।

বদলা আতা পুৰুষে ধৰাধাম এৰি বৈকুণ্ঠলৈ গমন কৰিলেও তেওঁৰ জীৱনজোৰা সাধনালব্ধ মহান অৱদান সমূহে তেওঁৰ মহত্ত্ব চিৰদিনলৈ জিলিকাই ৰাখিব। তেওঁ বিৰাট জনতাৰ মাজত প্ৰচাৰ কৰা ধৰ্ম্মৰ মহান শিক্ষা আৰু আদৰ্শৰ দ্বাৰা হাজাৰ হাজাৰ লোকক পৰমেশ্বৰৰ ভক্তি পথৰ সন্ধান দি তেওঁলোকৰ আত্মাৰ পৰম কল্যাণ সাধন কৰি গৈছে। তেওঁ ধৰ্ম্মৰ অধিকাৰী হোৱাৰ পিচতো অসমৰ কেবাখনো থান-সত্ৰ দৰ্শন কৰি আৰু তাত কম-বেচি পৰিমাণে থাকি তাত্ত্বিক কথা আহৰণ কৰাৰ লগতে সত্ৰীয়া নীতি-নিয়ম, গীত-মাত, পাঠ-প্ৰসঙ্গ, নাম-কীৰ্ত্তন আদিও আয়ত্ত কৰিবলৈ সুযোগ পাইছিল। সেই বিবিধ জ্ঞানেৰে পূৰ্ণ অমূল্য সম্পদৰ সঁফুৰাটি কমলাবাৰী সত্ৰত থৈ যোৱাৰ কাৰণে আজিও সেই সত্ৰৰ যশস্বী শিল্পী ভকত সকলে শঙ্কৰী কলা-সংস্কৃতি ৰক্ষা কৰি দেশবাসীৰ আদৰ-সন্মান লাভ কৰি আছিছে। আতাপুৰুষ জীৱিত থকা কালৰে পৰা এই সত্ৰই গীত-বাদ্য; নৃত্য-ভাওনা আদিত অসমৰ থান-সত্ৰ সমূহৰ ভিতৰত এখান

শ্ৰেষ্ঠ স্থান অধিকাৰ কৰি আহিছে। বিশাল ব্ৰহ্মপুত্ৰৰ প্ৰবল গৰাখহনীয়াৰ প্ৰকোপত পৰি আতা পুৰুষৰ প্ৰতিষ্ঠিত বিখ্যাত কমলাবাৰী সত্ৰই কেবাবাৰো ঠাই সলাব লগা হলেও এইখনি সত্ৰৰ প্ৰভাৱতে পূব অসমৰ বিৰাট অঞ্চল এটিত আজিও দুজনা গুৰুৰ ধৰ্ম্মৰ অক্ষয় বন্তি প্ৰজ্বলিত হৈ আছে।

———

# শ্ৰীশ্ৰীগোপালদেৱ আতা

**পৰিচয়**—শ্ৰীশ্ৰীগোপালদেৱ আতা অসমৰ অগ্ৰগণি আতা সকলৰ ভিতৰত এজনা প্ৰবীণ, শক্তিমন্ত, দূৰদৰ্শী, ৰসজ্ঞ, উদাৰ আৰু তত্ত্বজ্ঞ পুৰুষ আছিল। উজনি অসমত জন্ম গ্ৰহণ কৰিলেও বৰ্ত্তমান বৰপেটা মহাকুমাৰ* ভৱানীপুৰ গাওঁহে তেওঁৰ প্ৰধান কৰ্ম্ম-ক্ষেত্ৰ ৰূপে পৰিগণিত হৈছিল। সেইদেখি তেওঁ 'ভৱানীপুৰীয়া গোপাল আতা' নামেহে জন সমাজত সুপৰিচিত।

তেওঁ ভৱানীপুৰত নিগাজীভাৱে বসতি কৰাৰ কিছুদিন পাচত বৰপেটালৈ (সেই সময়ৰ তাঁতীকুছি) উঠি অহা মাতামহ বুঢ়া শঙ্কৰৰ অনুগ্ৰহত মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰ দেৱক দৰ্শন কৰাৰ সুযোগ পায়। তেতিয়া তেওঁ অশৰণীয়া আছিল। গুৰুজনাৰ বৈকুণ্ঠ প্ৰয়াণৰ পাচত তেওঁৰ অপৈনত ডেকা মনৰ ওপৰত সাময়িক ভাৱে মহাপ্ৰভু শ্ৰীচৈতন্য দেৱৰ ধৰ্ম্ম প্ৰচাৰকৰ দল এটিৰ প্ৰভাৱ পৰিছিল। কিন্তু অলপদিনৰ ভিতৰতে তেওঁলোকৰ স্বৰূপ ধৰা পৰাত তেওঁ ফালৰি কাটি আহিবলৈ বাধ্য হৈছিল। অৱশেষত গুৰুধৰ্ম্মৰ পৰম হিতকাঙ্ক্ষী শ্ৰীশ্ৰীনাৰায়ণদাস ঠাকুৰ আতাৰ পৰামৰ্শ অনুসৰি মহাপুৰুষ শ্ৰীশ্ৰীমাধৱদেৱৰ পৰা ধৰ্ম্ম বস্তু গ্ৰহণ কৰি কৃতাৰ্থ হৈছিল। পাচলৈ তেওঁ গুৰুজনাৰ অতি প্ৰিয়-পাত্ৰ হৈ উঠিছিল। তেওঁ গুৰুজনাৰ লগত ছাত্ৰ-মনোভাৱ লৈ অনেক দিন সুন্দৰীথানত থাকি ধৰ্ম্ম সম্বন্ধীয় সকলো ধৰণৰ কথা শিকি-বুজি

---

*যোৱা ১৮১৯ শকৰ জেঠমাহৰ ২৯ তাৰিখে হোৱা প্ৰলয়কৰী ভূমিকম্পৰ ফলত শ্ৰীশ্ৰীগোপালদেৱ আতাৰ আদি-সত্ৰ ভৱানীপুৰ ভাগি যোৱাত তাৰ ওচৰতে একে নামৰে গাওঁ এখন স্থাপিত হয়। তাতো সুকীয়াকৈ নামঘৰ এটি নিৰ্ম্মিত হৈ উঠে। এই কাৰণে আগৰ সত্ৰ থকা ভৱানীপুৰ গাওঁখনক লোকে 'পুৰণা ভৱানীপুৰ' বুলিবলৈ ধৰিলে। ভূমিকম্পই বিধ্বংস কৰা পুৰণা ভৱানীপুৰত অসম চৰকাৰ আৰু অসমীয়া ধৰ্ম্মপ্ৰাণ ৰাইজৰ সহযোগৰ ফলত ১৮৮৬ শকৰ আঘোন মাহৰ ১৫ তাৰিখৰ পৰা পুৰণি সত্ৰখনিৰ পুনৰ নিৰ্ম্মাণৰ কাম আৰম্ভ হৈছে—লেখক।

লৈছিল। গুৰুজনেও এনে আগ্ৰহশীল শিষ্য পাই ধৰ্ম্মশিক্ষাদানৰ লগতে পাৰমাৰ্থিক তত্ত্বোপদেশ আদিও অন্তৰ উজাৰি দান কৰিছিল। সেইদেখি বুজন বয়সত গুৰুজনাৰ সুদৃষ্টি লাভ কৰি ধৰ্ম্মাধিকাৰৰ বিষয় বাব লাভ কৰিবলৈ সুযোগ পাইছিল। গুৰুজনে জীৱিত কালতেই তেওঁৰ যোগ্যতাৰ পূৰ্ণ পৰিচয় পাই শ্ৰীশ্ৰীপদ্ম আতা বা বদলা আতাৰ নিচিনা বিশিষ্ট ভকত আৰু নৱ নিৰ্ব্বাচিত ধৰ্ম্মাচাৰ্য্য এজনাক তেওঁৰ ওচৰত ভক্তি-তত্ত্বৰ কথা সুধি-পুছি লবলৈ নিৰ্দ্দেশ দিছিল।

গোপাল আতাক সুদক্ষ প্ৰচাৰ-কৰ্ম্মী আছিল। শ্ৰীমন্ত শঙ্কৰদেৱৰ প্ৰৱৰ্ত্তিত আৰু প্ৰচাৰিত একশৰণ হৰিনাম ধৰ্ম্ম সংৰক্ষণ আৰু সংবৰ্দ্ধনৰ ক্ষেত্ৰত তেওঁ যুগমীয়া অৱদান দি গৈছে। সমাজ-সংগঠন আৰু সামাজিক শিক্ষা-প্ৰচাৰ সম্বন্ধীয় আশাশুধীয়া প্ৰচেষ্টাৰ নিদৰ্শন আজিও প্ৰজ্বলিত হৈ আছে। তেওঁ নাট-গীত-ঘোষা আদি প্ৰণয়ন, চৰ্চ্চন আৰু প্ৰচলনৰ দ্বাৰা সাংস্কৃতিক ঐতিহ্য ৰক্ষা কৰি যোৱাৰ লগতে তাৰ বিকাশ সাধনৰ যোগেদি জাতীয় জীৱন সাৰ্থক কৰাৰ ইঙ্গিতো দি গৈছে। আতাৰ মহান শিক্ষাৰ প্ৰভাৱ পৰিয়াল বৰ্গৰ ওপৰত বৰকৈ পৰিছিল; সেয়েহে তেওঁৰ কন্যা পদ্মপ্ৰিয়া আয়ে সাংসাৰিক সুখ-সম্ভোগলৈ তেনেই পিঠি দি একমাত্ৰ ঈশ্বৰ চিন্তা আৰু ভক্তি-মূলক গীত-পদ আদি ৰচনা কৰিয়েই জীৱন অতিবাহিত কৰিছিল।

আতাৰ তিনিকুৰি দহ বছৰীয়া জীৱন কাল সুখ-দুঃখ, আপদ-বিপদ, বিভ্ৰাট-বিসঙ্গতি, বিৰহ-মিলন আদি বিবিধ ঘটনাৱলীৰে ভৰপূৰ আছিল। কিন্তু পৰম ধৈৰ্য্যশীল, গুৰুভক্তি পৰায়ণ, ঈশ্বৰ বিশ্বাসী আৰু অনুপম মনোবলৰ অধিকাৰী আতাই এই সকলবোৰকে পৰমেশ্বৰৰ একো একোটি বিশেষ ধৰণৰ পৰীক্ষা বুলি ধৰি লৈ তাক সাদৰেৰে আকোৱালি লব পাৰিছিল। সেয়েহে গুৰুজন-প্ৰদত্ত সন্মানিত পদবীৰ গুৰুদায়িত্ব ৰক্ষা কৰি কৃতিত্বৰ পৰিচয় দিবলৈ সক্ষম হৈছিল। এনেবোৰ অসাধাৰণ গুণাৱলীৰে বিভূষিত হোৱাৰ কাৰণে আতা পুৰুষক ভকত-সকলে হিয়াৰ-বস্তু বুলি জ্ঞান কৰে আৰু শ্ৰদ্ধা-ভক্তিৰে স্মৰণ কৰে।

অসমৰ বিভিন্ন ঠাইত সিচৰিত হৈ থকা পৱিত্ৰ থান-সত্ৰ সমূহ তেওঁৰ সুযোগ্য শিষ্য-প্ৰশিষ্য সকলৰ সুকীৰ্ত্তিৰ উজ্জ্বল নিদৰ্শন। আজিও সেই পুণ্যধাম সমূহে নিতৌ হৰিনামৰ ধ্বনিৰে মুখৰিত হৈ চিৰঞ্জীৱী আতা পুৰুষৰ অমৰ গুণ-গৰিমা ঘোষণা কৰিব লাগিছে।

**পূৰ্ব্বপুৰুষৰ কামৰূপ কমতাৰাজ্য আগমন**—এসময়ত গৌড়ৰাজ্যৰ ৰজা ধৰ্ম্মনাৰায়ণ আৰু কমতা ৰাজ্যৰ ৰজা দুৰ্ল্লভ নাৰায়ণৰ ভিতৰত তুমুল ৰণ লাগিছিল। কিন্তু উভয় পক্ষৰ সৈন্যদল সমকক্ষ হোৱা বাবে কোনেও কাকো হৰুৱাব নোৱাৰিলে। অৱশেষত দুয়োজন ৰজাই মিত্ৰতা পাশত আবদ্ধ হল। তাৰ কিছুদিন পাচত কমতেশ্বৰ দুৰ্ল্লভ নাৰায়ণে নিজৰ ৰাজ্যত উত্তম ব্ৰাহ্মণ আৰু কায়স্থৰ অভাৱ দেখি মিত্ৰ ৰজা গৌড়েশ্বৰ ধৰ্ম্মনাৰায়ণক এই অভাৱ পূৰণৰ কাৰণে অনুৰোধ জনালে। তেওঁ সেই প্ৰথম অনুৰোধ ৰক্ষা কৰি কনৌজৰ পৰা অহা—কৃষ্ণপণ্ডিত, ৰঘুপতি, ৰামবৰ, লোহাৰ, বৰণ, ধৰম আৰু মথুৰা নামৰ সাতজন ব্ৰাহ্মণ আৰু চণ্ডীবৰ, শ্ৰীধৰ, হৰি, শ্ৰীহৰি, শ্ৰীপতি, চিদানন্দ আৰু সদানন্দ নামৰ সাতজন কায়স্থ মুঠ চৈধ্য জনৰ চৈধ্য ঘৰ মানুহক দিলে। কমতেশ্বৰে আনন্দিত হৈ তেওঁলোকক নিজ খুচি মতে মাটি বাৰী বিচাৰি বসতি কৰিবলৈ অনুমতি দিলে। সেইমতে তেওঁলোকে ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে লেঙ্গা মাগুৰী নামেৰে এখন বিলৰ পাৰত গাওঁ পাতি বহিল। তাত অলপ দিন থকাৰ পাচতে ভোট আহি অত্যাচাৰ কৰিবলৈ ধৰাত তেওঁলোকে সেই ঠাই ত্যাগ কৰিবলৈ বাধ্য হল। তাৰে কেইঘৰ মানে দক্ষিণ পূবলৈ আৰু কেইঘৰ মানে পূবলৈ গল। মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ পূৰ্ব্ব পুৰুষ চণ্ডীবৰ ভূঞাকে আদি কৰি কেইঘৰ মান লোকে এই সময়তে টেম্বুৱানী নামেৰে এটি জানৰ পাৰত বসতি কৰিলে। বৰ্ত্তমান বৰদোৱা

* 'লেঙ্গামাগুৰী' বা 'লেঙামাগুৰী' নামৰ প্ৰাচীন গাওঁখন বৰ্ত্তমান কামৰূপ জিলাৰ হাজো আৰু বৰনদীৰ মাজ ভাগত আছিল। এতিয়া তাত 'মাগুৰী' নামৰ গাওঁ এখন আছে।—লেখক

থানৰ পূবফালে এই জ্ঞানটিৰ চিন আছে; কিন্তু আজি কালি তাক "শান্তীজান" বোলা হয়।

ওপৰত কৈ অহা মুখ্য চৈধ্যঘৰ ব্ৰাহ্মণ কায়স্থৰ লগত তেওঁলোকৰ তাত থকা বংশ পৰিয়ালো আহিছিল বুলি কোনো কোনোৱে কয়। আৰু ৰুদ্ৰেশ্বৰ ভূঞা তাৰে ভিতৰত এজন বুলিও শুনা যায়। এৱেঁ গোপাল আতাৰ পূৰ্ব্ব পুৰুষ। তেওঁলোকে গৌড় ৰাজ্যৰ পৰা একেলগে বা অলপ অগা-পিচাকৈ অসমলৈ আহি তাৰে যি কেইঘৰ পূব অসমৰ ফালে গৈছিল তেওঁলোকৰ দলটোৰ লগত ৰুদ্ৰেশ্বৰ ভূঞা গৈছিল যেন অনুমান হয়। কাৰণ চৰিত পুথিত ৰুদ্ৰেশ্বৰ ভূঞাই বৰ্ত্তমান লক্ষীমপুৰ জিলালৈ যোৱা বুলি উল্লেখ থকা দেখা যায়।

**বংশলতা**—আতা পুৰুষৰ বংশলতা বা বংশাৱলী সম্বন্ধে "শ্ৰীশ্ৰীগোপালদেৱৰ চৰিত্ৰ" নামৰ পুথিত * এনেকৈ বৰ্ণোৱা আছে—

"চণ্ডীবৰ সঙ্গে আইলা ৰুদ্ৰেশ্বৰ নাম।
তান পুত্ৰ গৌড়েশ্বৰ আতি অনুপাম ॥
সিংহেশ্বৰ গোপেশ্বৰ ভোটেশ্বৰ তিনি।
কামেশ্বৰে সমে সন্ত কহিলো প্ৰমাণি ॥
খোখোৰা গ্ৰামৰ কোলে নাচনী ঘাটত।
তথাত ভৈলন্ত দেৱ গোপাল বেকত ॥
কামদেৱ ভূঞাৰ যে † ভাৰ্য্যা মহাসতী।
তানগৰ্ভে ভৈলন্ত গোপাল উতপতি ॥"

"শ্ৰীশ্ৰীগোপালদেৱ কথাচৰিত" § নামৰ আন এখন চৰিত পুথিত

* এই চাৰিত পুথিখন ৺ৰমানন্দ, ৺পূৰ্ণানন্দ, ৺ৰামগোপাল. আৰু ৺হৰিবল্লভ নামৰ চাৰি গৰাকী বিশিষ্ট চৰিতকাৰৰ চাৰিখন পৃথক চৰিত পুথিৰ পৰা বাছি বাছি সংগ্ৰহ কৰা পদাৱলীৰ সমষ্টি মাথোঁন। এই অপ্ৰকাশিত চাৰিওখন মূল পুথি সম্পূৰ্ণ ভাবে যোৰহাটৰ ধৰ্ম্মপ্ৰাণ শ্ৰদ্ধেয় শ্ৰীযুক্ত মোহন চন্দ্ৰ মহন্ত বি-এল দেৱৰ হাতত এতিয়াও আছে বুলি তেখেতৰ পৰা জনা গৈছে।—লেখক

† পাঠান্তৰে 'ভূঞাৰ যে' ৰ ঠাইত 'মহন্ত'ৰ থকা দেখা যায়।—লেখক

§ এই পুথিখনি নগাওঁ জিলাৰ ডৌকাচাপৰি সত্ৰৰ তথ্য অনুসন্ধানকাৰী স্বৰ্গীয় ৰত্নেশ্বৰ গোসাই দেৱৰ দ্বাৰা সঙ্কলিত।—লেখক

আতা পুৰুষৰ কন্যা পদ্মপ্ৰিয়া আয়ে পিতৃপুৰুষৰ উপৰি পুৰুষ সকলৰ সম্বন্ধে বৰ্ণোৱা পদ এটি আছে। তাৰে আৱশ্যকীয় অংশ তলত দিয়া হল—

"আত অনন্তৰে, শুনা গোপালৰ, উপৰি বংশৰ কথা ।
পশ্চিম দেশত, থাকন্তে তথাত, মিলিল বিপাক যথা ॥
যৱন পশিল, লোকক পীড়িল, কুল ধৰ্ম্ম ৰক্ষা নোহে।
উত্তম যতেক, লোকআছিলেক, পলাই আসিল সৱে ॥
নামে ৰুদ্ৰেশ্বৰ, পুত্ৰ খন্তেশ্বৰ, তান পুত্ৰ গোপেশ্বৰ।
তাহান নন্দন, নামে বিৰোচন, তান স্নুত চৈতনবৰ ॥
তানে গৃহজাত, নৰেশ্বৰ খ্যাত, তান পুত্ৰ কামেশ্বৰ।
কামেশ্বৰ লাল, শ্ৰীমন্ত গোপাল, কৃষ্ণ অংশে অৱতাৰ ॥
গৌৰাঙ্গ শৰীৰ, পঙ্কজ ৰুচিৰ, গোপাল ৰাতুল বৰ্ণ ।
তিনি ঈশ্বৰৰ, নাহি ভিনপৰ, জানিয়া লৈলো শৰণ ॥"

ওপৰত উল্লেখ কৰা চৰিত পুথি দুখনৰ উদ্ধৃতিৰ পৰা বংশাৱলীৰ কিছু অমিল থকা দেখা গলেও আদি পুৰুষ ৰুদ্ৰেশ্বৰ আৰু অন্ত পুৰুষ গোপালদেৱ সম্বন্ধে একেমত। কিন্তু "কথা গুৰু চৰিতৰ" লগত এই দুখন চৰিত পুথিৰ বংশাৱলীৰ সাদৃশ্য অতি কম। কথা গুৰু চৰিত মতে প্ৰথম পুৰুষৰ পৰা যথাক্ৰমে তেওঁলোকৰ নাম হৈছে—(১) কলাকলিত (২) বাসুদেৱ (৩) হৰিদেৱ (৪) শঙ্কৰদাস (৫) চতনগিৰি (৬) শঙ্কৰষণ (৭) নৰদেৱ (৮) কামদেৱ আৰু (৯) গোপালদেৱ আতা।

**পূৰ্ব পুৰুষৰ বাসস্থান**—চণ্ডীবৰ ভূঞাই লেঙা মাগুৰীৰ পৰা উজাই গৈ টেম্বুৱানীলৈ স্থানান্তৰিত হোৱাৰ দৰে সহযাত্ৰী ৰুদ্ৰেশ্বৰ ভূঞাইও পোনতে কলিতা দেশত ঘৰ দুৱাৰ সাজি বসতি কৰে। বৰ্ত্তমান উত্তৰ লক্ষীমপুৰ মহকুমাৰ অন্তৰ্গত নাৰায়ণপুৰৰ পৰা উজনি অঞ্চলক হেনো পুৰণি কালত 'কলিতা দেশ' বুলিছিল। আমি হলে বুৰঞ্জীত তাৰ উল্লেখ থকা দেখা নাই। অৱশ্যে কথাগুৰু চৰিতত তাৰ উল্লেখ স্পষ্ট ভাবে আছে।

সি যিহক তাৰ পাচত ৰূদ্ৰেশ্বৰ ভূঞাই নাৰায়ণপুৰলৈ উঠি গৈ তাত বিত্তোপনকৈ ঘৰ-দুৱাৰ সাজি থাকিবলৈ লয়। এনেকৈ অনেক বছৰ পাৰ হৈ যোৱাৰ পাচত শ্ৰীশ্ৰীগোপালদেৱৰ পিতামহ নৰেশ্বৰে (ওৰফে ভোটেশ্বৰে ?) তেওঁৰ ককায়েক কান্তেশ্বৰৰ লগত বিবাদ কৰি দিক্ৰেং নদীৰ পাৰলৈ উঠি যায়। তেওঁৰ একমাত্ৰ পুত্ৰ কামেশ্বৰ ভূঞা এজন শক্তিমন্ত, গুণৱন্ত আৰু শাস্ত্ৰজ্ঞ লোক আছিল। সেইদেখি তেওঁ সমাজত 'মুখ্য ভূঞা' নামে অভিহিত হৈছিল। যথা সময়ত নাৰায়ণপুৰৰ বৃদ্ধশঙ্কৰ নামৰ ধাৰ্ম্মিক লোক এজনৰ বজ্ৰাঙ্গী নামে ৰূপ-গুণ সম্পন্না কন্যা এগৰাকীৰ লগত তেওঁৰ বিবাহ কাৰ্য্য সুকলমে সম্পন্ন হৈ যায়।

ইয়াৰ কিছুদিনৰ পাচত সেই ঠাই অকা, ডফলা, আবৰ আদি পৰ্ব্বতীয়া জনজাতীয় লোকসকলে আক্ৰমণ কৰিলে। তেওঁলোকে ভৈয়ামৰ গাওঁ-ভূইত চুৰি, ডকাইতি আৰু নৰহত্যা আদি পাশৱিক নিৰ্ম্মম নিষ্ঠুৰ কামবোৰ কৰিবলৈ ধৰাৰ ফলত ভয়াবহ অৱস্থাৰ সৃষ্টি হল। সেইদেখি খিলঞ্জীয়া লোক সকল আতঙ্কিত হৈ দিহাদিহি পলাবলৈ ধৰিলে। সেই সময়তে প্ৰাণহানিৰ আশঙ্কাত কামেশ্বৰ ভূঞাইও ভাৰ্য্যাক লগত লৈ তাৰ পৰা পলাবলৈ বাধ্য হল। তেওঁ আলৈ-অথানিত পৰি বৰ্ত্তমান শিৱসাগৰ জিলাৰ নাজিৰাৰ ওচৰ পালে আৰু তাৰে ওচৰৰ খোখোৱা গ্ৰামৰ নাচনীঘাট নামৰ চুবুৰি এটিৰ সদাশয় লোক এজনৰ আশ্ৰয়ত থাকিল। লাহে লাহে নিজাকৈ ঘৰ-দুৱাৰ সাজি ললে। তেওঁ ততাতৈয়াকৈ পলাই আহিব লগা হোৱা বাবে লগত ধন-সম্পত্তি একোকে আনিব নোৱাৰিলে। সেইদেখি বৰ দুখ হল। তেওঁক আশ্ৰয় দিয়া লোকজন ব্যৱসায়ী হোৱা বাবে তেওঁৰে সাহায্যত কামেশ্বৰ ভূঞাই গড়গাওঁত বেহা-বেপাৰ কৰিবলৈ ধৰিলে। এইদৰে কিছুদিন যোৱাত তেওঁৰ আৰ্থিক অৱস্থা ক্ৰমে টনকিয়াল হৈ আহিল।

নাজিৰা আহোম ৰাজ্যৰ ৰাজধানী বুৰঞ্জী প্ৰসিদ্ধ গড়গাওঁ নগৰৰ নিকটবৰ্ত্তী স্থান। নাজিৰাৰ প্ৰায় লগালগিকৈ বয়ন-শিল্পী তন্ত্ৰী বা তাঁতী সকলে বাস কৰিছিল। ৰজাঘৰীয়া কানি-কাপোৰৰ যোগান

ধৰিবলৈ ৰজাই তেওঁলোকক তাতে ঘৰ-বাৰী সজাই দি বহুৱাইছিল। কামেশ্বৰ ভূঞাৰ ঘৰ তেওঁলোকৰ ওচৰত আছিল। তাঁতী সকলে তেওঁৰ সজ গুণাৱলীত বিমুগ্ধ হৈ মান-সৎকাৰ কৰাৰ উপৰি মুখ্য তাঁতীৰ পদতো তেওঁক অধিষ্ঠিত কৰিছিল। এই সম্বন্ধে ৰামানন্দ দ্বিজৰ চৰিত পুথিত আছে—

"নামত নাজিৰা হাট আতি বিতোপন।
তাত যত লোক বঞ্চে আতি সুশোভন॥
মহা ৰম্যস্থান তাৰ কি কৈবো মহত্ত্ব।
গোপালদেৱৰ জন্ম সেহি প্ৰদেশত॥
তন্তুক সৱৰ মধ্যে মুখ্য অতিশয়।
কামদেৱ বুলি তাঙ্ক সমস্তে জানয়॥"

**জন্মলীলা আৰু শিশু লীলা**—কামেশ্বৰ ভূঞা বহুদিন নিঃসন্তান হৈ আছিল। সেইদেখি পতি-পত্নী উভয়ে চিন্তা-ভাৱনাত কাল কটাব লগা হৈছিল। তেওঁলোকে সন্তানৰ অৰ্থে ভগৱান শ্ৰীকৃষ্ণক নানা কাকুতি-মিনতি, সেৱা-প্ৰাৰ্থনা জনাইছিল। দুখীয়া লোকসকলক দান-দক্ষিণা কৰাত বাদেও ঈশ্বৰৰ নামত সেৱা-পূজাও কৰিছিল। পৰম কৃপালু ভগৱানৰ কৃপাত তেওঁলোকৰ মনস্কামনা পূৰ্ণ হল। সেইমতে ওপৰত উল্লেখ কৰি অহা খোখোৱা গ্ৰামৰ পৱিত্ৰ স্থান নাচনী ঘাটত বজ্ৰাঙ্গী আয়ে ১৪৬৩ শকৰ বহাগ মাহৰ শুক্লা সপ্তমী তিথি বুধবাৰে দুপৰ নিশা এটি দেৱোপম পুত্ৰ সন্তান লাভ কৰিলে। এৱেঁ অসমৰ সুবিখ্যাত ধৰ্ম্মাচাৰ্য্য ভৱানীপুৰীয়া শ্ৰীশ্ৰীগোপালদেৱ আতা।

পিতৃ-মাতৃয়ে পুত্ৰ সন্তানৰ মুখ দেখি পৰম আনন্দিত হল। আত্মীয়-কুটুম্ব, বন্ধু-বান্ধৱ সকলেও হৰ্ষান্বিত হৈ নৱজাত শিশুটিৰ কল্যাণ কামনা কৰিলে। যথা সময়ত দৈৱজ্ঞৰ দ্বাৰা গণনা কৰাই কামেশ্বৰ ভূঞাই পুত্ৰৰ নাম ৰাখিলে—গোপাল। দৈৱজ্ঞই জ্যোতিষ শাস্ত্ৰৰ বচন মতে ইয়াকো কলে যে "শিশুটি এজনা অৱতাৰী পুৰুষ। তেওঁ সময়ত অলৌকিক শক্তি দৰ্শাই জন সমাজত প্ৰতিষ্ঠা লাভ কৰিব। তেওঁ জগতত ধৰ্ম্ম প্ৰচাৰ কৰি পিতৃকুলটো উদ্ধাৰ কৰাৰ

লগতে জগতৰ অগণন লোকৰো আত্মাৰ কল্যাণ সাধন কৰিব। গতিকে শিশুটিৰ প্ৰতি বিশেষ তত্ত্বাৱধান লব।" ভূঞাই এই কথাত পতিয়ন গৈ তাক আখৰে আখৰে পালন কৰিলে।

শিশু গোপালৰ শৰীৰত নিচেই সৰু কালতে কিছুমান অসাধাৰণ শক্তিৰ চিনাকি ফুটি ওলাইছিল। তেওঁ পাঁচ-ছয় মাহ বয়সতে আঠুকাঢ়ি ঘৰে-চোতালে ফুৰিব পাৰিছিল আৰু এবছৰ পূৰ নৌহওঁতেই থিয় দণ্ডা দি আনকি লৰি ঢাপৰি ফুৰি সকলোৰে চকুতে চমক লগাইছিল। তেওঁৰ শাৰীৰিক অবয়ব এনে আচৰিত ধৰণে বৃদ্ধি পাইছিল যে এবছৰ বয়স পাৰ হোৱাৰ লগে লগে এটি চাৰি-পাঁচ বছৰীয়া মনোহৰ কান্তিৰ শিশু যেন দেখা গৈছিল। তেতিয়াৰে পৰা তেওঁ শিশু সুলভ খেল ধেমালিত মনোনিবেশ কৰিলে। এনেকৈ কেই বছৰমান পাৰ হৈ গল। তেতিয়া গোপালৰ বয়স প্ৰায় আঠ বছৰ। এনেতে অনুপম পাকৈত শিপিনী বজ্ৰাঙ্গী আইৰ বয়ন-শিল্প নিপুণতাৰ কথা ৰাজকুঁৱৰী সকলৰ মাজত কেনেবাকৈ বিদিত হৈ পৰিল। তেওঁ-লোকে বয়ন শিল্পৰ উন্নতি কল্পে যোগ্যতাক সমাদৰ জনাই তেওঁক ৰজাৰ বাৰকুৰিখন তাঁত শালৰ ওপৰত বিষয় বাব দি নিৰীক্ষণ আৰু প্ৰশিক্ষণৰ কামত নিয়োগ কৰিলে। তেওঁ ভাবি-চিন্তি চাই মন নথকা সত্বেও তাত সন্মতি জনালে।

বজ্ৰাঙ্গী আয়ে এই দায়িত্বপূৰ্ণ কামলৈ যাওঁতে মৰমতে পুতেককো লগত লৈ যাবলৈ ধৰিলে। এই সুযোগতে শিশু গোপালে সমনীয়া ৰাজ কোঁৱৰ সকলৰ লগত লৰা, জপিওৱা, ঘিলাখেলা, টাংগুটি খেলা, হৈ-খেলা, ঢাল খেলা আদি নানা তৰহৰ খেল-ধেমালি কৰি আনন্দ উপভোগ কৰিবলৈ ধৰিলে। প্ৰতিদিনে প্ৰত্যেক খেলতে শিশু গোপালে জয়লাভ কৰা দেখি তেওঁৰ প্ৰতি থকা কোঁৱৰ সকলৰ পূৰ্ব্বৰ ভাল পোৱা ভাৱে গৈ ঈৰ্ষাত পৰিণত হল। বিশেষকৈ লাঙি কোঁৱৰৰ*

* লাঙিকোঁৱৰ কোন জনা নগল। বুৰঞ্জীমতে লাঙি গদাপাণি কোঁৱৰ বহুত পাচৰ লোক। তেওঁ ১৬৮১ খৃষ্টাব্দত বা ১৬০৩ শকাব্দতহে শিঙৰি ঘৰত উঠি পাতফা বা গদাধৰ সিংহ নাম লৈছিল।—লেখক

আক্ৰোশ সকলোতকৈ বেচি হল। এই কথা কান্তেশ্বৰ ভূঞাৰ কাণত পৰিলত তেওঁ সিদিনাৰে পৰা পুতেকক মাকৰ লগত যোৱাটো নিষেধ কৰিলে।

**শিক্ষালাভ**—সেই সময়ত দেশত বিদ্যালয়ৰ সংখ্যা নিচেই তাকৰ আছিল। সেই বাবে শিক্ষানুষ্ঠানৰ অভাৱত অগণন শিশুৱে শিক্ষালাভৰ পৰা বঞ্চিত হব লগা হোৱাত তেওঁলোকৰ অন্তৰৰ আশা-আকাঙ্ক্ষা আৰু শক্তি কলিতে মৰহি গৈছিল। এই সৰ্ব্বনশীয়া কথাটোলৈ দৃষ্টি ৰাখি কামেশ্বৰ ভূঞা পুতেকৰ শিক্ষাৰ প্ৰতি সৰ্ব্বদায় সজাগ আছিল। তেওঁ অনুসন্ধান কৰি থাকোঁতে এদিনাখন তেওঁৰ ঘৰৰ ওচৰতে দৈৱজ্ঞ পণ্ডিত এজনে নিজৰ ঘৰতে পঢ়াশালি পাতি দহ-বাৰ জন মান ছাত্ৰক শিক্ষাদান দি থকাৰ সম্ভেদ পালে। তেওঁ এদিন পণ্ডিতজনৰ আগত নিজৰ অভিপ্ৰায় ব্যক্ত কৰি পুতেকক গতাই দিলে। বুদ্ধিমান আৰু আগ্ৰহশীল গোপালে তাত দুবছৰমান শিক্ষালাভ কৰি শাস্ত্ৰাদি পঢ়িব পৰা আৰু তাক কিছু পৰিমাণে বুজিব পৰা হল। যথাসময়ত তেওঁ শিক্ষাগুৰু আৰু সহপাঠী বন্ধুসকলৰ পৰা দেশ-দস্তুৰ মতে বিদায় ললে।

**অদ্ভুত শক্তিৰ পৰিচয়**—গোপালে দহ বছৰ বয়সতে শিক্ষা সাং কৰিলে। তেওঁ সেই কমবয়সতে এদিনাখন ঘটনা চক্ৰত পৰি নিজৰ অদ্ভুত শাৰীৰিক শক্তিৰ পৰিচয় দিবলৈ বাধ্য হল। সেই সম্বন্ধে শ্ৰীশ্ৰীগোপালদেৱৰ চৰিত্ৰ পুথি মতে—

* * *

"যেবে গোপালৰ, দশম বৰিষ, আসি উপগত ভৈলা ॥
আৰো এক বৰ, অদভুত কৰ্ম্ম, গোপালে যেবে কৰিলা।
গোপালৰ সিটো, মহিমাক তেবে, সৱেওলোকে দেখিলা ॥
নৃপতিৰ আগে, একমদ মত্ত, হস্তীগোট চলি যায়।
ঘণ্টাৰ শবদে, কৰ্ণে হানে তাল, দেখন্তে ধাতু উৰায় ॥
তৈতে বিছমানে, গোপালে দেখিলা, শুণ্ডত ধৰিয়া তাক।
দশ হাত মানে, টানি আনিলন্ত, শিশু যেন ছাগলক ॥

দেখি নৃপবৰ, হাসিয়া বোলন্ত, কাহাৰ ইটো ছৱাল।
শুনি মন্ত্ৰীগণে, পলুৱাইলা ভেবে, গোপালক ততকাল ॥
হস্তীও ভাগৰি, ফোফাইবে লাগিলা, চাহি আছে সৰ্ব্বজনে।
ইটো শিশুগুটি, মুহিকা মানুষ, জানিলো আমি আপুনে॥"

ওপৰত দিয়া পদৰ উদ্ধৃতিৰ লগত "শ্ৰীশ্ৰীগোপালদেৱ কথা চৰিত" পুথিৰ পদৰ দুটা এটা শব্দৰ ইফাল-সিফাল বা অমিলত বাদে প্ৰায় মিল আছে। কিন্তু এই পুথি খনত ইয়াৰ পাচৰ ঘটনাৰ এনেদৰে বৰ্ণোৱা আছে—"প্ৰজাই দেখি আশ্চৰ্য্য অদ্ভূত মানিলে। গোটেই নগৰত হুলস্থুল লাগিল; পাত্ৰ-মন্ত্ৰী আৰু প্ৰজাসকলে জানিলে যে কামেশ্বৰ ভূঞাৰ নিস্তাৰ নাই। ৰজাই পিতা-পুত্ৰ দুইজনকে শূলত দিব। গোপালদেৱক সকলোৱে স্নেহ কৰিছিল। গতিকে সকলোৱে কামেশ্বৰক ততালিকে নগৰ এৰি পলাই যাবলৈ কলে।"

**নাৰায়ণপুৰ গমন**—কামেশ্বৰ ভূঞাই বজ্ৰাঙ্গী আই আৰু গোপালদেৱক লৈ তেতিয়াই নাও এখনত উঠি দিখৌ নদীয়েদি পলাই গৈ জকাইচুক বুলি এখন ঠাইত এঘৰ মানুহৰ ঘৰত ৰাতি ৰলগৈ। বজ্ৰাঙ্গী আইৰ পিতৃ বৃদ্ধ শঙ্কৰৰ ঘৰ আছিল নাৰায়ণপুৰত। তালৈকে বুলি পিচদিনা তেওঁলোক জকাইচুকৰ পৰা খোজ ললে আৰু বাটত কেইবা ঠাইতো ৰৈ কিছুদিনৰ মূৰত নাৰায়ণপুৰ পালে। কিন্তু কাকো লগ নাপালে। তাৰ আগতে মহাপুৰুষ গুৰু দুজনা ধুঞাহাটৰ পৰা কামৰূপলৈ আহিল আৰু তাৰ পাচতে নাৰায়ণপুৰৰ বহুত লোক কামৰূপলৈ উঠি আহিল। গোপালদেৱৰ ককাক বৃদ্ধ শঙ্কৰো উঠি আহি বৰপেটাত গৃহবাৰী কৰি ৰ'ল। কামেশ্বৰ ভূঞাই নাৰায়ণপুৰতে হৰি বৰদলৈ বুলি এজন মানুহৰ ঘৰত আশ্ৰয় ললে। তাতে দুবছৰমান থকাৰ পিচত কামেশ্বৰ ভূঞা স্বৰ্গী* হল। গোপালদেৱে পিতৃৰ অন্ত্যেষ্টি ক্ৰিয়া কৰ্ম্ম যথাৱতে কৰিলে। বজ্ৰাঙ্গী আই আকৌ বৰ দুখত পৰিল। কাপোৰ-কানি বৈ অতিকষ্টে প্ৰৱৰ্ত্তিবলৈ ধৰিলে।

* কোনো কোনোৰ মতে গোপাল আতা ভবানীপুৰ পোৱাৰ পাচতো কামেশ্বৰ ভূঞা জীয়াই আছিল। —লেখক

**ভৱানীপুৰ অভিমুখে যাত্ৰা**—এই ঘটনাৰ পাচত গোপালদেৱ আতা ভৱানীপুৰলৈ যাত্ৰা কৰিছিল। কিন্তু এই সম্বন্ধে দুয়োখন পুথিৰ মত বিভিন্ন ধৰণৰ। শ্ৰীশ্ৰীগোপালদেৱ কথা চৰিত মতে— "মল্ল ৰজাই গুৰুজনাৰ কথামতেই অসমত সোমাই কায়স্থ,ব্ৰাহ্মণ আদি উত্তম লোক সকলক মতাই আনি দান-দক্ষিণা কৰি সন্তোষ কৰিলে। সকলোৱে মল্লৰজাক প্ৰশংসা কৰিবলৈ ধৰিলে। কোনো বাধা নোপোৱাকৈয়ে অপ্ৰয়াসে আহি ৰজাৰ ৰাজধানী গড়গাঁওৰ ওচৰ পোৱাত ৰজা পলাই গল। প্ৰাণী হত্যা নোহোৱাকৈয়ে অসম জয় কৰিলে। মল্লৰজাই অসমৰ তন্ত্ৰী, কৰ্ম্মকাৰ, কুম্ভকাৰ আদি শিল্পী লোক সকলক লৈ গৈ বৰ নগৰ, নৱনগৰ, ভৱানীপুৰ আৰু কালজাৰ এই চাৰিখন নগৰত পাতিলে। কায়স্থ, ব্ৰাহ্মণ আদি উত্তম লোক সকলে মল্লৰজা ধৰ্ম্মৱন্ত বুলি জানি বেহাৰ ৰাজ্যলৈ গল। তেওঁ-লোককো সেই চাৰি ঠাইতে মাটি-বাৰী দি বহুৱালে। সেই সময়ত গোপালদেৱ মাতৃৰ সৈতে তেওঁলোকৰ লগতে গল।"

এইখন চৰিত পুথিমতে মল্লৰজাই অৰ্থাৎ মহাৰাজ নৰ নাৰায়ণে (ৰাজপাটত উঠাৰ আগতে এওঁ মল্লদেৱ নামে অভিহিত আছিল।) আহোম ৰাজ্য জয় কৰাৰ সময়ত গোপালদেৱ আতা মাকৰেসৈতে নাৰায়ণপুৰত আছিল; আৰু ৰজাই সেই ঠাইৰ শিল্পীলোক সকলক লৈ কামৰূপলৈ ভটীয়াই আহোঁতে তেৰোঁ মাতৃক লগত লৈ ভটীয়াই আহে। কিন্তু পূৰ্ণানন্দ কৃত চৰিত মতে তেওঁলোক নাৰায়ণপুৰৰ পৰা অহা যেন নালাগে; নাজিৰা অঞ্চল বা গড়গাওঁ অঞ্চলৰ পৰাহে অহা বুলিহে ধাৰণা হয়। সেই দেখি উক্ত পুথিৰ উদ্ধৃতি তলত দিয়া হল—

"শুনি ৰাজা মনে তাক প্ৰশংসা কৰিলা।
বৃত্তীয়া লোকক লৈয়া দেশক চলিলা॥
ঠাঠাৰী সোণাৰী যে কুন্দাৰ কুম্ভকাৰ।
চৰ্ম্মকাৰ চমাৰ কমাৰ চিত্ৰকাৰ॥

তান্তী পটীয়া আনো বৃত্তীয়া যতেক।
নৰ নাৰায়ণ ৰাজা সমস্তে নিলেক॥
আপোন থানত নিয়া একত্র কৰিলা।
চাৰিখান নগৰত নিয়মে পাতিলা॥
বড় নাম নগৰ ভৱানী কালজাৰ।
চাৰিও নগৰ আতি ভৈলা জাতিষ্কাৰ॥
গোপালদেৱক সেহি লগতে নিলন্ত।
তান্তী সঙ্গে ভৱানীপুৰত পাতিলন্ত॥”

**ভঁৱানীপুৰত বসতি**—এইদৰে গোপালদেৱ আতাই ভৱানীপুৰ পালে। নৰনাৰায়ণ ৰজাই বিবিধ শিল্পৰ শিল্পী সকলক আনি ইয়াত বৰনগৰ, নামনগৰ, ভৱানীপুৰ আৰু কালজাৰ নামৰ চাৰিখন নগৰ পাতি তাত তেওঁলোকক বহুৱালে। আতা ভৱানীপুৰত থাকোঁতে তেওঁৰ ৰূপ-লাৱণ্য আৰু মধুৰ বচনত বিমুগ্ধ হৈ ৰজাই তেওঁক তামুলী কৰি লৈ যাবলৈ মনস্থ কৰিছিল; কলীয়া দলৈয়ে অচিন ঠাইৰ মনোভাৱ বুজি নোপোৱা লোকক তেনে কামত নিযুক্ত কৰা অযুগুত বুলি নিষেধ কৰাত তেওঁ অসন্তোষ মনেৰে তাক পৰিহাৰ কৰিব লগা হৈছিল। এই সম্বন্ধে পূৰ্ণানন্দকৃত চৰিত্রত আছে—

“তথাতে গোপাল যেবে আছন্ত হৰিষে।
দেখিয়া লোকৰ মনে অমৃত বৰিষে॥
মদনকো জিনি জ্বলে তনু সুকুমাৰ।
দেখি নৃপতিৰ হৰিষৰ নাহি পাৰ॥
তামুলী লৈবাক ৰাজা যতন কৰিলা।
কলীয়া দলৈয়ে যাই নিষেধ কৰিলা॥
বোলে লৈবে তামুলী ইহাক্ক মুযুৰায়।
পৰৰ ৰাজ্যৰ লোক কোনে আশ পায়॥
শুনি ৰাজা অসন্তোষে গৃহক চলিল।
বোলে মোৰ মনৰ কামনা নিসিজিল॥”

**মাতামহ দৰ্শন**—গোপালদেৱ আতাই প্ৰখ্যাত আৰু সমৃদ্ধিশালী নগৰ ভৱানীপুৰত থিতাপি লোৱাৰ কেইদিন মানৰ পাচত তেওঁ মাতামহ শঙ্কৰ আৰু মোমায়েক মনপুৰক দৰ্শন কৰিবৰ মনেৰে বৰপেটালৈ আহিল। তেওঁক দেখা পাই ঘৰৰ সকলোটিয়ে পৰম আনন্দ লভিলে আৰু অতি আদৰ-সাদৰকৈ ৰাখিলে। এইদৰে চাৰি পাঁচদিন থকাৰ পাচত এদিন শঙ্কৰে কলে—"বাপু গোপাল, মহাপুৰুষ শ্ৰীশঙ্কৰদেৱ ওচৰতে আছে; তেৰাক দৰ্শন কৰি আহোঁগৈ বলা।" ককাকৰ কথা মতে তেওঁ লগতে ওলাল আৰু পাটবাউসী থানলৈ গৈ দুয়োজনে গুৰুজনাক সেৱা কৰিলে। গুৰুজনাই শঙ্কৰৰ লগত গোপালক দেখি সুধিলে—"মিতা* এওঁ কোন, নাম কি আৰু ঘৰ ক'ত?" শঙ্কৰে কলে—"বাপ, এওঁ মোৰেই ছোৱালীৰ পো, নাম গোপাল, সম্প্ৰতি ভৱানীপুৰ গ্ৰামত থাকে।" তেতিয়া গুৰুজনাৰ মিতাৰ নাতিলৈ মৰম লাগিল। তেওঁ গোপাল আতালৈ চাই মৰমেৰে মাত লগাই গছত উঠি আম পাৰি দিব পাৰিবনে বুলি সুধিলত, তেওঁ অৱনত হৈ পাৰিম বুলি উত্তৰ দিলে। লগে লগে আমৰ বাৰীলৈ যাবৰ কাৰণে ককালত কাপোৰ বান্ধি সাজু হল। আমজোপা ওখ আৰু বৰ ডাঙৰ দেখি গুৰুজনাই বৰপুত্ৰ ৰামানন্দ ঠাকুৰক এখন জখলা আনি গছজোপাত লগাই টানকৈ হেঁচা মাৰি ধৰি থাকিবলৈ কলে। যথা সময়ত জখলা লগাই দিলত গোপাল আতাই উঠিবলৈ ধৰিলে; কিন্তু ৰামানন্দ ঠাকুৰে তাত ধৰি থকা দেখি কিবা দোষ হবৰ ভয়ত তাৰপৰা জাপমাৰি নামিল আৰু তাত ধৰি নাথাকিবলৈ অনুৰোধ জনালে। অৱশেষত ঠাকুৰদেৱে তাৰ কাৰণে কোনো অপৰাধ নহব বুলি অভয় দিয়াত তেওঁ উঠি গৈ জোকাৰি জোকাৰি বহুত আম পাৰিলে। গুৰুজনাৰ দ্বিতীয়পুত্ৰ কমললোচন ঠাকুৰ আৰু তৃতীয় পুত্ৰ হৰিচৰণ

*গুৰুজনাই বৃদ্ধ শঙ্কৰক নাম কাঢ়ি নামাতি'মিতা' বুলি সম্বোধন কৰিছিল। তেওঁ শ্ৰীশঙ্কৰদেৱৰ শিষ্য আছিল।—লেখক

ঠাকুৰে আমবোৰ বুটলি নি পিতাকৰ আগত থলে। আতাইও কেইটিমান ভাল আম কাপোৰত টোপোলা বান্ধি আনি গুৰুজনাৰ আগত দিলত তেওঁ এটি মিচিকিয়া হাঁহি মাৰিলে। তাৰ পাচত গুৰুজনে আমবোৰ সত্ৰৰ উদাসীন ভকত, ৰাম ৰাম গুৰু, বুঢ়া মিতা শঙ্কৰ, ভাতৃ ৰামৰায়, দাস-দাসী, আৰু গোপাল আতালৈ একোটা ভাগ পাতি বিলাই দিয়াৰ লগতে নিজলৈও এটি ভাগ ৰাখিলে। আতাই ককাকৰ আৰু নিজৰ ভাগৰ আম কেইটি টোপোলা বান্ধি ললে আৰু গুৰুজনাক সেৱা জনাই ককাকৰসৈতে বৰপেটালৈ উভতিল। তেওঁ প্ৰথমবাৰ মোমায়েকৰ ঘৰত এমাহ কাল সুখ-শান্তিৰে কটাই ভৱানীপুৰলৈ গল। পুতেকৰ মুখে সকলো বাতৰি শুনি বজ্ৰাঙ্গী আই পৰম সন্তোষিত হ'ল।

ইয়াৰ কিছুদিনৰ পাচত আতাই ছয়মাহ কাল একেৰাহে জ্বৰ ভোগ কৰিলে। বেমাৰত শুকাই-খীণাই বিবৰ্ণ হোৱাত আৰু শৰীৰো দিনকে দিনে দুৰ্ব্বল হৈ যোৱাত তাত থাকিলে ভৱিষ্যতে জীৱনৰেই আশঙ্কা বুলি সন্দেহ কৰিলে। সেই দেখি মোমায়েকৰ ঘৰলৈ আহিবলৈ মনস্থ কৰি মাকক কলত তেওঁ তাত সম্মতি দিলে আৰু নাও এখন যোগাৰ কৰি পুতেকক বৰপেটালৈ লৈ আহিল। আতা বৰপেটাত থাকি মোমায়েকৰ সহায়ত সুচিকিৎসা আৰু শুশ্ৰূষাৰ সুযোগ লাভ কৰিলে। মোমায়েক মনপুৰে এমাহ কাল যথোচিত যত্ন লৈ তেওঁক আৰোগ্য কৰি তুলিলে। আতাই পুষ্টিকৰ আহাৰ খাই আৰু চিকিৎসকৰ উপদেশ পালন কৰি কিছু সুস্থ হৈ উঠিলত তেওঁ মোমায়েকহঁতৰ পৰা বিদায় লৈ ঘৰলৈ খোজ ললে। পুত্ৰৰ পুনৰ জীৱন লাভত মাতৃৰ মনত অপাৰ আনন্দ উপজিল।

**শুভযাত্ৰা**—এইদৰে কিছুদিন থকাৰ পাচত ভৱানীপুৰত থকা শ্ৰীশঙ্কৰদেৱৰ তন্ত্ৰী শিষ্য সকলে গুৰুদৰ্শনৰ অৰ্থে পাটবাউসী থানলৈ যাবলৈ থিৰ কৰিলে। এই কথা শুনি শৰীৰ দুৰ্ব্বল থকা সত্বেও মনৰ বলৰ ওপৰতে নিৰ্ভৰ কৰি গোপাল আতাইও তেওঁলোকৰ লগত ওলাল। তেওঁলোকে গৈ পাটবাউসী থান পাই গুৰুজনাক হিয়া

উবুৰিয়াই সেৱা জনালে। সেই সময়ত তেওঁ সেৱক ভকত সকলৰ আগত শাস্ত্ৰ ব্যাখ্যা কৰি আছিল। শিষ্য সকলে শাস্ত্ৰ ব্যাখ্যা শুনি বিদায় মাগিবলৈ যাওঁতে গুৰুৱে তেওঁলোকক নিৰ্ম্মালি দিবলৈ ধৰিলে! শিষ্য সকলক নিৰ্ম্মালি দি থাকোঁতে মিতা শঙ্কৰলৈও দিবলৈ মন কৰি তাক লৈ যাওঁতা কোনোবা আছেনে বুলি সুধিলে। দৰ্শক সকলৰ মাজৰ পৰা তেওঁৰ নাতিয়েক থকা বুলি কলত গোপাল আতাই গুৰুৰ ওচৰলৈ গৈ হাত পাতিলে। তেওঁৰ জীৰ্ণ-শীৰ্ণ অৱস্থা দেখি প্ৰথমতে গুৰুজনাই চিনিব পৰা নাছিল; পাচতহে নৰিয়াৰ কথা শুনি পুতৌ জনাই নিৰ্ম্মালি দিলে। আতাই পুনৰ সেৱা জনাই ঘৰ মুৱা হওঁতে বাটতে বতাহ-বৰষুণে পাই ঠেটুৱা লগালে। এনেতে হৰিদাস নামৰ গুৰুজনাৰ শিষ্য এজনে তেওঁক সাবট মাৰি ধৰি মোমায়েক মনপুৰৰ ঘৰত থৈ গল গৈ। তাৰ দুমাহমান পাচত হে আতাৰ শৰীৰ সম্পূৰ্ণ আৰোগ্য হৈ উঠিল।

ইয়াৰ কিছুদিনৰ পাচত বহাগ মাহ পৰিলত বুঢ়া শঙ্কৰে এখন হৰিসভা পাতিবলৈ মনস্থ কৰিলে। সেই উপলক্ষে মনপুৰে ভৱানীপুৰলৈ গৈ তাৰ ভকত সকলক নিমন্ত্ৰণ জনালে আৰু লগতে গোপাল আতাকো লৈ আহিল। হৰিসভালৈ বুঢ়া শঙ্কৰে পাটবাউসী থানৰ পৰা কল আনিবলৈ যাওঁতে লগত নাতিয়েককো লৈ গল। সেই সময়ত গুৰুজনাই ভকত সমন্বিতে বহি ভক্তি-ৰত্নাকৰ শাস্ত্ৰ ব্যাখ্যাত মনোনিবেশ কৰি আছিল। গোপাল আতাই গুৰুজনে সহজ সৰল ভাৱে হৃদয়গ্ৰাহী ভাষাৰে ভগৱানৰ নাম-গুণ-মহিমাৰ কথা ভাঙি-পাতি কোৱা একান্ত মনে শুনিবলৈ পাই তেওঁৰ প্ৰতি আকৃষ্ট হল; আৰু তেওঁৰ পৰা একশৰণ হৰি নাম ধৰ্ম্ম ধৰিবলৈ মনতে দৃঢ় নিশ্চয় কৰিলে। সেই সময়ত আতাৰ বয়স পঁচিশ বছৰমান হৈছিল। গুৰুৰ ওচৰলৈ যাওঁতে তেওঁৰ হাতত আৱশ্যকীয় বয়-বস্তু নথকা বাবে শৰণ লব নোৱাৰিলে। এই সম্বন্ধে ৰামানন্দ দ্বিজৰ চৰিত পুথিত আছে—

"জন্মদাতা কৰ্ম্মদাতা হৰি সমসৰ।
জ্ঞানদাতা গুৰু যেন সাক্ষাতে ঈশ্বৰ॥

এহি সৱ কথা কহিছন্ত প্ৰকটিয়া।
গোপালে তহিতে বসি আছিলা শুনিয়া॥
মনত বোলন্ত মোৰ গুৰু নাহি কয়।
শঙ্কৰৰ চৰণত ভজিবে লাগয়॥
এহি বুলি আলোচন কৰন্ত মনত।
একো বস্তু যাতো মোৰ নাহিকে হাতত॥
ইবাৰ উলটি মোৰ লাগয় যাইবাক।
পুনৰবাৰ আসিলেসে পাৰোঁ ভজিবাক॥"

গোপাল আতাই মোমায়েকহঁতৰ ঘৰত পতা হৰিসভা চাই ঘৰলৈ উভতি গলত মাকে তেওঁৰ আগৰদৰে চেহেৰা দেখি পৰম সন্তোষ পালে। সেই সময়ত ওচৰ চুবুৰীয়া লোকসকলে শ্ৰীচৈতন্যদেৱৰ প্ৰচাৰিত বৈষ্ণৱ ধৰ্ম্মত দীক্ষিত হোৱা দেখি বজ্ৰাঙ্গী আয়েও সেইমতে প্ৰৱৰ্ত্তিবলৈ ধৰিলে। মাকৰ এই কাম দেখি আতাই সমূলি ভাল নাপালে। ইফালে আকৌ চতুৰ্থবাৰ গুৰুদৰ্শনৰ (প্ৰথমবাৰ মাতৃৰে সৈতে মাতামহ বৃদ্ধ শঙ্কৰৰ নাৰায়ণপুৰত থকা ঘৰলৈ যাওঁতে ধুৱাহাটত শ্ৰীমন্ত শঙ্কৰ দেৱক দৰ্শন কৰাৰ সৌভাগ্য ঘটিছিল।) পাচৰে পৰা তেওঁৰ মনৰ পৰা গুৰুজনাৰ ৰূপ-গুণ মহিমাৰ কথা নুগুচা হল। গুৰুজনাৰ ৰচিত শাস্ত্ৰ অধ্যয়ন কৰাৰ লগতে তেওঁ স্থানীয় লোকক লগত লৈ হৰি নাম কীৰ্ত্তন কৰি ফুৰিবলৈও ধৰিলে। এই সময় ছোৱাৰ ভিতৰতে সুচতুৰ গোপাল আতাই সুযোগ পাই গুৰুমুখে শাস্ত্ৰ সমূহ পঢ়ি, শুনি আৰু বুজি বিদগ্ধ পণ্ডিত হৈ উঠিল।

গুৰুমুখে শাস্ত্ৰ সৱ অপ্ৰয়াসে পঢ়িলন্ত
ভৈল মহা বিবেকী চতুৰ।

সৰ্ব্বগুণে গুণান্বিত পৰম কৰুণাচিত
মহা সন্ত সুবোধ সুধীৰ॥"—পূৰ্ণানন্দ

**গুৰুজনাৰ বৈকুণ্ঠ প্ৰয়াণ**—'আলচা কাম নহয় সিদ্ধি, বাটত আছে কণা বিধি' বোলা কথাষাৰি আতাৰ গাত ফলিয়ালে। তেওঁ ধৰ্ম্ম-বস্তু লভিম বুলি থাকোঁতেই গুৰুজনাই এৰা দিলে। এদিন তেওঁ এজন অশ্বাৰোহী লোকৰ মুখে এই বাতৰি পাই কাম কৰি থকা হাতৰ কোৰখন দলিয়াই পেলাই মাটিত বাগৰি বাগৰি কান্দিবলৈ ধৰিলে। তেওঁৰ তেনে অৱস্থা দেখি বাৰ্ত্তা-বাহক অশ্বাৰোহী লোকজনে তেওঁক মৃদুবচনেৰে সান্ত্বনা দি তাৰপৰা আঁতৰিল। আতাই দুখে-শোকে ম্ৰিয়মান হৈ স্নান কৰি উঠিল আৰু তন্ত্ৰীৰ দলপতি অমৃতকৰ দলৈক এই শোকাবহ বাতৰি দিলে। খন্তেকতে এই খবৰ গোটেইটো অঞ্চলতে বিয়পি পৰিলত সকলোবোৰ শিষ্যই অমৃতকৰ দলৈৰ ঘৰত উপস্থিত হল আৰু আলোচনা ক্ৰমে যথা সময়ত গুৰুজনাৰ প্ৰয়াণ-তিথি সমাৰোহেৰে পালন কৰিলে।

**হৰি মন্দিৰ নিৰ্ম্মাণ**—শ্ৰীমন্ত শঙ্কৰদেৱৰ তিৰোভাৱ তিথি পালনৰ পাচৰ পৰা আতাই প্ৰাণত শান্তি নোপোৱা হল। তেওঁ শ্ৰীশঙ্কৰদেৱৰ নামে এটি হৰি মন্দিৰ সজাই তাতে নাম-কীৰ্ত্তন কৰি থাকিবলৈ ধৰিলে। তথাপি নিজৰ হেমাহিৰ কাৰণে গুৰু লভিব নোৱাৰা কথাষাৰিয়ে মাজে মাজে হিয়াত ভুমুকিয়াবলৈ নেৰিলে। তেওঁ ভকত সকলৰ লগত হৰি মন্দিৰত বহি ঘোষা-গীত গাই আৰু কীৰ্ত্তন, দশম, ৰত্নাৱলী আদি শাস্ত্ৰৰ কথা চৰ্চ্চি থাকিবলৈ ধৰিলে। সেই সময়তে ভৱানীপুৰ অঞ্চলত শ্ৰীচৈতন্যদেৱৰ বৈষ্ণৱ ধৰ্ম্ম কিছু পৰিমাণে প্ৰচাৰিত হৈছিল। প্ৰচাৰক সকলৰ ভিতৰত সুপিতা নামৰ এজন পণ্ডিত লোকো আছিল। তেওঁ গোপাল আতাৰ দূৰ সম্পৰ্কীয় পেহীয়েকৰ পুত্ৰ, জ্যেষ্ঠ ভাই আছিল। কিন্তু কোনো কোনোৱে এওঁ এজন চৈতন্যপন্থী ব্ৰাহ্মণ সন্ন্যাসী আছিল বুলিহে কয়। এওঁৰ প্ৰভাৱত পৰাৰ কাৰণে আতাৰ মাতৃ বজ্ৰাঙ্গী আয়ে প্ৰথমাৱস্থাত বঙ্গদেশীয় ষোল্ল নাম লৈ প্ৰৱৰ্ত্তিছিল। এই সম্পৰ্কে ৰামানন্দ দ্বিজৰ চৰিত পুথিত এনেকৈ কোৱা আছে—

গোপালৰ সমীপত যিলোক বঞ্চয় ।
বঙ্গদেশী মত সৱে কৰিছে আশ্ৰয় ॥
চৈতন্যৰ মতে বঙ্গদেশী বৈষ্ণৱত ।
ষোল নাম লৈয়া জাপ্য কৰয় মনত ॥
প্ৰভাতত মধ্যাহ্নত সন্ধ্যা সময়ত ।
চক্ষু জপাই জাপ্য কৰি কৰে দণ্ডৱত ॥
গোপালৰো মাতৃ সেহি পথে প্ৰৱৰ্ত্তন্ত ।
গোপালে মনত তাক ভাল নমানন্ত ॥"

সুপিতাই আতাৰ চাল-চলন দেখি তেওঁ শ্ৰীশঙ্কৰদেৱৰ ধৰ্ম্মধৰা বুলি ভাবিছিল ; পাচত কথা-প্ৰসঙ্গত বুজিব পাৰিলে যে তেওঁ যথাৰীতি ধৰ্ম্ম-বস্তু লাভ কৰিব নোৱাৰিলেও শ্ৰীশঙ্কৰদেৱকে হিয়াত স্থান দি তেওঁকে গুৰুমানি আছে। এই কথা শুনি সুপিতাই তেওঁক ঘূৰাবলৈ যত্নপৰ হল। এওঁৰ ঘৰ ভৱানীপুৰৰ ওচৰৰ নামনগৰ বা নৱনগৰত আছিল।

**গুৰু দৰ্শন**—সুপিতাই আতাক পাই লগ এৰিবলৈ টান পোৱা হল। তেওঁ এদিন কলে—"ময়ো মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱক গুৰুবোধ কৰিছোঁ আৰু তেৰাৰ মতেই বহুতলোকক নামধৰ্ম্ম দান কৰিছোঁ।" গোপাল আতাই এই কথা শুনি অতিশয় আনন্দিত হল। তেওঁ সুপিতাৰ আলেখ-লেখ বুজিবৰ কাৰণে ঘনাই তেওঁলোকৰ ঘৰলৈ যাতায়াত কৰিবলৈ ধৰিলে। ছমাহ মানৰ মূৰত তেওঁ সুপিতাৰ ফাকিৰ কথা বুজি পালে। তথাপি তেওঁক শ্ৰীমাধৱদেৱে বৰকৈ আদৰ-চেনেহ কৰা আৰু তেওঁৰ থানলৈ গলে আগবঢ়াই নিয়া বুলি কোৱা কথাৰ প্ৰমাণ চাবলৈ অপেক্ষা কৰি থাকিল। তদুপৰি অন্ততঃ গুৰু-দৰ্শন লাভৰ সহায়ক হব বুলি ভাবি তেওঁৰ ডাক্কোপ মৰা কথালৈও আওকাণ কৰিলে। আতাৰ গুৰু-দৰ্শনৰ প্ৰবল হেপাহৰ কথা অনুভৱ কৰি সুপিতাৰ মন নথকা সত্বেও নাযাওঁ বুলি কবলৈ সাহ নহল।

এদিন ৰাতিপুৱা দুয়োজনে স্নান কৰি ভোজন কাৰ্য্য সমাপনৰ অন্তত সুন্দৰীদিয়াথান মুখে খোজ ললে। সেই সময়ত শ্ৰীমাধৱদেৱে

চোতালত বহি জন্ম ৰহস্য পুথি ৰচনা কৰি আছিল। তেওঁ দূৰৈতে সুপিতাক দেখি কটাক্ষ দৃষ্টিৰে চাই পুনৰ পুথি ৰচনাত মনোনিবেশ কৰিলে আৰু পদ লেখাৰ পাচতহে শ্ৰীৰাম আতাক মাত দি নি তেওঁলোকক আসন আৰু গুৱা-পাণ দিবলৈ কলে। তেওঁলোকে সেৱা জনাই বহিলত গুৰুজনাই সুপিতাৰ আগমনৰ উদ্দেশ্য কি সুধিলে। তেতিয়া তেওঁ কলে—"বাপ, আপোনাক দেখা কৰাই আমাৰ একমাত্ৰ উদ্দেশ্য ; তাত বাদে আন কাম নাই।" গুৰুজনাই তেতিয়া তেওঁৰ লগত থকাজন কোন বুলি সুধি পৰিচয় বিচাৰিলত তেওঁ কলে—"বাপ, এওঁৰ নাম গোপাল ; সম্বন্ধত মোৰ ভাই হয়। এওঁ মাতৃৰে সৈতে ভৱানীপুৰ গ্ৰামত থাকে। এওঁ অতিশয় নম্ৰ, জ্ঞানী, বুদ্ধিমান আৰু শাস্ত্ৰজ্ঞ। এৰোঁ আপোনাক দৰ্শন কৰিবলৈ আহিছে।" তেতিয়া গুৰুজনাই গোপাল আতালৈ চাই সুধিলে—"বাপু, তুমি ভৱানীপুৰৰ অমৃতকৰ দলৈক চিনি পোৱানে ?" আতাই ক'লে—"বাপ, আমি তেওঁক চিনি পাওঁ ; তেওঁ আমাৰ গাওঁৰ বকৰা।" তেতিয়া গুৰুজনাই জন্ম ৰহস্য পুথিখনি তেওঁক দি কলে—"এই পুথিখনি অমৃতকৰৰ হাতত দিবা।" আতাই গুৰুদৰ্শন কৰিবলৈ অহাৰ দিনাখনেই গুৰুৰ এনে বিশ্বাসী হৈ তেৰাই ৰচনা কৰা পুথি এখন স্পৰ্শ কৰিবলৈ পাই নিজকে নিজে ধন্য মানিলে। তেওঁ পুথিখন ভালকৈ বান্ধি ললে আৰু গুৰুজনাক সেৱা জনাই বিদায় লৈ পুথিখন শিৰত তুলি লৈ ভৱানীপুৰ মুখে খোজ ললে। যথা সময়ত ভৱানীপুৰ পোৱাত সুপিতাই আতাক তেওঁলোকৰ ঘৰলৈ যাবলৈ মাতিলত তেওঁ যাবলৈ অমান্তি হৈ পোনে পোনে অমৃতকৰ দলৈৰ ঘৰলৈহে গল। তেওঁ পুথিখন দলৈক দি কলে—"আজি আমি সুন্দৰীথানলৈ যাওঁতে গুৰুজনাই আমাৰ হাতত এই পুথিখন আপোনালৈ দি পঠাইছে।" দলৈয়ে পুথিখন সেৱা কৰি লৈ যতনাই ৰাখিলে। আতাইও তাৰ পৰা ঘৰলৈ আহিল।

**পাটকুঁৱা নিৰ্ম্মাণত**—শ্ৰীমন্ত শঙ্কৰদেৱৰ বৈকুণ্ঠ প্ৰয়াণৰ পাচত তেৰাৰ ভাৰ্য্যা কালিন্দী দেৱী আই গোসানীৰ ভাল পানীৰ

অভাৱে দেখা দিছিল। এদিন শ্ৰীৰাম আতাই গুৰুজনাৰ আজ্ঞা অনুসৰি আই গোসানীৰ বাতৰি লবলৈ পাটবাউসীলৈ যাওঁতে তেওঁ কলে—"বাপু শ্ৰীৰাম, আজি আমি অস্নানে আছোঁ। ধনুখন্দা বিলত* ইয়াৰ লোকসকলে মাছ মাৰি পানী ঘোলা কৰি থয়। অশুচি মাইকীবোৰেও তাত স্নান কৰে; গতিকে তুমি বাপু মাধৱক কবা তেওঁ যেন সোনকালে এটি পাটকুঁৱা দিয়াৰ ব্যৱস্থা কৰে।" শ্ৰীৰাম আতাই বিদায় লৈ উভতি আহি এই কথা শ্ৰীমাধৱ দেৱক জনালত তেওঁ কেইজনমান ভকত সমন্বিতে ভৱানীপুৰলৈ যাত্ৰা কৰিলে। তেওঁ গৈ অমৃতকৰ দলৈৰ (কথা গুৰু চৰিত মতে কলীয়াঁ দলৈৰ) ঘৰত উপস্থিত হল গৈ। দলৈয়ে গুৰুজনাক দেখি প্ৰণাম জনালে আৰু আথে-বেথে নি সকলোকে আসন দি আগমনৰ কথা সুধিলে। তেতিয়া গুৰুজনে সকলোবোৰ কথা ভাঙি কলত দলৈয়ে কলে—"বাপ, নাদৰ পাট কেইটি কঢ়িয়াই নিয়াব পাৰিলে আমি এতিয়াই কিনি দিব পাৰোঁ। অৱশ্যে ইয়াত গোপাল বুলি এজন লোক আছে; তেওঁ আৰু তেওঁৰ মাতৃয়ে ৰজাৰ কাৰণে তন্ত্ৰী সকলৰ হতুৱাই কাপোৰ বোৱা-কটা কাম কৰে। তেওঁৰ বচন কেৰে নেপেলায়, গতিকে তেওঁক আগ ধৰি সুধি মতামত লোৱা যুগুত।"

দলৈৰ পৰামৰ্শমতে শ্ৰীমাধৱদেৱে গোপাল আতাৰ গৃহলৈ খোজ

---

* বৰ্ত্তমান ধনুখন্দা বিলটোৰ দুয়ো পাৰে দুটা বিতোপন মঠ তৈয়াৰ হৈ উঠিছে। পূব পাৰে সজা মহাপুৰুষ শ্ৰীশ্ৰীদামোদৰদেৱৰ থানৰ মঠটোৰ নিৰ্ম্মাণ কাৰ্য্য ১৮৭৪ শকত আৰম্ভ হৈ ১৮৮৪ শকত শেষ হয়। পশ্চিম পাৰে সজা মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ থানৰ মঠটোৰ আধাৰশিলা ১৮৭৭ শকৰ কাতি মাহৰ ১৩ তাৰিখ সোমবাৰে স্থাপন কৰা হয় আৰু ১৮৮৫ শকৰ মাঘ মাহৰ ১০ তাৰিখ শুক্ৰবাৰে নিৰ্ম্মাণ কাৰ্য্য সম্পূৰ্ণ হৈ উঠে। এই মঠটো ৬০ ফুট ওখ। ইয়াক সাজোঁতে বৰপেটা সত্ৰৰ (বৰ্ত্তমান ইচ্ছাপুৰ হাটীৰ) খ্যাতি সম্পন্ন ৰাজমিস্ত্ৰী স্বৰ্গীয় শঙ্কৰ চৰণ সূত্ৰধাৰে ঘাই মিস্ত্ৰী আৰু পাটবাউসী থানৰ শ্ৰীগোপাল চন্দ্ৰ দাসে পালী মিস্ত্ৰী স্বৰূপে কাম কৰিছিল।—লেখক

ললে। তেওঁ পৰিচিত লোক যেন দেখি নওলাবে পৰা 'গোপাল' 'গোপাল' বুলি মাত লগালে। তেতিয়া তেওঁ গাওঁলীয়া ৰাইজৰ লগত হৰি-মন্দিৰত নাম-কীৰ্ত্তন কৰি আছিল। আতাই গুৰুজনাৰ মাত শুনি তাৰ পৰা ওলাই আহি সেৱা জনালে আৰু বহিবলৈ আসন আগবঢ়াই দি বিনম্ৰ ভাৱে যোৱাৰ কাৰণ সুধিলে। তেতিয়া গুৰুজনে কলে—"বাপু গোপাল, আই গোসানীৰ এটি নতুনকৈ নাদ দিবৰ প্ৰয়োজন হৈছে। তাৰ বাবে লগা পাটকেইটি অমৃতকৰ দলৈয়ে অকলে দিবলৈ গাত লৈছে। কিন্তু তাক পাটবাউসী থানলৈ নিওঁতা লোক বিচাৰি পোৱা নাই। বেয়া নোপোৱা যদি সেইখিনি কামৰ দায়িত্ব তোমাক দিব খোজোঁ। কামটো অতিশয় জৰুৰী; গতিকে পৰহি দিনা পাটকেইটি যি কোনো প্ৰকাৰেই নহওক সেই ঠাই পাবই লাগিব। তোমাৰ মতামত কি?" আতাই কলে—"বাপ, ই অকলে কৰিব পৰা কাম নহয় যদিও, গঞা ৰাইজৰ লগত আলোচনা কৰি তেওঁলোকৰ সহযোগত কামটো কৰাই দিব পৰা হব।" গুৰুজনাই এনে অভাৱনীয় আশ্বাস-ৰাণী শুনি পৰম সন্তোষ পালে আৰু তেওঁক ধন্যবাদ দি ভকত সমন্বিতে সুন্দৰী থানলৈ উভতিল।

তেওঁ আহি শ্ৰীৰাম আতাক কলে—"শ্ৰীৰাম ভৱানীপুৰত এনে এজন বিশিষ্ট ভক্তিপৰায়ণ লোক পোৱা হল যিজনে অকাতৰে পাটকেইটি দান কৰিলে আৰু আন এজন এনে বাক্য পালনকাৰী লোক পোৱা হল যিজনে দ্বিৰুক্তি নকৰাকৈয়ে আমাৰ অনুৰোধ ৰক্ষা কৰিলে।" এই কথা শুনি শ্ৰীৰাম আতাই মাত লগালে—"বাপু, কোনোবা ভাগ্যৱতী মাতৃয়ে পূৰ্ব্বজন্মৰ অশেষ পুণ্যৰ ফলত এনেকুৱা মহানুভৱ পুৰুষক পুত্ৰৰূপে লাভ কৰিবলৈ সমৰ্থ হৈছে। তেওঁলোকক দৰ্শন কৰাৰ সুযোগ আমাৰ ভাগ্যত মিলিবনে?" গুণগ্ৰাহী শ্ৰীৰাম আতাৰ মুখত এনে ব্যগ্ৰতাপূৰ্ণ বাক্য শুনি গুৰুজনাই মধুৰ হাঁহি এটিৰে সমিধান দিলে—"শ্ৰীৰাম তেওঁলোকৰ এজনে পৰহিদিনা আহি পাটবাউসী থান পাবহি; গতিকে তোমাৰ মনোবাঞ্ছা অচিৰে

পূৰ্ণ হব। তুমি কালিলৈ আগধৰি গৈ আই গোসানীক এই বাতৰি দিবা। তাৰ লগতে কোৰ, জৰী, কলহ, খদা আৰু বসুৱাক খুৱাবলৈ দুগ্ধ, চিৰা আৰু তেওঁলোকক দিবলৈ গামোচা কেইখনমানো যোগাৰ কৰি থবলৈ কবা।" শ্ৰীৰাম আতাই 'ভাল বাপ, গুৰুবাক্য' বুলি কৈ শলাগি থলে।

সিফালে সুচতুৰ গোপাল আতাই গধুলি গঞা ৰাইজক মাতি আনি আলোচন কৰি সকলো ঠিকঠাক কৰিলে। তেওঁলোকে নিৰ্দ্দিষ্ট দিনৰ দিনা ৰাতিপুৱা পাটবোৰ সাৱধানে নাওতে বোজাই দি ভটীয়ালে। কিছু বেলিৰ মূৰত নাও আহি সুন্দৰীদিয়াৰ ঘাটত লাগিলহি*। তেতিয়া গুৰুজনাৰ নিৰ্দ্দেশমতে শ্ৰীৰাম আতা আগবাঢ়ি গৈ গোপাল আতাক সাবট মাৰি ধৰিলত দুয়োৰে চকুত প্ৰেমাশ্ৰু নিগৰি ওলাল। তাৰ পাচত তেওঁক বহালৈ নি ভোজন কাৰ্য্যৰ ব্যৱস্থা কৰিলে। ভোজনৰ অন্তত গোপাল আতাই সেৱা জনাই মেলানি মাগি পুনৰ নাও এৰি দিলে। নাও গৈ পাটবাউসীৰ ঘাটত লাগিল। মথুৰা দাস বুঢ়া আতাই কুঁৱাৰ ঠাই দেখুৱাই দি সকলোকে নিজ নিজ কামৰ দায়িত্ব ভগাই দিলে। আচৰিত কথা যে গোপাল আতায়ো পাট ঘঁহা কাম কৰিবলৈ কুণ্ঠা বোধ কৰা নাছিল। তেওঁ দিনত কুমাৰ সকলৰ লগত কামত ব্যস্ত থাকি ৰাতি হলে শ্ৰীমাধৱদেৱৰ ওচৰত হৰি কথা শুনিছিল। কুঁৱা দিয়া কাম শেষ হোৱাৰ পাচত গোপাল আতাই অইন লোক সকলক ভৱানীপুৰলৈ পঠিয়াই দি, তেওঁ অকলে গুৰুজনাৰ লগত সুন্দৰীথানত দহ দিনমান আছিল। সেই সময়তে তেওঁ শ্ৰীশ্ৰীনাৰায়ণ দাস ঠাকুৰ আতাক দৰ্শন কৰিবলৈ সুযোগ পায়।

---

* কোনো কোনো চৰিত পুথিত কুঁৱাৰ পাটবোৰ কান্ধত লৈ থল পথেৰে হৰিধ্বনি কৰি অহা বুলি আৰু ভাগৰি পৰিলে বাটত জিৰণি ললে গোপাল আতাই কীৰ্ত্তনৰ পদ লগাই দিয়াত সহযাত্ৰী সকলে চাপৰি বজাই নাম ধৰি ক্লান্তি দূৰ কৰা বুলি কোৱা আছে। —লেখক

ঠাকুৰ আতাই বুঢ়া শ্ৰীৰাম আতাৰ মুখে গোপাল আতাৰ গুণাৱলীৰ কথা শুনি বৰ সন্তোষ পাইছিল আৰু সেইবাবে তেওঁক স্নেহো কৰিছিল। তদুপৰি তেওঁ প্ৰায় নিতৌ সুন্দৰীথানলৈ অহা-যোৱা কৰি থকা বাবে গোপাল আতাই থকা সেই দহ দিনৰ কাৰ্য্যাৱলী তেওঁৰ চকুত নপৰাকৈ থকা নাছিল।

গুৰুজনাই গীতা-ভাগৱত আদি শাস্ত্ৰ ব্যাখ্যা কৰি ভকত সকলক শুনালে গোপাল আতাই তাক একান্ত মনে শুনি থাকে আৰু মাজে সময়ে কঠিন কথাবোৰৰ প্ৰশ্ন কৰে। গুৰুজনে সন্তোষ পাই তাক সুন্দৰকৈ বুজাই দিয়ে। এইদৰে এদিনাখন শাস্ত্ৰ ব্যাখ্যা কৰি থাকোঁতে গোপাল আতাই এটিও প্ৰশ্ন নোসোধা দেখি গুৰুজনাই তাৰ কাৰণ জানিবৰ কাৰণে সুধিলে—"গোপাল, তুমি প্ৰত্যেক দিনে প্ৰশ্ন কৰি অকল তোমাৰেই নহয় অইনৰো মনৰ সংশয় দূৰ কৰিছিলা। ই সজ গুণ। প্ৰশ্ন কৰিলেহে আচল কথাৰ সম্ভেদ ওলাই পৰে। কিন্তু আজি দেখোঁন তোমাৰ মুখৰ পৰা এটিও প্ৰশ্ন ওলোৱা নাই; ইয়াৰ কাৰণ কি?" তেতিয়া গোপাল আতাই কলে—"বাপ, আমি সাগৰৰ পাৰতে বাস কৰিও পিয়াহত অণ্ঠ-কণ্ঠ শুকাই যোৱাত ছটফটাই মৰিব লগা অৱস্থা হোৱাদি হৈছে। আমাক মায়াই অন্ধ কৰি মাৰিব যেন লাগিছে। সেয়েহে 'পঢ়ি শুনি নাপায় তত্, চাই থাকে কণা বগলীৰ মত' বোলা বচন ফাকিৰ দৰে আমি শাস্ত্ৰ শুনিও মায়াৰ হাত এৰাবৰ উপায় বিচাৰি পোৱা নাই।" গুৰুজনাই এই কথা শুনি কলে—"গোপাল তোমাৰ ধাৰণা ভুল; তুমি ঘৰলৈ গৈ বিবাহ কৰা গৈ। তোমাক বিষয়ে আবদ্ধ কৰি ৰাখিব নোৱাৰিব। তুমি নিশ্চয়কৈ জানিবা যে হৰি ভকতক ভগৱন্তই মায়াৰ ফান্দত নেপেলায়; মায়া তৰণৰ উপায়হে দান কৰে।" গোপাল আতাই গুৰুজনাৰ এই আজ্ঞা-বাণী সাৰোগত কৰি, তেওঁৰ পৰা বিদায় লৈ ঘৰলৈ উলটিল। সেইদিনা ঠাকুৰ আতাই সুন্দৰীথানত থাকি সকলো কথাৰ সম্ভেদ পালে। সেই দেখি তেওঁ গোপাল আতাক উপযুক্তা পাত্ৰাৰ সংবাদ দিয়া উচিত বুলি ভাবি বৰপেটাৰ হৰিৰাম কায়স্থৰ

কন্যা বৃন্দাৱতীৰ কথা উল্লেখ কৰিলে। পাচত দেখা গল যে তেওঁৰ পৰামৰ্শ মতেই গোপাল আতাৰ বিবাহৰ বন্দবস্ত হল।

**বিবাহ**—আতাৰ বিবাহৰ বয়স হলত পিতৃ-মাতৃৰ ভিতৰত সেই বিষয়ে আলোচনা হবলৈ ধৰিলে। এই কথাৰ সম্ভেদ পাই ৰূপবান আৰু গুণবান ডেকা এজনক জোৱাই ৰূপে পাবলৈ মন মেলি কেবা-জনো লোকে তেওঁলোকৰ ওচৰ চাপিল। চৰিত পুথিত ইয়াৰ উল্লেখ এনেকৈ আছে—

"মহা বিচক্ষণ ৰূপ দেখি গুণ গোপালৰ
দুইজন কন্যা যাচি দিলা।
পিতৃ-মাতৃ দুইজনে পৰম হৰিষ মনে
তনয়ক বিবাহ কৰাইলা॥"

সচাকৈয়ে আতাই অলপ অগা-পিচাকৈ দুগৰাকী কন্যাৰ পাণি-গ্ৰহণ কৰিব লগাত পৰিল। প্ৰথমতে বৰপেটাৰ হৰিৰাম কায়স্থৰ (ওৰফে হৰিয়া কায়স্থ) কন্যা বৃন্দাৱতীৰ (এওঁৰ আন এটি নাম বিবিন্দ্ৰা) লগত আতাৰ শুভ-বিবাহৰ কামখিনি সুকলমে সম্পন্ন হৈ গল। কোনো কোনোৱে আকৌ বৰপেটাৰ হাওৰা কায়থ বা হাথীয়া কায়থৰ জীয়েক সবিতাৰ লগতহে বিয়া হোৱা বুলি কয়। দ্বিতীয়তে বজ্ৰাঙ্গী আয়ে তাৰ আগতে ভৱানীপুৰতে পুতেকলৈ ছোৱালী চাই বিয়া কৰাব বুলি প্ৰতিশ্ৰুতি দি থোৱা বাবে পহিয়া মাধৱ বা পহিয়া আতাৰ প্ৰথমা কন্যা সুভাগীৰ (এওঁৰ অইন নাম বৃন্দা) লগত গোপাল আতাৰ দ্বিতীয় বিয়াখনো পাতিব লগা হল। এই বিষয়ে মাক-বাপেকে বিমোৰত পৰা দেখি লোক নিন্দা আৰু মান সম্মানৰ বিষয়ে চিন্তা কৰি চাই আতাই সন্মতি প্ৰকাশ কৰিবলৈ বাধ্য হল। তেতিয়া ৰাইজৰ সহায়-সহযোগত বিয়াখন কোনোমতে হৈ গল। আতাই পাণি-গ্ৰহণ কৰা দুয়ো গৰাকী ভাৰ্য্যা অতিশয় ধৰ্ম্ম পৰায়ণা, ধৈৰ্য্যশীলা আৰু পতিব্ৰতা নাৰী আছিল। তেওঁলোকে স্বামীৰ সন্তুষ্টিৰ কাৰণে সততে সজাগ দৃষ্টি ৰাখিছিল। আতাই

হেনো প্ৰথমা ভাৰ্য্যাক 'বৰপেটীয়াৰ জী' আৰু দ্বিতীয়া ভাৰ্য্যাক 'পৰ্হিয়াৰ জী' বুলি সম্বোধন কৰি মাতিছিল।

কোনো কোনোৱে ভুল ক্ৰমে গোপাল আতাৰ তিনি গৰাকী ভাৰ্য্যা আছিল বুলি কয়। আতাৰ দ্বিতীয়া ভাৰ্য্যাৰ ভনীয়েক দুৰ্ভাগীয়ে অকালতে বিধবা হৈ নিৰাশ্ৰয়া হোৱাত তেওঁৰ একমাত্ৰ পুত্ৰ কেশ-ৰামৰে ( সকলোৱে মতানাম কেহো ) সৈতে বায়েকে আশ্ৰয় দিয়ে। তেতিয়াৰ পৰা তেওঁলোকৰ ঘৰতে দুৰ্ভাগীয়ে সহায়িকা হৈ থকা দেখি ভু নোপোৱা লোকে তেওঁকো ভাৰ্য্যা বুলি ভাবিছিল যেন লাগে।

**ঠাকুৰ আতাৰ উপদেশ**—গোপাল আতাৰ স্বভাৱ-চৰিত্ৰ, চলন-ফুৰণ, আচাৰ-ব্যৱহাৰ আৰু ধৰ্ম্মনিষ্ঠাৰ প্ৰতি ঠাকুৰ আতাই আগৰে পৰা লক্ষ্য কৰি আছিল। বিশেষতঃ উপযুক্ত অশৰণীয়া লোক সংগ্ৰহ কৰি শ্ৰীশ্ৰীমাধৱদেৱৰ ওচৰ চপাই দিয়াৰ দায়িত্ব থকা বাবে তেওঁ এই কাম কৰিবলৈ বাধ্য হৈছিল। সেইদেখি এদিনাখন তেওঁ গোপাল আতাৰ আগত শৰণৰ কথা উন্ধুকিয়ালে। তেতিয়া তেওঁ সেই কথা শুনা মাত্ৰকে তাত সমৰ্থন জনাই বেদনা-কাতৰ অন্তৰৰ আবেগ-ভৰা কথাখিনি কবলৈ ধৰিলে—"বাপ, এই হতভগীয়াই জগত গুৰু শ্ৰীমন্ত শঙ্কৰদেৱৰ ওচৰত শৰণ লম বুলি মনতে ভাবি থাকোঁতেই তেৰাই আমাক এৰি বৈকুণ্ঠ ধামলৈ গুচি গল। এতিয়া সুন্দৰীত থকা গুৰু-জনাক দৰ্শন কৰি অহাৰেপৰা মনত লাগিছে যেন শ্ৰীমন্ত শঙ্কৰদেৱৰ সকলো লক্ষণ আৰু গুণ তেৰাৰ দেহতে বৰ্ত্তিছে। গতিকে তেৰাৰ ওচৰতে আমি ধৰ্ম্ম-বস্তু লাভ কৰিব পৰা যাব বুলি আশা কৰা হৈছে। ঠাকুৰ আতাই গোপাল আতাৰ মনোভাৱ বুজি পাই শুভ-কাৰ্য্য শীঘ্ৰে কৰা যুগুত বুলি উপদেশ দি জনিয়া সত্ৰলৈ খোজ ললে।

**শৰণ গ্ৰহণ**—এদিনাখন গোপাল আতাই ধৰ্ম্ম-বস্তু লভিবৰ মনেৰে ভৱানীপুৰৰ পৰা সুন্দৰীদিয়া থানলৈ আহিল। তেওঁ পোনতে শ্ৰীশ্ৰীমাধৱদেৱৰ চৰণত পৰি সেৱা জনাই কলে—"বাপ কৃপালু গুৰু, আপোনাক গুৰুমানি ধৰ্ম্ম-বস্তু লভিবৰ মনেৰে পৰম আশা কৰি

ইয়ালৈ অহা হৈছে ; গতিকে দাসলৈ কৃপাদৃষ্টি পেলাই শৰণ দান দি কৃতাৰ্থ কৰিব বুলি সকাতৰে প্ৰাৰ্থনা জনোৱা হৈছে।" গুৰুজনে যদিও গোপাল আতাক বহুদিন আগতে দেখিছিল আৰু তাৰ পাচতো তেওঁৰ দ্বাৰা কাম কৰোৱাইছিল তথাপি অলপ পৰীক্ষা কৰি চাবৰ মনেৰে তেওঁক সত্বহতে শৰণ নিদি মাধৱ মৰল নামৰ লোক এজনৰ ঘৰত থাকিবলৈ দিলে। চাৰিদিনৰ মূৰত ঠাকুৰ আতাই তেওঁক মৰলৰ ঘৰৰ পৰা আনি শৰণ দিবলৈ গুৰুজনাক খাটিলে। তেতিয়া গুৰুজনে মাধৱ মৰলক মতাই আনি সুধিলে—"মৰল, আজি চাৰি দিনে লোকজনৰ স্বভাৱ-চৰিত্ৰ, লক্ষণ, ব্যৱহাৰ আদি কেনে দেখা গ'ল ?" মৰলে মাত লগালে—"বাপ, কি কম লোকজনৰ কথা ! এনে নিখুঁত চৰিত্ৰবান সদাচাৰী আৰু মিষ্ট ভাষী পুৰুষ ইতিপূৰ্ব্বে দেখা মোৰ মনত নপৰে। তেওঁ আমাৰ ঘৰত থকা চাৰিওদিনে দিনে-নিশাই কেৱল শৰণৰ কথাকেহে কৈ আছে। ধৰ্ম্ম-বস্তু নোপোৱালৈকে যেন তেওঁ প্ৰাণত শান্তি নাপাব এনেকুৱা যেন লাগিছে।"

মৰলৰ কথাত পতিয়ন গৈ গুৰুজনে গোপাল আতাক যথাৰীতি শৰণ দিলে।* শৰণৰ অন্তত আতাই দণ্ডৱতে পৰি গুৰুজনাক সেৱা কৰি কলে—"বাপ কৃপালু গুৰু, আপুনি আমাৰ জীৱৰ জীৱ, প্ৰাণৰ প্ৰাণ, আত্মাৰো আত্মা, আপুনি জীৱন-কাণ্ডাৰী। আপোনাৰ শ্ৰীচৰণৰ কৃপাত আজি জীৱনৰ এটি মহৎ কাৰ্য্য সম্পন্ন হোৱাত পৰম কৃতাৰ্থ মানিছোঁ ; গতিকে আপোনাৰ দুখানি অভয় চৰণত বাদে এই দাসৰ কাম্য-বস্তু একোৱেই নাই।" এই কথাষাৰ শুনি গুৰুজনে

* কোনো কোনোৱে গোপাল আতাই পূৰ্ব্বে শ্ৰীচৈতন্য দেৱৰ ধৰ্ম্মত দীক্ষিত হোৱা বুলি কোৱা শুনা যায়। এই সম্পৰ্কে নগাওঁ জিলাৰ নাচনী পাৰ সত্ৰৰ সত্ৰাধিকাৰ শ্ৰদ্ধেয় শ্ৰীশ্ৰীপূৰ্ণকান্ত মহন্ত দেৱৰ অভিমত বিচৰাত তেখেতে লিখি জনাইছে যে 'তেৰাই মহাপুৰুষ মাধৱদেৱৰ পৰা ভক্তি ধৰ্ম্ম গ্ৰহণ কৰাৰ পূৰ্ব্বে চৈতন্যপন্থী লোকৰ লগত কীৰ্ত্তন কৰি ফুৰিছিল ; কিন্তু ধৰ্ম্ম গ্ৰহণ কৰা নাছিল।"—লেখক

হৰিষ মনেৰে ওচৰতে থকা শ্ৰীৰাম আতাক কলে—“শুনা শ্ৰীৰাম, গোপালে কোৱা এই কথাষাৰিৰ বাবে তোমাক সাক্ষী স্বৰূপে ৰখা হল।” তাৰ পাচত গোপাল আতালৈ চাই এটি মিচিকিয়া হাঁহি মাৰি কলে—“গোপাল, তুমি পৰম সৌভাগ্যবান। যিদিনা চৈতন্য-পন্থী গুৰুজনক লগত লৈ ইয়ালৈ আহিছিলা সেইদিনাই তোমাৰ শৰণৰ কামখিনি অজানিত ভাৱে সম্পন্ন হৈ গৈছিল; আজি সি মাথোন সদৰিহে হল।” তেতিয়া আতাৰ মনৰ খু-তুৰনি মাৰ গল। গোপাল আতাই গুৰুজনাৰ সেৱা পালি তেওঁৰ নিৰ্দ্দেশমতে সুন্দৰী থানৰ খিৰা মৰলৰ নতুন ঘৰ এটিত থাকিবলৈ ললে।

**শিক্ষালাভৰ ঐকান্তিকতা**—গোপাল আতাই নিতৌ ব্ৰহ্ম-মুহূৰ্ত্ততে শয্যা ত্যাগ কৰি স্নানাদি কাম সমাপন কৰিছিল। তাৰ পাচত গুৰুসেৱা কৰি উঠি আহি গুৰুৰ আল্-পৈচান ধৰিছিল। সেইখিনি কাম হৈ উঠিলে গুৰুৰ ওচৰত বহি কৃষ্ণ-কথা শ্ৰৱণ কৰিছিল। তেওঁ নিতৌ মনত উদয় হোৱা নানা তৰহৰ নতুন নতুন প্ৰশ্নৰ দ্বাৰা শৰণৰ বাক্যত পোৱা কথা আৰু অন্যান্য তত্ত্বমূলক কথা শিকি বুজি লৈছিল। এইদৰে কথা-সুখত বহি থাকোঁতে বেলি ভাটী দিলেহে গুৰুজনে চাউল সিজাবলৈ গৈছিল। সেই অৱকাশতে আতাই তাৰ পৰা উঠি গৈ খৰধৰকৈ ৰন্ধন কাৰ্য্যখিনি কৰি অটাইছিল আৰু অন্নমুঠি পেটত পেলাই জিৰণি নোলোৱাকৈয়ে পুনৰায় গুৰুগৃহত উপস্থিত হৈছিল। তেওঁ এইদৰে আহোঁতে কোনো দিনা গুৰুৱে ভোজন কৰি উঠিছিল আৰু কোনো দিনা অন্ন-ব্যঞ্জন সাজি লৈছিলহে মাথোঁন। তাকে দেখি এদিনাখন গুৰুজনে গোপাল আতাক সুধিলে—“গোপাল, কিবা ভোজন কৰিলা নে শুদামুখে আহিলা?” আতাই কলে—“বাপ, ভগৱন্তে যি মিলাইছিল তাৰে অন্নমুঠি ভোজন কৰি অহা হৈছে।” গুৰুজনে ইয়াৰ ৰহস্য বুজিবৰ মনেৰে এদিন খিৰা মৰলক মতাই আনি সুধিলে—“মৰল, আমাৰ গোপালটিয়ে দুপৰীয়া কিবা ভোজন কৰে নে নকৰে? তেওঁ নিতৌ দুপৰীয়া আমাৰ কাষৰ পৰা যাওঁতে পলম হয়; কিন্তু আহোঁতেও আহে সোনকালে; সুধিলে

ভোজন কৰা বুলি কয়; কি কথা ?" মৰলে কলে—"বাপ, তেওঁ খাই-বৈ আপোনাৰ ওচৰলৈ আহোঁতে পলম হব বুলি ভাবি চাউল কেইটি ভালকৈ সিজিবকেই নিদিয়ে; আধাসিজা যেন হলেই নমাই থৈ ততাতৈয়াকৈ তাকে মুখত দিয়ে। তেওঁৰ জিভাৰ জুতিৰ লগত কোনো সম্বন্ধ নাই; কেতিয়াবা খাৰ বা লোণ নাইবা জলকীয়াকে ভোজন কৰে; আৰু কেতিয়াবা তাকো নাপালে শুদাই খাই উঠে। কিবা লাগিলেও কাকো নোখোজে আৰু কোনোৱে কিবা দিব খুজিলেও লবলৈ মন নকৰে। এনেকুৱা নিষ্ঠাবান, নিৰ্লোভী আৰু ভক্তিপৰায়ণ ভকত পাবলৈ নাই।" খিৰা মৰলৰ পৰা সকলো সন্দেহ পাই গুৰুজনাৰ তেওঁলৈ পুতৌ উপজিল। তেওঁ মৰমতে আতাক কলে—"গোপাল, মৰলৰ ঘৰত অকলে থাকি বৰ দুখ পাইছা। আজিৰপৰা মোৰ লগত থাকিবা আৰু খোৱা মুঠিও পাবা।" আতাই গুৰু বাক্য শিৰোধাৰ্য্য কৰি মৰলৰ ঘৰৰপৰা আহি গুৰুগৃহত থাকিবলৈ ললে।

গুৰুজনে কাঠ-খৰিৰ অভাৱত ইকৰাৰে জুই ধৰা, ৰন্ধা-বঢ়া কৰা, জুই পুওৱা আদি দেখি আতাৰ মনত দুখ লাগিল। তেওঁ এদিন ওচৰতে থকা জাৰণিৰ পৰা শুকান কাঠ-খৰি আনি পৰ্ব্বতাকাৰ কৰি থলে। এনে অভাৱনীয় কাণ্ড কৰা দেখি গুৰুজনে নিশা আতাক কলে—"গোপাল, আজি তুমি বৰ কষ্ট পালা; হাতত পানী জোলা বান্ধি ভৌ ভোৱাইছে চাগৈ ? কাঠ খৰি আৰু নানিবা; ইকৰাৰেই চলিব।" আতাই কেৱল শুনিহে থাকিল একোকে নকলে।

**আত্ম সংশোধনৰ সুযোগ**—আতাই গুৰুৰ সেৱা-কাৰ্য্য কৰি আৰু গুৰুজনে ৰন্ধা অন্ন-ব্যঞ্জন ভুঞ্জিবলৈ পাই মনে মনে নিজক সৌভাগ্যবান বুলি বিবেচনা কৰিলে। ভোজনৰ সময়ত গুৰুজনে নিতৌ আগধৰি আতাৰ কাৰণে অন্ন-ব্যঞ্জনাদি সাজি দি আৰু তেওঁক পাতত বহুৱাইহে নিজলৈ সাজিছিল। আতাই এই কামলৈ সমুলি লক্ষ্য কৰা নাছিল। আৰু সেই বিষয়ে চিন্তা কৰাও নাছিল।

এদিনাখন ঠাকুৰ আতাই গুৰু-গৃহত এনে কাম দেখি কেনেবা কেনেবা যেন পাই গোপাল আতাক কলে—“গোপাল, গুৰুজনে পোনতে তোমাৰ পাতত অন্ন দিহে পাচত নিজৰ কাৰণে বাঢ়ি আনে। ইয়াৰ দ্বাৰা তোমাৰ গাত অপৰাধৰ অলপ ছিটিকনি পৰে; গতিকে এই বিষয়ে কোনো পৃথক ব্যৱস্থা কৰিব পাৰিলে সজ হয়।” কথাষাৰি গোপাল আতাই চিন্তা কৰি চাই তাৰ যুক্তিযুক্ততা বুজি পালে। তেওঁ অলপো পলম নকৰি গুৰুজনাক নিবেদন জনাই কলে—“বাপ কৃপালু গুৰু, আমি বৰ কষ্ট দি আপোনাৰ পৱিত্ৰ হাতৰ অন্ন ইমান দিনে ভোজন কৰা হল। কিন্তু এনেহেন মহা প্ৰসাদ ভুঞ্জিবৰ সৌভাগ্য হোৱাতো পুণ্য সঞ্চয় হ'ক ছাৰি পাতকহে অৰ্জ্জন কৰা বুলি অনুভৱ কৰা হৈছে। গতিকে কৃপা কৰি দাসক সুকীয়াকৈ চাউল মুঠি সিজাই খাবলৈ অনুমতি দি পৰম উপকৃত কৰে যেন।” আতাৰ এনেকুৱা অনুৰোধৰ কিবা কাৰণ থাকিব পাৰে বুলি ভাবি গুৰুজনে তেওঁক অনুমতি দিলে।

আতাই বহা ঘৰ বান্ধি লবলৈ মাটি এডোখৰ খুজিলত গুৰুজনে ভকতৰ হাটীৰ পুব মূৰে থকা খালী ঠাই এখণ্ড দিলে। আতাই তিনি পখৰ মূৰত তাত এটি বহা ঘৰ সাজি থাকিবলৈ ললে। এদিনাখন গুৰুজনে তেওঁৰ বহাঘৰটোত উপস্থিত হল গৈ। তেতিয়া তেওঁ ৰন্ধন শালত সোমাইছিল। গুৰুজনে গৈ দেখিলে যে আতাই পাত্ৰ টিত চাউল-পানী বহাই আখাৰ তলত জাল দিছে আৰু ইফালে পানীৰ পৰিমাণ বুজিবৰ কাৰণে নতুন পাগ্‌মাৰি * এডালেৰে তাৰ জোখ লৈছে। ইয়াকে দেখি গুৰুজনে মাত লগালে—“গোপাল, সদাচাৰ আমাৰ ধৰ্ম্মৰ এটি প্ৰধান অঙ্গ। কিন্তু তোমাৰ ৰন্ধন কাৰ্য্যত বিসঙ্গতিয়ে দেখা দিয়াত বেয়া পালোঁ।” আতাই এই অজ্ঞানিত দোষ স্বীকাৰ কৰি তাৰ বাবে ক্ষমা বিচাৰিলে। তেতিয়া গুৰুজনে সোপাকে পেলাইদি শুচি হবলৈ কৈ তাৰ পৰা আঁতৰিল। আতাই

* পাগ্‌মাৰি মানে ৰন্ধন কাৰ্য্যৰ সময়ত ভাত-আঞ্জা আদি লৰাই দিয়া মাৰি—লেখক।

ততালিকে গুৰুৰ আদেশ পালন কৰি ঠাইখিনি মচি-কাচি, গোবৰ মাটি দি শুচি হৈহে আকৌ নতুনকৈ আখা পাতিলে। শ্ৰীৰাম আতাই ইয়াকে দেখি পৰম সন্তোষিত হৈ কলে—"গোপাল, তুমি আজি গুৰুজনাৰ আগত নিজৰ দোষ ঢাকিবলৈ চেষ্টা নকৰি আৰু তেৰাৰ আদেশ পালন কৰি মহত্ত্বৰ পৰিচয় দিলা। আজি তাকে নকৰা হলে গুৰুজনে তোমাক ত্যাগ কৰিলেহেঁতেন।" "ইও গুৰুৰেই কৃপা" বুলি তেওঁ চমুকৈ কৈ থলে।

**ত্যাগৰ নমুনা**—গোপাল আতাই নতুনকৈ সজা গৃহত কিছুদিন থকাৰ পাচত অচ্যুত গুৰুৱে সুন্দৰীথানলৈ গৈ শ্ৰীমাধৱ দেৱৰ ওচৰত ধৰ্ম্ম ধৰিলে। তেওঁ গুৰুজনাৰ ওচৰত থাকিবলৈ ইচ্ছা প্ৰকাশ কৰিলত গুৰুজনে গোপাল আতাক মতাই নি কলে—"গোপাল, তুমি গুৰু দক্ষিণা দিব লাগে।" আতাই বিনম্ৰ ভাৱে মাত লগালে—"বাপ, কি দিব লাগে কোৱা যাওক; আমি দেখোঁ দেহাটিকেই আপোনাৰ শ্ৰীচৰণত অৰ্পণ কৰা হৈছে।" তেতিয়া গুৰুজনে অচ্যুত গুৰুলৈ আঙুলিয়াই আতাক কলে—"তোমাৰ বহাঘৰটি এওঁক দিয়া; এওঁ ইয়াতে থাকিব খুজিছে।" আতাই তেতিয়া নিজৰ বহাটি অচ্যুত গুৰুক এৰি দিলে। আতাই পুনৰায় গুৰুজনাক খুজি পশ্চিম হাটীৰ মূৰত এডোখৰ ঠাই লৈ তাতে এটি বহাঘৰ সাজিলে। তাত কেইদিন মান থকাৰ পাচত যদুমণি আতৈ আহি ধৰ্ম্ম ধৰি তেৰোঁ গুৰুজনাৰ সঙ্গত থাকিবলৈ মনস্থ কৰিলে। সেইবেলিও গুৰুজনে গোপাল আতাক মতাই নি সুধিলে—"বাপু গোপাল, তুমি কষ্ট কৰি সজা বহা ঘৰটি এজন নতুনকৈ হোৱা ভকতক দিব পাৰিবানে?" আতাই সন্তোষ প্ৰকাশ কৰি বিনয় বচনেৰে কলে—"বাপ, অস্থায়ী কাঠ-বাঁহেৰে সজা ঘৰটি কেই বছৰ মানৰ পাচত তেনেই বিনষ্ট হব; কিন্তু তাক যদি নিত্য বস্তু দান কৰিব পৰা ভকত এজনাক দিব পৰা যায় তেন্তে তাতকৈ আৰু অধিক আনন্দৰ কথা একো হব নোৱাৰে। আমি অকপট চিত্তে আৰু হৰিষ মনেৰে গৃহটি তেওঁলৈ আগবঢ়োৱা হল।" ইয়াৰ পাচত আতাই পুনৰ আন এডৰা মাটি গুৰুজনাৰ পৰা

পাই তাতে গৃহ এটি সাজি থাকিবলৈ ধৰিলে। গুৰুজনে এনে ত্যাগী আৰু সহনশীল শিষ্য লাভ কৰি এদিনাখন শ্ৰীৰাম আতাক কলে— "শ্ৰীৰাম, গোপালৰ দৰে এনে বিচক্ষণ বুদ্ধি সম্পন্ন আৰু উদাৰ-চিতীয়া লোক অতি বিৰল।

**পাত্ৰ চাই দান**—এদিনাখন গুৰুজনাৰ ভাগিনিয়েক পণ্ডিত ৰামচৰণ ঠাকুৰদেৱে সুন্দৰীথানৰ ভকত শুভঙ্কৰ মৰলৰ ঘৰলৈ গৈছিল। শুভঙ্কৰে ঠাকুৰক দেখি দূৰৈৰ গঙ্গা ওচৰতে পোৱাৰ দৰে পাই আদৰি নি আসন দিলে আৰু পাট, ভুনি পচৰা এযোৰ দি পৰমাৰ্থ তত্ত্ব কবলৈ প্ৰাৰ্থনা জনালে। তেওঁৰ আগ্ৰহ যেন দেখি ঠাকুৰদেৱে পৰম ৰহস্যজনক গুহ্যতত্ত্ব ব্যাখ্যা কৰি শুনালত মৰলে আনন্দ লাভ কৰি তেওঁক বিদায় দিলে। এনেতে গোপাল আতাইও সেই ঠাই পালত তেওঁকো সন্মান দেখুৱাই বহুৱালে। আৰু ঠাকুৰদেৱে কোৱা কথাখিনি প্ৰকাশ কৰি কলে—"বাপ, ৰামচৰণ ঠাকুৰ দেৱক অমুক তমুক কথাখিনি সোধাত তেওঁ এনে-তেনে ভাৱে কৈ গল; ঠিক হৈছেনে?" আতাই মৰলৰ কথা শুনি বিমোৰত পৰিল। অযোগ্য-জনৰ আগত পাৰমাৰ্থিক তত্ত্বৰ কথা কোৱা শুনি মনতে ভাবিলে— "এই মূঢ় মানুহজনে সুদুৰ্ল্লভ তত্ত্ব-বাণী শুনিও পতিয়ন নগৈ পুনৰ আমাকো সুধি চাইছে। এওঁ যে আকৌ ইয়াক আনকো সুধি নাচাব তাত কি সন্দেহ আছে? ইয়াৰ দ্বাৰা ভাও ভাগিবহে।" ইয়াকে ভাবি গোপাল আতাই মৰলক কলে—"মৰল, ৰামচৰণ ঠাকুৰদেৱে কোৱা কথাখিনি তেনেই ভুল-প্ৰমাদেৰে ভৰা; বোধ হয় তেওঁৰ মূৰৰ বিকাৰ ঘটিছে; নহলে নো পণ্ডিত এজনে এনে ভুল কথা কয়নে? তুমি আৰু এই কথা আনৰ আগত তুলিয়াবা আৰু ইয়াক সমূলি বিশ্বাসো নকৰিবা। পূৰ্ব্বে এই বিষয়ে যেনেকৈ শুনিছিলা তাক নেৰিবা; নহলে বিপদ ঘটিব।" ইয়াকে কৈ তেওঁ তাৰপৰা উঠি গৈ গুৰুজনাক সেৱা জনালে।

তেওঁ গৈ পোৱাত পলম হোৱা দেখি গুৰুজনে সুধিলে— "গোপাল, আজি বেলি হোৱাৰ কাৰণ কি?" আতাই কলে—

"বাপ, আজি বাপু ৰামচৰণে শুভঙ্কৰ মৰলৰ শিমলুৰ নৌকাত নাহৰৰ কৰ্শাল লগাইছিল ; আমি তাক কৌশলেৰে সোলোকাই তাত মদাৰৰ কৰ্শাল মাৰি অহা হল ; সেয়েহে বিলম্ব ঘটিল।" আতাই ইঙ্গিত বচনেৰে কোৱা কথাখিনি গুৰুজনে ভাঙি কবলৈ কলে। তেতিয়া আতাই সকলোখিনি কথা বৰ্ণাই কলত গুৰুজনে ফকৰা মাতিলে—

"ভাণ্ড পৰশি লৱণু থবা।
শিষ্য পৰশি তত্ত্ব কবা॥
প্ৰমাণ নকৰি যিটো হঠাতে কহয়।
গুৰুদ্ৰোহ বিশ্বহত্যা তাহাতে লাগয়॥

ভগৱান শ্ৰীকৃষ্ণই প্ৰিয়তম ভকত উদ্ধৱক দিয়া উপদেশ গুৰুজনাই কীৰ্ত্তনত এইদৰে উল্লেখ কৰিছে—

'মোৰ ইটো ধৰ্ম্মৰ অলপো নাহি হানি।
যিহেতু সাক্ষাতে মই কৈলোঁ তত্ত্ববাণী॥
দাম্ভিক শঠত নকহিবা ইটো তত্ত্ব।
সদা উপদেশ দিবা বৈষ্ণৱ জনত॥
স্ত্ৰী শূদ্ৰে কৰে যদি আমাত ভকতি।
তাহাত কহিবা ইটো জ্ঞান মহামতি॥'

উপযুক্ত জনক হে পৰীক্ষা কৰি চাই তত্ত্ব-বস্তু দান কৰা যুগুত ; নহলে মহাপাপত লিপ্ত হব লগাত পৰে। কিন্তু ভাগিন ৰামচৰণে পাট, পচৰা পালেই সকলোকে পাহৰি যায় ; আন কি তেওঁ নিজৰ সৰলতা আৰু উদাৰতাৰ গুণত আমাকো তাতে বেচি থৈ আহে।"

**বাক সংযমৰ শিকনি**—এদিনাখন গুৰুজনে তামোলৰ টোপোলা এটি লৈ নাৱেৰে পাৰ হব খুজিছিল। গোপাল আতাই টোপোলাটো গলত আঁৰি লৈ সাৱধানে দুহাতেৰে ধৰি নাওত উঠিবলৈ গৈছিল। আতাই এখন ভৰি নাওত দি আনখন বামৰ পৰা আনিবলৈ নৌ পাওঁতেই জনাৰ্দ্দন আতায়ে হঠাৎ পাচৰ পৰা আহি তেওঁৰ ভৰিত গচকিলে। তেওঁ বৰ দুখ পাই আঙুলি জোকাৰি তাৰ হোৰ তুলিব বুলি ঠাৰে-চিয়াৰে কৈ থলে। গুৰুজনে আতাৰ তেনে

আচৰণ দেখি নিজৰ হাতলৈ টোপোলাটো নিবৰ মনেৰে তাক নমাই থবলৈ কৈ আঙুলি কিয় জোকাৰিছে তাক সুধিলে। আতাই সকলো কথা ভাঙি কলত, গুৰুজনে বেজাৰ মনেৰে কলে—"গোপাল, তুমি ভকতলৈ হাত দাঙি উঠা কামটো শোভনীয় হোৱা নাই ; ই ভকতৰ পক্ষে অতিশয় দোষণীয় কাম। এনেকুৱা দোষত হাতখন ছেদন কৰিলেহে সমুচিত দণ্ড বিহা হয়।

'ভকতক লাগি যিটো আঙ্গুলি তোলয়।
সিটো হস্ত গোট তাৰ ছেদিবে লাগয় ॥'

এই বাক্য শুনি আতাই হাতখন কাটিবলৈ ইচ্ছা কৰিলত গুৰুজনে বাধা দি কলে—"কাটিবৰ প্ৰয়োজন নাই ; তুমি যে এই কুকামৰ বাবে অনুতপ্ত হৈছে সেয়ে যথেষ্ট।" আতাই তেতিয়া কৰযোৰে প্ৰাৰ্থনা জনাই প্ৰথমবাৰৰ দোষ বুলি ক্ষমা মাগিলে। তেওঁ সিদিনাৰ পৰা কথা কোৱাৰ সময়ত সদায় এই ঘটনাৰ কথা স্মৰণ কৰি চলিছিল।

**কথাৰ-সাগৰ উপাধি প্ৰাপ্তি**—গোপাল আতাই নিজৰ আধ্যাত্মিক সাধনাৰ গুণত অতি কম সময়ৰ ভিতৰতে দিব্য-জ্ঞানৰ অধিকাৰী হৈ উঠিল। অকল সেয়ে নহয় কোনো কোনো কথা খ্যাতিমান জ্যোতিষী সকলৰ দৰে আগধৰি ভৱিষ্যত-বাণী কৰিব পৰা অদ্ভুত শক্তিও অৰ্জ্জন কৰিলে। সেই দেখি কোনো কোনোৱে মনতে আলচা কথাও কব পৰা হল। এদিন গুৰুজনে নিজে এইকথা প্ৰকাশ্য ভাৱে স্বীকাৰ কৰিলে। কিয়নো গুৰুজনাৰ মনত উদয় হোৱা অথচ প্ৰকাশ নকৰা কেতবোৰ কথা আতাৰ মুখেদি আগধৰি সদৰি হৈ পৰিছিল। ইয়াৰ উপৰি তেওঁ শাস্ত্ৰৰ অতিশয় জটিল কথাকো নানা উপমাৰ বহন সানি সজাই-পৰাই এনে সহজ, সৰল, ৰসাল আৰু মনোগ্ৰাহী ভাষাৰে ব্যক্ত কৰিব পাৰিছিল যে বিজ্ঞলোক সকলৰতো কথাই নাই, মূঢ়লোক সকলেও তাক অনায়াসে বুজিবলৈ সক্ষম হৈছিল। তেওঁৰ এনে চিত্ত বিনোদক, কাৰ্য্যকৰী আৰু অনুপম বাক-শক্তি দেখি গুৰুজনে পৰম সন্তুষ্ট হৈ তেওঁক

'কথাৰ-সাগৰ' উপাধিৰে বিভূষিত কৰিছিল। সুযোগ্য শিষ্যৰ এনে অতুলনীয় গুণৰ কথা আনৰ আগত প্ৰকাশ কৰি গুৰুজনে গৌৰৱ অনুভৱ কৰাৰ কথা চৰিত পুথিত পোৱা যায়।

**মাতৃৰ আকুল আহ্বান**—গোপাল আতা সুন্দৰী থানত একেৰাহে চাৰিমাহ থকা দেখি মাকৰ মনত দুখ লাগিল। তেওঁ সূৰ্য্য আতৈ নামৰ ভকত এজনৰ আগত গুৰুজনাক আৰু পুতেকক জনাবলৈ এই বুলি কৈ পঠালে—"মোৰ অতি চেনেহৰ পুত্ৰ গোপালক মাধৱে পাই ভুলাই লৈ গল; এতিয়া দুজনী বোৱাৰী আৰু মোক কোনে পোহ-পাল দিব? তেওঁ উদাসীন দেখি গৃহীলোকৰ আৰু পুত্ৰ-স্নেহৰ একো ভূ নাপায়। মোৰ পোক তেওঁ পুত্ৰ কৰি ৰাখিব যেন পাওঁ। যদি সেয়ে হয় তেন্তে মোৰ দুখ কুলাই-পাচিয়ে নধৰা হব। গতিকে অতি সোনকালে যেন পুত্ৰক ইয়ালৈ পঠিয়াই দিয়ে; আৰু পুত্ৰইও দায়িত্ব বুজি আহে।" চৰিত-পুথিত এনেকৈ আছে:—

> সূৰুয আতাইক মাতি বুলিলা বচন।
> সুন্দৰী দিয়াক তই কৰহ গমন॥
> মাধৱৰ আগে কথা কহিবিহি যাই।
> মোহোৰ পুত্ৰক তেহো নিলেক ভুলাই॥
> দুই ভাৰ্য্যা তাৰ কোনে কৰিব পোষণ।
> পুষিবেক কোনে মোক মিলিল মৰণ॥
> তেন্তে যেন লন্দাগ্ৰামী একো নজানয়।
> মোহোৰ পুত্ৰক তেহু কৰিবে খোজয়॥
> গোপালত কৈবি যাই আসোক সত্বৰ।
> দুহিতেবে বিসঙ্গতি মিলিবে বিস্তৰ॥"

সূৰ্য্য আতৈয়ে সুন্দৰীথানলৈ আহি মহাপুৰুষ শ্ৰীশ্ৰীমাধৱদেৱক এই সংবাদ বিবৰি কলত তেওঁ গোপাল আতাক মতাই নিলে আৰু মাকে মাতি পঠোৱাৰ কথা ভাঙি-পাতি কলে। মাকে গুৰুজনাক দোষাৰোপ কৰি কটু বচন প্ৰয়োগ কৰা বুলি শুনি আতাই মৰ্ম্মান্তিক

বেদনা পালে যদিও নীৰৱে থাকিল। তাৰ পাচত গুৰুজনে তেওঁক ভাগৱতৰ একাদশ স্কন্ধৰ কথা উল্লেখ কৰি কলে—"গোপাল, ভাগৱতৰ একাদশ স্কন্ধত ভক্তিমন্ত পুৰুষক গৃহস্থালিয়ে কোনো বিঘিনি ঘটাব নোৱাৰে বুলি স্পষ্টভাৱে কোৱা আছে। গতিকে ভৱানীপুৰলৈ গৈ তাতে গৃহস্থী-ধৰ্ম্ম পালন কৰি সদায় শ্ৰৱণ-কীৰ্ত্তন ভক্তি কৰি থাকিবা। মাহেকে-পখেকে ইয়ালৈ একোবাৰ আহি আমাক দেখা দি গলে সন্তোষ পাম।" এই কথা শুনি শ্ৰীৰাম আতাই গোপাল আতাৰ ওচৰলৈ গৈ সাবটি ধৰিলত দুয়োৰো চকুৰেদি পানী নিগৰি ওলাল। অন্যান্য লোকসকলেও 'কথাৰ-সাগৰ' ঘৰলৈ যাব বুলি কোৱাকুই কৰি কান্দিবলৈ ধৰিলে। অৱশেষত গোপাল আতাই সকলোৰে ওচৰত বিদায় মাগি ভৱানীপুৰলৈ যাব ওলালত সকলো ৰাইজে তেওঁক সাদৰ-সম্ভাষণ জনাই আগবঢ়াই থলে। তেওঁ নিৰাপদে গৈ ঘৰ পালত ভাৰ্য্যা দুগৰাকীয়ে ভক্তিভাৱে আদৰি নি স্নান আৰু ভোজনৰ ব্যৱস্থা কৰিলে। বহুদিনৰ মূৰত পৰম গুৰু পতিৰ শ্ৰীচৰণ দৰ্শন কৰি তেওঁলোকে সেৱা-শুশ্ৰূষা কৰাৰ আৰু আদৰ-যত্ন লোৱাৰ সুযোগ পোৱা বাবে পৰম আনন্দিত হল।

**হৰিষত বিষাদ**—বজ্ৰাঙ্গী আয়ে পুতেকক ঘৰলৈ লৈ গল যদিও তেওঁৰ কাৰ্য্যকলাপ দেখি ভাল নোপোৱা হৈ আহিবলৈ ধৰিলে। প্ৰথমতে কেইদিনমানলৈ তেওঁ এই কথা প্ৰকাশ নকৰি নিজৰ মনৰ মাজতে ৰাখি থলে। কিন্তু পুতেকে যেতিয়া দুয়ো বেলা ভকত সকলৰ লগত হৰিমন্দিৰত বহি নাম-কীৰ্ত্তন কৰি থকা আৰু শ্ৰীমাধৱদেৱৰ গুণাৱলী কীৰ্ত্তন কৰি থকাহে দেখিবলৈ ধৰিলে তেতিয়া তেওঁ সহিব নোৱাৰা হৈ আহিল। তেওঁ আতাৰ সঙ্গী ভকত সকলক নানা তিৰস্কাৰ কৰাৰ লগতে পুতেককো দিনে-ৰাতি গালি-শপনি দি ঘৰখন অশান্তিময় কৰি তুলিলে। এদিন তেওঁক ধিক্কাৰ দি কবলৈ ধৰিলে—"তই কি জন্ম পাইছিলি? সংসাৰী হৈ এনেকৈ নিষ্কৰ্ম্মা ভাৱে থাকিলে জীৱিকা নিৰ্ব্বাহ হব কেনেকৈ? কেৱল নিতৌ সুন্দৰীৰ মাধৱদেৱৰ কথা পাতি থাকিলে আৰু দিনে-ৰাতি হৰিৰ

নাম-গুণ গাই তাকেই ভাবি-চিন্তি থাকিলে ভাত মিলিব নে? মাধৱ দেৱৰ কথা শুনিহে তই আমাক ত্যাগ কৰিলি। সকলো সৰ্ব্বনাশৰ মূল একমাত্র মাধৱ।”

এইকথা শুনি গোপাল আতাই মনত বৰ দুখ পালে। তেওঁ তাত থাকিলে ভৱিষ্যতলৈ অশান্তি বাঢ়িবহে বুলি ভাবি পুনৰ গুৰুজনাৰ ওচৰলৈ আহিবলৈ মনস্থ কৰিলে। এই আলচা কথা কাকো জানিবলৈ দিয়া নাছিল যদিও মাকে কেনেবাকৈ জানিবলৈ পাই বাধা দিলে; কিন্তু তেওঁ তাত ৰাজী নহল। তেওঁ মনৰ দুখতে সিদিনাখন ৰাতি অনাহাৰে থাকি ৰাতি পুৱাওঁতেই উঠি ‘ধান চাবলৈ যাওঁ’ বুলি কৈ বৰপেটালৈ আহিল। তেওঁ মোমায়েক মনপুৰৰ ঘৰত ভোজন কৰি সুন্দৰীদিয়ালৈ গৈ গুৰুজনাক সেবা কৰিলে। গুৰুজনে তেওঁৰ ঘৰৰ বা-বাতৰি সুধিলত একোকে নকৈ দুখমনে তলমূৰ কৰি থাকিল। তাৰ চাৰিদিন মান পাচত তেওঁ দেশ-ভ্ৰমণৰ উদ্দেশ্যে পশ্চিম ভাৰতৰ ফালে যাবলৈ মন কৰি কমণ্ডলু, কন্থা, খন্তা আদি আহিলা-পাতি যোগাৰ কৰিলে। এইকথাৰ গম পাই শ্ৰীৰাম আতাই গুৰুজনাক জনালে। গুৰুজনে এই অতিশয় দুখজনক খবৰ পাই গোপাল আতাক ওচৰলৈ মতাই নিলে আৰু কি কাৰণে তেওঁৰ বৈৰাগ্য ভাৱ উপজিল তাৰ কাৰণ সুধিলে। তেতিয়া তেওঁ মাতৃৰ অসহনীয় ব্যৱহাৰৰ কথা এমূৰৰ পৰা বৰ্ণাই কৈ গল। তাৰ লগতে আকৌ কলে—“বাপ কৃপালু গুৰু, আয়ে আমাক সমূলি নেদেখিলেহে মনোকষ্ট পাব আৰু তেতিয়াহে কিজানি আমাৰ প্ৰতি সদয় হব। ইয়াকে ভাবি পশ্চিম ভাৰতখন চাই আহিবলৈ মন কৰা হৈছে।”

গুৰুজনাই আতাৰ এইকথা শুনি কলে—“গোপাল, এই সামান্য কামটিৰ কাৰণে দেশ-ভ্ৰমণ কৰিব লাগেনে? সুন্দৰীথানতে ইয়াৰ উপায় পোৱা যাব। কচু কাটিবলৈ কুঠাৰৰ প্ৰয়োজন নাই; তুমি নিশ্চিন্ত মনেৰে থাকা।”

ইয়াকে কৈ তেওঁ তেতিয়াই যদুমণি আতৈক ভৱানীপুৰলৈ

পঠিয়াই দি গোপাল আতাৰ মাকক সকলো কথা জনালে। বজ্ৰাঙ্গী আয়ে এই মৰ্ম্মান্তিক বাতৰি শুনা মাত্ৰকে য'ৰে কাম ত'তে এৰি থৈ ব্যাকুলা হৈ লৰি আহিল আৰু গুৰুজনাৰ চৰণত পৰি কান্দি কান্দি কলে—"বাপ, এইবাৰলৈ আপুনি দয়াকৰি বুজাই-বঢ়াই কোনোমতে গোপালক যাব নিদিয়াকৈ ৰাখি পো-দান দিয়ক।" এই কথা শুনি গুৰুজনে মাত লগালে—"তোমাৰ দোষতে তেওঁ গৃহত্যাগ কৰি যাব ওলাইছে; আমি ৰাখিম কেনেকৈ? এনে অৱস্থাত তুমিহে ৰাখিব পাৰা।" এই বুলি কৈ গোপাল আতাই যোগাৰ কৰা কমণ্ডলু, কন্থা, খন্তা আদি আহিলা-পাতি অনাই তেওঁক দেখুৱালে। মাকে সেই বোৰ দেখি বিচূৰ্ত্তি হৈ আকৌ কান্দি কান্দি গুৰুজনাৰ চৰণত দীঘল দি পৰি কবলৈ ধৰিলে—"বাপ, সচাকৈয়ে মই মহা পাপিনীৰ দোষতে এই কাম ঘটিব খুজিছে। পোৱে এৰা দিলে ময়ো জীয়াই নাথাকিম। আপুনি মোৰ সকলো অপৰাধ ক্ষমা কৰক; মই আৰু ভবিষ্যতলৈ কোনো দুৰ্ব্বাক্য মুখলৈ নানোঁ।" ইয়াকে শুনি গুৰুজনে আতাক কলে—"গোপাল, তোমাৰ মাতৃয়ে এতিয়া ব্যক্ত কৰা মতে যদি চলে তেন্তে তেওঁৰ ওপৰত খং বা বেয়া পোৱাৰ ভাৱ থাকিব নোৱাৰে, গতিকে আগৰ সকলোকথা পৰিহাৰ কৰি মাতৃৰ লগত থাকি সংসাৰ চলোৱা।" তেতিয়া আতাই কলে—"বাপ, অশৰণীয়া মাতৃৰ হাতে কেনেকৈ চাউল সিজোৱা গ্ৰহণ কৰা যাব?" গুৰুজনে সেই কথা সমৰ্থন কৰিলত বজ্ৰাঙ্গী আয়ে ততালিকে শৰণ হবলৈ আগ বাঢ়িল। তেতিয়া তেওঁক গুৰুজনে হৰি-মন্দিৰত শৰণ লবলৈ আদেশ দিলত, যথা সময়ত বজ্ৰাঙ্গী আয়ে গুৰুজনাৰ ধৰ্ম্মোপদেশ লৈ ধৰ্ম্ম-বস্তু গ্ৰহণ কৰিলে। তাৰ পাচত গুৰুৰ চৰণত সেৱা জনাই পুতেকৰ গলত ধৰি কান্দিবলৈ ধৰিলত পুতেকেও মাতৃৰ চৰণত সেৱা জনালে। তেতিয়া আতাই গুৰুজনাৰ ওচৰত নিবেদন জনাই কলে—"বাপ, আগলৈ আপোনাৰ ওচৰলৈ অহাত বা শ্ৰীচৰণত লগাবলৈ কিবা বয়-বস্তু আনোতে আয়ে যদি বাধা নজন্মায়, তেন্তে আমি মাতৃৰ লগত গৃহলৈ যাব পাৰোঁ।" তাকে শুনি মাতৃয়ে তাত কোনো বাধা নজন্মাৰ

বুলি প্ৰতিশ্ৰুতি দিলত আতাই গুৰুজনাৰ পৰা বিদায় লবলৈ উপক্ৰম কৰা দেখি তেওঁক সিদিনাখন বিদায় নিদি অকল মাককহে বিদায় দি পঠালে।

মহামুনি কপিলদেৱে মাতৃ দেৱহুতিক তত্ত্বোপদেশৰ দ্বাৰা উদ্ধাৰৰ পথ দেখুৱাৰ দৰে গোপাল আতায়ো কৌশলেৰে মাতৃক গুৰুমুখী কৰি শৰণ গ্ৰহণৰ সুযোগ দি আত্মাৰ পৰম শান্তিৰ পথ মুকলি কৰি দিলে। শৰণ লোৱাৰ পাচৰ পৰাহে বজ্ৰাঙ্গী আয়ে শ্ৰীমাধৱদেৱক অন্তৰেৰে চিনি পালে আৰু সিদিনাৰ পৰা একশৰণ হৰিনাম ধৰ্ম্মৰ মহিমা বুজি পাই তাৰ প্ৰতি শ্ৰদ্ধা-ভক্তি বাঢ়িবলৈ ধৰিলে। লাহে লাহে তেওঁ অতিশয় সংযত, নিৰ্ম্মল-চিত্ত আৰু ভক্তি পৰায়ণা হৈ উঠিল।

**বিদায় গ্ৰহণ**—গুৰুজনে বজ্ৰাঙ্গী আইক বিদায় দি গোপাল আতাকো বিদায় দিব লগীয়া হোৱাত তেওঁক ওচৰত বহুৱাই লৈ নানা উপদেশ দিবলৈ ধৰিলে। ঘৰুৱা-জীৱন, সামাজিক-জীৱন আৰু ধৰ্ম্ম-জীৱন যাপনৰ ক্ষেত্ৰত যে ভিন ভিন সময়ত নানা ধৰণৰ বাধা-বিঘিনিৰ সম্মুখীন হব লগীয়া হয় আৰু সেইবোৰৰ পৰা নিষ্কৃতি পাবলৈ হলে যে উপস্থিত বুদ্ধি, কাৰ্য্যকৰী জ্ঞান আৰু অভিজ্ঞতাৰ বিশেষ প্ৰয়োজন তাক বিশদভাবে বুজালে। আমনিদায়ক কথা-বাৰ্ত্তাত কেনেকৈ এটা চকু কণা আৰু এখন কাণ কলা কৰি চলিব লগীয়া হয় তাকো উদাহৰণৰ দ্বাৰা বুজাই কলে। তদুপৰি স্থানীয় ৰাইজৰ লগত কেনেকৈ প্ৰীতি আৰু সদ্ভাৱ স্থাপন কৰি এখন সুস্থ, সবল আৰু স্থায়ী সমাজ গঠন কৰিব পাৰি আৰু কেনেকৈ ৰাইজৰ মনত আঘাত নিদিয়াকৈ শ্ৰীমন্তশঙ্কৰ দেৱৰ বিশুদ্ধ ধৰ্ম্মমত তেওঁলোকৰ মাজত প্ৰচাৰ কৰিব পৰা যায় তাৰো দিহা-পৰামৰ্শ দিলে। সদৌ শেষত প্ৰিয়তম শিষ্যৰ সৰ্ব্বাঙ্গীন কুশল কামনা কৰি আৰু কৰ্ম্মক্ষেত্ৰত জয়যুক্ত হবৰ কাৰণে হিয়াভৰা আশীৰ্ব্বাদ জনাই বিদায় দিলে। আতাইও গুৰুজনাৰ আশীৰ্ব্বাদ-নিৰ্ম্মালি সভক্তিৰে শিৰোধাৰ্য্য কৰি লৈ দৃঢ় মনোবল হিয়াত বান্ধি গুৰুজনাক প্ৰাণভৰি সেৱা জনাই ঘৰ

মুখে খোজ ললে। সিদিনাও সুন্দৰীদিয়া সত্ৰৰ কি উদাসীন ভকত কি গৃহী ভকত সকলোৱে ভৱানীপুৰ মুখে কিছুদূৰ বাট আতাৰ লগে লগে গৈ তেওঁক আগবঢ়াই থৈ আহিল।

**ভৱানীপুৰলৈ প্ৰত্যাগমন**—গোপাল আতাই গৈ ভৱানীপুৰ পালে। ঘাট-বাট চাই অপেক্ষা কৰি থকা মাতৃ আৰু ভাৰ্য্যা দুগৰাকীয়ে আতাক দূৰৈতে দেখা পাই পদূলি মুখলৈ লৰালৰিকৈ আগবাঢ়ি আহি তেওঁক আথে-বেথে লৈ গল; আৰু দুয়োগৰাকী ভাৰ্য্যাই হেপাহ পলুৱাই চৰণ ধুৱাই বিনয় বচনেৰে কাকুতি-মিনতি জনাই নি আসনত বহুৱালে। তেওঁলোকৰ ব্যৱহাৰত আতা পৰম সন্তুষ্ট হল। মাতৃয়েও গুৰুজনাৰ আগত কৰি যোৱা প্ৰতিজ্ঞা ৰক্ষা কৰি চলিবলৈ ধৰাত উজ্জ্বল ভৱিষ্যতৰ সোণালী আশাৰ ক্ষীণ ৰেঙনিয়ে আতাৰ আগত ভুমুকি মাৰিলে। আতাই ঘৰুৱা কাম-বনৰ প্ৰতি লক্ষ্য ৰাখিও এৰি থৈ অহা ভকত সকলৰ লগত পুনৰ ধৰ্ম্মালাপ, শাস্ত্ৰা-লাপ আৰু নাম-প্ৰসঙ্গাদি কৰিবলৈ পাই পৰম আনন্দ লভিলে। তেওঁ ভৱানীপুৰত থাকিলেও আৱশ্যক অনুযায়ী সুন্দৰীথানলৈ আহি মনত নতুনকৈ উদ্ভৱ হোৱা সংশয়বোৰ ছেদন কৰি লোৱাৰ বাট মুকলি হৈ থাকিল।

**সতিসন্ততি**—এনেকৈয়ে দিনবোৰ যাবলৈ ধৰিলে। কেই বছৰমানৰ পাচত গোপাল আতাৰ ঔৰসত প্ৰথমা ভাৰ্য্যা বৃন্দাৱতীৰ গৰ্ভত দামোদৰ নামে এজন পুত্ৰ আৰু পদ্মপ্ৰিয়া নামে এগৰাকী কন্যাই জন্ম গ্ৰহণ কৰিলে। দ্বিতীয়া ভাৰ্য্যায়ো কমললোচন নামে এটি লৰা আৰু যোগমায়া নামৰ এজনী ছোৱালী লাভ কৰিলে। আতাৰ দুয়ো গৰাকী পতিব্ৰতা, ধৰ্ম্মশীলা আৰু গুণৱতী ভাৰ্য্যাই স্বামীৰ প্ৰতি লব লগা যত্ন আৰু সেৱা ভক্তিৰ বিষয়ে সততে সতৰ্ক আৰু সজাগ আছিল। তেওঁলোক দুয়ো সমাজত আদৰ্শ নাৰী-ৰত্নৰ সন্মান লাভ কৰিবলৈ সমৰ্থ হৈছিল।

আদৰ্শ পিতা-মাতাৰ যত্নত সকলোটি সন্তানে সৰুৰে পৰা সজ শিক্ষা লাভ কৰি শিশু-সমাজৰ আদৰ্শ স্থানীয় হৈ উঠিল। পদ্মপ্ৰিয়া

আইৰ গতি-মতি অলপ পৃথক যেন হল। তেওঁ শিশু কালৰে পৰা পৰমেশ্বৰৰ প্ৰতি বৰ আকৃষ্ট হৈ সৰ্ব্বদায় তেওঁৰ ৰূপ, গুণ, মহিমাৰ কথা মুখৰ পৰা নেৰা হল। সেই কাৰণে তেওঁ বিবাহ বন্ধনৰ পৰা মুক্ত হৈ থাকি গীত-পদ ৰচনা কৰি পৰম শান্তিৰ মাজেৰে জীৱন কটাবলৈ সঙ্কল্প কৰি লৈছিল। তেওঁৰ কবিত্ব শক্তিৰ চিনাকি আগতে দি অহা হৈছে।

**শ্ৰীৰাম আতাৰ নিৰীক্ষণ**--এদিনাখন মহাপুৰুষ গুৰুৱে শ্ৰীৰাম আতাক কলে—"শ্ৰীৰাম, তুমি ভৱানীপুৰলৈ গৈ আমাৰ গোপালে তাত কেনেকৈ কৃষ্ণ-কথা আলোচনা কৰে তাৰ গঢ়-গতি, ভাল-মন্দ সকলোকে নিৰীক্ষণ কৰি আহা গৈ।" গুৰুবাক্য শিৰোধাৰ্য্য কৰি তেওঁ ততালিকে ভৱানীপুৰ মুখে খোজ ললে। গোপাল আতাই তেওঁক দেখা পোৱা মাত্ৰকে সমাদৰ জনাই লৈ গল। তেওঁ তাত চাৰি দিন মান থাকি সকলো কাম-কাজৰে আঁতি-গুৰি লৈ সুন্দৰীথানলৈ উভতিল। গুৰুজনে তেওঁ দেখি-শুনি অহা সকলো কথাকে কবলৈ কলত তেওঁ কলে—"বাপ, গোপাল আতাৰ মুখে কৃষ্ণ-কথা শ্ৰৱণ কৰা হল। ভকত সকলৰো গতি-গোত্ৰ লক্ষ্য কৰি অহা হল। আমি দেখাত কোনো খুঁত চকুত নপৰিল। তেওঁ পুথি বা ধৰ্ম্মকথা চৰ্চ্চনা কৰোঁতে আপোনাতকৈ কিছু অধিক পৰিমাণে কোৱা যেন লাগিল। ভকত সকলেও একান্ত মনে কৃষ্ণ-কথা শুনা দেখা গল।" তেতিয়া গুৰুজনে মাত লগালে—"শ্ৰীৰাম, আমাৰ প্ৰিয়তম গোপালে সকলো কথাৰে সংশয় মাৰি মূল-তত্ত্ব শিকি-বুজি গৈছে। তাতে আকৌ ৰসহীন কথাকো ৰসাল ভাৱে চিত্তাকৰ্ষক কৰি কব পৰা তেওঁৰ অদ্ভুত ধৰণৰ বাক-নিপুণতাও আছে; গতিকে তেওঁৰ শাস্ত্ৰ-ব্যাখ্যা যথাৰ্থ আৰু মনোগ্ৰাহী হোৱা স্বাভাৱিক; তেওঁ কথাৰ সাগৰ।"

**গুৰুজনাক নিমন্ত্ৰণ**—এবেলি গোপাল আতাই গুৰুজনাৰ মুখে নাম-কীৰ্ত্তন শুনিবলৈ বৰকৈ হেপাহ কৰিলে। সেইদেখি তেওঁ আগধৰি নতুনকৈ ঘৰ-দুৱাৰ সজাই, ঢাপ তুলি অনেক কল

পুলি ৰোৱাই আৰু নানা বৰণীয়া ধুনীয়া ফুলেৰে এখন ফুলনি পাতি ঠাইখণ্ড বিতোপন কৰি তুলিলে। এদিনাখন তেওঁ গুৰুজনাৰ ওচৰ চাপি মনৰ অভিপ্ৰায় ব্যক্ত কৰিলে আৰু লগতে ভৱানীপুৰলৈ যাবলৈ কাতৰ প্ৰাৰ্থনা জনালে। সৌভাগ্যক্ৰমে সেই সময়ত ঠাকুৰ আতা সুন্দৰীথানত থকা বাবে তেৰোঁ এই কথাত সমৰ্থন জনাই নিমন্ত্ৰণ ৰক্ষা কৰিবলৈ গুৰুজনাক খাটিলে। শিষ্যৰ অনুৰোধ উপেক্ষা কৰিব নোৱাৰি গুৰুজনে ভকত-সেৱক সমন্বিতে ভৱানীপুৰলৈ যাত্ৰা কৰিলে। গোপাল আতাই গায়ন-বায়নৰ দ্বাৰা তাল-খোল বজাই, গীত-পদ গাই আৰু হৰিধ্বনি কৰি বিৰাট সমদল এটাৰে গুৰুজনাক আদৰি নিলে। এই বাতৰি শুনা মাত্ৰকে ওচৰ-পাজৰৰ গাওঁৰ পৰা অলেখ ৰাইজ আহি ভৱানীপুৰ ভৰি পৰিল। গুৰুজনে ৰাইজৰ আগ্ৰহ আৰু শ্ৰদ্ধা-ভক্তি দেখি সন্তোষ পালে আৰু ভকত সকলেৰে সৈতে সত্ৰীয়া ধৰণে দিনে-ৰাতি নাম-প্ৰসঙ্গাদি কৰিলে। ৰাইজে আহাৰ-নিদ্ৰা পাহৰি অপূৰ্ব্ব নামৰ ধ্বনি শুনি আপোন পাহৰা হৈ থাকিল। গোপাল আতাৰ মনোবাঞ্ছা পূৰ্ণ হলত তেওঁ শৰাইতকৈ সোণ-ৰূপ, বস্ত্ৰ-কম্বল আদি আগ বঢ়াই হেপাহ পলুৱাই সেৱা-সন্মান জনাই গুৰুজনাক বিদায় দিলে। তেওঁ গুৰুজনাৰ আৰু ভকত সকলৰ লগে লগে সুন্দৰীথান মুখে কিছুদূৰ বাট আহি তেওঁলোকক আগবঢ়াই থৈ গল।

ইয়াৰ কিছুদিনৰ পাচত গোপাল আতাই দুনাই গুৰুজনাৰ পৰিচালনাত সত্ৰীয়া পদ্ধতিৰে নাম-প্ৰসঙ্গ শুনিবলৈ মনস্থ কৰিলে। সেই উদ্দেশ্যে এদিনাখন তেওঁ সুন্দৰীথান মুখে আহি গুৰুজনাৰ আগত অন্তৰৰ কথা জনাই প্ৰাৰ্থনা জনালত তেওঁ সম্মতি প্ৰকাশ কৰিলে। গুৰুজনে আগৰ দৰে থানৰ ভকত সকলক লগত লৈ অটব্য হাবি-বনে আগুৰি থকা আৰু বাঘ-ভালুক-পহু আদি বনৰীয়া জীৱ-জন্তুৰে পৰিপূৰ্ণ ভয়াবহ ঠাইৰ মাজেদি যাবলৈ ধৰিলে। এনেতে বাটৰ কাষতে ফান্দত পৰি আকুল কণ্ঠেৰে চিঞৰি ছটফটাই থকা হৰিণা এটি গুৰুজনাৰ চকুত পৰিলত তেওঁৰ করুণাৰে ভৰা কোমল

হিয়াখনি চিৰিং কৰি উঠিল। আৰু হৰিণাটিৰ মূল্য কিমান হব পাৰে তাক থলুৱা মানুহক সুধি তেওঁলোকে কোৱা মতে ভকতৰ হতুৱাই ফান্দৰ ওচৰত আধলি ( বৰ্ত্তমানৰ পঞ্চাশ পইচা ) এটি থোৱালে আৰু লগে লগে সভয় নয়নে করুণ-দৃষ্টিৰে চাই থকা হৰিণাটি মোকোলাই দিয়ালে। তাৰ পাচত তেওঁলোকে পুনৰ ভৱানীপুৰ মুখে যাবলৈ ধৰিলে। তেওঁলোক অলপ দূৰ গৈ পাওঁতেই ব্যাধ জনে হেপাই-ফেপাই দৌৰি গৈ দেখিলে যে ফান্দত পৰি চিঞৰি থকা হৰিণাটি নাই ; তাত এটা আধলিহে পৰি আছে। সি আধলিটি দেখি বিস্ময় মানিলে আৰু সেই অদ্ভুত কাম দয়াৰ সাগৰ শ্ৰীমাধৱদেৱৰ দ্বাৰা হোৱা বুলি জানিব পাৰিলে। এই ঘটনাই তাৰ সৌভাগ্য ঘটালে ; কিয়নো সি খন্তেকো পলম নকৰি ভৱানীপুৰ মুখে ভিৰাই লৰ দিলে আৰু গুৰুজনাৰ চৰণত দীঘল দি পৰি শৰণ দানৰ কাৰণে প্ৰাৰ্থনা জনালে। গুৰুজনে তাৰ পৰিচয় পাই, পৰীক্ষা কৰিবৰ মনেৰে তাক দুদিনমান অপেক্ষা কৰিবলৈ দিলে আৰু তাৰ পাচত ধৰ্ম্ম-দান দিলত সি এজন নতুন মানুহ হৈ উঠিল । সি পাচত জীৱিকা নিৰ্ব্বাহৰ কাৰণে আন কাম হাতত লৈ সাত্ত্বিক-জীৱন যাপন কৰিবলৈ ধৰিলে।

গুৰুজনে সেই বেলি ভৱানীপুৰত কেবাদিনো থাকি নিতৌ নাম-প্ৰসঙ্গাদি কৰি বাইজক সন্তোষ দি অধিক কৃতকাৰ্য্যতা লাভ কৰিলে। কিয়নো সেইবেলি তাত এটি নতুন পৰিবেশৰ সৃষ্টি হল আৰু গুৰুজনাৰ প্ৰচাৰিত ধৰ্ম্মহে কলি কালৰ যুগোপযোগী ধৰ্ম্ম বুলি সকলোৱে অন্তৰেৰে বিশ্বাস কৰিলে। তাৰ ফলত শিষ্য সংখ্যা অনেক বৃদ্ধি পালে। গোপাল আতাই পৰম আনন্দিত হল আৰু কৰ্ম্মক্ষেত্ৰত আগ বাঢ়িবলৈ নতুন উৎসাহ-উদ্‌গনি আৰু সাহ পালে। গুৰুজনে তাত আৰু থাকিবলৈ মন নকৰা দেখি আতাই ভকত সমন্বিতে তেওঁক সেৱা-সম্মান জনাই বিদায় দিলে।

**পদ্মপ্ৰিয়াৰ আই গোসানী দৰ্শন**—গোপাল আতাই ভৱানী-পুৰৰ হৰি মন্দিৰত বাৰজন ভকত সমন্বিতে সদায় দুজনা গুৰুৰ ৰচিত

পুথিৰ গীত-পদ গাই নাম-প্ৰসঙ্গ কৰিছিল। সেই কেইজন ভকতৰ নাম হৈছে—কৃষ্ণ, বিষ্ণু, নাৰায়ণ, অনন্ত, বাসুদেৱ, দৈৱধু, গোবিন্দ, সূৰ্য্য, মুকুন্দ, কমলাপতি, সনাতন আৰু দামোদৰ।

এদিন গোপাল আতাই শ্ৰীমন্ত শঙ্কৰদেৱৰ বিধবা ভাৰ্য্যা কালিন্দী দেৱী আই গোসানীক দৰ্শন কৰিবৰ মনেৰে ভকত সকলক লগত লৈ পাটবাউসী থানলৈ যাবলৈ ওলাল। এনেতে আতাৰ কন্যা পদ্মপ্ৰিয়া আইয়েও তেওঁলোকৰ লগতে যাবলৈ মন কৰি পিতাকক জনাসে। এই কথা শুনি পিতাকে কলে—"আইটি, তুমি যদি মোৰ বচন পালন কৰিব পাৰিম বুলি কথা দিব পাৰা, তেন্তে যাব পাৰিবা। ৰজা-গুৰু আদিৰ গৃহলৈ শুদাহাতে যোৱাটো নিষেধ; গতিকে ভাল চাই নতুন কাপোৰ এখন লোৱা। আৰু শুনা, ভকত সকলে গৈ পাটবাউসী থান পালে তেওঁলোকে আই গোসানীকহে সেৱা কৰিব; কিন্তু তুমি হলে তেওঁলোকৰ দাসীজনীকহে আগধৰি সেৱা কৰি তাৰ পাচতহে আই গোসানীক সেৱা কৰিব লাগিব।" পদ্মপ্ৰিয়া আয়ে এই কামত সম্মতি জনাই সাজ-পাৰ লৈ যাবলৈ ওলাল। যথা সময়ত গৈ পাট-বাউসীথান পালে। সেই সময়ত আই গোসানীৰ দাসী এজনীয়ে চোতালত ধান লাৰি-চাৰি আছিল। পদ্মপ্ৰিয়া আয়ে তেওঁক দেখিয়েই আঠুলৈ মুৰ চপৰিয়াই সেৱা জনালত দাসী জনীয়ে "ৰাম-ৰাম, বিষ্ণু-বিষ্ণু" স্মৰি আঠুলৈ তেওঁকো প্ৰতি নমস্কাৰ জনালে। আৰু লগতে কলে—"আই, তুমি কিয় এনে অকৰ্ম্ম কৰিলা!" পদ্মপ্ৰিয়াই মাত লগালে—"তুমি সৰ্ব্বদায় পূজনীয়া গুৰু পত্নী আই গোসানীৰ আলপৈচান ধৰি সেৱা-কাৰ্য্য কৰি আছা; তুমি পৰম ভাগ্যৱতী, গতিকে তোমাৰ চৰণত সেৱা জনোৱাত আমাৰ একো ভুল বা দোষ হব নোৱাৰে। বৰং ই পৰম সৌভাগ্যৰহে কথা।" আতাই কন্যাৰ কাম আৰু কথাত সন্তোষ পাই এটি মিচিকিয়া হাঁহি মাৰি তেওঁক ওচৰ চপাই লৈ আই গোসানীৰ ওচৰলৈ গল। আতাই তেওঁক সেৱা জনাই আসন গ্ৰহণ কৰিলে। আন আন ভকত সকলেও তাকেই কৰিলে। তেতিয়া পদ্মপ্ৰিয়া আয়েও লগত লৈ যোৱা নতুন

কাপোৰখনি শৰাইত থৈ সভক্তিৰে সেৱা জনালে। তাকে দেখি আই গোসানীয়ে পৰম সন্তুষ্ট হৈ হাঁহি মাৰি কলে—"আই পদ্মপ্ৰিয়া, তুমি দেখোঁন আগতে আমাৰ দাসী এজনীকহে সেৱা জনাই পাচতহে আমাক প্ৰণাম জনালা; ইয়াৰ কাৰণ কি? অ' বুজিছোঁ, ই আমাৰ গোপালৰ কাম নহলেনো কাৰ হব?" এই বুলি কৈ পদ্মপ্ৰিয়া আইক প্ৰশংসা কৰিলে আৰু মৰমতে সাবটমাৰি ধৰি চুমা খালে। এনেতে নাতি, ৰামানন্দ ঠাকুৰ দেৱৰ পুত্ৰ পুৰুষোত্তম ঠাকুৰদেৱ আৰু হৰিচৰণ ঠাকুৰ দেৱৰ পুত্ৰ চতুৰ্ভুজ ঠাকুৰদেৱ ওলাই আহি তেওঁলোকৰ লগত বহি সাদৰ সম্ভাষণ জনালে। গোপাল আতাই আই গোসানীৰ পৰিয়াল বৰ্গৰ কুশল-বাতৰি সুধিলত তেওঁ সকলোটিৰে বাতৰি কৈ আতাৰো বা-বাতৰি ললে। আতাই সেইদিনা আই গোসানীৰ অনুৰোধ ক্ৰমে তাতে পৰম সুখ আৰু আনন্দেৰে কটালে। পিচদিনা দুপৰীয়াৰ ভোজন কাৰ্য্য সমাধা কৰি আই গোসানীৰ পৰা বিদায় মাগি ভৱানীপুৰলৈ উভতিল।

**গুৰুজনাৰ আমন্ত্ৰণ**—মহাপুৰুষ শ্ৰীমাধৱদেৱে সুন্দৰীথানত থাকোঁতে এবেলি এটি অভিনৱ উপায়েৰে ভকত সকলৰ মাজত বৈকুণ্ঠৰ বস্তু প্ৰকাশ কৰাৰ লগতে এটি পৰীক্ষা কৰি চাবলৈকো মন মেলিলে। সেই দেখি উত্তৰ, দক্ষিণ, পূব আৰু পশ্চিমৰ মুখ্যতম ভকত সকলক এক বিশেষ ধৰণৰ ধৰ্ম্ম সভা পতা হৈছে বুলি জনাই তাত যোগদান দিবলৈ আমন্ত্ৰণ জনালে। লগে লগে সভাৰ স্থানো নিৰ্দ্ধাৰণ কৰি ভেৰভেৰি* নামৰ ঠাইখণ্ডকে মনোনীত কৰিলে। ঠাইখণ্ড অটব্য হাবি-বননিৰে ঢাক খাই থকা বাবে তেওঁ থলুৱা ৰাইজৰ সহযোগত তাক জুৰি-কাটি, চাঁচি-চুকুকি এক দিব্য-পুৰী যেন কৰি তুলিলে।

গুৰুজনাৰ আমন্ত্ৰণ পোৱা মাত্ৰকে সকলোফালৰ ভকতসকল আহি সুন্দৰীথানত উপস্থিত হলহি। এই সভাত যোগদান দিয়া ভকত সকলৰ ভিতৰত বিশেষকৈ জনিয়াৰ ঠাকুৰ আতা, জয়ন্তীৰ মধাই আতৈ,

---

* ভেৰ ভেৰিয়ে পাচত 'কলয়া' নাম পায়। এই নাম কেনেকৈ হবলৈ পালে সেই সম্বন্ধে পাচত কোৱা হৈছে।—লেখক

তাঁতীকুছিৰ গোপাল, (বুঢ়া আতা) ভৱানীপুৰৰ গোপাল আতা, মানেৰিৰ হৰি গুৰু আৰু মালচাৰ বৰবিষ্ণু আতাৰ নাম উল্লেখযোগ্য।

**গুৰুজনাৰ সন্তুষ্টি সাধন**—যথা সময়ত গুৰুজনে সমবেত ভকত সকলক সুন্দৰীথানৰ কীৰ্ত্তন ঘৰৰ পৰা ভেৰভেৰিত সজ কৰি থোৱা পৱিত্ৰ ভূমিলৈ যাত্ৰা কৰিলে। খন্তেকতে গৈ সকলোৱে সেই ঠাই পালত তেওঁ প্ৰত্যেককে নিজৰ নিজৰ আসন গ্ৰহণ কৰিবলৈ দিলে। তাৰ পাচত তেওঁ তত্ত্বজ্ঞানৰ কথাকৈ থাকোঁতে যাতে সকলোৱে মুখ জপাই নীৰৱে ধৈৰ্য্য ধৰি শুনি থাকে তাৰ বাবে সতৰ্ক কৰি দিলে। ইয়াকে কৈ গুৰুজনে আত্মতত্ত্বৰ কথা কবলৈ আৰম্ভ কৰিলে। ভকত সকলে পোনতে গুৰুজনাৰ ফালে সতৃষ্ণ নয়নে ৰ' লাগি চাই থাকিল আৰু তাৰ পাচত নিটাল মাৰি একাগ্ৰচিত্তে শ্ৰীমুখৰ অমৃতময় বাণী শুনি থাকোঁতে থাকোঁতে তন্ময় হৈ গল। তেওঁলোকে দিন-ৰাতিৰ জ্ঞান হেৰুৱালে, শয়ন-ভোজনৰ কথাও পাহৰিলে। গুৰুজনে তত্ত্ব ব্যাখ্যা কৰি যোৱাৰ লগে লগে তেওঁলোকৰ সমাধিস্থ অৱস্থা দেখি পৰমানন্দ লভিলে। এনেকৈ এদিন এদিনকৈ একেৰাহে সাতদিন গুৰুজনে ভকত সকলক তাত্ত্বিক কথা কৈ তেওঁলোকৰ ধৈৰ্য্য, একাগ্ৰতা আৰু ভক্তিৰ চূড়ান্ত অৱস্থা দৰ্শন কৰিছিল। ভকত সকলে গুৰুজনাৰ পৰা তত্ত্বোপদেশৰ মহান জ্ঞান লাভ কৰি থকা এই সাতদিনক হেনো এদিন এনিশা বুলিহে ভাবিছিল। এই বিষয়ে ঠাকুৰ আতা আৰু তেওঁৰ ভাৰ্য্যাৰ ভিতৰত হোৱা উথনা-উথনিৰ* পৰা জানিব পৰা যায়।

*ঠাকুৰ আতাই সপ্তম দিনা সুন্দৰীদিয়া থানৰ পৰা গৈ জনিয়া পালত ভাৰ্য্যাই আচৰিত হৈ পলম হোৱাৰ কাৰণ সুধিলে—"প্ৰভু, ইমান দিনে ক'ত কি কৰিলে?" তেতিয়া আতাই ভেকাহি মাৰি কলে—"পৰমানন্দৰ মাতৃ, তুমি কোৱা কি? কালি ৰাতিপুৱা সুন্দৰীলৈ গলোঁ, মাজতে ৰাতিটো কটাই আজি আহি ঘৰ পালোঁহি; কেইবাদিনো পলম হল আকৌ কেনেকৈ?"" ভাৰ্য্যাই তেতিয়া সাতদিন হোৱা বুলি কলত, দুয়োৰে ভিতৰত কিছু সময় বাচ্যাবাচ্যি হল; অৱশেষত গুৰুজনাক সুধিহে হেনো তেওঁ ভাৰ্য্যাৰ কথাত পতিয়ন গৈছিল।—লেখক

সি যিহক ইয়াৰ দ্বাৰা আগৰ দিনৰ ভকত সকলৰ যোগ্যতা, তেওঁ-লোকৰ গুৰুভক্তি, গুৰুৰ কথাৰ প্ৰতি শ্ৰদ্ধা-ভক্তি-বিশ্বাস আৰু বিশেষকৈ একাগ্ৰতাৰ কথা স্পষ্টভাৱে জানিব পৰা যায়। এনে ধৰণৰ যোগ্যতাসম্পন্ন ভকত সকলৰ সহায়-সহযোগৰ কাৰণেহে দুজনা গুৰুৱে ধৰ্ম্ম প্ৰচাৰ কাৰ্য্যত দিনক দিনে আগবাঢ়ি যাবলৈ সক্ষম হৈছিল।

**নাম-প্ৰসঙ্গৰ আয়োজন**—ভেৰভেৰি থানৰ মহিমাৰ চিন ৰক্ষাৰ অৰ্থে গুৰুজনে মনতে উপায় চিন্তিলে। এনেতে অষ্টম দিনা একাদশী তিথি মিলিল। সেইদিনা সেই পুণ্যভূমিতে নাম-প্ৰসঙ্গ পাতিবৰ আয়োজন কৰিলে। লগতে ভকত সকলৰ মাজত বিতৰণ কৰিবলৈ লগা কলকেইটিৰ যোগান ধৰিবলৈ আগৰ যোগনিয়াৰ বামুণা গাওঁৰ * পানীৰামৰ পুতেক হৰিকেই ( কোনোকোনোৰ মতে ৰামক ) পাচিলে। তেতিয়া হৰিৰামে মাত লগালে—"বাপ কৃপালু গুৰু, আমি দুই তিনি দিন আগৰে পৰা কল বিচাৰি থকা হৈছে; কিন্তু উপযোগী কল পোৱা নাই। আমি অৱশ্যে আপোনাৰ আদেশ ৰক্ষা কৰি যাব পৰা হব, কিন্তু কল যে পোৱা হব তাৰ আশা সমূলি নাই।" গুৰুজনে তেওঁৰ কথাত সন্তুষ্ট হব নোৱাৰি পুনৰ ভালকৈ বিচাৰি চাবলৈ পঠালে। তেওঁ বহুবেলিৰ মূৰত বামুণাৰ পৰা শুদা হাতে আহি অধোবদনে দেখা দিলত গুৰুজনে হাঁহি মাৰি কলে— "তোমাৰ গোহালিৰ ওচৰতে থকা কলগছ জোপা ভালকৈ চাবা; তাত এথোক সুপক্ক কল আছে। ভগা কলপাতে তাক এনেকৈ ঢাকি আছে যে সহজে সি চকুত পৰা টান; গতিকে আৰু এবেলি শেষ চেষ্টা কৰি চোৱাগৈ।" গুৰুবাক্য ৰক্ষা কৰি গৈ কৈ পঠোৱা ঠাইখিনিত বিচৰা মাত্ৰকে মোক খা মোক খাকৈ থকা প্ৰকাণ্ড কলথোক পালে। তেওঁ তাক অতি সাৱধানে পাৰিলে আৰু দুজন

* বামুণা গাওঁখন সুন্দৰীথানৰ এমাইল মান উত্তৰ পূব ফালে অৱস্থিত। ইয়াত গুৰু-চৰিতকাৰ শ্ৰীশ্ৰীদৈত্যাৰি ঠাকুৰ দেৱৰ দ্বাৰা স্থাপিত সত্ৰ এখন আছে। বৰ্ত্তমান এই সত্ৰৰ কীৰ্ত্তন ঘৰটোৰ অৱস্থা অতিশয় জৰাজীৰ্ণ। তাত নাম-প্ৰসঙ্গ আদিও নিয়মিত ভাৱে হোৱা দেখা নাযায়।—লেখক

মানুহৰ দ্বাৰা সাঙী কৰাই আনি গুৰুজনাৰ আগত থোৱালে। কলথোক দেখি গুৰুজনে মনৰ হৰিষত হৰিবল্লভ আতৈক মতাই আনি প্ৰফুল্ল বদনে গালে—

'হৰি হুৰে বয় দোলা ধৰ্ম্মে ধৰে ছাতি।
তাৰে ওপৰত চৰি যায় কালপুৰুষৰ নাতি॥'

কলৰ যোগাৰ হৈ উঠিলত গুৰুজনে ভকত সকলক পুনৰ নাম-প্ৰসঙ্গৰ কাৰণে সাজু হবলৈ দিলে। তাৰ পাচত তেওঁলোকক আকৌ ভেৰভেৰিৰ নতুন ভেটিলৈ লৈ গল। সেইদিনা গুৰুজনে নিজে নামৰ পাঠক হল আৰু ভকত সকলে তাল ধৰি চাপৰি বজাই নাম প্ৰসঙ্গ কৰিবলৈ ধৰিলে। কথিত আছে যে গুৰুজনাই হেনো পোন প্ৰথমে কৃপাৰ ঘোষাটো (কোনো কোনোৱে এই ঘোষাটোক তাৎপৰ্য্যৰ ঘোষা নামে অভিহিত কৰিছে) গালে। ঘোষাটো এই—

কৰুণাময় ৰাম কৰুণাময়।
কৰিয়ো কৃপা যেন উচিত হয়॥
তুমি সে ৰাম কৃপা ৰসেৰ নিধি।
তোমাৰ কৃপা বিনে নাহিকে সিদ্ধি॥
তোমাৰ কৃপাকেসে কৰিছোঁ আশ।
অৰুণ পদতলে দিয়োক বাস॥
সহজে তুমি ৰাম কৰুণা সিন্ধু।
তোমাত বিনে আন নাহিকে বন্ধু॥
তোমাৰ কৃপালেশে আমাৰ গতি।
কহয় মাধৱ মূৰুখ মতি॥ —নামঘোষা

তাৰ পাচত কাকুতিৰ ঘোষাটিও সম্পূৰ্ণকৈ গালে। তাৰে কেই ফাকিমান তলত উদ্ধৃত কৰি দিয়া হল—

কিমতে ভকতি কৰিবো তোমাত হৰি এ
মই মূঢ়মতি নজানো তাৰ উপায় ৰাম ৰাম।
মহা বলৱন্ত দুৰ্ব্বাসনা ঘোৰ হৰি এ
আমাৰ মনক তেজিয়া দূৰ নযায় ৰাম ৰাম॥

তোমাৰ মায়ায়ে মন মুহি আছে হৰি এ
অজ্ঞান আন্ধাৰে পৰিয়া পাৰ নপাওঁ ৰাম ৰাম।
অভয় চৰণে শৰণ পশিলো হৰি এ
তুৱা গুণ নাম ভকতি প্ৰদীপ চাওঁ ৰাম ৰাম॥ ইত্যাদি

**কলয়াৰ উৎপত্তি**—এইদৰে নাম-প্ৰসঙ্গ কৰি সুখ-কীৰ্ত্তনত বহি থাকোঁতে শেষ নিশা হঠাৎকাৰে উত্তৰ দিশে এটা ভয়ঙ্কৰ শব্দ শুনা গল। তাৰ খন্তেক পিচতে মেঘৰ গাজনি, প্ৰচণ্ড ঢেৰেকণি আৰু বিজুলীৰ চক্‌মকনিয়ে যেন মহাপ্ৰলয়ৰ সূচনা কৰিলে। কিন্তু সিমানতো ভকত সকলে নিৰ্ব্বিকাৰ চিত্তে নাম-কীৰ্ত্তনৰ অমিয়া ৰসত ডুব গৈ থকা বাবে একোৰে গম নাপালে! তেওঁলোক ভগৱানৰ চৰণত নিজক বিলীন কৰি পৰমানন্দত মজি থকা দেখি গুৰুজনে নাম দিবলৈ এৰি তেওঁলোকক আকাশৰ পিনে চাবলৈ কোৱাত তেওঁলোকে ৰাম-হৰি সুঁৱৰি চকু মেলিলে।

ৰাতিপুৱা গুৰুজনে ভকত সকলক কত কি ঘটনা ঘটিছে তাক চাবলৈ কলত তেওঁলোকে নিজ নিজ ঠাইৰ পৰা উঠি উত্তৰৰ ফালে দুখোজমান গৈয়ে কেচা মাছৰ গোন্ধ পালে। আকৌ অলপমান আগবাঢ়ি গৈ দেখিলে যে তাত এটি ডাঙৰ পুখুৰীৰ সৃষ্টি হৈছে আৰু তাত তেওঁলোকে ৰাতি খাই পেলোৱা কলৰ বাকলিবোৰ পাক ধৰি ধৰি ঘূৰিব লাগিছে। তাকে দেখি গুৰুজনে কলে—"বাপু সকল, জনা গৈছে আমাৰ পৰম গুৰু শ্ৰীমন্ত শঙ্কৰদেৱৰ দিনত পুণ্যধাম বৰদোৱা থানত এদিন মধ্যনিশা তেৰাই বৈকুণ্ঠৰ পৰা পৱিত্ৰ আকাশীগঙ্গা* নমাইছিল। আমাৰ দিনতো ভগৱন্তৰ অপাৰ মহিমাৰ গুণত ইয়াত

---

* মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ আদি সত্ৰ বৰদোৱা থানৰ উত্তৰকালে আকাশী গঙ্গা এতিয়াও আছে। সত্ৰ দৰ্শনাৰ্থী সকলে তাৰ পানী মূৰত লৈ পৰম আনন্দ লাভ কৰি কৃতাৰ্থ হোৱা বুলি ভাবে। আকাশীগঙ্গা উৎপত্তিৰ এটি কাহিনী আছে।—লেখক

কলয়া গঙ্গাৰ * উৎপত্তি হল ; ভৱিষ্যতলৈ খটখটী গঙ্গাৰো উদ্ভৱ হব। এই তিনিও স্থানৰ জল সমানে পৱিত্ৰ জ্ঞান কৰা যাব।” ইয়াকে কৈ গুৰুজনে তাৰ পানীৰে হাত, ভৰি আৰু মুখ ধুই তিনি চলু পানী শিৰত ললে। ভকত সকলেও গুৰুজনাক অনুকৰণ কৰি তাকেই কৰিলে। তেতিয়াৰে পৰা এই স্থানক সকলোৱে অতি পৱিত্ৰ-ভূমি জ্ঞান কৰি আহিছে।

**কলয়াৰ সাৰ্থকতা**—গুৰুজনে ভেৰভেৰিত (কলয়াত) পতা ধৰ্ম্মসভাত আৰু নাম প্ৰসঙ্গাদিত যোগদান কৰা শ্ৰেষ্ঠতম ভকত সকল সমানে উপকৃত হৈছিল। তেওঁলোকক পৰীক্ষা কৰি চোৱাটোও ইয়াৰ অন্যতম কাৰণ আছিল বুলি আগতে কৈ অহা হৈছে। এজন ভকতৰ কাৰণে এই অনুষ্ঠান উদ্‌যাপিত হোৱা নাছিল। বৰপেটা, সুন্দৰীদিয়া আদি ওচৰৰ সত্ৰৰ অধিকাৰ, বুঢ়া ভকত আৰু সন্ত-মহন্ত সকলে এই কথা সদায় কৈ আহিছে। কিন্তু পূৰ্ণানন্দ দ্বিজৰ চৰিত পুথিত অকল গোপালদেৱ আতাৰ আগতহে বৈকুণ্ঠৰ বস্তু প্ৰকাশ কৰা বুলি উল্লেখ কৰা আছে। যেনে—

“সুন্দৰী থানত গোপালক লাগ পাই।
সাত দিন সাত ৰাতি ভেদাভেদ নাই॥
মাধৱ গোপাল দুয়ো বসিয়া বিৰলে।
বৈকুণ্ঠৰ বস্তুমানে প্ৰকাশ কৰিলে॥
পৰমাৰ্থ তত্ত্ব যেবে কৰন্তে কীৰ্ত্তন।
বহি গৈল পাচে সপ্ত ৰাতি সপ্ত দিন॥

*‘কলয়াগঙ্গা’ বা ‘কলয়া বিল’ অথবা ‘কলীয়া বিল’ বুলিলে একেখন ঠাইকে বুজায়। মহাপুৰুষ শ্ৰীমাধৱদেৱে বৈকুণ্ঠৰ সুখ-বস্তু প্ৰকাশ কৰা পৰম পৱিত্ৰ পুৰী ভেৰভেৰি নামৰ ঠাইখনিয়ে পাচত ‘কলয়া’ নাম পায়। এই ঠাই বৰ্ত্তমান সুন্দৰীদিয়া সত্ৰৰ কীৰ্ত্তনঘৰৰ উত্তৰ-পশ্চিমফালে আৰু বৰপেটা-ভৱানীপুৰ চৰকাৰী ৰাস্তাৰ নিচেই কাষতে অৱস্থিত। এই তীৰ্থস্থানৰ স্মৃতি-চিহ্ন স্বৰূপে তাত এটি ধুনীয়া নামঘৰ নিৰ্ম্মিত হৈছে। ই ‘কলয়া কীৰ্ত্তনঘৰ’ বা ‘কলীয়া কীৰ্ত্তন ঘৰ, নামে সুপৰিচিত। বিখ্যাত দানবীৰ শিৱসিংহ স্বৰ্গদেৱে ১৬৬০ শকত সুন্দৰীদিয়া সত্ৰক ভূমি দান কৰা তামৰ ফলিখনত মাটিৰ চৌহদৰ কথা উল্লেখ কৰোতে তাৰ উত্তৰ সীমাত কলয়া থকা বুলি কোৱা আছে।—লেখক

কলয়াৰ সুখৰ মহামেলাত যে গোপাল আতা অধিক লাভবান হৈছিল এই কথা স্বীকাৰ নকৰি নোৱাৰি। কিন্তু পূৰ্ণানন্দ দ্বিজৰ ওপৰোক্ত পদৰ কথাখিনিৰ লগত আমি একমত হবলৈ টান পাওঁ। হয়তো ধৰ্ম্মসভাদিৰ সমাপ্তিৰ অন্তত, ভকত সকল দিহাদিহি যোৱাৰ পাচত আগ্রহশীল গোপালদেৱ আতাই অকলে গুৰুজনাৰ ওচৰত এই বিষয়ক মৌলিক তত্বাদি সুধি লব পাৰে। ই একো বিচিত্র কথা নহয়। প্রকৃতপক্ষে কলয়াৰ সুখ সম্বন্ধে আতা পুৰুষৰ গভীৰ জ্ঞান থকা বুলি গুৰুজনেও জানিছিল; যেয়েহে তেওঁ উজনিৰ শ্রীশ্রীপদ্ম আতাক বা বদলা আতাক গোপাল আতাৰ পৰা উক্ত বিষয়ক জ্ঞান আহৰণঃকৰি লবলৈ নির্দ্দেশ দিছিল। এই কথাৰ দ্বাৰাও আতা পুৰুষৰ বিশেষত্বৰ বিষয়ে সহজে উপলব্ধি কৰিব পৰা যায়। এই বিষয়ে যথাস্থানত বহলাই কোৱা হৈছে।

**গুৰুজনাৰ আকস্মিক উপস্থিতি**—একেলি গুৰুজনে কোনো খা-খবৰ নিদিয়াকৈয়ে লগত তিনি কুৰিজন ভকত লৈ গোপাল আতাৰ গৃহত উপস্থিত হল গৈ। আতাই তেওঁলোকক দেখামাত্রকে আগধৰি আহি আথে-বেথে মাতি নিলে আৰু আসন দি কীৰ্ত্তনঘৰতে বহিবলৈ দিলে। গুৰুজনে কৃষ্ণ-কথা উলিয়াই কথা সুখত থাকোঁতে গধুলি হল। কথা-বস্তু সামৰিলত আতাই বেগতে উঠি ঘৰলৈ গ'ল আৰু ভাৰ্য্যাক সুধিলে—"দামোদৰৰ মাক, পৰমেশ্বৰৰ কৃপাত ভকত সকলে আজি চৰণৰ ধূলি দি আমাৰ গৃহ পৱিত্র কৰিলে; তেৰা সৰক দিবলৈ কিবা যোগাৱ কৰিব পাৰিছা নে?" ভাৰ্য্যাই মাত লগালে—"প্রভু', দাসীয়ে কোনোমতে চাউল-চৰু, তেল-লোণ, শাক-পাত, খৰি-খেৰ সকলোকে যুগুত কৰি তেৰাসৰলৈ সজভাৱে আগবঢ়োৱা হৈছে।" ভকত কেইজনৰ ভিতৰত তিনিজন আকৌ অলপ বেমাৰী থকা বাবে আতাই পুনৰ সুধিলে —"নবিয়া ভুগি থকা ভকত কেইজনৰ বাবে নো কি ব্যৱস্থা কৰা হল?" ভাৰ্য্যাই তেতিয়া তেওঁলোককো দুগ্ধ, চিৰা ভোজন কৰোৱা হৈছে বুলি কৈ, তেওঁলোক টোপনিত পৰিছে বুলিও কলে। আতাই সু-গৃহিণী ভাৰ্য্যাৰ এনে সন্তোষজনক সমিধান পাই

আনন্দ লভিলে। গুৰুজনে তেওঁলোকৰ আদৰ-অভ্যৰ্থনাত সন্তোষ পালে; বিশেষকৈ আতাৰ ভাৰ্য্যাৰ অতিশয় তৎপৰতাত পৰম সন্তুষ্ট হৈ আশীৰ্ব্বাদ কৰিলে। তাৰ পাচত সেৱক-ভকত সকলৰ সৈতে উভতি আহিল।

**কবিত্বৰ নমুনা**—আতা এজনা কবি আৰু নাট্যকাৰ আছিল। তেওঁৰ ৰচিত গীত, ঘোষা আৰু নাটৰ কথা এতিয়াও জনসাধাৰণে জনাৰ সুবিধা হৈ উঠা নাই। গীত-ঘোষাবোৰ নানা ঠাইত সিচৰিত হৈ আছে। তাৰে কিছুমান ঘোষা যোৰহাটৰ বৰকটকী কোম্পানীয়ে সংগ্ৰহ কৰি "কেৰলীয়া ঘোষা" নাম দি প্ৰকাশ কৰিছিল। সেই ঠাইৰে শ্ৰীযুত কুমুদ চন্দ্ৰ মহন্ত দেৱেও শ্ৰীশ্ৰীগোপাল দেৱৰ ৰচিত 'গীত-ঘোষা' প্ৰকাশ কৰিছে। যিহক আমি তাৰে দুটিমান গীত আৰু ঘোষা ইয়াত তুলি দিয়াৰ লোভ সামৰিব পৰা নহল।

গীত—ৰাগ—বসন্ত।

হৰি হৰি কিনা ভেল সুদিন হামাৰি।
হামু পাপৰ বন্ধু নিমজিলো তাপ সিন্ধু
তাৰিলা শঙ্কৰ অৱতৰি॥
তিনি যুগ ভৈল শেষ কলি ভৈল পৰবেশ
লোকক পীড়িলে ঘোৰ পাপে।
শুষি নিলে আত্মতত্ত্ব ভৈল লোক উনমত্ত
পুৰিমাৰে সংসাৰৰ তাপে॥
ভকতি বৰিষা ঋতু লোকৰ কুশল হেতু
মিলিলা শঙ্কৰ ৰূপে হৰি।
মাধৱ গম্ভীৰ মেঘ বৰষিলা অবিচ্ছেদ
হৰি নাম জল জগ ভৰি॥
ভকত সকলে যত পায়া পিয়া উনমত্ত
হৰি যশ ৰসৰ প্ৰভাৱে।
আনো লোক সুখী ভৈল কলি মল দূৰ গৈল
কহতু গোপাল হৰি পাৱে॥

গীত-ৰাগ—শ্যাম।

কতনো ডাকস মাই উঠ উঠ বুলি।
নথাকো তোমাৰ ঘৰে এবে যাইবো চলি ॥
দধি নখাওঁ দুগ্ধ নখাওঁ নচাৰিবো ধেনু।
বাটে বাটে বজাই ফুৰো সুললিত বেণু ॥
পঞ্চ বৰিষৰ পৰা ধেনু চাৰো বনে।
পৰৰ পুত্ৰৰ বেথা পাৰে কোন জনে ॥
মথুৰাত আছে মোৰ কংস যে মমাই।
বাতৰি শুনিলে নিবে এক্ষণে মতাই ॥
যমুনাৰ পাৰ হুয়া মথুৰা চলি যাইবো।
দৈৱকী মাৱৰ ঘৰে ভিক্ষা কৰি খাইবো ॥
দুৱাৰত ধৰি কান্দে ফোকাৰি ফোকাৰি।
কহয় গোপাল হৰি নকৰা চাতুৰী ॥

গীত-ৰাগ—আশোৱাৰী

জয় পৰম গুৰু কৰুণা সাগৰ। যাৰ গুণ গাৱত কঞ্জ মুনি হৰ ॥
সোহি হৰি যদুকুলে ভৈলা অৱতাৰ। কয়ো অধৰ্ম্ম দূৰ থৈয়ো ধৰ্ম্মভাৰ ॥
ভকতি প্ৰচাৰ কৰি শঙ্কৰ মাধৱ। ভাযয় চৰণ চিন্তি গোপাল ঈশ্বৰ ॥

গীত-ৰাগ—আশোৱাৰী।

[ ভাগৱতৰ ৰূপ কল্পনা ]

প্ৰথম দ্বিতীয় স্কন্ধে চৰণ দুতয়।
তৃতীয় চতুৰ্থ স্কন্ধে ভৈল বাহু দুই ॥
নাভি দেশে পঞ্চম ষষ্ঠেসে বক্ষস্থল।
সপ্তমে অষ্টমে ভৈল নয়ন যুগল ॥
কণ্ঠদেশে নৱম দশমে ভৈল তুণ্ড।
একাদশে ললাট দ্বাদশে ভৈল মুণ্ড ॥

হেন ভাগৱত মূৰ্ত্তি মহা মনোহৰ।
জলদ সদৃশ বৰ্ণ শ্যাম মনোহৰ॥
কহয় গোপাল কৰা ভকতত বিশ্বাস।
নিজ গুৰু চিনি ভজে তান হৈবো দাস॥

## জন্ম-যাত্ৰা নাটৰ গীত

গীত ৰাগ-আশোৱাৰী। তাল—পৰিতাল।

ধ্ৰুং—আৱত বিধি মুনিগন সঙ্গে।
চৌভিতি বেদ উচ্চাৰয় ৰঙ্গে॥
পদ—দেৱ সিদ্ধ সৱে উপাসিয়া যায়।
আগহি নাৰদে হৰিগুণ গায়॥
কৰত ঘনে ঘনে হৰি হৰি বোল।
হৰি পদে গতি গোপালে বোল॥

গীত ৰাগ—বেলোৱাৰ।

প্ৰণয়ে ভক্তিৰ জানা অঙ্কুৰ হোৱয়।
বাৰ স্কন্ধ ভাগৱত মুখ্য ডাল হয়॥
তিনি শত পঞ্চ ত্ৰিংশ অধ্যায়ৰ লেখা।
এহি সৱ হুয়াছয় বৃক্ষ উপশাখা॥
ওঠৰ হাজাৰ শ্লোক পত্ৰ ভৈল তাৰ।
ভক্তিৰসে ভৈল জ্ঞান বৃক্ষমূল সাৰ॥
ভক্তিৰস পায়া বৃক্ষ কৰে হলফল।
অমৃত সমান স্বাদ ধৰে বৃক্ষে ফল॥
কহয় গোপাল দাসে শুন নৰ লোই।
সোহি ফল ভুঞ্জিলেসে জীৱ সুখী হোই॥

## গোপী-উদ্ধৱ-সম্বাদ নাটৰ গীত

ৰাগ—সিন্ধুৰা, তাল—একতাল ।

ধ্রুং—আরে যাদৱৰাজ কয়ো পৰবেশ ।
সঙ্গে উদ্ধৱ সখি যাদৱ নিশেষ ॥
পদ—ছত্র চামৰ ধ্বজ যোগান অশেষ ।
আনন্দে ৰতন মন্দিৰ পৰবেশ ॥
তনু নৱ নীৰদ পৰিত পীতবাস ।
পঙ্কজ নয়ন বয়ন মন্দ হাস ॥
মুকুট কুণ্ডল হাৰ ঝনকে শৰীৰ ।
কহয় গোপাল হৰিপদে ধৰি শিৰ ॥

**নাট ৰচনাৰ ক্ষেত্রত**—গোপালদেৱ আতাই পুৰণি অসমীয়া সাহিত্য ক্ষেত্রত অধিক বৰঙণি যোগাব নোৱাৰিলেও যিখিনি গীত-ঘোষা আৰু নাটেৰে অসমীয়া সাহিত্য ভৰাললৈ অমূল্য সম্পদ দি গৈছে সেয়ে তেওঁক চিৰ স্মৰণীয় কৰি ৰাখিব। এবেলি গোপাল আতাই গীত, সূত্র আদি সংযোজনাৰ দ্বাৰা "জন্ম যাত্রা" নামৰ অঙ্কীয়া নাটখনি ৰচনা কৰি উঠাৰ পাচত ভকত সমন্বিতে গুৰুজনাক তেওঁৰ তালৈ নিমন্ত্রণ জনাই লৈ গৈছিল। ভগৱান শ্রীকৃষ্ণৰ জন্মাষ্টমী তিথি উৎসৱ উপলক্ষে দিনে নিশাই এই ভাওনা কৰাইছিল। কথিত আছে যে গোপাল আতাই হেনো এই ভাওনাত বসুদেৱৰ ভাও লৈছিল। তাৰ পিচ দিনা বোকাযাত্রা বা পেকযাত্রাৰ কাৰণে ৰচিত পাঁচটি গীতো গাইছিল। এইবোৰ দেখি শুনি গুৰুজনে কৃষ্ণ-প্রেমত নিমগ্ন হৈ আছিল। গুৰুজনেও তাত নিজে ঘোষা-কীৰ্ত্তন গাই সমবেত জন সাধাৰণক বিমুগ্ধ কৰিছিল। আতাই ঘোষা-কীৰ্ত্তনৰ অন্তত স্নান কৰি আহি গুৰুজনাক সেৱা জনাই কলে—"বাপ, আপুনি আমাৰ হৃদয়ৰ বস্তু; জীৱ, আত্মা আদিক অনুমতি দি যে এইফেৰা কাম কৰালে তাৰবাবে তাৰ ফলে সমে আপোনাৰ অভয়-পদত তাক অৰ্পণা কৰা হৈছে। আৰু জীৱে সমে হাতে-দাঁতে তৃণ ধৰি, চুলিছিঙি

কাতৰ-কাৰুণ্য কৰি প্ৰাৰ্থনা জনাই কোৱা হৈছে যেন আপোনাৰ সেৱকৰ সঙ্গ ইহ-পৰলোকে পোৱা হয় আৰু মুখত আপোনাৰ নাম আৰু হৃদয়ত ৰূপ যেন সৰ্ব্বদায় বিৰাজমান হৈ থাকে।” ইয়াকে কৈ পুনৰ সেৱা জনাই গুৰুজনাৰ চৰণ লোতকেৰে তিয়াই পেলালে। তেতিয়া গুৰুজনে অতি চেনেহেৰে সাবটি ধৰি গালে—

“গোপাল গোপাল পালয় কৃপাময়।
তুৱা পারে মোৰ মতি ৰতি যেন নচাৰয়॥
কৰিছোঁ আশা যিটো চিৰকাল।
নকৰিয়ো ভঙ্গ তাক গোপাল॥”

গুৰুজনাই এই আবৃত্তিৰ পাচত গোপাল আতাক আশীৰ্ব্বাদ দি কোৱা কথাখিনি কথা-গুৰু চৰিতত এনেকৈ আছে—“বোলে গোপাল, আজি মোক অমৃতপান কৰাই যি সন্তোষ লভাইছা, তোমাৰ ভক্তি বস্তুতে সন্তোষ লভিবা, যশে তোমাৰ চন্দ্ৰ সূৰ্য্য প্ৰকাশ কৰাদি কৰিব, নদী বোৱা দিব।” “তেহে আতাই প্ৰাৰ্থনা কৈলে বোলে বাপ, তোম্ৰাৰ চৰণে অৰ্পিলোঁ, তযু কৃত্য এটি মাজতে গীত কৰি দিওক, তযু মুখপদ্মৰ বাক্য থাকিলে প্ৰৱৰ্ত্তিব, শৃগালক ডিঙিতে সিঙ্গ পাত্ৰ আৰি লক।” “বোলে গোপাল, মোৰ কি দিম? মোৰ মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰ দিওঁ। তেহে গীত দিছে—

গীত-ৰাগ—ধনশ্ৰী।

ধ্ৰুং—হৰিক বয়ন হেৰি মাই।
ফোকাৰয় শ্বাস নীৰ নয়ন জুৰাই॥
পদ—আজু জনমি সুত চল পৰদেশ।
কতনো লিখিল বিহি অভাগীক ক্লেশ॥
বিনে তুহু ৰহৰ জীৱন নাহি মোই।
কহ শঙ্কৰ কৃষ্ণ বোল সৱ লোই॥—বৰগীত

তেহে সাদিন ৰাখি দান দখিণাকৈ থৈ গৈছেহি ভক্ত সমে গুৰুজনক।” কথিত আছে যে এই গীতটি শ্ৰীমন্ত শঙ্কৰদেৱে সন্তো-

জাত শ্ৰীকৃষ্ণক বসুদেৱে সূতিকাগৃহৰ পৰা ব্ৰজধামলৈ লৈ যোৱা ঘটনাক কেন্দ্ৰ কৰি ৰচনা কৰিছিল। পাচত ইয়াকে অলপ পৰিবৰ্ত্তন কৰি গোপালদেৱ আতাই তেওঁৰ ৰচিত জন্ম-যাত্ৰা নাটত ভুক্ত কৰি লৈছিল।

গোপাল আতাৰ দ্বিতীয়খন নাট হৈছে—'উদ্ধৱ-সংবাদ'। তাত সপ্ৰেম ভক্তিৰ পৰম সাধিকা ব্ৰজধামৰ গোপী সকলৰ পদ-ৰেণু অতি আগ্ৰহেৰে গ্ৰহণ কৰা একান্ত ভকত উদ্ধৱৰ আদৰ্শ বিদ্যমান। কথিত আছে যে এই নাটৰ ভাওনাত গোপাল আতাই উদ্ধৱৰ ভাও লৈছিল আৰু কলা-কৌশলৰ দ্বাৰা তেওঁৰ চৰিত্ৰ এনে সুন্দৰকৈ ফুটাই তুলিব পাৰিছিল যে দৰ্শক মণ্ডলীয়ে তেওঁৰ অভিনয় একে-থৰে চাই থাকিবলৈ বাধ্য হৈছিল। আতাৰ তৃতীয় খন নাট হৈছে নন্দোৎসৱ।

**বৰপেটা সত্ৰ দৰ্শন**—শ্ৰীমাধৱদেৱে সুন্দৰীদিয়া থানৰ পৰা তাঁতীকুছিলৈ (বৰপেটালৈ) আহি ৰঙিয়াল গৃহ সজাওঁতে ভৱানী-পুৰীয়া গোপাল আতাই আহিলা-পাতিৰ যোগান ধৰিছিল। এই গৃহৰ নিৰ্ম্মাণ কাৰ্য্য সম্পূৰ্ণভাৱে হৈ উঠাৰ পাচত এদিন দ্বিতীয় পুত্ৰ শিশু দামোদৰক লগত লৈ আতাই বৰপেটা সত্ৰ দৰ্শন কৰিবলৈ আহিছিল। দামোদৰ বৰ ধীৰ, গম্ভীৰ, বুদ্ধিমান আৰু ভক্তিমান আছিল। সাত বছৰ বয়সীয়া দামোদৰে গুৰুজনাক সেৱা কৰি কঠ পাৰি বহিলত গুৰুজনে মধুৰ বচনেৰে কলে—"দামোদৰ, তই আগধৰি ৰঙিয়াল গৃহৰ ভিতৰলৈ যা আৰু তাৰ ক'ত কি আছে তাক ভালকৈ চাই আহ গৈ।" এই কথা শুনি দামোদৰে শিশু সুলভ সুৰদী মাতেৰে কলে—"বাপ, আপুনি ঈশ্বৰ; আপুনি সজোৱা ঘৰত আমি কি খুঁত দেখা পাম? ইয়াক শুনিলে লোকে হাঁহিব দেখোন?" তেতিয়া গুৰুজনে কলে—"কোনে হাঁহিব? তই ভিতৰলৈ গৈ তাত তোৰ মনেৰে ভাল-বেয়া যিহকে যেনে দেখ ঠিক তেনে ভাৱে

---

* উদ্ধৱ-সংবাদ' নাট খনিক কোনো কোনোৱে 'উদ্ধৱ-যাত্ৰা' নামে অভিহিত কৰা দেখা যায়। ডঃ মহেশ্বৰ নেওগ দেৱৰ "শ্ৰীশ্ৰীশঙ্কৰদেৱ" পুথিতো 'উদ্ধৱ-যাত্ৰা' বুলিহে উল্লেখ কৰা আছে।—লেখক

মোক কব লাগিব।" এই আদেশ পাই দামোদৰে গাৰ সকলোখিনি কানি-কাপোৰ * বাহিৰত থৈ হৰিমন্দিৰত সোমাল। এই ছেগতে গুৰুজনে সেই কাপোৰ কেইখন তলত পাৰি বহিল। দামোদৰে বৰ্ডিয়াল গৃহ হেপাহ পলুৱাই চাই বাহিৰ ওলাই আহিলত গুৰুজনে ধেমালি কৰিবৰ মনেৰে সুধিলে—"তোৰ গাৰ কাপোৰ-কানি খিনি কি হল?" দামোদৰে কলে—"বাপ, আমাৰ কানি-কাপোৰ কলৈ যাব, বিচাৰিলে ইয়াতেই পাম?" তেতিয়া গুৰুজনে কলে—"সোনকালে বিচাৰি চা আৰু যাৰ ওচৰত কাপোৰ ওলায় তাকেই চোৰ বুলি ধৰ।" দামোদৰে কলে—"ইয়াত বহুত মানুহ আছে, সৰু লৰা এজনে কাক চোৰ বুলি ধৰোঁ?" গুৰুৱে এটি মিচিকিয়া হাঁহি মাৰি কলে—"তেন্তে মোকেই চোৰ বুলি ভাবিছ নে কি?" দামোদৰে মাত লগালে—"আপোনাক চোৰ বুলিব নোৱাৰোঁ। যদি কাপোৰখন আপোনাৰ তাত ওলাল তেনেহলে সি নিজে আপোনাক সেৱা কৰিবলৈ যাব পাৰে।" তেতিয়া গুৰুজনে লুকাই ৰখা কাপোৰ-খিনি উলিয়াই দিলত দামোদৰে হাঁহি হাঁহি তাক পিন্ধিলে। ভিতৰত কিবা খুঁত দেখিলে নে বুলি সুধিলত তেওঁ কলে— "বাপ, ভিনি ঠাইত নাওমান খুঁত আছে।" তেতিয়া গুৰুজনে কলে—"সচা কথা সেই বিষয়ে অকল ময়েহে জানোঁ।"

দামোদৰে ইমান কম বয়সতে বিজ্ঞ লোকৰ দৰে অভাৱনীয় ধৰণে কথা কব পৰা দেখি সকলো ভকতে বিস্ময় মানিলে। গুৰুজনে পাচত গোপাল আতাক ওচৰলৈ মাতি নি কাণৰ গুৰিত কলে—"বাপু গোপাল, তুমি দামোদৰক অধিক স্নেহ নকৰিবা; সি বেচি দিন পৃথিবীত নাথাকে।" গোপাল আতাই এই কথা শুনি বিধিৰ

* আমি আগৰ দিনৰ কথা নাজনিলেও অন্ততঃ ৫২ বছৰমান আগৰ অৰ্থাৎ ১৮৩৫ শক মানৰ কথা আমাৰ মনত আছে। তেতিয়া আঠ-দহ বছৰীয়া লৰাই বাহিৰৰ পৰা ফুৰি আহি ঘৰ সোমোৱাৰ আগতে গাৰ কানি-কাপোৰ বাহিৰত নিৰ্দ্দিষ্ট ঠাইত থৈ হাত-ভৰি ধুই লব লাগিছিল। তেনেকৈ উদং গাৰে ঘৰ সোমোৱাত লৰাটোৱে নিজে কোনো সঙ্কোচ বোধ কৰা নাছিল আৰু সমাজেও তাক শ্লীলতাহীন বা নিন্দনীয় কাম বুলি নধৰিছিল।—লেখক।

অখণ্ডনীয় বিধান মতে যি হব লাগে সেয়ে হব বুলি ভাবি একোকে নকলে। তথাপি গুৰুৰ ভবিষ্যত-বাণী অথলে নাযাব বুলিও মনতে ভাবিলে। অৱশেষত গুৰুজনাব পৰা বিদায় লৈ পিতা-পুত্ৰ উভয়ে ভৱানীপুৰ মুখে খোজ ললে।

**কাঠখৰিৰ যোগান**—শ্ৰীমাধৱদেৱ বৰপেটা সত্ৰত থাকোঁতে গোপাল আতাই মাকব বচনমতে মাজে সময়ে গুৰুজনাৰ বা-বাতৰি লবলৈ ইয়ালৈ আহিছিল। এদিন এইদৰে আহোঁতে তেওঁ গুৰুজনাৰ কুশল-বাতৰি লওঁতে কাঠ-খৰিৰ অনাটন হেতু কেতিয়াবা ৰন্ধন কাৰ্য্যত বিসঙ্গতিয়ে দেখা দিয়া বুলিও শুনিবলৈ পালে। এই কথাই তেওঁৰ অন্তৰত বৰকৈ আঘাত দিলে। তেওঁ ভৱানীপুৰ পায়ে অনেক কাঠ-খৰি যোগাৰ কৰিলে আৰু তাক নাৱেৰে আনি বৰপেটা বিলৰ পাৰত অজৰাই থলে। তাব পাচত ইয়াৰ ভকত সকলৰ সহযোগত কঢ়িয়াই আনিলে আৰু চালি পাতি সুন্দৰকৈ থৈ দিলে। এইদৰে খৰিৰ অনাটন হলেই তেওঁ কেবা বোলও তাৰ অভাৱ মাৰি দিছিল। আতাৰ এনে সহানুভূতি আৰু গুৰুভক্তি দেখি সকলোৰে শলাগ লৈছিল।

**বাপৰ ভাণ্ডাৰ পিয়লত**—এদিনাখন সকলো কথাবে তলানলা বিচাৰি চোৱা দূৰদৰ্শী আৰু কৰ্ম্মকুশল ঠাকুৰ আতাই আহি শ্ৰীমাধৱ দেৱক সেৱা জনাই কলে—"বাপ, আমাৰ বাপৰ ভাণ্ডাৰখানি এবাৰ পিয়ল কৰি চাবলৈ দেখোঁন মন গৈছে। আপোনাৰ অনুমতি পালে আমি তাত হাত দিব পৰা যাব।" ইয়াকে শুনি গুৰুজনে কলে—"সখি, তাৰ দ্বাৰা উপকাৰ হওক ছাৰি অপকাব হৈ ভাণ্ডাৰখানি ভাঙিব বুলিহে সন্দেহ হয়।" তেতিয়া ঠাকুৰ আতাই মাত লগালে—"বাপ, তাৰ কাৰণে সমুলি চিন্তা নকৰিব ; যদিহে কেনেবাকৈ ভাণ্ডাৰ ভাঙে তেন্তে তাক আপোনাৰ শ্ৰীচৰণৰ আশীৰ্ব্বাদত জোৰা লগাব পৰা যাব বুলি এই অভাজনৰ সম্পূৰ্ণ বিশ্বাস আছে।" গুৰুজনে সেইবেলি মৌন হৈ থাকি কোনো বাধা নিদিয়া দেখি ঠাকুৰ আতাই সাহ পালে আৰু বৰপেটাৰ আশে-পাশে থকা গাওঁবোৰলৈ গৈ তাৰ ৰাইজক কৌশলেৰে খবৰ দি এঠাইত গোট খুৱালে।

ঠাকুৰ আতাই পোনতে উপস্থিত হোৱা লোক সকলক মাতি অনাৰ উদ্দেশ্য বুজাই কলে। তাৰ লগতে তেওঁ সুধিব খোজা প্ৰশ্নটোৰ উত্তৰ নিজৰ ধাৰণা মতে যেয়ে যেনেকৈয়ে নিদিয়ক কিয়, তাৰ বাবে কাকো বেয়া নাপাব আৰু জগৰীয়াও নকৰিব বুলি কৈ থলে। তাৰ পাচত এজন এজনকৈ তেওঁলোকক ওচৰলৈ মাতি নি সুধিলে—"আপুনি আজিলৈ কাক গুৰু বুলি বিশ্বাস কৰি আছে ?" ঠাকুৰ আতাৰদৰে এগৰাকী নেতৃস্থানীয় লোকে তেনেকৈ সৰল ভাৱে আৰু অভয়-বাণীদি প্ৰশ্ন সুধিলত তেওঁলোকেও অকপটভাৱে নিজৰ নিজৰ মনোভাৱ ব্যক্ত কৰিবলৈ ধৰিলে। কোনোৱে কলে—"যিজনে আমাক নৰ-গুণ দিছে তেৱেঁ আমাৰ গুৰু।" কোনো জনে আকৌ কলে—"শ্ৰীক্ষেত্ৰত থকা জগন্নাথ প্ৰভুৱে আমাৰ গুৰু।" কোনোজনে আকৌ কলে—"পুৰোহিত জনেই আমাৰ গুৰু।" কিন্তু কোনোজনেই তুজনা গুৰুৰ নাম নুলিয়ালে। এইদৰে প্ৰশ্ন কৰি থাকোঁতে উত্তৰ দিবলৈ বাকী থকা লোকৰ সংখ্যা ক্ৰমে তাকৰ হৈ আহি আহি ষাঠি কি আশীজন মানতহে লাগিল গৈ। ইয়াকে দেখি গোপাল আতাৰ উচপিচনি লাগিল। তেওঁ ভাবিলে যে ঠাকুৰ আতাই যদি ইমানতে অইনক নুসুধি মোক সোধে তেন্তে বাকী থকা লোক সকলে হয়তো মই দিয়া উত্তৰকে দোহাৰিব পাৰে। ইয়াকে ভাবি তেওঁ ঠাকুৰ আতাক ব্যগ্ৰভাৱে কলে—"বাপ, আপুনি আমালৈ পাহৰিছে নেকি ? দয়া কৰি এবাৰ আমাকো সোধা যাওক চোন।" ঠাকুৰ আতাই গোপাল আতাৰ কথা কোৱাৰ ঠাচতে তেওঁৰ অভিপ্ৰায় বুজি পাই ততালিকে সুধিলে—"বাপু, আমি পাহৰা নাই; বাৰু সুধিছোঁ, তোমাৰ গুৰুজনাৰ নাম কোৱা যাওক ?" তেওঁ তেতিয়া হৰ্ষান্বিত হৈ কলে—"বাপ, আমাক ধৰ্ম্ম-বস্তু দান কৰোঁতা গুৰুজনাৰো গুৰু জগৎ গুৰু শ্ৰীমন্ত শঙ্কৰদেৱহে আমাৰ পৰম গুৰু।" চৰিত পুথিত এনেকৈ আছে—

"তাৰা বোলে আতা গুৰু গুৰুৰো পৰম গুৰু
জানিবাহা শ্ৰীমন্ত শঙ্কৰ।"

এই উক্তি তাত জুম বান্ধি থকা লোক সকলৰ কাণত পৰিলত তেওঁলোকে গোপালদেৱ আতাৰ উত্তৰকে অনুসৰণ কৰি 'শ্ৰীশঙ্কৰদেৱ আমাৰ গুৰু' বুলি কলে। গুৰু নিৰ্ণয় বিষয়ক খেলিমেলি লাগি থকা জটিলতাপূৰ্ণ কামখিনি এইদৰে সুকলমে সমাধা হলত ঠাকুৰ আতাই সমবেত ৰাইজক সাদৰী বচনেৰে বিদায় দিলে। সিদিনাহে এই অঞ্চলৰ ৰাইজে অন্তৰত পুহি ৰখা ভুল ধাৰণাৰ পৰা নিষ্কৃতি পালে। আঁতৰৰ পৰা অহা লোক সকলে এই কথাকে কোৱাকুই কৰি দিহাদিহি গুচি গল। এই কামৰ কৃতকাৰ্য্যতাত গোপাল আতাই অভাৱনীয় ধৰণে সহায় কৰা বাবে গুৰুজনে তেওঁৰ বিচক্ষণ বুদ্ধিৰ শলাগ ললে আৰু ঠাকুৰ আতাৰ ওচৰতো কৃতজ্ঞতা প্ৰকাশ কৰিলে।

**আতাৰ কোলাত গুৰুজনা**—শ্ৰীমাধৱদেৱ বৰপেটা সত্ৰত থাকোঁতে এদিনাখন গোপাল আতাই ভৱানীপুৰৰ পৰা আহি গুৰুজনাক সেৱা কৰি বহিল। সেই সময়ত গুৰুজনে কিবা এটা জটিল বিষয়ৰ আলোচনা কৰি ভকত সকলেৰে সৈতে বহি আছিল। কথা-বস্তু সম্বৰণ কৰিলত তেওঁ থানৰ বাতৰি ললে। গুৰুজনেও কীৰ্ত্তন কৰি কলে। তাৰ পাচত ভকতসকল উঠি নিজ নিজ ঠাইলৈ খোজ ললে। এনেতে গুৰুজনে পৰম আনন্দত আপ্লুত হৈ নিজ আসনৰ পৰা উঠি গৈ গোপাল আতাৰ কোলাত বহিল। খন্তেক পাচত তেওঁ পৰম ভকত শ্ৰীৰাম আতাৰ ফালে এটি অপূৰ্ব্ব চাৱনিৰে চাই সুধিলে— "বাপু শ্ৰীৰাম, আজিনো আমাক কেনে দেখা?" তেওঁ ভালকৈ নিৰীক্ষণ কৰি চাই লাহেকৈ মাত লগালে—"বাপ কৃপালু গুৰু, কেনেৰূপ ধাৰণ কৰিছে আপুনি জানে, আমিনো কেনে দেখা যাব ; দেখোঁতে দুয়োজনাৰে এক শৰীৰ ভিন্ন একোকে দেখিবলৈ পোৱা নাই।" এই সমিধান শুনি গুৰুজনেততালিকে আতাৰ কোলাৰ পৰা নামি নিজৰ আসনত বহিল। সিদিনা আতাক ভোজন কৰাইহে বিদায় দিলে।

**গুৰুজনাক বিদায় দান**—মহাপুৰুষ শ্ৰীমাধৱদেৱে সাত বছৰ ছমাহ কাল বৰপেটা সত্ৰত থকাৰ পাচত ঈৰ্ষাপৰায়ণ কেইজনমান লোকৰ চক্ৰান্তত লটিঘটি হব লগাত পৰে। সেই কাৰণে নিজে

স্থাপন কৰা অতি আদৰৰ অতি মৰমৰ বৰপেটা সত্ৰৰ মোহ-মমতা পৰিহাৰ কৰিব লগা হল। কিছুদিন কামৰূপৰ কেবা ঠাইতো ঘূৰি ফুৰি আই ধাইৰ আহ্বান ক্ৰমে বেহাৰ ৰাজ্যলৈ যাবলৈ সিদ্ধান্ত কৰিলে। গুৰুজনে যাত্ৰাকালত প্ৰিয় শিষ্য গোপাল আতাকো সহযাত্ৰী কৰি নিবলৈ মন কৰি তেওঁৰ অভিমত বিচাৰিলে। আতাই গুৰুজনাৰ অভিপ্ৰায় বুজি পাই সকাতৰে কলে—"বাপ কৃপালু গুৰু, আপোনাৰ পৱিত্ৰ সঙ্গত জীৱনৰ বাকী দিন কেইটি কটাবলৈ অন্তৰত বৰ হেপাহ আছিল; আৰু সেইটো পৰম সৌভাগ্যৰ কথা বুলিও ভবা হৈছিল; কিন্তু মায়াময় সংসাৰৰ বিষয়-জঞ্জালে বান্ধি হৈ পৰিছে। আমাৰ দামোদৰ বোলা লৰাটিৰ নৰিয়া, তাৰ শোথ ৰোগ হৈছে। তথাপি আপুনি অনুমতি দিলে আমি তাৰ চিন্তা ত্যাগ কৰি যাব পৰা হব।" তেতিয়া গুৰুজনে কলে—"বাপু গোপাল, তোমাৰ অদ্ভুত ধৰণৰ মনোবল দেখি সন্তোষ পোৱা হল। এনে সময়ত তুমি গৃহত্যাগ কৰাটো কোনোমতে উচিত আৰু শোভনীয় কাম নহব। তুমি দামোদৰৰ কাৰণে যথাসাধ্য চেষ্টা কৰি চোৱা। সন্তানৰ প্ৰতি পিতৃ মাতৃৰ যথেষ্ট কৰ্ত্তব্য আৰু দায়িত্ব থাকে, সেইখিনি পালন কৰিবলৈ আওকাণ কৰাটো যুক্তিসঙ্গত নহয়।" ইয়াকে কৈ তেওঁ সকলোৰে কুশল কামনা কৰি বিদায় ললে। অন্যান্য ভকত সকলৰ লগতে গোপাল আতাইও শেষ বাৰৰ কাৰণে হেপাহ পলুৱাই দৰ্শন কৰি আৰু প্ৰাণভৰি সেৱা-সন্মান জনাই গুৰুজনাক বিদায় দিলে। আতা গৈ ঘৰ পালত দামোদৰে এই কথা শুনি খেদ কৰি কান্দি কান্দি কৈছিল—"পিতা, আপুনি গুৰুজনাক এৰি আহি মায়াময় পুত্ৰ স্নেহত আবদ্ধ হল; বিশিষ্ট শিষ্যৰ পক্ষে ই গৰ্হিত কাম।" তেতিয়া আতাই গুৰুজনাৰ আদেশমতেহে উভতি যোৱা বুলি বুজাই কলে। তেতিয়াহে তেওঁ নিমাত হল। অতি দুখ আৰু বেজাৰৰ কথা যে এনেহেন গুণবান পুত্ৰ এটি সৰহ দিন জীয়াই নাথাকিল; গুৰুজনা বেহাৰ ৰাজ্য নৌপাওঁতেই তেওঁক নিদাৰুণ কালে সিপুৰীলৈ লৈ গল। ভগৱানে

দিয়া বস্তু তেৱেঁ চপাই লোৱা বুলি ভাবি আতাই নিজকে নিজে প্ৰবোধ দি সন্তোষ মনে থাকিল।

**আচম্বিতে বস্তু প্ৰাপ্তি**—আতাই সদায় একাদশীৰ দিনা ভকত সকলক গৃহলৈ মাতি নি জলপান কৰাইছিল। তেওঁলোকে এই প্ৰীতি-ভোজনত আগ্ৰহেৰে যোগদান দি পৰস্পৰৰ মাজত প্ৰীতি, সদ্ভাব আৰু একতাৰ আদৰ্শ লোক সমাজত দাঙি ধৰিছিল আৰু লগতে আতাৰ মনতো সন্তোষ দিছিল। ভোজনৰ বয়-বস্তুখিনি প্ৰত্যেক বাৰে আতাই নিজে সংগ্ৰহ কৰিছিল। কিন্তু এদিনাখন বিশেষ জৰুৰী কাম এটিত হঠাৎকাৰে আবদ্ধ হব লগীয়া হোৱা বাবে তেওঁ সেই কামৰ ভাৰ ভাৰ্য্যাৰ ওপৰত দিছিল। দুৰ্ভাগ্য বশতঃ ভাৰ্য্যাই ঘৰুৱা কাম-বনত লাগি থাকোঁতে আতাই কোৱা কথাখিনি তেওঁৰ কাণত নপৰিল। একাদশীৰ দিনা নাম-কীৰ্ত্তনাদিৰ কামখিনিৰ সামৰণি মাৰি আতা গৃহত সোমালত ভাৰ্য্যাই অসন্তোষ মনে কলে— "প্ৰভু, এতিয়ালৈকে দেখোঁন ভোজনৰ বয়-বস্তুৰ যোগাৰ নকৰিলে; ভকত ভকলক কিহেৰে সোধ-পোছ কৰা হব?" আতাই ভাৰ্য্যাৰ এই অভাৱনীয় কাণ্ডৰ কাৰণ তেওঁৰ অমনোযোগিতাই বুলি ধৰি ললে। সেইদেখি একোকে নকৈ কিছু সময় বিমৰ্ষ বদনেৰে মৌন হৈ বহি থাকিল। ভোজনৰ সময় চমু চাপি অহাতো তেওঁ তেনেকৈ থকাৰ কাৰণ ভাৰ্য্যাই একো বুজি নাপালে অথচ দুনাই সুধিবলৈকো সাহ নকৰিলে। এনে সময়তে ভকত সকল আহি গৃহত প্ৰৱেশ কৰিলত অতৰ্কিত ভাৱে ভোজনৰ সকলোখিনি সম্ভাৰ আতাৰ সন্মুখত ওলাই পৰিল। কিন্তু বস্তু দিওঁতাজনক হলে কেৱে দেখিবলৈ নাপালে। এইদৰে পোৱা বস্তুৰেই আতাই ভকত সকলক উদৰ পুৰাই ভোজন কৰালে। ভোজনৰ অন্তত ভকত সকলে এই কথাৰ গম পাই এনে অদ্ভুত ঘটনা আতাৰ অলৌকিক শক্তিৰেই প্ৰভাৱ বুলি ধৰি ললে।

**বৰপেটা সত্ৰত লোৱা প্ৰশিক্ষণ**—গোপাল আতাই বৰপেটা সত্ৰৰ প্ৰসঙ্গ-প্ৰণালী দেখি অতিশয় বিমুগ্ধ হল। বিশেষকৈ ভক্তি

ৰসসিক্ত ছন্দ মধুৰ পদাৱলীৰ হিয়াজুৰোৱা প্ৰসঙ্গীয়া সুৰটোৱে তেওঁৰ মন বৰকৈ আকৰ্ষণ কৰিলে। সেই দেখি ইয়াক ভালকৈ শিকি-বুজি আয়ত্ত কৰি লবলৈ কেইজনমান উদ্যমী, বাছকবনিয়া ভকত ইয়াত থলে। আতাৰ এনে সজ মনোভাৱ দেখি সত্ৰাধিকাৰ বুঢ়া আতাই পৰম সন্তোষ পালে আৰু তেওঁলোকক এটি বহাত থাকিবলৈ দিলে। তদুপৰি তেওঁলোকে ঘোষা-পদ আদি মুখস্থ কৰা আৰু তাৰ সুৰ-সংযোজনা কৰা কামত পাৰ্য্যমানে সহায় কৰিবলৈ ধৰিলে। নিত্য-প্ৰসঙ্গত লগা প্ৰত্যেক দিনৰ ঘোষা-পদ আদি তেওঁলোকে আগধৰি আওৰাই লৈছিল আৰু সময়মতে নিতৌ নাম-খোলাৰ ওচৰত বহি প্ৰসঙ্গত যোগদান কৰিছিল। তেওঁলোকে প্ৰসঙ্গৰ পাঠকে লগাই দিয়া সুৰ অনুকৰণ কৰি আৰু ওচৰতে বহা অভ্যস্ত ভকত সকলৰ হাত চাপৰি আৰু মুখৰ সুৰীয়া ধ্বনিৰ লগত মিল ৰাখি সমস্বৰে ঘোষা আৰু পদ গাবলৈ ধৰিলে। লগতে 'নাম ডাকা,' 'নাম গোৱা' আৰু 'নাম সম্বৰণ কৰা' পদ্ধতিৰ প্ৰতিও চকু ৰাখিলে। কামটো অতি কষ্টসাধ্য আৰু সময় সাপেক্ষ হলেও তেওঁলোকে প্ৰবল আগ্ৰহ, অসীম ধৈৰ্য্য আৰু ঐকান্তিৰ চেষ্টাৰ ফলত বহুদিনৰ মূৰত তাত কৃতকাৰ্য্য হল। প্ৰশিক্ষাৰ্থী ভকত সকলে বৰপেটীয়া ভকত সকলৰ শলাগ লৈ বিদায় মাগিলত তেওঁলোকে সত্ৰীয়া ধৰণে বিদায় দি পঠালে।

**ধৰ্ম্মাচাৰ্য্যৰ পদ প্ৰাপ্তিৰ সংবাদ**—মহাপুৰুষ শ্ৰীমাধৱদেৱে ভেলা থানত থাকোঁতে গোপাল আতাক ধৰ্ম্মাচাৰ্য্যৰ পদত অধিষ্ঠিত কৰাৰ সঙ্কল্প গ্ৰহণ কৰিলে। এই কথাৰ সম্ভেদ সেই থানৰ ভকত সকলৰ মাজত সদৰি হৈ পৰিল। এদিনাখন গুৰুজনে এই গুৰুত্বপূৰ্ণ জৰুৰী খবৰটি গভীৰ আস্থা আৰু বিশ্বাস ভাজন ভকত শ্ৰীৰাম আতাৰ আগত গোপাল আতালৈ কৈ পঠালে। কিন্তু এই গুৰু দায়িত্বপূৰ্ণ

*নাম প্ৰসঙ্গৰ পৰিবেশনত আগধৰি নাম ডাকি ঘোষা-পদ আদি লগাই দিওঁতাজনক নামনি অসমৰ ফালে 'নামৰ পাঠক' আৰু উজনি অসমৰ ফালে 'নাম লগোৱা' বুলি কোৱা হয়।—লেখক

কামটি যে গোপাল আতাই সহজে গ্ৰহণ কৰিবলৈ টান পাব তাকো তেওঁ আগধৰি অনুভৱ কৰিলে। সেইদেখি তেওঁ শ্ৰীৰাম আতাৰ আগত কৈ পঠালে—"শ্ৰীৰাম, তুমি গৈ গোপালক ভালকৈ বুজাই কবা যে আমি যোগ্যতাৰ প্ৰতি বিবেচনা কৰি চাইহে তেওঁৰ ওপৰত মানৱৰ কল্যাণ মূলক কামৰ দায়িত্ব অৰ্পণ কৰা হৈছে। ই আমাৰ দৃঢ় আদেশ; ইয়াক অৱজ্ঞা কৰিলে মহা পাপ আৰু দুৰ্ঘোৰ অপৰাধ হব।" গুৰুজনে শ্ৰীৰাম আতাক এই আদেশ সম্ভৱতঃ বাৰিষাৰ অন্তত দিছিল; সেয়ে বাট-পথ সুগম হৈ উঠিলে আঘোণ মাহত কামৰূপৰ ফালে যাত্ৰা কৰিবলৈ কৈছিল। এই সম্বন্ধে ৰামানন্দ দ্বিজৰ চৰিত-পুথিত এইদৰে কোৱা আছে—

"এহি কথা কহি, শ্ৰীমন্ত মাধৱে, বুঢ়া আতা * দিকি চাই।

( বুঢ়া শ্ৰীৰাম আতা )

শুনিয়ো শ্ৰীৰাম, সাৱধানে তুমি, মোৰ যেন অভিপ্ৰায় ॥
আঘণ মাসত, ভাল পথ ভৈলে, যাইবাহা কামৰূপক।
লোক সমস্তক, হৰিকথা কৈবে, কহিবাহা গোপালক ॥
গোপালে বুলিব, ইসৱ কাৰ্য্যক, মোৰ পুনু ইচ্ছা নাই।
মোৰ আজ্ঞা তান, কৰিবাক লাগে, কহিলোহো সমুদায় ॥
জীৱ নিস্তাৰণ, শক্তি আছে তান, বুলিলোহো সিকাৰণ।
তানমুখে উপ, দেশ কথা শুনি, তৰিবেক জীৱগণ ॥
জীৱ নিস্তাৰণ, শক্তি আছে যাৰ, শ্ৰদ্ধালুত নকহয়।
কৈবা গোপালত, জীৱবধ পাপ, জানিবা তাৰ মিলয় ॥
অসমৰ্থ জনে, উপদেশ কথা, কৰে লোক সমস্তত।
জীৱ বধ পাপ, তাহাতো সিজয়, কৈলো কথা সাৰতত্ত্ব ॥"

শ্ৰীৰাম আতাই ভেলা থানৰ পৰা আহি যথা সময়ত ভৱানীপুৰ পালে। তেওঁ ইয়াৰ আগেয়েও এবাৰ গুৰুজনাৰ অনুমতি ক্ৰমে বাউসী পৰগণালৈ আহি গুৰুপত্নী কালিন্দী দেৱী আই গোসানী আৰু অন্যান্য সন্ত-মহন্ত, সাধু-সজ্জন, আতা-আতৈ আৰু সত্ৰীয়া সকলৰ বা-বাতৰি লৈ গৈছিল। কিন্তু এইবেলি তেওঁ গুৰুৰ বাৰ্ত্তা-বাহক

স্বৰূপেহে আহিব লগা হৈছিল। তেওঁক দেখি গোপাল আতাই আদৰি নি বা-বাতৰি ললে। কুশল-সংবাদ দিয়াৰ লগতে শ্ৰীৰাম আতাই যেতিয়া গুৰুজনাৰ আদেশৰ কথা চমুকৈ প্ৰকাশ কৰিলে তেতিয়া তেওঁ উচাপ খাই উঠিল আৰু অপৰিপক্ক জ্ঞানৰ দ্বাৰা তেনে অসীম দায়িত্বৰ বোজা বহন কৰিবলৈ অপাৰগ বুলি কলে। গতি বিষম যেন দেখি শ্ৰীৰাম আতাই সেইবাৰ তাক বিশদ ভাৱে বৰ্ণাই কলে। তেতিয়াহে গোপাল আতাই তাৰ গুৰুত্ব অনুভৱ কৰিলে। সেইদেখি তেওঁ অতিশয় বিমোৰত পৰিল। তেওঁ ভাবি-চিন্তি চাই কলে—"এই বিষয়ে আমাক সজ দিহা-পৰামৰ্শ দিব পৰা বয়োবৃদ্ধ, জ্ঞান শ্ৰেষ্ঠ আৰু মহা বুদ্ধিমান ঠাকুৰ আতা আছে। আমি তেওঁৰ ওচৰলৈ যাওঁহক।" শ্ৰীৰাম আতায়ো তাত সমৰ্থন জনালে।

**ঠাকুৰ আতাৰ পৰামৰ্শ গ্ৰহণ**—তেওঁলোকে শুভকাৰ্য্য শীঘ্ৰে কৰাই উচিত বুলি ভাবি জনিয়াসত্ৰ মুখে যাত্ৰা কৰিলে। ঠাকুৰ আতাই দুয়োজন আতাকে দেখি আহ্লাদিত হৈ মাতি নি আসন দিলে তাৰ পাচত আগমনৰ উদ্দেশ্য সুধিলত বাৰ্ত্তা-বাহক শ্ৰীৰাম আতাৰ মুখে সকলো কথা ওলাই পৰিল। লগতে গোপাল আতাইও গুৰুজনে তেনে গুৰুভাৰৰ কাৰণে আজ্ঞা কৰা বাবে দুখ প্ৰকাশ কৰিলে। ইয়াকে শুনি ঠাকুৰ আতাই আনন্দ প্ৰকাশ কৰি কলে— "আমি এই বাতৰি শুনি পৰম সন্তোষ পোৱা হল। এনেহেন মহৎ কামৰ বাবে দুখ কৰিবৰ কোনো কাৰণ নাই; বৰং আগ্ৰহেৰে তাক গ্ৰহণ কৰাহে উচিত। গুৰু ধৰ্ম্মই কেনেকৈ বিস্তৃতি লাভ কৰিব পাৰে, জন সাধাৰণে কেনেকৈ তেৰাৰ ধৰ্ম্ম ধৰি হৰিৰ সন্মুখ হব পাৰে, তেৰাৰ সজ উপদেশ, শিক্ষা আৰু আহি গ্ৰহণ কৰি আচৰণৰ দ্বাৰা তাক ৰক্ষা কৰি থাকিব পাৰে তাৰ বাবেহে যত্নপৰ হোৱা যুগুত। গুৰু-আজ্ঞা উলঙ্ঘনৰ দ্বাৰা যেনেকৈ মহাপাতক অৰ্জ্জন কৰা হয় পালনৰ দ্বাৰা তেনেকৈ অক্ষয় পুণ্য সঞ্চয় আৰু ভকতি লাভ কৰা যায়। গুৰু সাক্ষাৎ নিৰাকাৰ পৰমেশ্বৰৰ সাকাৰ বা বিকল্প ৰূপ; গতিকে এনে গুৰুৰ আদেশ পালন কৰি গুৰু ভক্তি পৰায়ণ গোপালে

এটি আহি দাঙি ধৰিব আৰু জগতবাসীৰ ত্ৰাণৰ পথ মুকলি কৰিব বুলি আমি ভাৰসা ৰাখিলোঁ।” ঠাকুৰ আতাৰ এনে অকাট্য যুক্তি-যুক্ত পৰামৰ্শ শুনি গোপাল আতাই কলে—“বাপ, আমি বন্ধন-মুক্ত হবৰ মনেৰেহে আপোনাৰ দিহা-যুগুতি বিচাৰি ইয়ালৈ অহা হৈছিল; কিন্তু ফলত তাৰ বিপৰীতটোহে হল গৈ।” তেতিয়া ঠাকুৰ আতাই পুনৰ মাত লগালে—“বাপু গোপাল, এই ভাৰ বহনৰ যথোচিত শক্তি থকা বুলি জানিহে গুৰুজনে তোমাৰ ওপৰত ইয়াক ন্যস্ত কৰিছে।” ইয়াকে শুনি গোপাল আতা নীৰৱে থাকিল আৰু অৱশেষত ঠাকুৰ আতাৰ পৰা বিদায় মাগি শ্ৰীৰাম আতাক লগত লৈ ভৱানীপুৰলৈ উলটিল।

**ধৰ্ম্মাচাৰ্য্যৰ পদ গ্ৰহণ**—জনিয়াৰ পৰা উভতি আহি দুয়োজনা আতাই নিশালৈকে আগত আহি পৰা সমস্যাৰ বিষয়ে আলোচনা কৰিলে আৰু ৰাতিৰ ভোজনৰ পাচত তেওঁলোক শুই থাকিল। ৰাতি পুৱালত আতা দুগৰাকীয়ে ঠাকুৰ আতাৰ তালৈ যোৱাৰ কাৰণ আৰু তাৰ লগতে সকলো সম্বেদ ভৱানীপুৰীয়া ৰাইজে জানিবলৈ পালে। বহুদিন আগৰে পৰা জন-সমাজত প্ৰতিষ্ঠা লাভ কৰি অহা পৰম ধাৰ্ম্মিক আৰু সৰবৰহী গোপাল আতাক গুৰুজনে এনে সম্মানিত আসনৰ অধিকাৰী পতা বুলি শুনি সকলোৱে আনন্দ প্ৰকাশ কৰিলে। ৰাইজৰ প্ৰবল আগ্ৰহ আৰু চেষ্টাৰ ফলত দিনদিয়েকৰ ভিতৰতে আতাক সত্ৰীয়া-গাদীত উপবেশন কৰোৱাৰ যাবতীয় কাম সমাপ্ত হল। তাৰ পাচত বিৰাট জনতাই বিপুল সমাৰোহেৰে এক আনন্দ মুখৰ পৰিবেশৰ মাজত এই কামখিনি সত্ৰীয়া ধৰণে সুসম্পন্ন কৰিবলৈ পাই পৰম পৰিতৃপ্ত হল।

সত্ৰীয়াৰ পদৱী পোৱাৰেপৰা আতাই গুৰুবাক্যৰ মৰ্য্যাদা অক্ষুণ্ণ ৰখাৰ অৰ্থে বিশেষভাৱে মনোনিবেশ কৰিলে। তেওঁ যদিও গুৰুৰ আদেশ শিৰোধাৰ্য্য কৰি সত্ৰাধিকাৰ হল, তথাপি মনত উদয় হোৱা নানা ধৰণৰ নতুন নতুন চিন্তাই বিব্ৰত কৰি তুলিলে। সেইদেখি ততাতৈয়াকৈ লোকক ধৰ্ম্ম-বস্তু দিবলৈ অলপ ইতস্ততঃ কৰিলে।

তেওঁ সমাজখনক শাৰীৰিক, মানসিক, নৈতিক, আধ্যাত্মিক আৰু সাংস্কৃতিক আদি সকলো ফালেদি আগবঢ়াই নিয়াৰ উপায় দিনে-নিশাই চিন্তা কৰিবলৈ ধৰিলে। ইতিমধ্যে আতাই ধৰ্ম্মাচাৰ্য্য হোৱাৰ বাতৰি চাৰিওফালে বিয়পি পৰিবলৈ ধৰাত ধৰ্ম্মপিপাসু লোক সকলে আতাৰ ওচৰলৈ আহিবলৈ উদ্যোগ কৰিলে।

**শৰণদানৰ আৰম্ভণি**—গোপাল আতাই যেতিয়া চাপৰিলেও বৰযুণৰ হাত সাৰিবৰ উপায় নাই বুলি বুজি পালে তেতিয়া সাহসেৰে তাৰ সম্মুখীন হবলৈ বাধ্য হল। তেওঁ ভৱানীপুৰ থানতে শৰণ দানৰ পাতনি মেলিলে। ইয়াত কেবাজনো সৌভাগ্যবান পুৰুষে আতাৰ পৰা ধৰ্ম্ম-বস্তু গ্ৰহণ কৰিবলৈ সুযোগ পাইছিল। আতা পুৰুষে তাৰে কেইজনমানৰ বিশেষ যোগ্যতাৰ পৰিচয় পাই তেওঁলোকক ধৰ্ম্মাধিকাৰ পাতি উজনি অসমৰ ফালে পঠিয়াইছিল। সেই সকল সেৱক-ভকত, শিষ্য-প্ৰশিষ্যৰ দ্বাৰা প্ৰতিষ্ঠিত থান সত্ৰ সমূহ নানা ঠাইত সিচৰিত হৈ আছে।

**হাবুঙৰ পৰমানন্দ আতৈৰ শৰণ**—এদিনাখন এজন অপৰিচিত লোকে দেখা কৰি বিনম্ৰভাৱে সেৱা জনালত আতাই তেওঁক বহিবলৈ দি আগমনৰ উদ্দেশ্য আৰু পৰিচয় সুধিলে। লোকজনে উজনিৰ হাবুং নামৰ ঠাইৰ লোক বুলি চিনাকি দি ধৰ্ম্ম-ধৰিবলৈ অহা বুলি কলে। আতাই তেওঁক পোনতে বিমুখ কৰিলে। কিন্তু অপৰিচিত লোকজনে মনোকষ্ট পাই যেতিয়া "এই জীৱটিৰ যদি কিবা অনৰ্থ ঘটে তেন্তে তাৰ বাবে আপুনি জগৰীয়া হব লাগিব" বুলি কলে তেতিয়া আতাই প্ৰাণত আঘাত পালে আৰু পূৰ্ব্বে কোৱাঁ গুৰুজনাৰ আজ্ঞা বাণী মনত পৰিল। তেওঁ ভাবি চিন্তি চাই ধৰ্ম্ম দান দিবলৈ মনস্থ কৰিলে।

পিচদিনা আতাই তেওঁক লগত লৈ নামঘৰৰ ভিতৰ সোমাল আৰু সম্মুখত ভাগৱত শাস্ত্ৰ থাপি তেওঁক কলে—"আমাৰ ধৰ্ম্মমতে ভগৱান শ্ৰীকৃষ্ণই একমাত্ৰ উপাস্য দেৱতা ; তেওঁৰ নামেই পৰম ধৰ্ম্ম ; শ্ৰীশঙ্কৰ

দেৱ আমাৰ পৰম গুৰু কিন্তু শ্ৰীমাধৱদেৱো তেওঁৰে অভেদ আত্মা, একবস্তু। ভগৱানৰ একান্ত ভকত সকলো আমাৰ শ্ৰদ্ধা ভক্তিৰ পাত্ৰ। শৰণীয়া লোক সকলে সদায় ভগৱানৰ নাম-গুণ, লীলা-মহিমা আদি শ্ৰৱণ-কীৰ্ত্তন কৰি থাকিব লাগে। তাত বাদে তেওঁলোকে ভকতৰ সঙ্গত বহি ভক্তিৰ কথা আলোচনা কৰাটো মুখ্য কাম ; তেহে অন্তৰত ভক্তি ভাৱৰ সঞ্চাৰ হয় আৰু পাৰমাৰ্থিক পথতো আগবাঢ়িব পাৰি। এই বিশুদ্ধ ধৰ্ম্ম আচৰণ সম্বন্ধে কিছুমান নিষেধ বচন আছে আৰু কেতবোৰ পালনীয় সদাচাৰ আছে। শাস্ত্ৰৰ মূলতত্ত্ব সমূহ বুজিবৰ কাৰণে বিজ্ঞ ভকত শ্ৰেণীৰ লোকৰ লগত কথন-মথনৰ বিশেষ প্ৰয়োজন। শৰণৰ পাচত ইয়াক ৰক্ষা কৰাটোহে টান কাম। শৰণ ব্যভিচাৰ নোহোৱাকৈ চলিব পাৰিলেহে শৰণ লোৱা বা ধৰ্ম্ম বস্তু-গ্ৰহণ কৰা সাৰ্থক হয়। ভগৱন্তক ভক্তি ভাৱে ভজনা কৰা, তেওঁৰ নাম-গুণ শ্ৰৱণ-কীৰ্ত্তন কৰাটো শৰণীয়া লোকৰ অপৰিহাৰ্য্য কৰ্ত্তব্য। এইবোৰ কামৰ বাবে অভ্যাসৰ নিতান্ত দৰ্কাৰ।" ইয়াকে কৈ লোকজনক যথাৰীতি ধৰ্ম্ম-বস্তু দি তেওঁৰ নাম 'পৰমানন্দ' ৰাখিলে। আতাই পৰমানন্দক ধৰ্ম্মোপদেশ দি থকা সময়ত ভাৰ্য্যা বৃন্দাৱতী আই আৰু পুত্ৰ কমললোচন ওচৰতে বহি আছিল। এওঁৰ নাম কোনো কোনোৱে কমলদেৱ বুলিও কোৱা শুনা যায়।

পৰমানন্দই পাচত 'হাবুঙৰ পৰমানন্দ আতা' নামে প্ৰসিদ্ধি লাভ কৰিছিল। এওঁ ধৰ্ম্ম-বস্তু লভি ভৱানীপুৰ থানত কিছুমান দিন থাকি ধৰ্ম্ম সম্বন্ধীয় সংশয়বোৰ আতাৰ পৰা ভঞ্জন কৰি লৈহে উজনিলৈ উভতি গৈছিল। চৰিত পুথিমতে এৱেঁ আতাৰ সৰ্ব্ব প্ৰথম শিষ্য। এওঁক শৰণ দিয়াৰ পাচত আতাই কিবা কথাত বিৰক্তি পাই পুনৰ কাকো শৰণ নিদিব বুলি ভাবিছিল ; কিন্তু কৰ্ত্তব্যৰ দণ্ডিত এই সঙ্কল্প ৰক্ষা কৰিব নোৱাৰিলে। আতাই এওঁৰ গুণাৱলীৰ কথা হেঙ্গুলাৰ যদুমণি আতৈৰ আগত প্ৰকাশ কৰিছিল।

আতাৰ গুণ-মহিমাৰ কথা শুনি কমল আতৈ নামৰ ভকত এজনে ভৱানীপুৰ থানত থাকি আতাৰ আলধৰিবলৈ লাগিল। তেওঁ আতাৰ

কাঠ-খৰিৰ যোগান ধৰা, টালি-টোপোলা বৈ নিয়া আৰু সৰ্ব্বদায় সেৱা শুশ্রুষা কামত ব্যস্ত থাকি পৰম আনন্দ লভিছিল। আজৰি পৰত কৃষ্ণ কথা আলোচনা কৰি আৰু নিতৌ সময়তে নামঘৰত নাম-প্ৰসঙ্গতো যোগদান কৰি জীৱন সাৰ্থক কৰিছিল।

**গজলাৰ যদুমণিৰ শৰণ**—লোহিতৰ উত্তৰত গজলা নামে গাওঁত যদুমণিৰ গৃহ আছিল। তেওঁ সাধুসঙ্গ লাভৰ অভিপ্ৰায়েৰে ভটীয়াই আহি বৰপেটা, পাটবাউসী, জনিয়া আদি সত্ৰ দৰ্শন কৰিছিল। অৱশেষত ঠাকুৰ আতাৰ পৰামৰ্শ অনুসৰি তেওঁ গোপাল আতাৰ ওচৰত ধৰ্ম্ম-বস্তু গ্ৰহণ কৰি ভৱানীপুৰ থানতে থাকিবলৈ লয়।

পোনতে তেওঁ আতাৰ গৃহাদি মচি, পদূলি-চোতাল সাৰি ঘৰৰ বাহিৰ ভিতৰ পৰিষ্কাৰ-পৰিচ্ছন্নকৈ ৰখা কামত হাত দিলে। কিন্তু পাচলৈ আতাৰ পৰিচৰ্য্যাদি সকলো কামতে হাত দি গুৰু-সেৱাৰ আগ ভাগ লৈছিল। তেওঁ সৰ্ব্বদায় আচাৰ ওচৰত বহি শ্ৰীমুখেৰে প্ৰকাশ হোৱা অমৃতোপম ভক্তি-ৰসৰ আস্বাদ গ্ৰহণৰ সুযোগ লভিছিল। অকল সেয়ে নহয় ধৰ্ম্ম-সম্বন্ধীয় ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ, ভক্তি-সদাচাৰ প্ৰভৃতিও আহৰণ কৰি লৈছিল। তেওঁক দেখি কমল আতৈ নামৰ লোক এজনেও তালৈ আহি ধৰ্ম্ম লভি তেওঁৰে সঙ্গী হৈ পৰিছিল। এৰে পাচত সৰু যদুমণি নামে অভিহিত হৈ গজলা সত্ৰৰ অধিকাৰ হয় গৈ।

**যদুমণি আৰু কমলৰ বন্ধুতা**—আতাই এদিন যদুমণি আৰু কমলক নাওবৈচা কৰি জনিয়ালৈ গল। যাওঁতে বাটত দুয়োৰে ভিতৰত খকাখন্দা লাগিল। যদুমণিয়ে কমলক জোৰদি বঠা মাৰিবলৈ কোৱাত তেওঁৰ গাত অধিক বল নাই বুলি কলে। তাৰ পাচত দুয়োৰো চুপতা-চুপতি লাগিল আৰু তেনেকৈ গৈ গৈ জনিয়া পালে। নাও গৈ ঠাকুৰ আতাৰ গৃহৰ ওচৰত লাগিল। আতাই নিজে সোঁহাতেৰে গুৱা-পাণৰ টোপোলাটি আৰু বাওঁহাতেৰে অন্যান্য বয়-বস্তুখিনি লৈ নাওৰপৰা নামিল। তেতিয়াহে তেওঁলোক দুজনে

আতাই পেটে পেটে বেজাৰ পোৱা বুলি গম পালে। ঠাকুৰ আতাই গোপাল আতাৰ মুখত অসন্তোষৰ ভাৱ দেখি তাৰ কাৰণ সুধিলত তেওঁ কলে—“বাপ, নাও বাই অহা লোক দুজনৰ একেমতি নোহোৱা দেখি মনটো ভাল লগা নাই।” তাকে শুনি তেওঁ আতাক অসন্তোষ ভাৱ পৰিহাৰ কৰি ভোজনৰ সকলো সম্ভাৰ আগবঢ়াই দিলে। গোপাল আতাৰ তালৈ আওকণীয়া ভাৱ দেখি তেওঁ ততালিকে নাওবৈচা হৈ যোৱা দুজনক কলে—“আমাৰ গুৰুজন শ্ৰীশঙ্কৰদেৱ আৰু সখা শ্ৰীমাধৱদেৱেও ভকতৰ মাজত প্ৰীতিভাৱ দৃঢ় কৰিবৰ কাৰণে বৰ চেষ্টা কৰিছিল। এতিয়াও তাৰ ওৰ পৰা নাই। পৰস্পৰৰ মাজত প্ৰীতি ভাৱ থাকিলেহে মনটো মুকলি হৈ থাকে। প্ৰীতিৰ পৰাহে শ্ৰদ্ধা-ভক্তিৰ ভাৱ ওপজে; গতিকে তোমালোক দুয়োজনে মনোবিবাদৰ কথা পাহৰি যোৱা।” এই উপদেশ-বাণী শুনা মাত্ৰকে লাজ পাই পৰস্পৰে নমস্কাৰ-প্ৰতি-নমস্কাৰ জনাই নিজ নিজ দোষৰ কাৰণে অনুতপ্ত হল। তাকে দেখি গোপাল আতাই পুনৰায় দুয়োকে আলিঙ্গন আৰু নমস্কাৰ কৰিবলৈ দিলত পৰস্পৰৰ মাজত সেই কাম ততালিকে হৈ গল। এই কামৰ দ্বাৰা দুয়োজনৰ মাজত সখিত্বৰ সম্বন্ধও ঘটালে। তেতিয়া দুয়োজনৰ দুচকুৰে প্ৰেমাশ্ৰু নিগৰি ওলাল আৰু তেওঁলোকে পুলকিত হৈ আতা দুগৰাকীৰ চৰণত দীঘল দি পৰি সেৱা জনালে। তাৰ পাচতহে ভোজন কাৰ্য্য সমাপন কৰি তিনিওজনে ঠাকুৰ আতাৰ পৰা মেলানি মাগি নাৱেৰে উভতি গৈ ভৱানীপুৰ থান পালে।

**নাৰায়ণৰ সৌভাগ্য**—এদিন গজলাৰ যদুমণি ধৰ্ম্মানুৰাগী, আগ্ৰহশীল আৰু অমায়িক স্বভাৱৰ লোক এজনক পাই ভৱানীপুৰ থানৰ বহাত আশ্ৰয় দি ৰাখিলে। এনেতে গুৰু-পত্নীৰ নিৰ্দ্দেশমতে তেওঁ খৰি লুৰিবলৈ যাব লগাত পৰিল। সেই দেখি নতুনকৈ আশ্ৰয় দিয়া অচিন লোকজনক সতৰ্ক কৰি দিবৰ মনেৰে কলে—“মই খৰি লুৰিবলৈ যাওঁ, তুমি বহাতে থাকা; কিন্তু পাগ-পাতিলা একোকেই নুছুবা; কিয়নো তুমি এতিয়াও অশৰণীয়া হৈ আছা। গতিকে মই

খবিলৈ আহি পালে ৰান্ধি-বাঢ়ি আমি ছুয়ো খামহঁক। যদি কিবা সৌভাগ্যৰ গুণত ইতিমধ্যে আতা পুৰুষৰ পৰা ধৰ্ম্ম ধবিব পাৰা তেন্তে তোমাৰ হাতে অন্ন ভোজন কৰিব পৰা যাব।” ইয়াকে কৈ তেওঁ হাবিৰফালে খোজ ললে। তাৰ অলপ পাচতে আতাৰ ভাৰ্য্যাই যদুমণি আতৈৰ বহাত এজন অচিনাকি লোক দেখিবলৈ পাই আতাক সুধিলে। আতাই তাৰ সম্ভেদ লবৰ মনেৰে সেই বহাটোলৈ যোৱা দেখি সেই নতুন মানুহজনে লৰি আহি আতাক সেৱা জনালে। আতাই তেওঁৰ আগমনৰ অভিপ্ৰায় আৰু পৰিচয় সুধিলত তেওঁ জানু পাৰি বিনম্ৰভাৱে কলে—“বাপ, আপোনাৰ চৰণ-সেৱা কৰিবৰ মনেৰে ইয়ালৈ অহা হৈছে। আমি অতি নিঃকিন আৰু তেনেই জ্ঞানহীন মহামূঢ়মতি; এয়ে আমাৰ পৰিচয়।” আতাই তেওঁৰ চমু সমিধানত পৰম সন্তুষ্ট হল। ইফালে বেলি ভটীয়াই যোৱা দেখি আতাই তেওঁক ভোজন কৰিবলৈ কলত, লোকজনে কৰযোৰে কলে—“বাপ, ভোজন কাৰ্য্য পাচত হব। সম্প্ৰতে আগধৰি আপোনাৰ পাৱত শৰণহে লব লাগে। কিয়নো এই অশৰণীয়াজনক আশ্ৰয়-দাতা যদুমণি আতৈয়ে খৰি লৰিবলৈ যাওঁতে তেওঁৰ চৰু-হাড়ী ছুবলৈ মনাকৰি গৈছে। কিন্তু আমি ইতিমধ্যে শৰণীয়া হৈ উঠিব পাৰিলে তাক ছুব পৰা যাব বুলিও কৈ গৈছে। গতিকে বাপ এই পৰম আশা কৰি অহা শৰণাশ্ৰিতজনক কৃপা কৰি ধৰ্ম্ম-বস্তু দি শুচি কৰি লোৱা যাওঁক।”

শৰণাৰ্থীজনৰ মনোভাৱ বুজি পাই আতাই পোনতে তেওঁক ধৰ্ম্মোপদেশ দিবৰ মনেৰে ব্ৰহ্মপুৰাণৰ কথা উল্লেখ কৰি কবলৈ ধৰিলে —“আমাৰ ধৰ্ম্মমতে ভজনীয় দেৱতা, ধৰ্ম্ম আৰু ভকত একে বস্তু। এই তিনিৰ দ্ৰোহ আচৰণকাৰীৰ কোনোকালে নিস্তাৰ নাই। সিহঁতে পাপৰ কাৰণে নৰক যাতনা ভোগ কৰি ডাইনী জনম লৈ কালীদেৱীৰ পূজাৰ বলি খাই ফুৰে; শেষান্তৰত প্ৰেতৰ গৰ্ভত জন্ম গ্ৰহণ কৰে। সিহঁতক অজীৰ্ণপাতকী বোলা হয়। সিহঁতে পাপৰ ফলতে বিষ্ঠাৰ কীট, শূকৰ আদি নানা জীৱ-জন্তু হৈ জনম লয়। তুমি কদাপি তেনে

পাতকীৰ সঙ্গ নলবা। ভকতৰ লগত থাকি ভক্তি আচৰণ কৰিবা। ভক্তিহে পৰম সম্পদ। ভগৱান শ্ৰীকৃষ্ণ-ব্যতিৰেকে শ্ৰেষ্ঠদেৱ আৰু তেওঁৰ নাম বিনে কলিকালত পৰম ধৰ্ম্ম নাই। এই কথা সৰ্ব্বদায় স্মৰণ ৰাখিবা।" ধৰ্ম্মোপদেশ দিয়া হলত আতাই তেওঁক বায়ু আৰু আকাশৰ ভেদ নথকাৰ দৰে পাৰমাৰ্থিক কোনো কথা গোপন নাৰাখি হিয়া উবুৰিয়াই দান কৰিলে। শৰণ দানৰ পাচত আতাই তেওঁৰ নাম 'নাৰায়ণ' ৰাখিলে। অৱশেষত তেওঁক ভোজন কাৰ্য্য কৰিবলৈ অনুমতি দিলে। এৱেঁ পৰবৰ্ত্তী কালত 'নাৰায়ণ আতৈ' নামে জনসমাজত প্ৰখ্যাত হৈ উঠিল আৰু দহ ঘৰীয়া, হালধি আটি সত্ৰৰ কাৰণে আজ্ঞা পাই তাৰ সত্ৰাধিকাৰ ৰূপে পৰিগণিত হল।

যদুমণি আতায়ে খৰিৰ বোজা লৈ আহি নাৰায়ণ আতৈৰ মুখে ঘটনাৰ আদ্যোপান্ত বৰ্ণনা শুনি পৰম সন্তোষ পালে। তেওঁ চৰু হাড়ী ছুবলৈ হাক দি যোৱা বাবে নাৰায়ণ আতৈয়ে বেজাৰ পোৱা বুলি জানি তেওঁৰ ওচৰত ক্ষমা বিচাৰিলে আৰু সাবট মাৰি ধৰি হিয়াৰ মৰম যাচিলে। তেতিয়া তেওঁ ওভোতাই এই বুলিহে কলে—"বাপ, আপুনি সেইখিনি সতৰ্ক কৰি যোৱাৰ ফলতহে আমাৰ অন্তৰৰ হেপাহ ইমান সোনকালে পৰমেশ্বৰে পূৰণ কৰিলে। গতিকে আপুনি হিয়াৰ পৰম বান্ধৈ আৰু উপকাৰী পুৰুষ।" সিদিনাৰে পৰা এই দুগৰাকী আতৈয়ে প্ৰীতি আৰু সদ্ভাৱেৰে থাকি সন্তোষেৰে কাল যাপন কৰিবলৈ ধৰিলে।

**কমললোচনৰ অভীষ্ট পূৰণ**—এদিনাখন আতাৰ পুত্ৰ কমল-লোচনে কিছুমান দ্ৰব্য-বস্তু নি আতাৰ আগত থৈ আঠু লৈ সেৱা কৰিলে। তেনে কৰাৰ কাৰণ আতাই সুধিলত তেওঁ বেদনা ভৰা অন্তৰেৰে কবলৈ ধৰিলে—"পিতা, আপোনাত লগাবৰ মনেৰে বস্তুখিনি অনা হৈছে। আমি আপোনাৰ গৃহত জন্ম লভিও আজি পৰ্য্যন্ত ভগৱানৰ চৰণত শৰণ লব নোৱাৰাটো পৰম দুৰ্ভাগ্যৰ কথা। তাতোকৈ ডাঙৰ কথা হৈছে যে আজিলৈ আপোনাক চিনিবলৈ সমূলি চেষ্টা কৰা নাই; অথচ আমাৰ আগতে সুদূৰৰ পৰা ভাগ্যবান

লোকসকল আহি ধৰ্ম্ম-বস্তু লৈ লৈ যাব ধৰিছে। আমি কাণত কাপোৰ দি নিশ্চিন্ত মনে আছোঁ। গতিকে জ্ঞানহীন এই অযোগ্য পুত্ৰকো দয়া কৰি ভক্তি-বস্তু দান কৰা যাওক।” তেতিয়া আতাই মিচিকিয়া হাঁহি মাৰি কলে—“বোপা কমললোচন, মানুহ মাত্ৰেই ভগৱন্তৰ চৰণত শৰণ লৈ তেওঁক ভক্তিভাৱে ভজনা কৰিব লাগে। অলপ পলম হলেও তোমাৰ অন্তৰত এই ভাৱৰ উদয় হোৱা দেখি পৰম সন্তোষ পালোঁ। ধৰ্ম্ম গ্ৰহণৰ ক্ষেত্ৰত পিতা-পুত্ৰ আদি সাংসাৰিক সম্বন্ধৰ কোনো প্ৰশ্নই উঠিব নোৱাৰে। পুত্ৰৰ পৰাও পিতৃ-মাতৃয়ে কোনো দ্বিধাবোধ নকৰাকৈ ধৰ্ম্মোপদেশ লব পাৰে। পূৰ্ব্বে সাংখ্য দৰ্শনৰ ৰচয়িতা সুপ্ৰসিদ্ধ কপিল মুনিয়ে মাতৃদেৱহুতিক ধৰ্ম্মোপদেশ দিছিল। তেওঁ ভক্তি-তত্ত্ব কথনৰ লগতে মাকক এই বুলি উপদেশ দিছিল—“আই, আপুনি ব্ৰহ্মাৰ নাতিনী, মনুৰ দুহিতা, কৰ্দ্দমমুনিৰ ভাৰ্য্যা বা কপিলৰ মাতৃ বুলি কোনো গৰ্ব্ব ভাৱক অন্তৰত ঠাই নিদিব; কেৱল পৰম আৰাধ্য দেৱতা একমাত্ৰ শ্ৰীকৃষ্ণকহে অহৰ্নিশে চিন্তা কৰিব। তেওঁৰ নাম গুণ গাই তেওঁকে চিন্তা কৰি থাকিব পাৰিলেই ভৱ-সাগৰ অনায়াসে পাৰ হৈ পৰম-পদ পাব।” ইয়াকে কৈ আতাই কমললোচনক শৰণ দিয়া কাম শেষ কৰি পুনৰ কলে—“বোপা, হৰি-ভকতক নিদিয়াকৈ কোনো বস্তু ভুঞ্জিব নাপায়। নিজতকৈও ভকতকহে অধিক স্নেহ কৰিব লাগে। ধৰ্ম্ম-বস্তু লভিলেই নহয়; তাৰ নীতি-নিয়ম আৰু সদাচাৰবোৰ পাৰ্য্যমানে পালন কৰিব লাগে। অশুচি বচন আৰু নিষিদ্ধ দ্ৰব্য সৰ্ব্বদায় বৰ্জ্জন কৰিব লাগে। অন্তিম কালতো যাতে ৰাম-কৃষ্ণ নাম লব পাৰে তাৰ কাৰণে ভকত সকলে অভ্যাস কৰে।” আতাৰ এই সাৰগৰ্ভ উপদেশ-বাণী শুনিলে আৰু তাক পালন কৰিবলৈ তেওঁ সঙ্কল্প ললে। অৱশেষত তেওঁ লৈ যোৱা দ্ৰব্য-বস্তুখিনি ভকত সকলৰ মাজত বিতৰণ কৰি দিয়ালে আৰু নিজেও তাৰ এভাগ পালে।

**বৰপেটীয়াৰ জীৰ প্ৰতি উপদেশ**—পুত্ৰ কমললোচনে শৰণ লৈ বাট দেখুৱাই দিয়াত আতাৰ প্ৰথমা ভাৰ্য্যা বৃন্দাৱতী আয়েও

শৰণ লাভৰ কাৰণে আগ্ৰহান্বিত হৈ উঠিল। এদিন তেওঁ আতাৰ ওচৰত জানু পাৰি কাকুতি-মিনতি জনাই অন্তৰৰ অভিপ্ৰায় ব্যক্ত কৰিলে। কাণ্ডখন দেখি আতাই এটি মিচিকিয়া হাঁহি মাৰি কলে—"বৰপেটীয়াৰজী, তুমি মহাপুৰুষ শ্ৰীমাধৱদেৱৰ চৰণত বহুতদিন সেৱা-ভক্তি কৰিছা। তেৰাৰ কৃপাত তোমাৰ তত্ত্ব সম্বন্ধীয় অনেক জ্ঞান জন্মিছে। তোমাৰ আৰু আমাৰ মানত তেৰাৰ বাদে নো পূজ্যজন কোন আছে? হৰি-ভকতক মৰম-চেনেহ কৰিব লগা, ঈশ্বৰক সেৱা-ভক্তি কৰিব লগা, গুৰুজনক দেখা পালে সেৱা-সন্মান কৰিব লগা আদিৰ শিক্ষা তেৰাই উপদেশৰ ছলেৰে কেতিয়াবাই তোমাক কৈ থৈ গৈছে। গতিকে তেৰাৰ পৰা লাভকৰা পৰম সম্পদ খিনিকে শিৰোধাৰ্য্য কৰি লৈ পৰম নিষ্ঠাৰে তাক পালন কৰি থাকিলে সেয়ে পৰম গতি দিব। তাতকৈ আৰু অধিক কিবা পাবা বুলি আশা কৰানে?" ইয়াকে কৈ তেওঁ ভাৰ্য্যাক বিদায় দিলে। তেৰোঁ দ্বিৰুক্তি নকৰি সেই যুক্তিযুক্ত উপদেশ বাণীকে হিয়াত বান্ধি লৈ পুনৰ সেৱা জনাই গৃহলৈ খোজ ললে।

**ধৰ্ম্ম শিক্ষা দানৰ নমুনা**—আতাই এদিন ভকত সকলৰ লগত শাস্ত্ৰৰ তত্ত্বমূলক কথাৰ আলোচন কৰি আছিল। এনেতে হঠাৎকাৰে এটি নতুন ধৰণৰ কথা অন্তৰত জাগৰিত হল। তেওঁ প্ৰসঙ্গক্ৰমে সেই কথাটিকে অৱলম্বন কৰি প্ৰশ্ন কৰিলে—"বাপু সকল, তোমোৰা সৱৰ কোনে এজোপা তামোল গছ শিপা, গা-গছ, পাত আৰু ফলে সৈতে গিলিব পাৰিবা কোৱাহঁক?" আতাৰ অদ্ভুত ধৰণৰ প্ৰশ্ন শুনি বিস্ময় মানি এজন ভকতে মাত লগালে—"বাপ, এজোপা তামোল গছ কেনেকৈ ভুঞ্জিব পাৰি আমি হলে কোনো উপায়কে বিচাৰি পোৱা নাই। ইয়াৰ ভিতৰত নিশ্চয় কিবা ৰহস্য আছে; গতিকে অনুগ্ৰহ কৰি ভাঙি কোৱা যাওক।" তেতিয়া আতাই কলে "তোমোৰা সৱে গুৱাৰ গছ জুপি গিলিবৰ উপায় নাপালা যদি আমি তাক গিলি দেখুৱাম, সকলোৱে মনোযোগেৰে চাই থাকাহঁক।" ইয়াকে কৈ তেওঁ শৰাইৰ পৰা বুঢ়া তামোল এটি লৈ সাৱধানে

ফালি ললে আৰু তাৰ কণটো কটাৰীৰ আগত থৈ তাক নিমিষতে গিলি পেলালে। তাৰ পাচত কলে—"ভকত সকল, কণটোৰ লগতে আমি কোৱামতে গছজুপিৰ সকলো অংশকে ভুঞ্জা নহল নে? কিয়নো কণটোৰ পৰা পোনতে গছপুলি গজি তাৰ পাচত হে ডাঙৰ দীঘল হৈ ফল ধৰে। কণহীন গুটি এটি ৰুলে সি কেতিয়াও গজিব নোৱাৰে।

ইয়াৰ দ্বাৰা আমি বুজিব পৰা গল যে ভগৱন্ত পুৰুষো কণটিৰ দৰে বিশ্ব ব্ৰহ্মাণ্ডৰ মূল বস্তু। তেওঁৰ অসীম শক্তিৰ বলতে এই পৰি-দৃশ্যমান জগতৰ সৃষ্টি হৈছে। তেৱেঁ সকলোৰে জীৱৰো জীৱ, দেহৰো দেহ, আত্মাৰো পৰমাত্মা। তেওঁৰ অবিহনে জগতৰ কোনো অস্তিত্বই থাকিব নোৱাৰে। তেওঁ এৰা দিলেই সকলো নাশ পাব। সেই দেখি সকলোৰে কাৰণ স্বৰূপ একমাত্ৰ ভগৱানৰ চৰণত শৰণ লৈ ভক্তিভাৱে তেওঁক ভজনা কৰাটো মানৱৰ প্ৰধান কৰ্ত্তব্য। তাকে কৰিব পাৰিলেই জীৱই ভৱ-বন্ধনৰ পৰা মুক্ত হৈ পৰম-শান্তি লাভ কৰিব পাৰে।" আতাই এনেকৈয়ে একোটি ক্ষুদ্ৰ কথাৰ যোগেদি সহজে গ্ৰহণ কৰিব নোৱাৰা দাৰ্শনিক তত্ত্বপূৰ্ণ জটিল কথাবোৰ বোধগম্য কৰাবলৈ সক্ষম হৈছিল।

**ৰামচন্দ্ৰ আতাৰ একাগ্ৰতা**—গোপাল আতাই পৰম ভকত ৰামচন্দ্ৰ* আতাৰ দ্বাৰা ভাগৱত পাঠ কৰাই নিজে তাক ব্যাখ্যা কৰিছিল। আতা নিজে ব্যাখ্যাকৰ্ত্তা হোৱা বাবে শ্ৰোতা সকলে ভাগৱতৰ কি সৰল কি জটিল সকলোবোৰ কথা বুজিবলৈ টান নাপাইছিল। ৰামচন্দ্ৰ আতাই হৰি ভক্তিৰ ৰস আস্বাদন কৰি বিমুগ্ধ হৈছিল। মাজে মাজে ব্যাখ্যাৰ মাজতে আতাক শলাগিছিল। কিন্তু এদিনাখন সমূলি শলাগ নোলোৱাকৈয়ে পাঠ কৰি গৈছিল আৰু আতাৰ মুখৰ ফালে একেথৰে চাই আছিল। তাকে দেখি আতাই মাত লগালে—"বাপু ৰামচন্দ্ৰ, আজি দেখোঁন ভাগৱত পাঠহে কৰিছা

* কোনো কোনো চৰিতকাৰে এওঁক 'ৰাম চৰণ' নামে ও অভিহিত কৰিছে—লেখক

আৰু মাজে মাজে আমাৰ ফালে দৃষ্টি কৰিছা; কিন্তু এষাৰিও শলাগনি ওলোৱা নাই; ইয়াৰ নো কাৰণ কি?" ৰামচন্দ্ৰ আতাই বিনম্ৰভাৱে কলে—"বাপ, আপুনি ভাগৱতৰ প্ৰত্যেক শাৰী পদকে সহজ সৰল ভাষাৰে, খাপখোৱা উপমাৰে আৰু অন্তৰ পৰশা ৰসাল ব্যাখ্যাৰে মনৰ মাজত এনে এটি অৱস্থাৰ সৃষ্টি কৰে যে এফাকি কথাৰ পৰা আনফাকি কথালৈ মনটো বাগৰি যাওঁতে ইফালে শলাগিবলৈ পাহৰিয়েই যাওঁ। সেয়েহে পৰম সৌভাগ্যৰ গুণত যদিও এফালে আপোনাক শাস্ত্ৰ ব্যাখ্যাকৰ্ত্তা স্বৰূপে পোৱা হৈছে তথাপি আনফালে আকৌ চৰম দুৰ্ভাগ্যৰ হেতু যথা সময়ত শলাগনি ফেৰা জনাবলৈ মনত নপৰা হৈছে। এইখিনি অনিচ্ছাকৃত অপৰাধ দয়া পৰবশ হৈ মৰিষণ কৰে যেন।" তেতিয়া গোপাল আতাই ভকত সকলক কলে—"বাপু সকল, আমাৰ ৰামচন্দ্ৰৰ কথা শুনিলাহঁক। এওঁ অতি বিচক্ষণ লোক। এওঁৰদৰে শাস্ত্ৰ শ্ৰৱণ কৰিবলৈ অভ্যাস কৰিব লাগে। তেহে শাস্ত্ৰৰ মৰ্ম্মবোধ জন্মে বা তাৰ তাৎপৰ্য্য বুজিবলৈ উজু হয়।" ৰামচন্দ্ৰ আতাই পাচত গোপাল আতাৰ আজ্ঞা পাই খোৰা মোচৰা সত্ৰৰ অধিকাৰ হয়।

**ভাগৱতৰ প্ৰতি ভাৰ্য্যাৰ অনুৰাগ**—ঘৰৰ ওচৰতে নিতৌ ভাগৱত পাঠ হোৱা সত্বেও শ্ৰৱণৰ সুযোগ নোপোৱা বাবে আতাৰ এগৰাকী ভাৰ্য্যাই বহুদিনৰে পৰা মনে মনে খেদ কৰি আছিল। এদিনাখন তেওঁ কাকো একো নোকোৱাকৈ নামঘৰলৈ গল আৰু পিৰালিত বহি ভাগৱত পাঠ আৰু ব্যাখ্যা একান্তমনে শুনি থাকিল। কথাৰ সাগৰ আতাই বহলভাৱে ব্যাখ্যা কৰোঁতে ৰাতি ভালেখিনি হল। ইফালে ভাৰ্য্যা গৰাকীয়ে ভক্তি-ৰসত মজি থাকোঁতে আতালৈ চাউল সিজোৱাৰ কথা পাহৰিলে। ভাগৱত পাঠ সামৰণি পৰাৰ লগে লগেহে তালৈ মনত পৰিল। তেওঁ লৰালৰিকৈ ঘৰ চাপি খৰধৰকৈ কোনো মতে ৰন্ধনৰ কামখিনি সমাধা কৰিলে। সিদিনা আতাই আন দিনতকৈ অলপ পলমকৈ ঘৰ পোৱা বাবেহে সময়মতে ভোজন কৰিব পাৰিলে। সিদিনা তেওঁ ভাৰ্য্যাই ভাগৱত শুনিবলৈ যোৱাৰ কোনো গম

নাপালে। এনেকৈ কেবাদিনো পাৰ হৈ গল। এনেতে এদিনাখন ৰাতি ঘৰলৈ উভতি আহোঁতে আতা আৰু তেওঁৰ ভাৰ্য্যাই অলপ অগা-পিচাকৈ ঘৰ সোমাল। আতাই আহি দেখিলে যে তেতিয়ালৈকে গৃহিণীয়ে আখাৰ তললৈ জুই নিয়াই নাই। আতাই তাৰ কাৰণ সুধিলত ভাৰ্য্যাই চৰণত পৰি ভয়ে ভয়ে কলে—"প্ৰভু, আপুনি ভাগৱতৰ কথা ভাঙি পাতি কৰলৈ ধৰিলে দাসীৰ ঘৰুৱা কাম বনত মন নবহে; শাস্ত্ৰৰ কথা শুনিবলৈহে হেপাহ জন্মে। সেই দেখি সুবিধা পালে গৈ তাকে শুনোঁ। আজিও তাকে শুনি থাকোঁতে ইফালৰ কামত অযথা পলম হল। দাসীৰ এই অপৰাধৰ বাবে যি শাস্তি দিয়ে তাকে শিৰ পাতি লম।" ইয়াকে কৈ অন্ন মুঠি যুগুত কৰিবলৈ খৰতকীয়াকৈ লাগিল। সুবিবেচক আতাই ভক্তি পৰায়ণা ভাৰ্য্যাৰ সুকোমল মনৰ এনে সৰলতা আৰু নম্ৰতাপূৰ্ণ সমিধান পাই সন্তোষ মনেৰে কলে—"ভগৱানে তোমাক এনে সুমতি দিয়া বাবে পৰম আনন্দ পাইছোঁ। এই কাম দোষণীয়তো নহয়েই বৰং প্ৰশংসণীয়হে। ইয়াৰ দ্বাৰা আত্মাৰ পৰম কল্যাণ সাধন হব।" আতাৰ এনে মহত্ত্বপূৰ্ণ আৰু মৰম সনা উত্তৰ পাই আই গোসানীৰ ভয় ভাব আঁতৰিল। ইতিমধ্যে তেওঁ আতাক খুৱাই ধুৱাই তুলিলে।

**ভকতৰ পৰীক্ষা**—আতাই এদিন আবেলি পৰত তহলি থাকোঁতে কেইজনমান ভকতে লগে লগে গৈ তেওঁলোকেও হাবি-বননিৰ মনোৰম সৌন্দৰ্য্য উপভোগ কৰি আছিল। এনেতে আতাই তেওঁলোকক পৰীক্ষা কৰিবৰ মনেৰে এটি সুৰসুৰীয়া বাটেৰে হাবিৰ ফালে খোজ ললে। অলপ দূৰ গৈ আতাই কলে—"বাপু সকল, এটা কথা, তোমালোকে আমাক সুখে-দুখে, বিপদে-সম্পদে এৰা নিদিবাহঁক।" ইয়াকে শুনি ভকত সকলে একমুখে কলে—"নেৰিম বাপ, নেৰিম"। তাৰে এজন কথাচহকী ভকতে কৈ উঠিল—"বাপ, আপোনাৰ দুখানি চৰণত আমাৰ দেহ-মন-প্ৰাণ সকলোকে সপি দিয়া হৈছে। আপুনি আমাৰ ভৱ-সাগৰৰ কাণ্ডাৰী বুলি আশ্ৰয় কৰা হৈছে। এনেস্থলত আপোনাৰ শ্ৰীমুখৰ পৰা এনে মনোকষ্টদায়ক

বাক্য ওলাব বুলি আমি আশা কৰা নাছিলোঁ। ভৱিষ্যতলৈ ইয়াক মনত ৰাখে যেন।” ইয়াকে শুনি আতাই ‘বা-ৰু’ বুলি কৈ শলাগি থলে। তাৰ পাচত তেওঁ আকৌ কিছুদূৰ গৈ অৰণ্যৰ মাজ পালত মিছাকৈয়ে তেওঁ আতঙ্কৰ ভাৱ দেখুৱাই সম্মুখলৈ আঙুলি টোঁৱাই কলে—“বাপু সকল, বৰ বিপদত পৰিলোঁ! সাৱধান হোৱাঁহক চাবা, আহি পালেহি যেন লাগিছে। চোৱা, চোৱা, সৌ ভয়ঙ্কৰ গঁড়টোৱে কেনেকৈ আমাৰ ফালে চোঁচা লৈছে দেখিছানে ?” কথাষাৰি মুখৰ পৰা ওলোৱা মাত্ৰেই তেওঁলোকে সচাকৈয়ে গঁড়ে আক্ৰমণ কৰা বুলি ভাবি ভয়ত থৰ কাছুটি এৰি ততালিকে দিহাদিহি পলাল। আতাই তেওঁলোকৰ কাণ্ডখন দেখি হাঁহি হাঁহি তাতে অকলে বহি থাকিল। খন্তেক পাচত আতাই পুনৰ চিঞৰি মাত লগালে—“বাপুসকল, তোমালোক কোন ক’ত আছা নিৰ্ভয়মনে উভতি আহাহঁক। আমি ইয়াত নিৰাপদে আছোঁ। আমি গঁড় বুলি ভবা সেইটো গঁড় নহয় ; এটা প্ৰকাণ্ড জোপোহা মাত্ৰ।” তেতিয়া ভকত সকলে খন্তেক আগতে আতাৰ আগত ডাঙ্কোপ মাৰি কোৱা কথাৰ বিপৰীত আচৰণ কৰি বৰ লাজ পালে। তেওঁলোকে নিৰুপায়ত পৰি লাজত মৰা যেন হৈ চুচুক-চামাককৈ আহি আতাৰ ওচৰ পালেহি। তেওঁলোকৰ অৱস্থা দেখি আতাই তুনাই একোকে নকলে।

**বৰযদুমণি আতৈৰ সম্পদ আহৰণ**—বৰযদুমণি আতৈৰ ঘৰ হেঙ্গলাপুৰ গ্ৰামত আছিল। তেওঁ দ্বিজ গোপালৰ থানলৈ আহি তাত কিছুদিন থাকিল। পাচত শ্ৰীশ্ৰীবংশী গোপাল দেৱক সাক্ষাৎ কৰিবলৈ আহোঁতে তেওঁক কিছুমান সোণ দি প্ৰত্যেক থান-সত্ৰতে এতোলাকৈ সোণ দিবলৈ অনুৰোধ কৰিলে। সেইমতে তেওঁ দ্বিজ গোপালক সঙ্গী কৰি লৈ এমুৰৰ পৰা সোণ বিতৰণ কৰি ভটীয়াই আহি বৰপেটা সত্ৰ পালে। ইয়াতো তেওঁ এতোলা সোণ দি সেৱা কৰিলত ভকত সকলে কাৰ সোণ, কোনে কি বাবে দিলে, তাক সুধিলত বৰ যদুমণি আতৈয়ে সকলো কথা বুজাই কলে।

সেই সময়ত গোপাল আতা বৰপেটা সত্ৰলৈ আহিছিল। আতাই

তেওঁক ক'ৰপৰা আহিছে বুলি সুধিলত তেওঁ ডেবেৰা পাৰৰ পৰা অহা বুলি সমিধান দিলে। আতাৰ লগত সেয়ে তেওঁৰ প্ৰথম সাক্ষাৎ। সেই সুযোগতে আতাৰ লগত অলপ কথাবাৰ্ত্তা পাতোঁতে শাস্ত্ৰ-শ্ৰৱণ সম্বন্ধেও আৱশ্যকীয় পৰামৰ্শ লাভ কৰে। আতাৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ সক্ষম হোৱা বাবে তেওঁৰ পৰা মৰমৰ চিনস্বৰূপ নাম ঘোষা পুথি এখনো পায়। বৰযত্নমণি আতৈ বৰপেটাত থাকোঁতে শৰীৰত বৰণপৰীয়া হয়। গাত মেচ-খহু পীড়াই আগুৰি ধৰাত আহুকাল পাবলৈ ধৰিলে।

এদিন গোপাল আতাই ভৱানীপুৰৰ পৰা আহি বৰযত্নমণি আতৈৰ কাষলৈ যাওঁতে তেওঁ দুৰ্ব্বল থকা সত্বেও লগৰীয়া চক্ৰপাণিৰ গাত ভেজনিদি সেৱা এটি জনোৱাৰ লগতে শ্ৰীমন্ত শঙ্কৰদেৱৰ আদ্য দশম পুথি এখন আৰু এতোলা সোণো আগ বঢ়ালে। সোণ দিয়াৰ কাৰণ আতাই সুধিলত তেওঁ কলে—"বাপ, অনিত্য শৰীৰ, কেতিয়া পৰে নিশ্চয়তা নাই; গতিকে জ্ঞান থাকোঁতে তাক হেপাহেৰে দিয়া হৈছে।" তেতিয়া আতাই তেওঁক মিছাকৈয়ে দুশ্চিন্তা মনত ঠাই একো নিদিবলৈ ক'লে আৰু পুথিখনিহে গ্ৰহণ কৰি ভৱানীপুৰলৈ যাবলৈ উদ্যোগ কৰিলে। এই কথাৰ গম পাই শ্ৰীৰাম আতাইও ( এওঁ বুঢ়া শ্ৰীৰাম আতা নহয়, উজনিৰ লোক ) তেওঁৰ লগ ধৰিলে। আতাই বাধা দি বৰযত্নমণি আতৈৰ আলপৈচান ধৰিবলৈ কলে আৰু তেওঁ আৰোগ্য লাভ কৰিলে দুয়োকো যাবলৈ খবৰ দি পঠাব বুলিও আশ্বাস দিলে।

এদিনাখন ঠাকুৰ আতা আহি বৰযত্নমণি আতৈ আৰু শ্ৰীৰাম আতাৰ লগত চা-চিনাকি হল। কথা-প্ৰসঙ্গত তেওঁলোকৰ অভিপ্ৰায় বুজি পাই ঠাকুৰ আতাই দুয়োজনকে ভৱানীপুৰ থানলৈ পঠিয়াই দিলে। তেওঁলোক দুয়ো গৈ আতাক সেৱা জনালে। আতাই বৰযত্নমণি আতৈৰ কাকূতি-মিনতি এৰাব নোৱাৰি পোনতে তেওঁক ধৰ্ম্মোপদেশ দি পাচত ধৰ্ম্ম-বস্তু দি মনোবাঞ্ছা পূৰ্ণ কৰিলে। শৰণ হৈয়ো তেওঁ বহুদিন আতাৰ লগত থাকি ভক্তি-তত্ত্ব, পাৰমাৰ্থিক জ্ঞান

আচাৰ-ব্যৱহাৰ আদি ভালকৈ শিকি-বুজি ললে। চৰিত্ত পুথিত আছে—এদিন আতাৰ স্নানৰ সময়ত তেওঁ পানীৰ কলহ আগ বঢ়াই দি আল ধৰি আছিল। এনেতে সৌভাগ্যক্ৰমে স্নানৰ অন্তত আতাপুৰুষে দুহাতেৰে বস্ত্ৰ পৰিধান কৰি আন হাত দুখনেৰে মূৰ ফণিয়াই থকা তেওঁৰ চকুত পৰিল। কিন্তু আতাৰ সুতীক্ষ্ণ দৃষ্টিৰ আগত তেওঁ ধৰা নপৰাকৈ নাথাকিল। আতাই এই কথা প্ৰকাশ কৰিবলৈ তেওঁক হাক দিছিল। এইখিনিতে উল্লেখ কৰিব পাৰি যে এদিন চান্দসাই আতৈৰ আৰু আন এদিন নাৰায়ণ দাস ঠাকুৰ আতাৰো এইদৰে শ্ৰীমন্ত শঙ্কৰদেৱৰ চতুৰ্ভুজ মূৰ্ত্তি দৰ্শনৰ সৌভাগ্য ঘটিছিল। বৰযদুমণি আতৈ পাচত এজনা পৰম সাধু পুৰুষ হৈ উঠা বাবে গোপাল আতাই তেওঁক ধৰ্ম্মাচাৰ্য্যৰ পদ দান কৰে। এওঁ বাংশবাৰী বা বাঁহবাৰী সত্ৰৰ বিখ্যাত বৰযদুমণি আতা।

**শ্ৰীৰাম আতাৰ ধৰ্ম্ম-বস্তু লাভ**—বৰপেটা সত্ৰৰ পৰা বৰযদুমণি আতৈৰ লগত সহযাত্ৰী হৈ যোৱা শ্ৰীৰাম আতাই কিছুদিন ভৱানীপুৰ থানত থাকি আঁতৰৰেপৰা দেখি-শুনি ধৰ্ম্ম সম্বন্ধীয় অনেক জ্ঞান আহৰণ কৰিলে। এদিন তেওঁ শৰণ দানৰ কাৰণে গোপাল আতাক খাটনি ধৰিলত তেওঁ কলে—"বাপু শ্ৰীৰাম, তুমি মহা বিদ্বান আৰু পণ্ডিত লোক। আমি তোমাক ধৰ্ম্ম-বস্তু দিবৰ যোগ্য পাত্ৰ নহওঁ; আমি কোৱা কথা তুমি ভৱিষ্যতলৈ মানি চলিবলৈ টান পাবও পাৰা।" ইয়াকে শুনি শ্ৰীৰাম আতাই বিনম্ৰভাৱে কলে—"বাপ, আমি যদি শাস্ত্ৰজ্ঞ পণ্ডিতেই হওঁ আৰু আমাৰ যদি ধৰ্ম্ম লভিবৰ আন্তৰিক আগ্ৰহেই নাই তেন্তে অনেক কষ্ট ভোগ কৰি ইমান দূৰলৈ আহিবৰ কি প্ৰয়োজন আছিল? বাস্তৱতে আমি আপোনাৰ প্ৰতি শ্ৰদ্ধা-ভক্তি ৰাখি পৰকালৰ পৰমবিত পোৱা যাব বুলিহে ইয়ালৈ অহা হৈছে। এনে অৱস্থাত আমাক বিমুখ কৰি পঠালে সি পাহৰিব নোৱাৰা দুঃখ-বেজাৰৰ কথা হব। আপুনি কৃপা কৰি শৰণ দানৰ দ্বাৰা আমাৰ মনোবাঞ্ছা পূৰণ কৰক।" এনে অনুনয়-বিনয় বচনেৰে শৰণৰ কাৰণে প্ৰাৰ্থনা জনোৱাত আতাই প্ৰচলিত

নিয়মমতে পোনতে ধৰ্ম্মোপদেশ দি পাচত যথাৰীতি ভগৱানৰ চৰণত শৰণ লগালে।

শ্ৰীৰাম আতা গোপাল আতাৰ শ্ৰেষ্ঠ শিষ্য সকলৰ ভিতৰত অন্যতম। এওঁ সৌভাগ্যৰ গুণত গুৰুৰ আদেশ মতে আঁহতগুৰিৰ সত্ৰৰ অধিকাৰ হবলৈ পাইছিল।

**শ্ৰীশ্ৰীপুৰুষোত্তম ঠাকুৰৰ অপৰাধ খণ্ডন**—এবেলি ভেলা থানৰ কৃষ্ণানন্দ নামৰ ভকত এজনক পৰদাৰা গমন দোষৰ বাবে থানৰ পৰা বাজ কৰিছিল। কৃষ্ণানন্দই আইধাইৰ আশ্ৰয় বিচাৰিলত তেওঁ প্ৰথম বাবৰ কাৰণে প্ৰায়শ্চিত্ত কৰাই ক্ষমা কৰিবলৈ থানলৈ জনালে। তাতে ভকত সকলে আইধাইকো দোষী বুলি ধৰি ললে। এই কথা শুনি তেওঁ বৰ অসন্তোষ পালে। সেই সময়তে শ্ৰীশ্ৰীপুৰুষোত্তম ঠাকুৰে ভেলাথান পালে। তেওঁক পাই থানৰ ভকত সকলে আদৰ সম্মান জনাই কুশল সংবাদ সুধিলে। তেৰেঁা থানৰ বা-বাতৰি দিলে। ভকত সকলে তেওঁক আইধাইৰ ওচৰলৈ যাবলৈ নিষেধ কৰিলে আৰু তাৰ কাৰণো ভাঙিপাতি কলে। এদিনাখন আইধায়ে তেওঁক আহ্বান জনালত পোনতে যাবলৈ ৰাজী নহল; কিন্তু বৰকৈ ধৰাত ৰাজপুৰীলৈ গল। আইধায়ে তেওঁক ভোজনৰ সিধাৰ লগতে নগদ এশ টকা দি সেৱা জনালে। এই কথাৰ ভু পাই ভেলা থানৰ ভকত সকল ৰুষ্ট হল। তেওঁলোকে এই সংবাদ বৰপেটা সত্ৰকো জনালে।

কথা বিষম যেন দেখি পুৰুষোত্তম ঠাকুৰে বৰপেটা সত্ৰৰ লগত আলোচনা কৰিবলৈ বিচাৰিলে। কিন্তু তেওঁ ভেলাথানৰ কথা শুশুনা বাবে বৰপেটা সত্ৰই তেওঁৰ লগত সহযোগ কৰিবলৈ টান পালে। অৱশেষত গোপাল আতাৰ দিহা পৰামৰ্শ বিচাৰিলে। সুচতুৰ আতাই ইফালে কৌশলেৰে পুৰুষোত্তম ঠাকুৰে আইধাইৰ পৰা অনা বয়-বস্তু টকা-কড়ি আদিৰ যি বাকী আছিল তাকেই আইধাইলৈ ওভোতাই পঠোৱালে। লগতে ইয়াকো কৈ পঠালে যেন আইধায়ে বস্তুখিনি গ্ৰহণ কৰি তাৰে কিঞ্চিত্‌মান আকো

পুৰুষোত্তম ঠাকুৰলৈ দি পঠায়। সিফালে আকৌ ভেলাথানৰ ভকত সকলক টকা-কড়ি দি হলেও তেওঁলোকৰ ৰোষৰ পৰা নিষ্কৃতি পাবলৈও আইধাইলে উপায় দি পঠালে। আতাৰ বুদ্ধিমতে কাম হৈ উঠাত উভয় পক্ষৰ উপকাৰ সাধন হল। তেতিয়াৰে পৰা পুৰুষোত্তম ঠাকুৰে আকৌ আগৰ দৰে সকলোৰে শ্ৰদ্ধাভাজন হৈ উঠিল।

**শ্ৰীশ্ৰীপদ্ম আতাৰ আগমন**—গুৰুজনাই ভেলাথানত দিয়া নিৰ্দ্দেশ মতে শ্ৰীশ্ৰীপদ্ম আতাই তত্ত্বজ্ঞানৰ পৰিপূৰ্ণতাৰ বাবে উজনিৰ পৰা আহি ভৱানীপুৰ থান পালে। তেওঁক দেখি আতাই সাদৰ সম্ভাষণ জনাই আগবঢ়াই নি আসন দিলে আৰু পৰিচয় লৈ আগমনৰ কাৰণ সুধিলে। তেতিয়া পদ্ম আতাই সকলোখিনি কথা এমূৰৰ পৰা বৰ্ণাই কলত গোপাল আতাই গুৰুজনাৰ গুণগ্ৰাহিতাৰ আৰু মহানুভৱতাৰ শলাগ ললে। তাৰ পাচত 'কলয়াৰ সুখৰ' কথাৰ যোগেদি একেৰাহে সাতদিন পাৰমাৰ্থিক তত্ত্ব ব্যাখ্যা কৰিলে। পদ্ম আতাই তেওঁৰ পৰা গুহ্যতম ৰহস্য ভকতিৰ সম্ভেদ পাই পৰম পৰিতৃপ্ত হল আৰু কৃতজ্ঞতা জনোৱাৰ লগতে সেৱা-সন্মান জনাই মেলানি মাগিলে।

**আতাৰ পত্নী বিয়োগ**—এবেলি আতাৰ ভাৰ্য্যা বৃন্দাৱতী আইৰ টান জ্বৰ হল। চিকিৎসা কৰা সত্ত্বেও দিনকে দিনে জ্বৰ চৰি যাবলৈ হে ধৰিলে। লাহে লাহে স্নান ভোজনাদি কৰিব নোৱাৰা অৱস্থাই দেখা দিলে। তথাপি স্বামীয়ে কষ্ট পাব বুলি ভাবি কোনোমতে ভাত মুঠি সিজাই আছিল। এদিন গাত জ্বৰ থকাতো তেওঁ পাক ঘৰত সোমাইছিল; কিন্তু ভাত হবলৈ নৌপাওঁতেই অস্থিৰ হৈ পৰিল। উপায় নাপাই গাত লোৱা কাপোৰখনিকে মাটিত পাৰি কাতি হৈ আথাৰ তলৰ খৰি আগবঢ়াবলৈ ধৰিলে। আতাই হঠাৎ এই কাণ্ড দেখি বিস্ময় মানি সুধিলে—"বৰপেটীয়াৰ জী, নৰিয়া গাৰে এইখন কি কৰিছা? নালাগে ভাত ৰান্ধিব।" ভাৰ্য্যাই কলে—"প্ৰভু, আজিৰ পৰা নো আৰু দাসীয়ে ক'ত সেৱা কৰিবলৈ পাব। আজিয়েই এই

জনমৰ বাবে স্বামী-সেৱাৰ শেষ সেৱাটি কৰিব খুজিছে ; আশীৰ্ব্বাদ কৰক যেন এই দাসীয়ে জনমে জনমে আপোনাৰ শ্ৰীচৰণ সেৱা কৰিবলৈ পায়।” ইয়াকে কৈ তেওঁ স্বামীৰ চৰণত দীঘল দি পৰিল। আতাই ভকত সকলৰ সহযোগত পাৰ্য্যমানে যতন ললে ; কিন্তু সকলো অথলে গল। তেওঁ অন্তিমকাল ওচৰ চপা বুলি অনুভৱ কৰি দিনে-নিশাই ভগৱানৰ নাম লবলৈ ধৰিলে। এইদৰে চাৰিদিন মান থকাৰ পাচত আয়ে আতাক এৰা দি চিৰশান্তি-ধামলৈ গতি কৰিলে। ভকত সকল শোকাকুল হৈও কাঠ সংস্কাৰ কাৰ্য্যখিনি সমাধা হোৱাত সাধ্য অনুসৰি সহায় কৰিলে। পুত্ৰ দামোদৰে আগতে পিতৃ-মাতৃক শোকাভিভূত কৰি গৈছিল ; পাচত ভাৰ্য্যায়ো পুত্ৰৰ দৰে ইহ জগতৰ পৰা চিৰবিদায় লোৱাত আতাৰ মানসিক অশান্তি বৃদ্ধি পালে।

**ভাঙনমুখী ভৱানীপুৰ থান**—ভৱানীপুৰ থানত বৰুৱা উপাধিৰ অমৃতকৰ, মধুকৰ, ৰশ্মিকৰ আৰু পুষ্কৰ নামৰ চাৰিজন মুখ্য সেৱক আছিল। সম্বন্ধত তেওঁলোক ভাই-ককাই আছিল। অমৃতকৰ বৰুৱা শ্ৰীমন্ত শঙ্কৰদেৱৰ শিষ্য আছিল। তেওঁলোকে গোপাল আতাকো যথেষ্ট শ্ৰদ্ধা-ভক্তি কৰিছিল। কালক্ৰমত চাৰিওজনৰে মৃত্যু হল। মধুকৰ বৰুৱাৰ নাতিয়েক দেৱানন্দ দলৈ অকলশৰীয়া হোৱাত তেওঁ ভৱানীপুৰৰ পৰা আহি কালজাৰত বসতি কৰিলে। এনেতে অনেক ভকত আৰু গাওঁলীয়া ৰাইজৰ মৃত্যু হোৱাত ভয় পাই ভৱানীপুৰৰ ৰাইজ ভাগিবলৈ আৰম্ভ কৰিলে। চাওঁতে চাওঁতে গোপাল আতাৰ মনো লৰিল ; তেৰোঁ কালজাৰলৈ আহিবলৈ একৰকম মনস্থ কৰিলে। এই সম্বন্ধে চৰিত পুথিত আছে—

“এথাত থাকিবে আউৰ নাহি প্ৰয়োজন।
কালজাৰে যাইবে গোপালৰ ভৈল মন ॥
মাধৱৰ সত্ৰ তৈতে আছিল পূৰ্ব্বত।
আছন্ত ভকত সৱ তৎপৰ ধৰ্ম্মত ॥”

—গোপালদেৱ আতাৰ চৰিত

**একাদশ আতৈৰ বদান্যতা**—সেই সময়ত কালজাৰ গাওঁত একাদশ আতৈ নামেৰে এজন ধৰ্ম্মপৰায়ণ ধনবান লোক আছিল। তেওঁ এদিন গোপাল আতাৰ ওচৰলৈ গৈ কালজাৰলৈ আহিবলৈ খাটনি ধৰিলে। তেতিয়া তেওঁ ভকত সকলকো পোহ পাল দিব পাৰিবনে বুলি সোধাত একাদশ আতৈয়ে তেওঁৰ হাতত থকা ধনখিনি দিব পাৰিম বুলি কলে। তাকে শুনি আতাই সন্তোষ পাই তেওঁৰ অনুৰোধ ৰক্ষা কৰিব পাৰিব বুলি আশ্বাস দিলে।

আতৈয়ে নমস্কাৰ জনাই ঘৰলৈ আহি এই কথা গৃহিণীৰ আগত প্ৰকাশ কৰিলত তেওঁ কলে—"প্ৰভু, আমাৰ পুত্ৰ সন্তান নাই; গতিকে এই অস্থায়ী ধনখিনি সাচি ৰখাতকৈ গুৰু-ভকতত লগাব পাৰিলে তেওঁলোকৰ উপকাৰ হব আৰু আমাৰো জীৱৰ কুশল হব।" ইয়াকে শুনি ধনখিনি লৈ ভাৰ্য্যাৰে সৈতে পিচদিনা গৈ আকৌ আতাক সেৱা জনালে। তাৰ পাচত লগত লৈ যোৱা ৰূপ সাতশ টকাৰ মোনাখন আতাৰ আগত থৈ পুনৰ সেৱা জনালে। মোনাখন তাত থোৱাৰ কাৰণ কি বুলি আতাই সুধিলত আতৈয়ে কলে—"বাপ, আমি পুত্ৰহীন; ধন কোনে খাব? সেইদেখি হাতত থকা ধনখিনি আপোনাসবলৈ আগ কৰা হৈছে। আপুনি যদি কালজাৰলৈ কৃপা কৰি যায় তেন্তে নিতৌ চৰণ দৰ্শন কৰাৰ উপৰি ভগৱানৰ নাম-গুণৰ ধ্বনিও কাণত পৰিব।" তেতিয়া আতাই 'সজ, সজ' বুলি কৈ ধনখিনি তিনি ভাগ কৰিবলৈ কলে। আতৈয়ে তাকেই কৰিলত আতাই তাৰে এভাগ তেওঁক লবলৈ কলে। তেওঁ লবলৈ টান পোৱা যেন দেখি আতাই মাত লগালে—"বৃদ্ধ কালত এইখিনি ধনে সহায়ক হব; গতিকে ভাগটি লোৱা।" আতৈয়ে লওঁ নলওঁকৈ ভাগটি ললে। তাৰ পাচত আৰু এভাগ লবলৈ কৈ কলে—"ভৱিষ্যতলৈ অতিথিক সেৱা-শুশ্ৰূষা কৰিবলৈ ধনৰ প্ৰয়োজন হব; সেইবাবে তাৰ নিমিত্তে দ্বিতীয় ভাগটি লোৱা।" আতৈয়ে ভাবি-চিন্তি চাই সেই ভাগটিও ললে। তেতিয়া আতাই পুনৰ মাত লগালে—"আমাৰ ভকত সকলে কিবা কাৰণত হয়তো কেতিয়াবা ৰাইজৰ ওচৰত জগৰীয়া হব পাৰে;

তেতিয়া তাৰপৰা উদ্ধাৰ হবলৈ নিশ্চয় ধনৰ আৱশ্যক হব। ইয়াকে চিন্তা কৰি চাই বাকী থকা তৃতীয় ভাগটি সম্প্ৰতি তোমাৰ হাততেই জমা ৰাখা।" আতাৰ কথা পেলাব নোৱাৰি আতৈয়ে ভাগটি তুলি ললে। অৱশেষত আতাক সেৱা জনাই গিৰিয়েক ঘৈণীয়েক দুয়ো কালজাৰলৈ উভতিল। তাৰ কেইদিন মানৰ পাচত একাদশ আতৈয়ে আতাৰ কাৰণে এটি নতুনকৈ ঘৰ সজালে।

**ভাৰ্য্যাদিৰ প্ৰতি সতৰ্ক-বাণী**—আতাই কালজাৰলৈ অহাৰ সঙ্কল্প আগতে লৈছিল যদিও তেনেই নিশ্চিত হৈ উঠা নাছিল। একাদশ আতৈৰ আন্তৰিক আগ্ৰহ আৰু সাহায্যৰ আশ্বাস পাই তেওঁ সেই কামৰ কথা খাটাং কৰি পেলালে। এদিনাখন আতাই ভাৰ্য্যা পুত্ৰ আদিক ওচৰত বহুৱাই কলে—"আমি ইয়াৰ পৰা কালজাৰলৈ যোৱাটো তেনেই নিশ্চিত হৈছে ; দিন-বাৰহে ঠিক হৈ উঠা নাই। আমি যদিও ওচৰতে থকা হব তথাপি তোমালোকে নিজৰ মান সম্মান আবুৰ-ইজ্জৎ ৰক্ষা কৰি আৰু ভকত সকলৰ লগত সদায় মিলিজুলি থাকিবা।" ইয়াকে কৈ থানৰ ভকত সকলৰ ভিতৰত বৰৰাম, সৰুৰাম আৰু কমলক মাতি নি কলে—"বাপুসকল, আমি কালজাৰলৈ গলেও তোমালোকে ইয়াত থকা বাকী বাৰজন হৰি-ভকতৰ লগত মিলা-প্ৰীতি আৰু সদ্ভাৱেৰে থাকিবা। থানৰ গৌৰৱ যাতে অটুট থাকে তাৰ প্ৰতি লক্ষ্য ৰাখিবা। সত্ৰীয়া নীতি-নিৰ্ব্বন্ধ মানি চলিবা। কৃষ্ণ-কথা চৰ্চ্চন আৰু নিত্য নাম-প্ৰসঙ্গ কৰণ যাতে নিয়মমতে চলি থাকে তাৰ বাবে সকলোৱে সজাগ থাকিবা।" আতাৰ বাক্য তেওঁলোকে পাৰ্য্যমানে পালন কৰিবলৈ যত্নপৰ হব বুলি প্ৰতিশ্ৰুতি দিলে। তাকে শুনি আতাই তেওঁলোকক আশীষ বচনেৰে আনন্দ আৰু উৎসাহ দান কৰিলে। দূৰদৰ্শী আতাই এইদৰে ভৱিষ্যতৰ কাৰণে সকলোকে আগধৰি সতৰ্ক কৰি দিলে।

**কালজাৰ গমন**—গোপাল আতাই কালজাৰলৈ আহোঁতে পলম কৰা দেখি একাদশ আতৈকে প্ৰমুখ্য কৰি কালজাৰৰ কেবাজনো লোকে ভৱানীপুৰ থানলৈ গৈ আতাক কাকুতি-মিনতি

জনালে। তেওঁলোকৰ বৰ আগ্ৰহ দেখি আতাই কালজাৰ মুখে যাত্ৰা কৰিলে। কথিত আছে যে আতাই তিনিশ তিনি কুৰি তেৰজন ভকত সমন্বিতে কালজাৰ সত্ৰত বসতি কৰিছিল আৰু তেওঁলোকৰ সক্ৰিয় সহযোগৰ ফলত ধৰ্ম্ম-প্ৰচাৰ কাৰ্য্যত আশাতীত সফলতা লাভ কৰিবলৈ সক্ষম হৈছিল। যিহক আতাক পাই কালজাৰবাসী ৰাইজে অপাৰ আনন্দত আপ্লুত হল। থলুৱা উদ্যমশীল আৰু অক্লান্ত কৰ্ম্মী ৰাইজৰ সহযোগ আৰু সহানুভূতিৰ গুণত অটব্য হাবি-বননিয়ে ভৰা ঠাই ডোখৰে এখন মনোৰম মুকলি পথাৰত পৰিণত হল। আৰু দিন দিয়েকৰ পাচতে তাত এটি চালে চকুৰোৱা কীৰ্ত্তনঘৰ নিৰ্ম্মিত হৈ উঠিল। লগে লগে ভকতৰ বহাবোৰো বাসৰ উপযোগী কৰি তুলিলে।

আতাই অধিকাৰ বুলি কোনো ভেম ভাৰ নাৰাখি ভকত সকলৰ লগত সহযোগ কৰি আৰু তেওঁলোকক দিহা পৰামৰ্শ দি সত্ৰ পৰিচালনা কামত মনোনিবেশ কৰিলে। চাওঁতে চাওঁতে কালজাৰ সত্ৰৰ নিত্য নাম-প্ৰসঙ্গৰ পৱিত্ৰ আৰু সুমধুৰ ধ্বনিয়ে দশোদিশ মুখৰিত কৰি তুলিলে। আতা পুৰুষে স্থাপন কৰা দ্বিতীয় সত্ৰ কালজাৰৰ নাম লাহে লাহে ৰাইজৰ মাজত বিয়পি পৰিল। তাৰ ফলত চাৰিওফালৰ অলেখ লোকে শৰণৰ সুযোগ পালে। সেই সময়ত পল্লা নদী কালজাৰ গাওঁৰ পূব ফালেদি বৈ থকা বুলি চৰিত পুথিত উল্লেখ আছে। সেই নদীত আতা পুৰুষে আৰু সত্ৰৰ ভকত সকলে স্নান কৰিছিল আৰু তাৰ পানী খোৱাতো ব্যৱহাৰ কৰিছিল।

**ভকতৰ সন্মান বৰ্দ্ধনত**—এদিন কঁপাহৰি আতৈ নামৰ ভকত এজনে কালজাৰ সত্ৰৰ লেখৰ আঢ্যৱন্ত লোক জয়কৃষ্ণ বৰুৱাৰ ঘৰলৈ মাগিবলৈ গৈছিল। বৰুৱাই আতৈক 'কি লাগে' বুলি সুধিলত তেওঁ ভিক্ষা কৰিবলৈ যোৱা বুলি উত্তৰ দিলে। তেতিয়া বৰুৱাই কলে—"আতৈ, তুমি যদি দুটিমান নাচোন মাৰি দেখুৱাব পাৰা তেন্তে একঠি চাউল পাবা, নহলে একোকে নোপোৱা।" আতৈয়ে তেওঁৰ এনে ঠাট্টা-বিদ্ৰূপজনক অবাঞ্ছনীয় আচৰণত অত্যন্ত মনোকষ্ট

পাই বহালে উভতি গল আৰু আতাৰ আগত সকলো কথা বিবৰি কলে। সত্ৰৰ সেৱক হৈ ভকতক এনে অপমানসূচক ব্যৱহাৰ কৰাত আতাইও মৰ্ম্মান্তিক বেজাৰ পালে।

আতা-আতৈ দুয়োজনে কথা পাতি থাকোঁতে জয়কৃষ্ণ বৰুৱাই মলিন বদনেৰে বেগাবেগিকৈ গৈ আতাৰ চৰণত পৰি সেৱা জনালে। তাৰ পাচত নিজৰ দুৰ্ব্যৱহাৰৰ কাৰণে ক্ষমা বিচাৰিলে। ভকতক সদায় শ্ৰেষ্ঠ স্থান দি অহা আতাই তেতিয়া বজ্ৰগম্ভীৰ স্বৰে কবলৈ ধৰিলে —"বৰুৱা, এই দুদিনীয়া সংসাৰত সৌভাগ্যবান সকলে মিহি পাটৰ কাপোৰ পৰিধান কৰে, সুবৰ্ণৰ আঙঠি পিন্ধে, ধুনীয়া কম্বলৰ ওপৰত শোৱে আৰু জাবীত পানী লৈ কুন্দোৱা কাঁহীত তৃপ্তিকৰ ব্যঞ্জনেৰে ভোজন কৰে। তেওঁলোকে সমাজতো আদৰ-সন্মান পাই পৰম সুখ-শান্তিত কাল যাপন কৰে। কিন্তু দুৰ্ভগীয়া সকলে কানি-কঁথাকেই বিচাৰি নাপায়। তেওঁলোকে ফটা-ছিটা বসনকে ব্যৱহাৰ কৰি এমুঠি চাউলৰ কাৰণে লোকৰ দুৱাৰে-দুৱাৰে জোলোঙা পাতি দিনৰ দিনটোৱে ঘুৰি ফুৰে। তেওঁলোকে সাধাৰণ লাউৰ আঞ্জাৰেই পৰম তৃপ্তিৰে ভোজন কৰে আৰু ভগা বিছনাত ফটাকানি এডুখৰিকে পাৰি কোনোমতে ৰাতিটো কটায়। সেই বুলি বিলাস আৰু আৰাম প্ৰিয় ধনগৰ্ব্বী সকলে নিৰীহ গৰীব লোক সকলক অনাহকতে অৱমাননা কৰিবৰ কোনো অধিকাৰ নাই। মানুহক মানুহ জ্ঞান নকৰা সেই ভেমত ওফন্দি থকা সকলে যদি সেই নিমাখিত লোক সকলক মনোকষ্ট দিয়ে তেন্তে তাৰ বাবে তেওঁলোকে ক্ষমা বিচাৰিব পাৰেনে?" আতাৰ এই বাক্যবাণে জয়কৃষ্ণ বৰুৱাক থকা-সৰকা কৰিলে। তেওঁ ততালিকে কঁপাহৰি আতৈৰ চৰণত দীঘল দি পৰি নিজৰ অপৰাধৰ কাৰণে ক্ষমা প্ৰাৰ্থনা কৰিলে। তেতিয়া গোপাল আতাই সন্তোষ পাই কলে—"শুনা জয়কৃষ্ণ, ভকতক নাজানিলে ভগৱানক বুজিবৰ উপায় নাই। ভকতক ঠাট্টা-বিদ্ৰূপ কৰিলে গুৰুতৰ অপৰাধ হয়। মাতৃক পৰিহাস কৰাতকৈও ভকতক বিগুতি-বচন বোলা অধিক পাপৰ কথা। ভকতৰ শ্ৰেষ্ঠত্ব সম্বন্ধে

ভগৱান শ্ৰীকৃষ্ণই উদ্ধৱক কোৱা কথা-খিনি গুৰুজনাই কীৰ্ত্তনত কেনেকৈ কৈছে, শুনা--

"ভকতেসে মোৰ হৃদি জানিবা নিশ্চয়।
ভকত জনৰ জানা আমি সে হৃদয়॥
মই বিনা ভকতে নিচিন্তে কিছু আন।
ভকতত পৰে মই নিচিন্তোহো আন॥"

বৰুৱাই আতাৰ পৰা ভকতৰ শ্ৰেষ্ঠত্ব সম্বন্ধে মহান জ্ঞান আৰু শিক্ষা লাভ কৰি পৰম উপকৃত হ'ল আৰু সিদিনাৰেপৰা তাক ব্যৱহাৰিক জীৱনত পালন কৰিবলৈ দৃঢ় সঙ্কল্প ললে।

**বুঢ়া আতালৈ আমন্ত্ৰণ**—এবেলি গোপাল আতা নৰিয়াত পৰিল। তেওঁ নিজে অধিক দুৰ্ব্বলতা অনুভৱ কৰি ভকত-সেৱা কৰিবৰ মনেৰে বৰপেটা সত্ৰলৈ এজন ভকত পঠিয়াই দিলে আৰু মনৰ অভিপ্ৰায়ো জনাই বুঢ়া আতাক ভকত সমন্বিতে আমন্ত্ৰণ কৰা বুলি কবলৈকো কৈ পঠালে। ভকতজনৰ মুখে এই বাতৰি পাই বুঢ়া আতাই অন্তৰত মৰ্ম্মান্তিক আঘাত পালে। তেওঁ গোপাল আতাৰ কল্যাণ কামনা কৰি আৰু পিচদিনাহে ৰাতিপুৱা যাত্ৰা কৰিব বুলি খবৰ দিবলৈ অহা ভকত জনৰ আগত কৈ পঠালে।

ভকতজন উভতি গৈ গোপাল আতাক এই সংবাদ দিলত তেওঁ পৰম আনন্দিত হ'ল। তেওঁৰ শৰীৰত যেন নতুন বল আৰু উৎসাহে দেখা দিলে। বৰপেটা সত্ৰৰ ভকত সকলৰ সিমিত্তে কাঠ-খৰি, চৰু-খুটি, চাউল-পাত, লোণ-তেল আদি আৱশ্যকীয় বয়-বস্তুবোৰ যোগাৰ কৰালে। আৰু বৰপেটাৰ ভকত সকল গৈ পালে তেওঁলোকক যাতে আদৰ-সন্মানত কোনো আঘাত নপৰাকৈ সন্তোষ মনেৰে বিদায় দি পঠাব পৰা যায় তাৰ বাবে দঢ়াই দঢ়াই কলে।

পিচদিনা বুঢ়া আতাই ভকত সমন্বিতে যাত্ৰা কৰিলে আৰু ওৰে বাটে গোপাল আতাৰ গুণাৱলী বৰ্ণনা কৰি গৈ গৈ কালজাৰ সত্ৰ পালে। আতাই নিজে আগবাঢ়ি আহি তেওঁলোকক যথাযোগ্য ভাৱে আসন দিয়ালে। বুঢ়া আতাই গোপাল আতাৰ শাৰীৰিক আৰু

মানসিক অৱস্থাৰ কথা শুধি কালজাৰ সত্ৰৰো বাতৰি সুধিলে। লগতে নৰিয়াৰ সময়ত ভকত-সেৱা কৰিবলৈ তেওঁৰ সুমতি হোৱা বাবে শলাগো ললে। গোপাল আতাইও বৰপেটা থানৰ বাতৰি সুধিলে আৰু ভকত সকলে অনুৰোধ ৰক্ষা কৰি উপস্থিত হোৱা বাবে কৃতজ্ঞতা প্ৰকাশ কৰিলে। তাৰ পাচত বেলি হোৱা দেখি ৰন্ধন কামৰ বাবে কলত বুঢ়া আতা আৰু ভকত সকলে পৰম তৃপ্তিৰে ভোজন কৰি উঠিল। ভোজনৰ অন্তত দুয়োজনা আতাই কৃষ্ণ-কথা আলোচনত বহিল। ভকত সকলে গোপাল আতাৰ আৰোগ্য কামনা কৰি পৰমেশ্বৰৰ চৰণত প্ৰাৰ্থনা জনোৱাৰ লগতে আশীৰ্ব্বাদো কৰিলে। বুঢ়া আতাইও তেওঁক হতাশ নহবলৈ কৈ সাহ আৰু উৎসাহ দি মেলানি মাগি বৰপেটা থানলৈ উলটিল।

**ঘাই সত্ৰ আৰু ধৰ্ম্মাচাৰ্য্য**—ভৱানীপুৰ, কালজাৰ, * জোৱাৰদি আৰু পোৰাভঁৰাল এই চাৰিখন গোপাল আতাৰ দ্বাৰা স্থাপিত প্ৰধান সত্ৰ বুলি শুনা যায়। কোনোৱে আকৌ লুৰাচুড় সত্ৰও ইয়াৰ অন্তৰ্ভুক্ত বুলি কয়। পৰবৰ্ত্তী কালত আতাৰ শিষ্য-প্ৰশিষ্য সকলৰ প্ৰচেষ্টাত আৰু অনেক সত্ৰ স্থাপিত হৈছিল। তেওঁৰ পৰা হাজাৰ-বিজাৰ লোকে শৰণ লোৱাৰ সুযোগ পালেও তাৰে ভিতৰত বাৰজন বিশিষ্ট শিষ্যকহে ধৰ্ম্মাচাৰ্য্য পাতি তেওঁলোকক বিভিন্ন ঠাইলৈ ধৰ্ম্ম প্ৰচাৰৰ অৰ্থে পঠাইছিল। তেওঁলোকৰ ভিতৰত ছজন ব্ৰাহ্মণ আৰু ছজন অব্ৰাহ্মণ আছিল হেনো। তেওঁলোক হৈছে :—

শ্ৰীৰাম আতা, ( আঁহত গুৰি, কৰতি পাৰ ) ৰামচন্দ্ৰ আতা, (খোৱা মচৰ ) পুৰুষোত্তম আতা, ( মকোৱা বাৰী, কাঠপাৰ ) সন্ন্যাসী ৰাম চৰণ ( ইকৰা-জান ) পৰমানন্দ আতা, ( হাবুং ) বুঢ়া গুৰু, ( সত্ৰ নাই ) বৰ-যদুমণি বা বৰ আতা, ( বাঁহবাৰী ) সৰু যদুমণি, ( গজলা ) অনিৰুদ্ধ, ( মায়ামৰা, দিনজয়, পুৰণি মাটি ) নাৰায়ণ, ( দহ ঘৰীয়া সত্ৰ, হালধি

---

* কালজাৰ সত্ৰৰ অধিকাৰ শ্ৰীৰামদেৱ মিশ্ৰৰ নাতি নৰনাথ মিশ্ৰ অধিকাৰীয়ে আত্মকন্দল লগাত কালজাৰৰ পৰা তিনিকুৰি ভকত লগত লৈ গৈ নতুনকৈ এখন সত্ৰ পাতে। এয়ে বৰ্ত্তমান বজালী অঞ্চলৰ কালজিৰা পাৰা সত্ৰ।—লেখক

আটি ) সনাতন, ( নগৰীয়া ) মুৰাৰি, ( চৰাই বাহী) এই বাৰজনাক ‘বাৰ আতা’ বুলি কোৱা হয়।

**ধোপৰগুৰি থানৰ মাহাত্ম্য**—গোপাল আতাৰ স্থাপিত প্ৰধান চাৰিসত্ৰৰ* কথা সকলোৰে সুবিদিত। কিন্তু আতা পুৰুষৰ জীৱনৰ শেষ ছোৱাৰ লগত বিশেষ ভাবে জড়িত অতি মাহাত্ম্যপূৰ্ণ আৰু পৰম পুণ্যধাম ‘ধোপৰ গুৰি থান’ সম্বন্ধে আঁতি-গুৰি পোৱা বৰ টান। এই বিষয়ে লিখিত বিবৰণ পাবলৈ নাই। আমি নিজে চাই চিতি আৰু স্থানীয় বিজ্ঞ আৰু বুঢ়া লোকত সুধি-পুছিপোৱা জন-শ্ৰুতিমূলক কথাখিনি ইয়াত লিপিবদ্ধ কৰা হল।

“আতাই কালজাৰ সত্ৰ পাতিলেও ( আতাই পতা প্ৰাচীন কালজাৰ সত্ৰখন বৰ্ত্তমান নতুন ঠাইত পতা সত্ৰখনৰ অলপ পূবে আৰু ৰাষ্ট্ৰীয় পথৰ দক্ষিণে আছিল। এতিয়াও তাত সত্ৰৰ ভেটিৰ চিন, পাটকুৱা আৰু কিছুমান শিল আছে।) তেওঁ আদি সত্ৰ ভৱানীপুৰৰ মৰম পাহৰিব পৰা নাছিল। সেইদেখি নিতৌ তালৈ খোজ-কাঢ়ি অহা-যোৱা কৰিছিল। অকল সেয়ে নহয় অদ্ভুত শক্তিশালী আৰু অসীম সাহসী আতাই নিতৌ ভৱানীপুৰ, সুন্দৰীদিয়া আৰু কালজাৰ সত্ৰত যথাক্ৰমে ৰাতিপুৱা, আবেলি আৰু ৰাতিৰ নিত্য-প্ৰসঙ্গত যোগদান কৰিছিল। বুঢ়া বয়সত তেওঁ লাখুটিৰ সহায় লব লগা হলেও খোজ-

---

* চাৰিসত্ৰ সম্বন্ধে আমি অনুসন্ধান কৰি দুটা মত পোৱা হৈছে। কোনো কোনোৰ মতে ভৱানীপুৰ, কালজাৰ, জোৰাৰদি আৰু পোৰাভঁৰাল বা পৰা ভঁৰাল। আৰু কোনো কোনোৱে ভৱানীপুৰ, কালজাৰ, জোৰাৰদি আৰু কাঠ্‌মি বুলি কয়—লেখক

† সেই সময়ত অন্ততঃ গোহাই কমল আলিৰো উত্তৰৰ পৰা আৰম্ভ কৰি উত্তৰ সদৰ আলি ( বৰ্ত্তমান ৰাষ্ট্ৰীয় পথ ) ভেদ কৰি দক্ষিণ মুৱাকৈ সুন্দৰীদিয়া, বৰপেটা, পাটবাউসী আদি সত্ৰলৈ যাতায়াত কৰিব পৰা কেবাটিও সৰু-বৰ আলিবাট আছিল বুলি শুনা যায়। সম্ভৱতঃ এনেকুৱা কোনোবাটো পথেৰেই আতা পুৰুষে যাতায়াত কৰিছিল। হাউলিৰ অলপ পূবৰ পৰা বৰপেটালৈ থকা চাপৰ পুৰণি আলিবাট এটা এতিয়াও আছে। বৰপেটাৰ পৰা হাউলিলৈ নতুনকৈ আলি বান্ধিবলৈ ধৰাত এই চাপৰ আলিবাটটোক ‘পুৰণ আলি’ বুলিছিল।

—লেখক

কাঢ়ি ফুৰাত কোনো কষ্টবোধ কৰা নাছিল। অৱশ্যে ভৱানীপুৰৰ পৰা সুন্দৰীথানলৈ আহোঁতে নিতৌ এডোখৰ নিৰ্দ্দিষ্ট ঠাইত অলপ সময় জিৰণি লৈছিল। আৰু সুন্দৰীথানৰ পৰা কালজাৰ সত্ৰলৈ যাওঁতে সেইখিনি ঠাইতে জিৰাইছিল। এই ঠাইডোখৰ বৰ্ত্তমান কুজ্জাৰপীঠ আৰু গলিয়া গাওঁৰ মাজ ভাগত আছিল।

এদিনাখন আতাই কালজাৰ সত্ৰমুখে যাওঁতে জিৰণিৰ ঠাইখিনি পালত অইন দিনাৰ দৰে তাত খন্তেক বিশ্ৰাম লব খুজিলে। সেইদেখি লাখুটি ডাল হেঁচামাৰি থিয়কৈ পুতি থলে আৰু তাতে মূৰত লোৱা জাপিটো আঁৰি থৈ তাৰ ওপৰত হাতৰ মালাধাৰিও থলে। ভাগৰ মৰিলত আতাই উঠি (কোনো কোনোৰ মতে সৰু-পানী ছুই উঠি) পুনৰ খোজ লবৰ মনেৰে লাখুটিডাল আনিবলৈ গৈ দেখিলে যে তাৰ গাৰে দুটি পোখা মেলিছে। এই বিস্ময়কৰ কাণ্ড দেখি আতাই কলে—"আমি আৰু এই লাখুটি ডাল উভালি নিনিওঁ ইয়াতেই থাওক; ঠাইখণ্ডৰে কিবা মহিমা আছে; ভৱিষ্যতেই এখন থানত পৰিণত হব। জাপি আৰু মালা এই দুবিধো মায়াৰ বস্তু। কোনো এফালে যাবলৈ ওলালে আগধৰি পৰমেশ্বৰৰ নাম মুখত ওলাওক ছাৰি দেহাটোৱে কষ্ট পাব বুলি জাপিটোৰ কথাহে মনত পৰে। তেনেকৈ মালা ধাৰিৰ কথাও খনে খনে মনত পৰি থাকে। গতিকে এই দুবিধ বস্তুকো ইয়াতেই এৰিলোঁ। লাগিলে বৰষুণত তিতি ৰ'দত শুকামেই তথাপি জাপি আৰু ব্যৱহাৰ নকৰোঁ। মালাকো হাতত নলওঁ। দুঃখহাৰী ভগৱানে ৰ'দ-বতাহ-বৰষুণৰ পৰা ৰক্ষা নকৰিলে সামান্য জাপিটোৱে নো কি কৰিব পাৰে? আৰু এনেই মুখেৰে নাম লোৱাৰ অভ্যাস নকৰিলে মালা লৈ ফুৰাৰেই বা প্ৰয়োজন কি ?" ইয়াকে ভাবি-গুণি আতা গৈ কালজাৰ সত্ৰ পালে। আতাই শুদাহাতে তেনেভাৱে ওলোৱা দেখি কিবা ঘটনা ঘটিল বুলি সকলোৱে বিচূৰ্ত্তি মানিলে; আৰু কি কথা কি বাৰ্ত্তা তাৰ সম্ভেদ ললে। ভকত সকলৰ কাতৰ নিবেদনত আতাই সকলো কথা এমুৰৰ পৰা বৰ্ণাই কলে।

ভকত সকলৰ কৌতূহল জন্মাত তেওঁলোকে আতাৰ অনুমতি লৈ পিচদিনা ৰাতিপুৱা পোখা মেলা লাখুটিডাল চাই নয়ন সাৰ্থক কৰিলে। অতি আচৰিত কথা যে কোনো আপডাল নকৰা বা যত্ন নোলোৱাতো গৰু, ম'হ, পহু আদি কোনো জন্তুৱেই তাত কোনো দিনে মুখ নিদিলে। লাহে লাহে ধোপ গছৰ লাখুটিডালেই এজোপা শুৱনি ধোপগছত পৰিণত হ'ল। এই অপূৰ্ব্ব ঘটনা আৰু গোপাল আতাৰ বিশ্ৰামৰ স্থানৰ স্মৃতি ৰক্ষাৰ অৰ্থে ধৰ্ম্মপ্ৰাণ ভকত সকলে তাত এটি গৃহ নিৰ্ম্মাণ কৰিবলৈ মনস্থ কৰি আতাৰ অভিমত বিচাৰিলে। তেতিয়া আতাই কলে—"বাপু সকল, আমি তাত জিৰণিহে লৈছিলোঁ; গতিকে বাটৰুৱা লোকে সেই গছ জোপাৰ তলত জিৰণি লবলৈ সুবিধাকণ পালেই যথেষ্ট হব; তাত ঘৰ-দুৱাৰ সাজিবৰ কোনো প্ৰয়োজন নাই।" আতাই নিষেধ কৰা দেখি ভকত সকলে সেই আশা পৰিহাৰ কৰিলে। তেতিয়াৰে পৰা তাত কোনো ঘৰ দুৱাৰ সজা নহ'ল। কেই বছৰ মানৰ মূৰত গছজোপাই বৃহৎ আকাৰ ধাৰণ কৰিলে। আতাৰ জিৰণিৰ স্থানত হোৱা এই পৱিত্ৰ ধোপ গছজোপাৰ তলৰ ঠাইখিনিক ৰাইজে "ধোপৰ গুৰি থান" বুলিবলৈ ধৰিলে। তেতিয়াৰে পৰা ই সেই নামেৰেই সুপৰিচিত হৈ আহিছে। এই থানখনি বৰ্ত্তমান কুজাৰ পীঠ মধ্য ইংৰাজী স্কুলৰ অলপ পূবে ৰাষ্ট্ৰীয় পথৰ গাতে লগালগিকৈ অৱস্থিত।

ধোপৰগুৰি থানত প্ৰত্যেক বছৰে বহাগ বিহুৰ সময়ত গলিয়া, নমাটি সত্ৰকে প্ৰমুখ্য কৰি কেবাখনো গাওঁৰ ৰাইজে লগলাগি অতি পয়োভৰেৰে নাম-কীৰ্ত্তন মহোৎসৱ পাতিছিল। মাঘৰ দোমাহীৰ সময়তো বিভিন্ন গাওঁৰ পৰা লেঠাৰি নিচিগাকৈ আহি লগলগা আই সকলে তাত ডাঙৰকৈ নাম ধৰিছিল। তেওঁলোকৰ সমাগমৰ ফলত ই এখন বিৰাট মেলাত পৰিণত হৈছিল। এই নামৰ প্ৰসাদ বাহী হবলৈ দিয়া নহৈছিল। আৰু মাহেকীয়া ঋতুৰ পৰা অব্যাহতি পোৱা বয়সীয়াল তিৰোতা বা অকুমাৰী ছোৱালীয়েহে প্ৰসাদৰ সম্ভাৰ লাৰিক

বা তামোল পাণ আদি কটা-চিঙা কৰিব পাৰিছিল। অৱশ্যে এতিয়াও এই নীতি-নিয়ম প্ৰৱৰ্ত্তিত হৈ আছে।

ধোপৰগুৰি থানৰ মহিমা সম্বন্ধে কেবাটিও জন-প্ৰবাদ আছে। তাৰে ভিতৰত ইয়াত কেৱল তিনটি বিষয়ৰহে চমু বিবৰণ দিব খোজা হৈছে। প্ৰথম ঘটনাটো হৈছে—আজি প্ৰায় চল্লিশ বছৰ (প্ৰায় ১৮৪৭ শকৰ) আগৰ কথা। এদিনাখন কালজাৰ সত্ৰৰ ভকত এজনে ধোপৰগুৰি থানত লগাবৰ অভিপ্ৰায়েৰে এথোক পকা কল যোগাৰ কৰি সময়মতে লোকৰ আগত খবৰ দি পঠাবলৈ হাউলিৰ শ্ৰীকেশৱ চন্দ্ৰ দাস নামৰ লোক এজনৰ ওপৰত ভাৰ দি গৈছিল। সেইমতে তেৰোঁ এথোক পুৰঠ কল পাৰি ভালকৈ পকিবলৈ ভঁৰালত থৈ দিছিল। কিন্তু ইতিমধ্যে পকা কলৰ লোভ সামৰিব নোৱাৰি তেওঁৰ ভাগিনিয়েক এজনে তাৰে কল এটা ছিঙি খাই পেলালে। দেশ-দস্তুৰ মতে তেনে কল পৱিত্ৰ কামত লগাব নোৱাৰা বাবে তেৰোঁ ভকত জনক নজনালে আৰু থানত্তো নলগাই মনে মনে থাকিল। সেই সময়তে তেওঁ এদিন দুপৰীয়া ভাত খাওঁতে পিন্ধা ৰঙা* কাপোৰ খন নসলোৱাকৈয়ে গোহালিৰ গৰু কেইটি চৰণীয়া পথাৰৰ ফালে খেদি নিলে। আটাইবোৰ গৰু এফালে গল; কিন্তু তাৰে † বাজন গৰু এটাই ফালৰি কাটি অইন ফালে সোমাল। পাচত লগলাগিব বুলি ভাবি গিৰিহঁত ঘৰলৈ উভতি আহিল। সিদিনা ৰাতি বাজনটো হাবিতে থাকিল। দ্বিতীয় দিনাও গৰুটোৰ কোনো উৱাদিহ নাপালে। তৃতীয় দিনা ৰাতিপুৱা কালজাৰ সত্ৰৰ লেলৃপী নামৰ কৈৱৰ্ত্তনী এজনীয়ে উক্ত শ্ৰীদাসৰ ঘৰলৈ আহি দেখা দিলত তেওঁৰ গৃহিণীয়ে তিৰোতাজনীক দেখি অহাৰ কাৰণ সুধিলে তেতিয়া তেওঁ কলে—"বাই, যোৱা ৰাতি এটা অদ্ভুত

---

* ৰঙা—শৰণ-ভজন হোৱা লোকে ভোজনৰ সময়ত পৰিধান কৰা আৰু ধুতি হিচাপে ৰখা বস্ত্ৰ বিশেষ।—লেখক

† বাজন—নতুনকৈ বন্ধোৱা দমৰা বা বলধ।—লেখক

ধৰণৰ সপোন দেখি তাকে কবলৈ আহিলোঁ। তোমালোকে বোলে ধোপৰগুৰি থানত লগাব খোজা এজন মানুহক এথোক কল দিয়াৰ কথা আছিল। কল থোক পকিলে বোলে খবৰ জনাবলৈকো কৈ গৈছিল। কল দিবা দিবা বুলি কেবাদিনো তেওঁ বাট চালে; তথাপি নিদিয়া দেখি প্ৰথম দিনা বোলে তোমালোকৰ বাজন গৰু এটা হেৰাল। গৰু হেৰোৱাত থানলৈ মনত পৰিব বুলি ভাবি ৰাতি গৰুটো নিৰাপদে হাবিৰ মাজতে ৰাখিলে। কিন্তু সিমানতো কল থোকৰ খবৰ নজনোৱা বা দিবলৈ কোনো ব্যৱস্থা নকৰা দেখি যোৱা ৰাতি হেনো বাঘে গৰুটো খালে। সপোনটো দেখি মনটো বেয়া লগাৰ কাৰণে তাৰে ভু লবলৈ আহিলোঁ। কথাটো সচানে?" তেতিয়া ঘৰৰ সকলোৱে বিস্ময় মানি ধোপৰগুৰি থানৰ মাহাত্ম্যৰ কথা কোৱা মেলা কৰিবলৈ ধৰিলে। লগতে খবৰ দিবলৈ অহা তিৰোতাজনীৰ শলাগ লৈ "কথা সচা; গৰুটো মৰাৰহে সঠিক খবৰ পোৱা নাই," বুলি কৈ তেওঁক বিদায় দিলে। পাচত গিৰিহঁতে অনুসন্ধান কৰি চোৱাত হেৰোৱা ঠাইখিনিতে মৰা গৰুটো দেখা পালে।

দ্বিতীয় ঘটনাটো এই—আজি প্ৰায় ত্ৰিশ বছৰ (অনুমান ১৮৫৭ শকত) মান আগতে কেইজনমান ভকতে ধোপৰগুৰি থানত নাম-কীৰ্ত্তন কৰি আছিল। এনে সময়তে এজন মানুহে তামোলৰ বোজাই দিয়া গাড়ী এখন খেদি বজালীৰ ফালৰ পৰা বৰপেটা মুখে আহি আছিল। গাড়ীখন আহি নামৰ থলীৰ ওচৰ পোৱা মাত্ৰকে গৰু দুটাই গাড়ী টানিবলৈ এৰি থিয় হৈ ৰল। গাৰোৱানে বহু চেষ্টা কৰিও বিফল মনোৰথ হোৱা দেখি ভকত সকলে তাৰ কিবা থানৰ অপৰাধ হল বুলি ভাবি তাক এই কথা কলে। সি এই কথাত পতিয়ন গৈ ক'ৰবাৰ পৰা আধাসেৰ (বৰ্ত্তমানৰ প্ৰায় ৫০০ গ্ৰাম) চেনি সংগ্ৰহ কৰি আনি আঠুলৈ থানত সেৱা জনালত গৰুহালে পুনৰ আগৰদৰে গাড়ীখন টানি লৈ গল।

তৃতীয় ঘটনাটো হৈছে—ধোপৰগুৰি থানত থকা বহুদিনীয়া

ধোপগছ জোপা মৰিলত তাৰ মুঢ়াটো* অনেক বছৰ পিচলৈকে আছিল। পাচত সেই মুঢ়াটোৰ কাষেদি এজোপা ভোজ গছ গজে। এই জোপা গছ বৰ ডাঙৰ হৈছিল যদিও ওচৰ-চুবুৰীয়া কোনো মানুহে তাক কাটিবলৈ সাহ কৰা নাছিল। কিন্তু নতুনকৈ উঠি আহি বসতি কৰা মুছলমান লোক এজনে বাটৰ কাষৰ মালিক নথকা গছ বুলি ভাবি এদিন তাক কাটি-চিঙি টুকুৰা টুকুৰ কৰি ঘৰলৈ লৈ গল। কাঠ গৈ ঘৰ পোৱা মাত্ৰকে এটা এটাকৈ ঘৰৰ ঘৰোৱাহে শৌচ আৰু বমি কৰিবলৈ ধৰিলে। তেতিয়া ক'তো হাইজা নলগা সত্বেও কিয় হঠাৎকাৰে সেই ঘৰত এই বিপদে দেখা দিলে কোনেও ভাবি পোৱা নাছিল। এনেতে থানৰ মাহাত্ম্যৰ কথা জনা লোক এজনে তাক সেই মাহাত্ম্যৰ কথা কৈ সতৰ্ক কৰি দিলে আৰু ততালিকে সকলোখিনি কাঠ অনা ঠাইত আকৌ থৈ আহিবলৈ কলে। আৰু তাকে নকৰিলে বিপদৰ পৰা ৰক্ষা পোৱা নহব বুলিও কৈ থলে। সি এই কথা বিশ্বাস কৰি কাঠখিনি ততাতৈয়াকৈ নি আগৰ ঠাইত থলে। অতি আচৰিত কথা যে কাঠখিনি থৈ অহাৰ লগে লগে ঘৰৰ সকলোটি ৰোগীয়ে কোনো দৰৱ পাতি নোখোৱাকৈয়ে আগৰ অৱস্থা পালে। এতিয়াও সেই কাঠৰ চিন তাত আছে। এইবোৰত বাজেও ধোপৰ গুৰি সত্ৰৰ আৰু বহুত মাহাত্ম্যৰ কথা শুনা যায়।

ধোপৰগুৰি থানৰ যাৱতীয় কাম পৰিচালনাৰ খৰচৰ কাৰণে ৰাইজে আঠবিঘা খেৰাজ মাটি ৰাখিছে। তাৰে চাৰি বিঘা কুঞ্জাৰ পীঠ গাওঁত আৰু বাকী চাৰি বিঘা মাটি গলিয়া গাওঁৰ অন্তৰ্গত থকা বুলি শুনা গৈছে। কেইবছৰমান আগতে গলিয়া গাওঁৰে ৺আহিনাৰাম নাথ নামৰ লোক এজনে ধোপৰগুৰি থানত এটি সৰুকৈ টিন

* মুঢ়াটো সম্বন্ধে আমি গলিয়া গাওঁৰ ধৰ্ম্মানুৰাগী আশী বছৰীয়া তেজস্বী বৃদ্ধ শ্ৰীযুত লক্ষ্মীকান্ত তালুকদাৰ দেৱৰ মুখে শুনা হৈছে যে তেওঁৰ আতাক ৺হৰিচৰণ তালুকদাৰে হেনো সেই মুঢ়াটো দেখিছিল বুলি তেওঁৰ আগত কৈছিল।—লেখক

পাতেৰে ঘৰ সজাই দিছিল। তাৰ পাচত থানখনিৰ উন্নয়নৰ অৰ্থে অসম চৰকাৰৰ পৰা পোৱা অনুদানৰ ধনেৰে উক্ত ঘৰৰ ভেটিতে এটি ঘৰ সাজিবলৈ গলিয়া গাওঁৰ ৰাইজে কাম হাতত লৈছিল। কিন্তু ইতিমধ্যে ৰাইজৰ মাজত বেমেজালিৰ উদ্ভৱ হোৱাত থিয় কৰি থোৱা পকী খুটা দহোটাত বাদে একো কাম হৈ নুঠিল। ৰাইজে একতা-বদ্ধ হৈ পৱিত্ৰ ভাৱে আৰু দৃঢ় মনোবলেৰে কামত লাগিলে গোপাল আতাৰ পুণ্যস্মৃতিৰ এই থানখনি উজ্জ্বলতৰ হৈ উঠিবলৈ সৰহ দিন নালাগিব।

প্ৰাসঙ্গিক ক্ৰমে আমি এইখিনিতে উল্লেখ কৰি থব খোজা হৈছে যে ওপৰত কৈ অহা ধোপৰগুৰি থানৰ মাহাত্ম্যৰ পৰিচায়ক ঘটনা তিনিটাৰ প্ৰথমটো সেই ঘটনাস্থলীৰেই মালিক শ্ৰীকেশৱচন্দ্ৰ দাস দেৱৰ মুখৰ পৰা শুনা আৰু দ্বিতীয়-তৃতীয় ঘটনাৰ কথা গলিয়া গাওঁৰ শিক্ষক শ্ৰীউমেশচন্দ্ৰ দাসৰ মুখে শুনা হৈছিল।

**শেষ উপদেশ বাণী**—অসাধাৰণ শাৰীৰিক শক্তি আৰু অসীম মনোবলৰ গুণত তিনিকুৰি দহ বছৰ বয়সতো আতাই উদ্যমেৰে কাম-বন কৰি থাকিবলৈ সক্ষম হৈ আছিল। তেওঁ জীৱনৰ আগভাগত কিছুদিন বেমাৰ ভুগিলেও তাৰ পাচত কোনো জটিল ধৰণৰ বেমাৰে আক্ৰমণ কৰিবলৈ সুযোগ পোৱা নাছিল। সেইদেখি তেওঁ আৰু বহুদিন জীয়াই থাকিব বুলি সকলোৰে দৃঢ় ধাৰণা আছিল। কিন্তু ঈশ্বৰৰ ইচ্ছা অন্যৰূপ। তেওঁ সুস্থ শৰীৰে কাম-বন কৰি থাকোঁতেই এদিনাখন হঠাৎকাৰে আতাৰ অণ্ডকোষত সামান্য বেদনা আৰম্ভ হ'ল। আতাই তেতিয়া তাক কেৰেপকে নকৰিলে। কিন্তু পলকে পলকে বাঢ়ি অহা তাৰ অসহনীয় বিষে আতাক অস্থিৰ কৰি তুলিলে। তাৰ লগতে জ্বৰেও আহি তীব্ৰ ভাৱে আক্ৰমণ কৰিলে। আতাৰ তেনে অৱস্থা দেখি পুত্ৰ-ভাৰ্য্যা আৰু ভকত সকলে দিনে-নিশাই পাৰ্য্যমানে সেৱা-শুশ্ৰূষা কৰিবলৈ ধৰিলে।

আতাৰ শাৰীৰিক শক্তি ক্ৰমে কাহিল হৈ অহা দেখি পুত্ৰ কমল লোচন দেৱে সলোতক নয়নে গদ্ গদ্ স্বৰে মাত লগালে—"পিতা,

আপুনি কোনো দুশ্চিন্তা মনলৈ নানিব। পৰমেশ্বৰে দিয়া ৰোগ-ব্যাধিৰ বোজা তেৱেঁ পাতলাব। আপুনি পৰম সৌভাগ্যশালী পুৰুষ; আমিহে অতি হতভগীয়া। আজি কত দিনৰ পৰা কেইটিমান কথা সুধি-পুছি লওঁ বুলি আলচি থাকোতেই গল। আপোনাৰ করুণাৰ গুণত নানা ঠাইৰ হাজাৰ-বিজাৰ লোকে ভৱ-সংসাৰ তৰি পৰম-পদ পালে। দয়া কৰি আমাৰো আত্মাৰ কল্যাণৰ বাবে দুই এটি তৰণ উপায় দিবনে?" তেতিয়া আতাই সন্তোষ প্ৰকাশ কৰি মৃদু বচনেৰে ধীৰে ধীৰে কবলৈ ধৰিলে—"বোপা কমল লোচন, পাৰমাৰ্থিক তত্ত্বাদি বিষয়ক সকলোখিনি কথা তোমাক আগেয়ে দিয়া হৈছে; তথাপি যদি কিবা আধৰুৱা হৈ থকা বুলি ভাবা তেন্তে শ্ৰদ্ধা, ভক্তি আৰু আগ্ৰহ থাকিলে বিশিষ্ট ভকত সকলৰ পৰা তাক পূৰণ কৰি লব পাৰিবা। বিনয় বচন, শিষ্ট আচৰণ আৰু সজ চিন্তাৰ কথা কেতিয়াও নাপাহৰিবা। উপাস্য একমাত্ৰ শ্ৰেষ্ঠ দেৱতা ভগৱান শ্ৰীকৃষ্ণৰ নাম-গুণ, লীলা-মহিমাৰ কথা সৰ্ব্বদায় শ্ৰৱণ, কীৰ্ত্তন আৰু স্মৰণ কৰিবা। কোনো জটিলতাই দেখা দিলে সত্ৰৰ ভকত-সেৱক সকলৰ লগত আলোচনা কৰিহে তাৰ সমাধান কৰিবা। আলহী স্বৰূপে গৃহলৈ অহা ভকত-সজ্জনক একঠি চাউলৰো আধা দিহে বাকীখিনি ভুঞ্জিবা। তোমাৰ হাতৰ তামোলখনৰো আধা ভকতক দি অৱশিষ্ট খিনিহে মুখত দিবা। ব্ৰহ্মাণ্ডৰ ভিতৰত ভকতেহে শ্ৰেষ্ঠ ধন, তেওঁলোকৰ লগতহে সুদুৰ্ল্লভ ৰসময়ী ভক্তি থাকে। তেওঁলোকক জানিব পাৰিলেহে ভগৱানকো জানিব পাৰিবা। তেওঁলোক আমাৰ জীৱৰো জীৱ, প্ৰাণৰো প্ৰাণ, হিয়াৰো পৰম বান্ধৱ। এনেহেন ভকতৰ লগত মৰম, প্ৰীতি আৰু সদ্ভাৱ ৰাখিব পাৰিলে সত্ৰ কেইখনি নিয়ম মতে আৰু শৃঙ্খলাৰে চলি থাকিব। এইখিনিকে পালন কৰি থাকিব পাৰিলে দয়াময় প্ৰভুৰ কৃপাত ভক্তি-বস্তু লাভ কৰি ভগৱন্তক পাবা।" পিতাকৰ পৰা এই পৰম অমূল্য-বাণী শুনি কমল লোচন দেৱে তেওঁৰ চৰণত পৰি সেৱা কৰিলে।

পুতেক আঁতৰি গলত আতাই সন্ন্যাসী ৰামচৰণ আতৈৰ গাত

আউজি 'ভকত, ভকত' বুলি তিনিবাৰ মাতিলে। কিন্তু তেওঁ তেনেকৈ কাক সম্বোধন কৰি মাতিলে কেৱে বুজি নাপালে। তাৰ পাচত আকৌ কবলৈ ধৰিলে—"বাপু সকল, এইবেলি আমি আৰু নাথাকোঁ; গতিকে তোমোৰা সৱে মিলা-প্ৰীতিৰে আৰু সহায়-সহযোগৰ মনোভাৱ লৈ থাকি ধৰ্ম্ম আচৰণ কৰি থাকিবাহঁক। ভকত সকলৰ আচৰণৰ ওপৰতহে ধৰ্ম্মই বৰ্ত্তি থাকে। আমাৰ গুৰুজনাৰ ধৰ্ম্ম যি সকলে ধৰিছিল, যি সকলে ধৰি আছে আৰু যি সকলে ধৰিব তেওঁলোক অক্ষয় পুণ্যশালী আৰু পৰম সৌভাগ্যবান। তেওঁলোকৰ প্ৰতি ভগৱান সৰ্ব্বদায় সুপ্ৰসন্ন। এক শৰণীয়া একান্ত ভকত সকলে যে পৰম পদৰ অধিকাৰী হব পাৰিব তাত অকণো সন্দেহ নাই।" আতাৰ ওচৰত উপস্থিত থকা ভকত সকলে তেওঁৰ এই সৰল অন্তৰৰ পৰা ওলোৱা অমৃতোপম অন্তিম উপদেশ আৰু অমোঘ আশীষ-বাণী শুনিবলৈ সুযোগ পাই নিজকে নিজে ধন্য মানিলে। লাহে লাহে তেওঁলোকে সেৱা জনাই আতাৰ পৰা মেলানি মাগিলে।

**চিৰশান্তিৰ কোলাত**—অপূৰ্ব্ব কষ্ট সহিষ্ণু, অদ্ভুত শক্তিশালী আৰু অটল ঈশ্বৰ বিশ্বাসী আতাই ব্যাধিৰ অসহ্য বেদনাকো পৰ্য্যমানে সহ্য কৰি আছিল। কিন্তু তেওঁৰ নৰিয়া ক্ৰমান্বয়ে প্ৰবল হৈ অহাৰ লগে লগে দেহ অবশ হৈ অহাৰ উমান পালে। সেইদেখি সজ্ঞানে থাকোঁতে সন্ত-মহন্ত, সাধু-সজ্জন, ভকত-সেৱক আৰু ইষ্ট-কুটুম্ব সকলক দৰ্শন কৰিবৰ মনেৰে চাৰিওফালে বাতৰি পঠালে। এই আকস্মিক দুঃখদায়ক সংবাদ পোৱা মাত্ৰকে ওচৰৰ থান-সত্ৰৰ ভকত আৰু গাওঁ ভূঁইৰ শিষ্য-প্ৰশিষ্য আহি আতাৰ ঘৰ চোতাল, বাট-পদূলি অসংখ্য লোকে লোকাৰণ্য হল। দৰ্শনাৰ্থী ৰাইজে আতাক প্ৰাণ ভৰি দৰ্শন কৰি সেৱা জনালে। আতায়ো প্ৰতি নমস্কাৰ জনাই ৰাইজৰ শুভ ইচ্ছা আৰু আশীৰ্ব্বাদ বিচাৰিলে। এনেতে শ্ৰীশ্ৰীপুৰুষোত্তম ঠাকুৰদেৱেও আহি উপস্থিত হ'লহি। আতাই গুৰুজনাৰ আদৰৰ নাতিক অন্তিম কালত দেখা পাই পৰম আনন্দ লভিলে আৰু তেওঁক ওচৰলৈ মাতি নি অতি ক্ষীণ স্বৰেৰে অন্তৰৰ কথা কৈ বহিবলৈ দিলে। ঠাকুৰদেৱে

আবেগভৰা অন্তৰেৰে কলে—"বাপ, পৰম সৌভাগ্যৰ গুণত আমি আপোনাক হিতাকাঙ্ক্ষী স্বৰূপে পাইছিলোঁ আৰু আজিও শেষ দেখা-সাক্ষাতৰ সুযোগখিনি পোৱা হৈছে। আপুনি দয়া পৰবশ হৈ আমাৰ অতীত কালৰ জ্ঞাত-অজ্ঞাত সকলোদোষ মৰিষণ কৰি ক্ষমা কৰা যাওক। আমি আপোনাৰ পৱিত্র আত্মাৰ সদগতি কামনা কৰিছোঁ।" তেতিয়া আতাই আকুল অন্তৰেৰে গদ্ গদ্ স্বৰে কৃতাঞ্জলি কৰি কলে—"বাপু, আপুনি আমাক তেনেকৈ কব পায় নে ? আপুনি জগত-গুৰুৰ নাতি, আমাৰ বন্দনীয় ; কোনে আপোনাৰ দোষ ধৰিব পাৰে ?

'বোলন্ত গোপালে পাছে কৃতাঞ্জলি কৰি।
কিয় হেন কথা মোক বুলিলা আপুনি ॥

গুৰু নাতি তুমি মোৰ বন্দনীয় স্থান।
তোমাত ৰাখিবে দোষ আছে কোন জন ॥'

—শ্রীশ্রীগোপালদেৱৰ চৰিত্র

আমি পৰলোকলৈ যাব ওলাইছোঁ ; সবল চিত্তেৰে বিদায় দিয়ক।" ইয়াকে কৈ আতাই প্রেমাকুল ভাৱে পুৰুষোত্তম ঠাকুৰক সাবটি ধৰি হেঁপাহ পলুৱাই হিয়াৰ পৰশ দিলে।

পুৰুষোত্তম ঠাকুৰদেৱে সলোতক নয়নে আতাৰ পৰা বিদায় মাগি পদূলি মুখ পাওঁতেই আতাৰ মুখত স্পষ্ট ভাৱে তিনিবাৰ "ৰাম-কৃষ্ণ" নাম উচ্চাৰিত হল। সুস্থ লোকৰ দৰে তেনেকৈ উচ্চস্বৰে নাম লোৱা দেখি ওচৰত থকা লোক সকলে বিস্ময় মানিলে। কিন্তু তাৰ খন্তেক পাচৰ পৰা কণ্ঠস্বৰ ক্রমে ক্ষীণ হৈ আহিল। তেওঁ সংসাৰৰ সকলো মায়া-মমতা পৰিহাৰ কৰি একাগ্রচিত্তে আৰু অবিৰাম ভাৱে একমাত্র পৰম শান্তিদাতা ভগৱানৰ নামকেই লবলৈ ধৰিলে। তেনেকৈ থাকোঁতে কেতিয়া প্রাণবায়ু চলিল কেৱে তৰ্কিবই নোৱাৰিলে। এইদৰে অতি আচৰিত ধৰণে মানৱৰ মুক্তিকামী, নাম ধৰ্ম্মত অটল বিশ্বাসী পৰম তত্ত্বজ্ঞ পুৰুষ শ্রীশ্রীগোপালদেৱ আতাই

পোন্ধৰ বছৰ কাল ভোগ কৰা ধৰ্ম্মাচাৰ্য্যৰ গাদীখনি ত্যাগ কৰি ১৫৩৩ শকৰ বহাগ মাহৰ শুক্লা ষষ্ঠীৰ দিনা ৭০ বছৰ বয়সত নৰলীলা সম্বৰণ কৰি নামৰ মুখে বৈকুণ্ঠ ধামলৈ গতি কৰিলে।*

এই হিয়া বিদাৰক শোকৰ বাতৰিয়ে আতাৰ শেষ লীলাভূমি কালজাৰ সত্ৰৰ অধিবাসী সকলক ম্ৰিয়মান কৰি তুলিলে। পুৰুষোত্তম ঠাকুৰেও ভকত সকলৰ লগত চকুলো টুকিলে। শাৰীৰিক আৰু মানসিক ক্ষেত্ৰত কাৰ্য্যক্ষম হৈ থকাতো সৰবৰহী আতাই অকালতে নিষ্ঠুৰ কালৰ কৰাল গ্ৰাসত পৰা বাবে সকলোৱে শোকত অভিভূত হ'ল। শোকাকুলা সুভাগী আইৰ অন্তৰ বিদৰি যোৱা কৰুণ বিননিয়ে সকলোকে কন্দুৱালে। আইৰ মানসিক অৱস্থা দেখি ভকত সকলে কাবৌ-কাকূতি কৰি সান্ত্বনা দিবৰ মনেৰে কবলৈ ধৰিলে—"আই, আপুনি গুৰু-পত্নী; আমাৰ মাতৃ স্বৰূপা। আপুনি গুৰুজনাক সৰ্ব্বদায় ঈশ্বৰ বোধ কৰি আহিছে। ঈশ্বৰৰ জানো মৰণ আছে আই? এনেস্থলত সাধাৰণ পতিহীনা নাৰীৰ দৰে শোকাতুৰা হৈ ধৈৰ্য্যহীনা নহব। আপুনি নিজেই নিজক প্ৰবোধ নিদিলে নেদেখা জুইকুৰা কোনেও নুমাব নোৱাৰে।" এইদৰে দিয়া সান্ত্বনা-বাণীবোৰ শুনি শুনি সুভাগী আই অলপ সুস্থিৰ হ'ল।

যথা সময়ত গঞা ৰাইজ আৰু কালজাৰ আৰু ভৱানীপুৰ সত্ৰৰ ভকত সকলে খোল-তাল বাই, প্ৰয়াণৰ ঘোষা গাই গাই এটি বিৰাট শৱ-যাত্ৰাৰে ভীমাকায় আতাৰ জীৱহীন সুবৃহৎ পৱিত্ৰ দেহটিক লৈ যাবলৈ ধৰিলে। সত্ৰৰ বুঢ়া-ডেকা-শিশু সকলোৱে বাটে-ঘাটে, পদূলিয়ে পদূলিয়ে জুম বান্ধি ওলাই আতাৰ নশ্বৰ দেহটি শেষ বাৰলৈ প্ৰাণ ভৰি দৰ্শন কৰি নয়ন সাৰ্থক কৰিলে। আতাৰ পৱিত্ৰ মৃতদেহ পল্লানদীৰ পাৰত যথাৰীতি কাঠ সংস্কাৰ কৰি সকলোৱে স্নান কৰিলে। তেওঁলোকে পুনৰ ওৰে বাটে নাম গাই গাই গাওঁলৈ

*এই পৱিত্ৰ কালজাৰ থানত যোৱা ১৮৮৭ শকৰ ১৬ পুহ তাৰিখ শনিবাৰে স্থাপন কৰা আধাৰশিলাৰ ওপৰত এটি বিতোপন মঠ তৈয়াৰ হব ধৰিছে। —লেখক

উভতিল। পুৰুষোত্তম ঠাকুৰদেৱে আতাৰ শোক সন্তপ্ত পৰিয়াল বৰ্গক সমবেদনা জনাই আৰু প্ৰবোধ-বাণীৰে সান্ত্বনা দি আৰু ভকত সকলৰ পৰাও মেলানি মাগি নিজ থান মুখে খোজ ললে।

আতা পুৰুষৰ নশ্বৰ দেহ পল্লা নদীৰ পাৰত খন্তেকতে পঞ্চভূতত বিলীন হৈ গল আৰু পৱিত্ৰ আত্মাই বৈকুণ্ঠত থিতাপি ললে; কিন্তু আমালৈ বৈ গল—এটি মহান শিক্ষা, এটি উজ্জ্বল আদৰ্শ আৰু এটি অবিস্মৰণীয় স্মৃতি। আতাই জগতবাসীলৈ এৰি থৈ যোৱা অপূৰ্ব্ব অৱদানৰ অমৰ কাহিনী ধৰ্ম্ম-বুৰঞ্জীৰ ৰূপালী পাতত সোণালী আখৰেৰে চিৰকাললৈ জিলিকি থাকিব।

( সমাপ্ত )

আমাৰ ৰচিত পুথিখনৰ সমল গোটাওঁতে তলত নাম দিয়া পুথিবোৰৰ সহায় লোৱা হৈছে।

১। **মহাপুৰুষ শ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীমাধৱদেৱ** ( স্বৰ্গীয় লক্ষ্মীনাথ বেজবৰুৱা কৃত )

২। **গুৰু চৰিত** ( ৺ ৰামচৰণ ঠাকুৰ কৃত )

৩। **মহাপুৰুষ শ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীমাধৱদেৱ চৰিত** ( ৺দৈত্যাৰি ঠাকুৰ কৃত )

৪। **শ্ৰীগুৰু চৰিত** ( ৺ৰামানন্দ দ্বিজ কৃত )

৫। **শ্ৰীশ্ৰীশঙ্কৰদেৱ** ( ৺ভূষণ দ্বিজ কৃত )

৬। **কথা গুৰু চৰিত** ( ৺ইন্দ্ৰজিত গাভৰু গিৰি ৰচিত আৰু শ্ৰীউপেন্দ্ৰচন্দ্ৰ লেখাৰু সম্পাদিত )

৭। **ঠাকুৰ আৰ্তা** ( ৺হলিৰাম মহন্ত ঠাকুৰ কৃত )

৮। **কায়স্থ সমাজৰ ইতিবৃত্ত** ( স্বৰ্গীয় হৰিনাৰায়ণ দত্ত বৰুৱা সম্পাদিত )

৯। **শ্ৰীশ্ৰীমথুৰা দাস বুঢ়াআতাৰ জীৱন চৰিত** ( ৺জগন্নাথ মহন্ত আতৈ বুঢ়া ভকত কৃত )

১০। **কোচ বিহাৰেৰ ইতিহাস** ( ৺খান চৌধুৰী আমানত উল্লা আহমদ কৃত )

১১। **সাধুকথা চৰিত** ( ৺কান্তিৰাম আতৈ বুঢ়া ভকত কৃত )

১২। **শ্ৰীশ্ৰীগোপাল দেৱৰ চৰিত্ৰ** (৺তীৰ্থনাথ গোস্বামী দ্বাৰা প্ৰকাশিত)

১৩। **শ্ৰীশ্ৰীগোপালদেৱ কথা চৰিত** ( ৺ৰত্নেশ্বৰ গোসাঁই সঙ্কলিত )

১৪। **শ্ৰীশ্ৰীঅনিৰুদ্ধ দেৱৰ চৰিত্ৰ** ( শ্ৰীশ্ৰী৺চিদানন্দ গোস্বামী কৃত )

১৫। **পবিত্ৰ অসম** ( ডক্টৰ মহেশ্বৰ নেওগ সম্পাদিত )

১৬। **শ্ৰীশ্ৰীগোপাল দেৱৰ ৰচিত গীত-ঘোষা** ( শ্ৰীকুমুদ চন্দ্ৰ মহন্ত সম্পাদিত )

১৭। **আহোমৰ দিন** ( স্বৰ্গীয় ডঃ সূৰ্য্যকুমাৰ ভূঞা ৰচিত )

১৮। **শ্ৰীমন্নাম ঘোষা** ( স্বৰ্গীয় অমৃত ভূষণ ঠাকুৰ মহন্ত সম্পাদিত )